# সংকল্প

অৰুণ শৰ্মা



জাৰ্ণাল এম্প'ৰিয়াম

নলবাৰী ❖ গুৱাহাটী

SANKALPA
A social novel written by Arun Sarma
Published by Surendra Chandra Baishya on behalf of
Journal Emporium, PNC Road Nalbari 781335 &
Panbazar Guwahati 781001
First Publish : Aug. 2008
Cover Design : GENESIS
Price rupees one hundred sixty only for general edition
rupees two hundred only for library edition


সংকল্প
সামাজিক উপন্যাস

প্ৰকাশক সুৰেন্দ্ৰ চন্দ্ৰ বৈশ্য
জাৰ্ণাল এম্প'ৰিয়াম
পি.এন.চি. পথ নলবাৰী ৭৮১৩৩৫
পাণবজাৰ গুৱাহাটী ৭৮১০০১
☎ : ০৩৬১-২৭৩২৫৭৩

প্ৰথম সংস্কৰণ : আগষ্ট ২০০৮

বেটুপাত জেনেছিছ

মুদ্ৰাংকন ইউনিভাৰ্চেল প্ৰিণ্ট টেক পাণবজাৰ

মুদ্ৰণ অৰিন্দম অফচেট এণ্ড ইমেজিং চিষ্টেমচ

মূল্য ১৬০.০০ টকা মাত্ৰ (সাধাৰণ সংস্কৰণ)
২০০.০০ টকা মাত্ৰ (পুথিভঁৰাল সংস্কৰণ)

# আগকথা

চন্দ্র প্ৰসাদ শইকীয়া এবাৰ গুৱাহাটী মেডিকেল কলেজ হস্পিটালত চিকিৎসাধীন হৈ আছিল। তেখেতক সাক্ষাৎ কৰিবলৈ গৈছিলো। বিচনাৰ কাষত বহি তেখেতৰ স্বাস্থ্যৰ কথা উলিয়ালো। মাত্ৰ এটা বাক্যত নিজ স্বাস্থ্যৰ বিষয়ে দুবাযাৰ বৰ্ণনা দি, পিছৰ বাক্যটো তেখেতে আৰম্ভ কৰিলে এইদৰে ঃ মোৰ স্বাস্থ্যৰ কথা এৰক, খবৰ লবলৈ আহিছে, ধন্যবাদ। এতিয়া কওক, গৰীয়সীৰ কাৰণে আপোনাৰ নতুন উপন্যাসখন কেতিয়া দিব?

তেতিয়া তেখেতৰ বিচনাৰ কাষত অক্সিজেনৰ চিলিণ্ডাৰ, মূৰৰ শিতানৰ monitoring screenত নীলা-বগা বৈখিক তৰঙ্গ প্ৰবাহ।

দ্বিতীয় এটা ঘটনা ঃ চন্দ্ৰ প্ৰসাদ শইকীয়া ইতিমধ্যে হস্পিটালৰ পৰা আহি ডাক্তৰৰ কঢ়া নিৰ্দ্দেশত বে'ড ৰেষ্টত আছে। আকৌ এবাৰ গ'লো স্বাস্থ্য কেনে পাইছে জানিবলৈ। কিন্তু মই কথা আৰম্ভ কৰাৰ আগয়েই তেখেতৰ 'উদাত্ত' কণ্ঠৰ প্ৰশ্ন ঃ গৰীয়সীৰ উপন্যাসখন হ'ল নহয়? মোক অহা সপ্তাহত লাগে।"

মই মাত্ৰ তেখেতক আশ্বস্ত কৰিবলৈ কৈ থ'লো, "হ'ব হ'ব" আৰম্ভ কৰিছো।

"কিমান পৃষ্ঠা হৈছে?" পুনৰ প্ৰশ্ন।

"এই ত্ৰিশ-চল্লিশ পৃষ্ঠামান হৈছে।" — মই আকৌ মিছা মাতিলো।

তাৰ পিছত তেখেতে আৰম্ভ কৰিলে ঃ অসমীয়া সাহিত্যৰ কথা, অসমীয়া আলোচনীৰ সমস্যাৰ কথা, নতুন লেখকৰ সমস্যা আৰু অসমীয়া নাটকৰ কথা। মোৰ সৈতে তেখেতে প্ৰায়েই নাটকৰ কথা পাতে। তেখেতৰ স্বাস্থ্যৰ কথা নোলালেই।

সেইদিনা ঘৰলৈ আহিয়েই উপন্যাস লিখাত বহি গ'লো। নহ'লে, ইয়াৰ পিছৰবাৰ আৰু গৰীয়সীৰ সম্পাদকৰ মুখামুখি হোৱাটো সম্ভৱ নহ'ব। কাহিনী এটা সাধাৰণ ভাবে কল্পনা কৰা আছিল। একে বহাতে ত্ৰিশ পৃষ্ঠা লিখিলো। কিন্তু অন্য কামৰ হেঁচাত আৰু আগবঢ়া নহ'ল, পৃষ্ঠাকেইটা তেনেকৈয়ে পৰি থাকিল।

তৃতীয় আৰু শেষ ঘটনাটো ঃ শইকীয়াই তেতিয়া আৰোগ্য লাভ কৰি গৰীয়সীৰ সম্পাদকৰ কোঠালৈ অহাযোৱা কৰিবলৈ লৈছে। এদিন পুৱা ৯-৩০ বজাত ঘৰৰ কলিংবেল বাজিল। দুৱাৰ খুলিলো, দুৱাৰ দলিৰ কাষত ঠিয় হৈ সদা শুভ্ৰকেশী চন্দ্ৰপ্ৰসাদ।

"এমাহৰ আগতেই ত্ৰিশ পৃষ্ঠা লেখা হৈছিল বুলি কৈছিল। এতিয়া নিশ্চয় সম্পূৰ্ণ হ'ল। উপন্যাসৰ কপিটো দিয়ক," ড্ৰইংৰুমৰ ভিতৰলৈ সোমাই অহাৰ লগে

লগেই শইকীয়াই ক'লে। নবহে, সময় নাই। মই বিব্ৰত, কাণমূৰ উত্তপ্ত। হেনাহুচাকৈ ক'লো, "নহয়, মানে, সেই ত্ৰিশপৃষ্ঠাৰ পিছত মোৰ আৰু লিখা হোৱা নাই।"

"ঠিক আছে। সেই ত্ৰিশ পৃষ্ঠাকে দিয়ক। ক'ত থৈছে বলক।"

সেইবুলি তেখেতে সোধ নাই পোচ নাই চোঁচোৱাই মোৰ লেখা-পঢ়া কোঠাটোত সোমালগৈ। মই বেগাই গৈ টেবুলৰ কাষত থকা কাগজৰ দ'ম এটাৰ মাজৰ পৰা পৃষ্ঠাকেইটা উলিয়াই, ধূলি মাকতি জোকাৰি তেখেতৰ হাতত দিলো। তেখেতে পৃষ্ঠাকেটাত চকু ফুৰাই সুধিলে, "নামটো? উপন্যাসৰ নামটো?"

"তেনেকৈ ভবা নাই। সংকল্প বুলিয়ে দিমনেকি!" মই দোধোৰ মোধোৰ ভাবে ক'লো।

"ঠিক আছে, সেইটো নামেই ভাল হ'ব। পৃষ্ঠাকেটা লৈ গ'লো, ডিটিপিত দিওঁগৈ। অহা মাহৰ পৰা আপোনাৰ সংকল্প উপন্যাস গৰীয়সীত প্ৰকাশ পাব। থেংক ইউ।" সেইবুলি শইকীয়া পৃষ্ঠা কেটা হাতত লৈ হন্ হন্কৈ ঘৰৰ পৰা ওলাই গ'ল।

গৰীয়সী নাইবা পূৰ্বৰ প্ৰত্যেকখন আলোচনীৰ সম্পাদক হিচাপে চন্দ্ৰপ্ৰসাদ শইকীয়াৰ কাম কৰাৰ ধৰণ বা ৰীতি (Style) সদায় এনেকুৱাই আছিল। তেখেতৰ শুভানুধ্যায়ী সকলোৱে সেইকথা ভালদৰে জানিছিল।

চন্দ্ৰ প্ৰসাদ শইকীয়াৰ নেৰানেপেৰা তাগিদাতে গৰীয়সী আলোচনীত মুঠ বত্ৰিছটা খণ্ডত সংকল্প উপন্যাসখন সম্পূৰ্ণ হৈছিল। তেখেতৰ বিদেহী আত্মাৰ প্ৰতি মই গভীৰ কৃতজ্ঞতাৰে শ্ৰদ্ধাঞ্জলি জনালো।

উপন্যাসখন গৰীয়সীত ছপাৰ ৰূপ দিয়াৰ কামত সহকাৰী সম্পাদক শ্ৰীহৃদয়ানন্দ গগৈ আৰু সম্পাদনা বিভাগৰ শ্ৰীহৰেকৃষ্ণ দাসে মিয়মীয়াকৈ সহায় কৰিছিল। তেওঁলোক দুয়োকে ধন্যবাদ জনালোঁ।

উপন্যাসখন গ্ৰন্থাকাৰত প্ৰকাশ কৰিবলৈ কেবাটিও প্ৰকাশন গোষ্ঠী আগ্ৰহী হৈছিল। পিছে জাৰ্ণাল এম্প'ৰিয়ামে মোৰ আগৰ প্ৰায়কেখন গ্ৰন্থ ছপাইছে। মোৰ সৈতে তেওঁলোকৰ পুৰণি সম্পৰ্ক। সেই দাবীতে তেওঁলোকেই উপন্যাসখন প্ৰকাশ কৰাৰ দায়িত্ব ল'লে। জাৰ্ণাল এম্প'ৰিয়ামৰ স্বত্বাধিকাৰী মোৰ ভাতৃসম শ্ৰীসুৰেন্দ্ৰ চন্দ্ৰ বৈশ্য আৰু তেওঁৰ পুত্ৰ মোৰ অতি মৰমৰ হিমাদ্ৰি বৈশ্যক অশেষ কৃতজ্ঞতা জনালো।

অৰুণ শৰ্মা

# সংকল্প

## প্ৰথম অধ্যায়

গঙ্গা নদীৰ পাৰ।

চেক্ৰিগেলী ঘাট। আছাম-বেংগল এক্সপ্ৰেছ ব্ৰডগজ আহিছে, নদী পাৰ হৈ সিপাৰৰ মণিহাৰী ঘাটত বৈ থকা ৰেলত উঠিবলৈ। এহাল ইংৰাজ দম্পতী : পুৰুষজনৰ বয়স প্ৰায় পাঁচপন্ন, দুই খটৰ কাষৰ চুলি পকিছে। মহিলাগৰাকীৰ বয়স হ'ব চল্লিছ-পঞ্চল্লিছৰ ভিতৰত। মহিলাগৰাকীৰ কোলাত এটা কিচ্‌কিচীয়া ক'লা, নোমাল, বহল কাণ দুখন ওলমি পৰি থকা, স্পেনীয়েল জাতৰ কুকুৰ।

এজন ৰেল বিভাগীয় বিষয়াৰ তত্ত্বাৱধানত চাৰিজন মজদুৰে প্ৰকাণ্ড চুটকেচ ট্ৰাঙ্ক হ'ল্ডঅল আৰু যাৱতীয় বস্তু-বাহানি মূৰত কঢ়িয়াই ঘাটত লাগি থকা ফেৰীৰ পিনে গৈ আছে। পিছে পিছে ইংৰাজ দম্পতী। ফেৰীলৈ নিৰ্দিষ্ট বাটেৰে যাবলৈ হ'লে বহখিনি দূৰ অতিক্ৰম কৰিব লাগে। কিন্তু ইংৰাজ দম্পতীৰ আপত্তি নাথাকিলে শৰ্টকাট কৰি ৰেল লাইনৰ ওপৰেদি পাৰ হৈ সোনকালে যাব পাৰি : ৰেল বিষয়াৰ প্ৰস্তাব।

তিনিটা ট্ৰেক— অৰ্থাৎ ছড়াল চিৰি পাৰ হ'ব লাগিব, ব্ৰডগজৰ লাইন। চিৰিবোৰৰ প্ৰতিডালৰ দুইকাষে ডাঙৰ ডাঙৰ ভঙা শিলৰ টুকুৰা। ইংৰাজ মহিলাৰ ভৰিত চাৰি ইঞ্চি ওখ হিল জোতা। তাতে, কোলাত কুকুৰটো। কান্ধত ওলোমাই থোৱা চামৰাৰ 'লেডীজ' বেগটোৱো প্ৰয়োজনীয় সামগ্ৰীৰে ওজন গধুৰ হৈছে। তেওঁৰ এখন হাত স্বামীগৰাকীয়ে ধৰি আছে অৱশ্যে। স্বামীগৰাকীয়ে অধিক সাৱধানতা ল'ব লগা হৈছে, কাৰণ যিমান উৎসাহেৰে তেওঁ শৰ্টকাট লোৱাত মান্তি হৈছিল, পত্নীৰ তিমান উৎসাহ পৰিলক্ষিত হোৱা নাছিল, বৰং 'দূৰ হ'লেও ভাল বাটেৰেই যোৱা উচিত হ'ব নেকি!' এনে মন্তব্যহে পত্নীয়ে দিছিল। গতিকে এতিয়া বাস্তৱিকেই পত্নীৰ অসুবিধা হোৱা যেন দেখি স্বামীৰ মনত সামান্য অপৰাধবোধ আৰম্ভ হৈছিল।

সেই অপৰাধবোধে চৰম পৰ্যায় লাভ কৰিলে। একেলগে দুটা ঘটনা

ঘটিল ঃ মহিলাগৰাকী কোনো ৰকমে শিলগুটিৰ ওপৰেদি খুটিয়াই খুটিয়াই প্ৰথম দুটা ট্ৰেক পাৰ হৈ তৃতীয়টো ট্ৰেকত ভৰি দিবলৈ যাওঁতেই ট্ৰেকৰ কাষেৰে টানি থোৱা লোহাৰ তাঁৰ এডালৰ তলত ভৰি এখন সোমাই উজুটি খাই প্ৰায় পৰি যাব খুজিলে। স্বামীয়ে সৰ্বশক্তিৰে টান মাৰি পত্নীক ভঙা শিলৰ দ'মৰ ওপৰত মুখ থেঁটালি পৰি ৰক্তাক্ত নোহোৱাকৈ কথমপি ধৰি ৰাখিলে। লগতে দ্বিতীয় গুৰুতৰ যিটো ঘটনা ঘটিল সেইটো হ'ল মহিলাগৰাকী পৰি যাবলৈ ধৰাৰ লগে লগেই অবলীলাক্ৰমেই তেওঁ কোলাত লৈ থকাৰ পৰা কুকুৰটো ওলাই পৰিল আৰু তৎমুহূৰ্ততেই সি ৰেলৰ ট্ৰেকটোৰ ওপৰেদি চিৰি দুডালৰ মাজেৰে দৌৰিবলৈ ধৰিলে। ইংৰাজ দম্পতীয়ে 'চুজান চুজান' বুলি কুকুৰটোৰ নাম ধৰি চিঞৰি মাতিবলৈ ধৰিলে। তিমানেই নহয়। ঘটনাই এক সংকটাবস্থাৰ ৰূপ ল'লে ঃ কুকুৰটো যি মুৱা হৈ দৌৰিছে, তাৰ বিপৰীত পিনৰ পৰা এখন ৰেলগাড়ী তীব্ৰ ধ্বনিৰে উঁকি দি দি আহি আছে। এক চৰম উত্তেজক পৰিস্থিতি! ইংৰাজ দম্পতীয়ে প্ৰাণান্ত হৈ চিঞৰিবলৈ ধৰিলে। তেনেতে হঠাৎ দেখা গ'ল দুজন যুৱক ৰেলৰ চিৰি দুটাৰ দুকাষেদি প্ৰাণটাকি দৌৰিবলৈ ধৰিছে কুকুৰটোক ধৰিবলৈ।

আজিকালি হিন্দী কথাছবিত দেখা দৃশ্যৰ দৰে ঃ আত্মহত্যা কৰাৰ উদ্দেশ্যে চলন্ত ৰেলৰ আগত পৰিবলৈ ধাবিত হোৱা নায়িকাক আসন্ন মৃত্যুৰ পৰা উদ্ধাৰ কৰিবলৈ ক'ৰবাৰ পৰা আচম্বিতে নায়ক আহি একেবাৰে অন্তিম মুহূৰ্তটোত নায়িকাক থাপ মাৰি ধৰি চিৰিৰ বাহিৰলৈ টানি আনি বুকুৰ মাজত সুমুৱাই লোৱাৰ দৰে— যুৱক দুজনে প্ৰায় একে সময়তে একেলগেই কুকুৰটো থাপ মাৰি তুলি ধৰিলে আৰু জাঁপ মাৰি ৰেল-ট্ৰেকৰ পৰা ওলাই আহিল। কুকুৰটো এজন যুৱকৰ কোলাত। ৰেলগাড়ীখন দীঘল উঁকি মাৰি তেওঁলোকৰ কাষেৰে পাৰ হ'ল।

ইতিমধ্যে ইংৰাজ দম্পতীও বেগাই আগুৱাই আহিল। মহিলাগৰাকীয়ে ওখ হিল লগোৱা জোতাযোৰ হাতত লৈ চকচ্ পিন্ধা সুদা ভৰিৰেই প্ৰায় ৰেলৰ স্লিপাৰৰ ওপৰেদি জঁপিয়াই জঁপিয়াই দৌৰি অহাদি আহি যুৱকজনৰ হাতৰ পৰা কুকুৰটো নিজৰ বুকুত সুমুৱাই ল'লে। মানুহগৰাকীয়ে কান্দি কান্দি কুকুৰটোক ইংৰাজীত যি কথাৰে ধমকি দিলে, আদৰ কৰিলে, আৰু কথমপি কুকুৰটোৰ জীৱন ৰক্ষা পৰাৰ বাবে, প্ৰভিডেন্সিয়েল এচকেপৰ বাবে ঈশ্বৰক বাৰে বাৰে ধন্যবাদ দিলে— সেইবোৰ কথা কাষৰ মানুহে একো নুবুজিলে। আৰু নুবুজিলে কি অকথনীয় ভাষাত মহিলাগৰাকীয়ে বেচেৰা স্বামীগৰাকীক গালি শোধালে। কাৰণ, তেৱেঁই নিয়মীয়া ভাল বাটটোৰে ফেৰীলৈ নগৈ এই দুৰ্যোগপূৰ্ণ আহুকলীয়া 'শৰ্টকাট' বাটটোৰে অহাৰ সিদ্ধান্ত লৈছিল। সুদূৰ ইংলণ্ডৰ পৰা যোৱা আঢ়ৈ মাহ

বিৰতিবিহীনভাবে আহি থকা যাত্ৰাপথৰ একাধিক সৰু ডাঙৰ 'ভুল সিদ্ধান্ত'ৰ লগত এই শেষ পৰ্যায়ৰ আৰু এটি 'ভুল সিদ্ধান্তৰ' সংযোজনে স্বামীগৰাকীৰ মনত আকৌ এবাৰ অপৰাধবোধৰ যন্ত্ৰণা দিলে। এৰা, তেওঁৰ সিদ্ধান্তৰ কাৰণেই এইমাত্ৰ সংঘটিত ঘটনাকেইটা হ'বলৈ পালে! তেওঁ গহীন হৈ, নিশ্চুপ হৈ, তললৈ মূৰ কৰি পত্নীৰ পিছে পিছে খোজ দিলে।

আকস্মিক ঘটনাকেইটাত জড়িত হৈ মহিলাগৰাকীৰ মনত যি তীব্ৰ প্ৰতিক্ৰিয়া হৈছিল তাৰ প্ৰকাশভংগী আৰু ভাষাৰ বিষয়ে বাকী মানুহবোৰে যেতিয়া আন্দাজ মাত্ৰহে কৰিব পাৰিছিল তেতিয়া কুকুৰৰ ত্ৰাণকৰ্তা যুৱক দুজনে কিন্তু ইংৰাজ মহিলাৰ সকলো কথা— স্বামীক কৰ্কথনা কৰাকে ধৰি— ভালকৈ বুজিব পাৰিছিল। কাৰণ তেওঁলোক দুয়ো ইংৰাজী ভাষা ভালকৈ জানে : ইংৰাজ অধ্যাপকৰ তলত শিক্ষা গ্ৰহণ কৰি ইংৰাজী 'চাহাবী' উচ্চাৰণৰ সৈতে তেওঁলোক দুয়ো অভ্যস্ত।

যুৱক দুজন এলাহাবাদ বিশ্ববিদ্যালয়ৰ ছাত্ৰ, মাত্ৰ কুৰিদিন পূৰ্বে— এজনে দৰ্শন বিষয়ত স্নাতকোত্তৰ, আৰু আনজনে আইন বিষয়ৰ চূড়ান্ত পৰীক্ষা দি ঘৰলৈ উভতিছে।

যুৱক দুজনক অশেষ ধন্যবাদ জনাই চাহাব-মেম দুয়ো আকৌ ফেৰী জাহাজৰ পিনে খোজ ল'লে। তেওঁলোকৰ আগে আগে চাৰিজন মজদুৰ (কুলী)ৰ মূৰত আৰু কান্ধত প্ৰায় বলে-নোৱৰাকৈ বিভিন্ন ধৰণৰ বাকচ আৰু অন্যান্য সামগ্ৰীৰ বোজা, কাষে কাষে ৰেলৰ বিষয়াজন আৰু পিছত চাহাবে মেমক এহাতে বাহুত ধৰি আৰু এহাতে মেমৰ মূৰৰ ওপৰত ছাতি মেলি গৈছে। মেমে ক্ষন্তেক আগতে মৃত্যুৰ মুখৰ পৰা বাচি অহা কুকুৰটোক কোলাত লৈ মাজে মাজে চুমা খাই খাই অতি সতৰ্কতাৰে আগবাঢ়িছে।

ৰেলৰ লাইন পাৰ হৈ অলপ দূৰ গৈ নদীৰ গড়াৰে তললৈ নামি যাব লাগে। তাৰ পিছৰ পৰা ফেৰী জাহাজ বান্ধি থোৱা ব'টখন পাই গৈ মানে এছোৱা বাট বালিৰ ওপৰেদি যাব লাগে। চাৰি ইঞ্চি ওখ পয়ণ্টেড্ হাইহিলৰ জোতা পিন্ধি মেমৰ খোজ কঢ়াত যথেষ্ট অসুবিধা হৈছে। চাহাবৰ কান্ধত ধৰি ধৰি কোনোৰকমে আগবাঢ়িছে আৰু মাজে মাজে বিৰক্তি, অসন্তুষ্টি আৰু খঙত একোবাৰ ভগৱানক নাইবা একোবাৰ চয়তানক স্মৰণ কৰি দুই-এটা শব্দ প্ৰকাশ কৰিছে।

মেম চাহাবৰ পিছে পিছে মেমৰ বিপৰ্যয়ৰ প্ৰতি সহানুভূতি সহকাৰে, সপ্ৰতিভভাৱে দুই যুৱক, প্ৰসন্ন কুমাৰ আৰু সৌমাৰেন্দ্ৰ। কুলীৰ মূৰত ট্ৰাঙ্ক আৰু হ'ল্ডঅলৰ বোজা তুলি দি তেওঁলোকো ধীৰে ধীৰে খোজ লৈছে।

তেওঁলোক মেম চাহাবক চেৰাই আগুৱাই গুচি যাব খোজা নাই— বিনয় প্ৰদৰ্শনেৰে পিছে পিছে খোজ লৈছে। ফেৰী জাহাজ এৰিবলৈ হাতত যথেষ্ট সময় আছে।

অৱশেষত অজস্ৰ ৰেলযাত্ৰীৰ সৈতে চাহাব দম্পতী ফেৰী জাহাজত অৱতীৰ্ণ হ'লগৈ। চাৰিওপিনে যাত্ৰীৰ ভিৰ। চিঞৰ-বাখৰ। হুলস্থুল। চাহাব দম্পতী বস্তু-বাহানি কুকুৰ সমেত জাহাজৰ ওপৰ ডেকলৈ উঠি গ'ল। সৌমাৰ আৰু প্ৰসন্ন দুয়ো তলতেই কুলীৰ মূৰৰ পৰা বাকচ-হ'ল্ডঅল নমাই, কুলীক পা-পইচা দি বিদায় দিলে আৰু নিজ নিজ হ'ল্ডঅলৰ ওপৰতে বহি ললে। আচলতে তেওঁলোক দুয়োৰে ইণ্টাৰ শ্ৰেণীৰ টিকট আছিল, আৰু সেই টিকটেৰে তেওঁলোক দুয়ো জাহাজৰ ওপৰ-ডেকৰ পিছপিনে নিৰ্দিষ্টকৈ বেৰা দি ৰখা এটুকুৰা সংৰক্ষিত ঠাইত বহিব পাৰিলেহেঁতেন। তাত ইণ্টাৰ শ্ৰেণীৰ যাত্ৰীৰ কাৰণে সুকীয়া কাঠৰ বেঞ্চ ৰখা আছে। কিন্তু পঞ্চলিছ মিনিটমান সময়হে জাহাজত যাব লাগিব। সেইখিনি সময় তলৰ ডেকতে কটাই দিয়াৰ সিদ্ধান্ত লৈ দুয়ো তলতে বহিল।

কিছু সময় পিছত 'বুট'ৰ পৰা এৰাই, ভোঁ ভোঁ হুচেইল বজাই ফেৰী জাহাজখন গংগাৰ বুকুলৈ আগুৱাই গৈ নদীৰ সোঁতৰ বিপৰীতে উজাবলৈ ধৰিলে। দুই বন্ধুৰ মুখত বিশেষ কথা নাই, নদীৰ বুকুৰ ফিৰফিৰীয়া বতাহত দেহ-মন জুৰ পেলাই, দুকাষৰ পানীৰ ঢৌ আৰু নিলগৰ পাৰ দুটাৰ বন-বিৰিখলৈ চাই দুয়ো যেন আত্মমগ্ন হৈ আছে ঃ পৰীক্ষাৰ অন্তত তেওঁলোক গুৱাহাটীলৈ অহাৰ পথত কলিকতালৈ আহিছিল, তাত পোন্ধৰ দিন থাকি কলিকতা মহানগৰ পৰিভ্ৰমণ কৰাৰ মানসেৰে। উত্তৰ কলিকতাৰ ইণ্ডিয়া হোটেলৰ দুজনীয়া কোঠা এটাত থকাৰ বন্দবস্ত কৰিলে। বৰ চমকপ্ৰদক আৰু উত্তেজনাদায়ক সময়ৰ মাজেৰে তেওঁলোকৰ দিনকেটা পাৰ হ'ল। ট্ৰামত উঠিল, চৌৰংগী আৰু পাৰ্ক ষ্ট্ৰীটত ঘূৰিল, ধাকুৰীয়া লে'ক— ভিক্টোৰিয়া মেমৰিলেয়, হৰ্চ ৰেচ, ইডেন গাৰ্ডেন চালে, ষ্টাৰ থিয়েটাৰত নটী বিনোদিনী আৰু শিশিৰ ভাদুৰী অভিনীত, আৰু দ্বিজেন্দ্ৰলাল ৰয় ৰচিত নাটক চালে, টম্‌টম্ গাড়ীত উঠি বেলুৰ মঠ, ডায়মণ্ড হাৰ্বাৰ, হাওৰা ব্ৰীজ আৰু বিশ্ববিদ্যালয়ৰ চৌহদত ঘূৰি কফি হাউচৰ আড্ডা শুনিলে, কলেজ ষ্ট্ৰীটত পুৰণা কিতাপ কিনিলে, ইম্পেৰিয়েল লাইব্ৰেৰীত সোমাল, জোৰাসাঁকোলৈ গৈ ৰবীন্দ্ৰনাথ ঠাকুৰৰ পকী দালান চালে, আৰু গুৱাহাটীলৈ ৰাওনা হোৱাৰ আগদিনা ৬৮ নং আৰ্মহাৰ্ট ষ্ট্ৰীটৰ 'জোনাকী'ৰ সাহিত্যিককেজনৰ সৈতে সাক্ষাৎ কৰিলে।

যুৱক দুজন একে বয়সৰ— দেখিলেই বুজা যায়। দুয়ো অতি অন্তৰংগ

বন্ধু। অমিলৰ ভিতৰত হৈছে দুয়োৰে পিন্ধা সাজ দুটা। ক্ষীণকায়, দীৰ্ঘদেহীজনে পিন্ধিছে ধুতী, কামিজ আৰু ভৰিত মোজসহ ব্ৰাউন পামচু, দ্বিতীয়জন অলপ চাপৰ, থোলোকা। পিন্ধিছে গালিচ লগোৱা টুইডৰ লংপেণ্ট আৰু মানচেষ্টাৰৰ মিলৰ বগা পপ্লিনৰ ডাঠ কলাৰৰ লংচাৰ্ট, ভৰিত ক'লা শু, ক'লা মোজা। ধুতী-পিন্ধা প্ৰথমজনৰ নাম প্ৰসন্ন কুমাৰ সোণোৱাল, আৰু লংপেণ্ট পিন্ধা দ্বিতীয়জনৰ নাম সৌমাৰেন্দ্ৰ দত্ত।

প্ৰসন্ন আৰু সৌমাৰ দুয়ো অলপ আগতে ইংৰাজ মহিলাৰ কুকুৰৰ জীৱন ৰক্ষাৰ এড্‌ভাঞ্চাৰ, নাইবা যোৱা পোন্ধৰ দিনে কলিকতাৰ বৈচিত্ৰ্যময় মন-উত্তেজক অভিজ্ঞতাবোৰ, নাইবা পঢ়া সাং কৰি এৰি অহা এলাহাবাদৰ বিগত সুদীৰ্ঘ বছৰকেটাৰ স্মৃতি বীক্ষণ, নাইবা ঘৰলৈ উভতি গৈ কেনেকৈ ঘৰ পায়েই এক আনন্দমুখৰ পৰিবেশত সোমাই পৰিব, নাইবা অধ্যয়ন জীৱনৰ সামৰণিৰ পিছত ভৱিষ্যৎ জীৱন কিদৰে গঢ়ি উঠিব ইত্যাদি ইত্যাদি নানা ধৰণৰ ভাবনাত তন্ময় হৈ পৰিল দুয়ো।

এনেতে, ইংৰাজ-দম্পতীক সোধ-পোছ কৰা আৰু ট্ৰেলশ্বিপমেণ্টত সহায় কৰাৰ দায়িত্বত থকা বেল বিষয়াজন আহি দুই বন্ধুৰ কাষত থিয় দিলেহি।

বেল-বিষয়াজনে দুই বন্ধুক মাত লগালে, বংগীয় ইংৰাজী ভাষাত—
'হেল্ল ইয়ং জেণ্টেলমেন।'

দুই বন্ধুয়ে হ'ন্ডঅলত বহি থকাৰে পৰা মুৰ দাঙি বেল-বিষয়াজনলৈ চালে। মানুহজনে আকৌ ক'লে, "মিষ্টাৰ এণ্ড মিচেচ ব্ৰাউন, আৰ অন দি আপাৰ ডেক। মিষ্টাৰ ফিলিপ ব্ৰাউন, মেনেজাৰ মাজুলীগড় টি গাৰ্ডেন উইল বি প্লীজড্ টু মিট ইউ ব'থ ছাৰ। হি আচ্‌কড মি টু এচকৰ্ট ইউ ব'থ নিয়াৰ হিম ফৰ টক। উইল ইউ ভেৰি কাইন্দলী অৱলাইজ মি গয়িং উইথ মি টু দি আপাৰ ডেক।"

দুই বন্ধুৱে দুয়োৰে চকুলৈ চোৱা-চুই কৰিলে। বেল-বিষয়াৰ অতি সৌজন্যমূলক ইংৰাজী ভাষাই তেওঁলোকক আমোদ দিলে। লগতে ইংৰাজ দম্পতীয়ে তেওঁলোকক লগ পাবলৈ বিচৰা কথাটোৱে কিছু ঔৎসুক্যৰ সৃষ্টি কৰিলে। বিলম্ব নকৰি দুয়ো কিছু শংকা কিছু দ্বিধা মনত লৈ, কাষৰেৰাজস্থানী মানুহ এজনক তেওঁলোকৰ বস্তু-বাহানিবিনিত চকু ৰাখিবলৈ কৈ, দুই বন্ধু বেল-বিষয়াজনৰ পিছে পিছে জাহাজৰ ঠেক খট্‌খটিয়েদি ওপৰৰ ডেকলৈ উঠি গ'ল। তেওঁলোকক ডেকৰ সমুখভাগত মুকলি বহল ঠাই ডোখৰৰ পিনে লৈ যোৱা হ'ল। তাত কেখনমান ঘূৰণীয়া মেজৰ প্ৰত্যেকখনৰে চাৰি কাষে চাৰিখনকৈ মেহগনি কাঠৰ চকী পাৰি থোৱা আছে। তাৰে এখন মেজৰ কাষত মিষ্টাৰ

ব্ৰাউন বহি আছে। সমুখত চক্‌চকীয়া বগা টেবল্ ক্লথ পাৰি থোৱা মেজত এবটল বিয়াৰ আৰু এবটল জীন। বিয়াৰৰ ডাঙৰ মাগ এটা হাতত লৈ মিষ্টাৰ ব্ৰাউন বহি আছে, আৰু শ্ৰীমতী ব্ৰাউন জাহাজৰ একেবাৰে মূৰত ৰেলিঙত ধৰি হাতত জীন আৰু লাইমৰ গিলাচ এটা লৈ থিয় হৈ নদীৰ সমুখলৈ চাই আছে। চেঁচা ফিৰ্‌ফিৰীয়া বতাহে তেওঁৰ সোণালী-ব্ল'ন্দ চুলিবোৰ উৰুৱাই আছে। জাহাজ তেতিয়া নদীৰ প্ৰায় মাজেৰে উজনি গতিত সোঁসোঁৱাই আগবাঢ়িছে। বাৰিষাৰ বহল নদী। জাহাজৰ দুয়োপিনে পানী। দুয়োপাৰে দূৰত সুদৃশ্য গছ-গছনি আৰু মাজে মাজে দেখা গাঁৱৰ জুপুৰি ঘৰবোৰলৈ চাই শ্ৰীমতী ব্ৰাউনে মনত পুলক অনুভৱ কৰিছে। মুঠতে অলপ আগতে ৰেলগাড়ীৰ পৰা ফেৰীঘাটলৈকে অহা বাটছোৱাত হাৰাশাস্তি হোৱা তিক্ত অভিজ্ঞতাৰ চাপ প্ৰশমিত হৈ মনটো মুকলি হৈ পৰিছে। চুজান (কুকুৰটোৰ নাম) তেওঁৰ ভৰিৰ কাষত 'ত'ৰ আকৃতি লৈ নিঃপালী গৈছে। ভৰিৰ কলাফুললৈকে দীঘল গাঢ় নীলা ফ্ৰক এটা পিন্ধিছে তেওঁ। ডিঙিত মেৰিয়াই গাঁঠি দি এখন চিল্কৰ ফুলাম স্কাৰ্ফ। ভৰিত হাইহিল জোতাযোৰ নাই, সেন্দুৰীয়া পতাখনেৰে শুদা ভৰিৰে আছে।

হঠাৎ চুজানে ভুক্‌ভুককৈ শ্ৰীমতী ব্ৰাউনৰ ভৰিৰ ওচৰৰ পৰা বিপৰীত পিনে দৌৰি গ'ল। শ্ৰীব্ৰাউনে মূৰ দাঙি আৰু শ্ৰীমতী ব্ৰাউনে মূৰ ঘূৰাই চাই দেখা পায় নাতিদূৰত থিয় হৈ যুৱক দুজন— আৰু চুজানে দুয়োৰে গাত জঁপিয়াবলৈ ধৰিছে। যুৱক দুজনৰ একাষত থিয় হৈ ৰেল-বিষয়াজন।

ব্ৰাউন দম্পতীয়ে— "চুজান চুজান" বুলি চিঞৰি কুকুৰটোক ধমক দিলে, চুজান উভতি আহি মিছেছ ব্ৰাউনৰ কোলাত উঠিলহি। মিষ্টাৰ ব্ৰাউনে থিয় হৈ আগুৱাই গৈ যুৱক দুজনক আদৰি আনিলে আৰু তেওঁৰ টেবুলখনৰ কাষৰ চকীতে দুয়োকো বহিবলৈ অনুৰোধ কৰিলে। দুয়ো আসন গ্ৰহণ কৰিলে। ইতিমধ্যে মিছেছ ব্ৰাউনেও মিচিকিয়া হাঁহি এটা মাৰি দূৰৰ পৰাই হেল্লো বুলি কৈ জীনৰ গিলাচত ওঁঠ লগালে আৰু সমুখৰ নদীৰ বোৱতী পানীলৈ চাই ৰ'ল।

বিয়েৰ জীন নাইবা তেনে জাতীয় পানীয় গ্ৰহণ কৰাৰ অভ্যাস নাই বুলি জনাত যুৱক দুজনক চাহেৰে আপ্যায়িত কৰিবলৈ কোৱা হ'ল কেটাৰাৰ উৰ্দী পিন্ধা বয়ক।

চাহাবৰ সমুখত বিয়েৰৰ প্ৰকাণ্ড মাগ এটা আৰু যুৱক দুজনৰ সমুখত ধোঁৱা উৰি থকা চাহৰ কাপ লৈ তেওঁলোক তিনিওৰ মাজত যিখিনি কথা-বতৰা হ'ল তাৰ মাজেৰে তেওঁলোক তিনিওৰে পৰিচয়ৰ কিছু বিশদ তথ্য প্ৰকাশ পালে :

যুৱক দুজনৰ প্ৰথমজন, অৰ্থাৎ ধুতী-কামিজ-কোট পিন্ধা প্ৰসন্নকুমাৰ

সোণোৱালৰ ঘৰ উত্তৰপাৰৰ মাজুলীগড় অঞ্চলৰ এখন পিছপৰা গাঁও দেহাপথাৰত। দেউতাক গাঁওবুঢ়া। সেই সূত্ৰে তৃণমূল পৰ্যায়ত ৰজাঘৰীয়া সম্পৰ্ক এটা আছে। বিশেষকৈ দেহাপুখুৰী মৌজাৰ মৌজাদাৰৰ সৈতে গাঁওবুঢ়াৰ ওচৰ সম্পৰ্ক। মাটিৰ হাকিম— অৰ্থাৎ চৰ ডেপুটি কালেক্টৰ মাজে মাজে মৌজাদাৰৰ বঙলালৈ আহে। গাঁওবুঢ়াক সেই খবৰ আগতীয়াকৈ থাকে, আৰু সেই অনুসৰি হাকিমক সেৱা জনাবলৈ বঙলাৰ মেলঘৰত আগতেই গৈ বহি থাকেগৈ। এইখিনি ৰজাঘৰীয়া সম্পৰ্কই গাঁওবুঢ়াক তেনেকৈ একো সহায় নকৰিলেও এদিন এটা বিশেষ স্বাৰ্থত সেই সম্পৰ্কই সহায় কৰিলে। সেইটো হৈছে, তেওঁৰ একেটি পুতেক প্ৰসন্নৰ পঢ়াশালীয়া শিক্ষাৰ পৰা আৰম্ভ কৰি উচ্চ শিক্ষালৈকে বিভিন্ন সময়ত বিভিন্ন প্ৰয়োজনত মৌজাদাৰ নাইবা এচ. ডি. চি.সকলৰ দিহা-পৰামৰ্শ আৰু সাহায্য লাভ। সৰুৰে পৰা মেধাবী ছাত্ৰ হোৱা বাবে, বৃত্তিৰ পইচাৰ লগতে ঘৰৰ যি সামান্য সহায় তাৰে সৈতে টানিমুনি এম. এ. পঢ়ালৈকে খৰচখিনি যোগাৰ কৰি তেওঁ পঢ়া সাং কৰিলে। এতিয়া জৰুৰীভাবে কিবা এটা সংস্থান যোগাৰ কৰিব লাগিব।

দ্বিতীয়জন যুৱক সৌমাৰেন্দ্ৰ দত্তৰ গুৱাহাটীত ঘৰ। যথেষ্ট প্ৰতিপত্তি থকা, চৰকাৰী বিষয়-বাব খিতাপ ভোগ কৰা এটা বৃহৎ পৰিয়ালত জন্ম। দেউতাক সম্প্ৰতি পুলিচৰ ডি.এচ.পি.। ইংৰাজৰ দিনৰ আৰক্ষী বিভাগৰ বিষয়া— যথেষ্ট প্ৰতাপ। দেউতাকৰ ইচ্ছা সৌম্যক ডাঙৰ উকীল হ'বলৈ দিব। পাৰিলে আগলৈ কলিকতাৰ হাইকৰ্ট নাইবা দিল্লীৰ চুপ্ৰিম কৰ্টত প্ৰেকটিচ্‌ কৰিবলৈ পঠিয়াব। সৰুৰে পৰা মেধাবী ছাত্ৰ সৌম্যৰ পঢ়া-শুনা সম্পৰ্কত কেতিয়াও একো অসুবিধা হোৱা নাই। স্বচ্ছল আৰ্থিক অৱস্থা। ঘৰৰ অৱস্থা ভাল যেতিয়া 'ওকালতিত' ভালদৰে স্থিতি লোৱালৈকে বিশেষ চিন্তা নাই।

টেবুলখনৰ তৃতীয়জন ব্যক্তি মিঃ ডেনিয়েল ব্ৰাউন উজনি অসমৰ মাজুলীগড় চাহ বাগিচাৰ জ্যেষ্ঠ মেনেজাৰ। অসমত ইতিমধ্যে প্ৰায় বিশ বছৰৰো ওপৰকাল অতিবাহিত হৈছে। এইখন তেওঁৰ তৃতীয় চাহ বাগিচা। তেওঁৰ বিয়া হোৱা প্ৰায় তেৰ বছৰ হ'ল। একমাত্ৰ কন্যা সন্তান এমিলি ইংলণ্ডত, য়ৰ্কশ্বায়াৰত, হাইস্কুলত পঢ়ি আছে। পৰিবাৰ ইউজীন ব্ৰাউন বেছিভাগ ইংলণ্ডতে থাকে। মাজে মাজে মাত্ৰ অসমলৈ আহে, স্বামীক সংগ দান কৰিবলৈ। ইয়াত থাকি তেওঁ বৰ আমনি পায়— যদিও ইয়াত মহাৰাণীৰ হালত থকাৰ সকলো ব্যৱস্থা আছে। ডেনীয়েলৰ সৈতে তেওঁৰ বয়সৰো পাৰ্থক্যটোও সাধাৰণতে যিমান হোৱা উচিত তাতকৈ বেছি। ডেনীয়েলৰ দেউতাকো এটা বিখ্যাত বৃটিছ কোম্পানীৰ

চাহ বাগিচাত কাম কৰিছিল। দৰাচলতে ডেনীয়েলৰ দেউতাক এডোৱাৰ্ড ব্ৰাউন আছিল উজনি অসমৰ অটব্য হাবিয়নী ভাঙি চাহ বাগিচা পতা কেইজনমান দুঃসাহসী ইংৰাজ যুৱকৰ এজন। সেয়া দীঘলীয়া কাহিনী। পিছত সময় সুবিধামতে ডেনীয়েলে সৌমাৰ আৰু প্ৰসন্নক ক'ব পাৰিব। ফেৰী পাৰ হোৱা এই পঞ্চলিছ মিনিট সময়ত শেষ নহ'ব। তাৰ বাবে ডেনীয়েলৰ চাহ বাগিচাৰ বাংলোলৈ দুয়োলৈকে নিমন্ত্ৰণ থাকিল। আৰু এটা কথা ডেনীয়েল চাহাবে সৌমাৰ আৰু প্ৰসন্নক জনাই থ'লে ঃ অসমৰ তেতিয়াৰ ৰাজধানী শ্বিলঙত ভালেকেইজন মুখাফুটা ইংৰাজ বিষয়া তেওঁৰ ব্যক্তিগত বন্ধু। চাকৰিকে ধৰি যিকোনো প্ৰয়োজনতে সেই বিষয়াসকলৰ কাৰোবাৰ ওচৰলৈ যাব লগা হ'লে ডেনীয়েল চাহাবে তৎপৰভাৱে সহায় কৰিব পাৰিব। অলপো সংকোচ নকৰাকৈ সৌমাৰ বা প্ৰসন্নই ডেনীয়েলক জনালেই হ'ল। ডেনীয়েলে আৰু এটা কাম কৰিলে ঃ জেপৰ পৰা এখন সৰু নোটবুক উলিয়াই তাত সৌমাৰ আৰু প্ৰসন্ন দুয়োৰে ঘৰৰ ঠিকনা দুটা লিখি ৰাখিলে।

ইতিমধ্যে, ফেৰী জাহাজ ইপাৰৰ ঘাটৰ পিনে চাপিবলৈ ধৰিলে। সৌমাৰ আৰু প্ৰসন্নই ডেনীয়েল চাহাবক কৰমৰ্দন কৰি বিদায় লৈ তলৰ ডেকলৈ যাবলৈ ওলাল। মিচেচ্ ব্ৰাউনেও আকৌ হাঁহি এটা মাৰি, বাওঁহাতখন সামান্য ওপৰলৈ তুলি আঙুলিকেটা জোকাৰি 'বাই' বুলি বিদায় জনালে। চুজানেও দুবাৰ ভুক ভুক কৰি বিদায় সম্ভাষণ জনালে।

ফেৰীজাহাজ 'হুউ হুউকৈ' হুইচেল মাৰি ইপাৰৰ মণিহাৰী ঘাটৰ ব'টৰ ওচৰ চাপিল। ঘাটৰ কিছু দূৰতে মিটাৰগজৰ দীঘলীয়া ৰেলগাড়ীখন খালি দবাবোৰেৰে বৈ আছে, ফেৰীৰ পৰা পেচেঞ্জাৰ নামি গৈ তাত উঠিবগৈ। ব্ৰডগজৰ ৰেলখনৰ ডাঙৰ বহল দবাবোৰৰ পৰা আহি তাৰ তুলনাত সমুখৰ মিটাৰ গজৰ ৰেলখনৰ দবাবোৰ বৰ সৰু সৰু লাগিল।

ফেৰীৰ পেচেঞ্জাৰৰ মাজত কাণ তাল মৰা হাই-উৰুমি আৰম্ভ হ'ল। নিজ নিজ বস্তু-বাহানি নিজে নাইবা কুলিৰ মূৰত তুলি হৈ-চৈকৈ জাহাজৰ পৰা নামি বেগাই গৈ ৰেলৰ খালি ডবাত কোনে আগেয়ে গৈ ভাল আসন ল'বগৈ পাৰে তাৰ বাবে প্ৰাণান্ত হৈ পৰিল। বহুতে থৰকাচুতি এৰি দৌৰিবলৈ ধৰিলে। তেতিয়াৰ দিনত তিনিটা শ্ৰেণীৰ দবা আছিল ঃ প্ৰথম, ইন্টাৰ আৰু তৃতীয় শ্ৰেণী। আজিকালিৰ দৰে ৰিজাৰ্ভ আসনৰ প্ৰথা নাছিল। ইন্টাৰ শ্ৰেণীৰ ভাড়া তৃতীয় শ্ৰেণীতকৈ অলপ বেছি, আৰু ভিৰ কম থাকে।

সৌমাৰ আৰু প্ৰসন্নৰ টিকেট আছিল ইন্টাৰ ক্লাছৰ। এওঁলোক দুয়োৰে

ৰেল ভ্ৰমণত টিকেট কৰা লৈ এটা আমোদজনক কাণ্ড আছে। এওঁলোকৰ যদি অকলশৰে কোনোবা এজন ৰেল ভ্ৰমণ কৰিব লগা হয় তেতিয়াহ'লে তেওঁৰ বন্দবস্ত সুকীয়া। অৰ্থাৎ সৌমাৰ অকলে ৰেলত ভ্ৰমণ কৰিলে প্ৰথম শ্ৰেণীত, আৰু প্ৰসন্ন অকলে ভ্ৰমণ কৰিলে সদায় তৃতীয় শ্ৰেণীত টিকেট লয়। কিন্তু এওঁলোক দুয়ো একেলগে ভ্ৰমণ কৰিলে সদায় ইণ্টাৰ ক্লাছৰ টিকেট লয়।

মণিহাৰীঘাটত ৰেলত উঠিবলৈ আহি সৌমাৰ আৰু প্ৰসন্নই দেখা পালে সেইদিনা ইণ্টাৰ ক্লাছৰ দবাটো কিবা বিসংগতিৰ কাৰণত ৰেলত লগোৱা নাই। ৰেলগাড়ীখনৰ ইমূৰৰ পৰা সিমূৰলৈ খোজকাঢ়ি দবাটো নাপাই কি কৰিব চিন্তা কৰিলে দুয়ো। ইপিনে কুলীৰ মূৰত ট্ৰাঙ্ক হ'ল্ডঅল, পেচেঞ্জাৰৰ দৌৰাদৌৰি হৈ হাল্লা। ইতিমধ্যে তৃতীয় শ্ৰেণীৰ দবাত মানুহ ঠাহ খাই সোমাইছে। সৌমাৰে সেইকেটা ডবাত সোমোৱাৰ কথা কল্পনাই কৰিব নোৱাৰে। প্ৰসন্নৰ অৱশ্যে তেনেকুৱা ঠেলা-হেঁচাত যোৱাৰ অভ্যাস আছে। আজিও তেওঁ তাতেই সোমাই দিলেহেঁতেন। কুলীজনৰ পৰা জানিলে আজি ইণ্টাৰ ক্লাছৰ দবাটো মেৰামতি হৈছে। মাত্ৰ ফাৰ্ষ্ট ক্লাছৰ এটা কূপে আৰু এটা চাৰিজনীয়া দবা আছে। কূপেটোত মেমচাহাব সোমাইছে আৰু ইটো ডবাত বাৰ্থ খালী আছেনে নাই! তাৰ উপৰি ইণ্টাৰ ক্লাছৰ টিকেটেৰে ফাৰ্ষ্ট ক্লাছত সোমোৱাটো নিয়ম-বহিৰ্ভূত হ'ব বুলি চিন্তা কৰি প্ৰসন্নই কেৰোঘেঁহো কৰিলে। তেওঁৰ ফাৰ্ষ্ট ক্লাছত যোৱাৰ অভ্যাসো নাই। অৱশ্যে ইণ্টাৰ ক্লাছৰ দবাটো দিয়া নাই যেতিয়া তেওঁলোকে ফাৰ্ষ্ট ক্লাছত চেষ্টা কৰি চাব পাৰে, দৰকাৰ হ'লে ওপৰঞ্চি ভাড়াখিনি দি দিব।

এইবোৰ গুণাগঁথা কৰি থাকোঁতেই হঠাৎ দেখিলে ব্ৰাউন চাহাবক তদাৰক কৰা ৰেলৰ বিষয়াজন তেওঁলোকৰ পিনে আহিছে, চাহাবে তেওঁক পঠাই দিছে যুৱক দুজনৰ ৰেলত উঠাৰ কাম নিয়াৰিকৈ সম্পন্ন হৈছেনে নাই, এবাৰ খবৰ কৰিবলৈ। ৰেল বিষয়াজনক দেখা পায়েই সৌমাৰহঁতৰ সমস্যা সমাধানৰ বাট মুকলি হ'ল বুলি যেন সকাহ পালে।

বিষয়াজনে লগে লগে দুয়োকো প্ৰথম শ্ৰেণীৰ ডবাটোৰ পিনে লৈ গ'ল। ডবাটোত এটা বাৰ্থ খালী আছিল। গতিকে তাতেই সদ্যহতে দুয়োজনৰ বহাৰ ব্যৱস্থা হ'ল। এটা বাৰ্থ জলপাইগুৰিত খালী হ'ব। গতিকে ৰাতি দুয়ো দুটা বাৰ্থত শুবও পাৰিব। বিষয়াজনে টিকেট চেকাৰজনক লগ ধৰি বন্দবস্তটো পকা কৰি দিলে, আৰু যাতে ওপৰঞ্চি ভাড়া নলয় সেই ব্যৱস্থাও কৰি দিলে।

ৰেলগাড়ী চলাৰ কিছু সময় পিছত কোনোবা এটা ষ্টেচনত এজন উৰ্দী পিন্ধা বাট্‌লাৰে এখন ট্ৰেত বগা ঢকঢকীয়া কাপোৰেৰে ঢাকি কিবা বস্তু লৈ

সৌমাৰহঁতৰ ডবাত সোমালহি। তেওঁৰ কান্ধত ওলোমাই এটা ফ্লাস্ক বাট্‌লাৰজনে ইংৰাজীত সৌমাৰ, প্ৰসন্ন' নাম দুটা লিখা এটুকুৰা কাগজ দেখুৱালেহি। সৌমাৰে তেওঁলোকেই বুলি কোৱাত বাট্‌লাৰজনে তেওঁলোকৰ ওচৰতে ট্ৰেখন আৰু ফ্লাস্কটো নমাই থৈ বঙালীতে ক'লে ঃ "আপনাদেৰ জন্য কিছু খাবাৰ পাঠিয়েছে সাম্‌নেৰ ফাৰ্ষ্ট ক্লাচ কম্পাৰ্টমেণ্টেৰ মেমচাহেব। আমি এখানে ৰেখে দিয়েছি। পৰে কোনো ষ্টেচনে ফ্লাস্ক আৰু ট্ৰে'টা নিয়ে যাব।"

বাট্‌লাৰ যোৱাৰ পিছত সৌমাৰহঁতে কাপোৰৰ ঢাকনীখন গুচাই দেখে ট্ৰেত দুযোৰ কাপ-প্লেট, দুখন কোৱাটাৰ প্লেট, দামী চামুচ আৰু নানাবিধ পেষ্ট্ৰি কেক, বিস্কুট, কাজু আৰু খিচ্‌মিচ্‌। দুই বন্ধুৱে কিছু সময় পৰস্পৰ দুয়োৰে চকুলৈ চাই ৰ'ল। তাৰ পিছত আনন্দমনে আৰু অতি তৃপ্তিৰে দুয়ো মেমচাব, অৰ্থাৎ মিচেচ ইউজীন ব্ৰাউনে পঠিওৱা 'খাবাৰ' আৰু ফ্লাস্কৰ চাহ খোৱাত ব্যস্ত হৈ পৰিল। খোৱাৰ বস্তু যথেষ্ট বেছি পৰিমাণে দিয়া বাবে ডবাটোৰ আন তিনিজন যাত্ৰীকো তাৰ ভাগ ল'বলৈ দিলে। কলিকতাৰ Flury's নাইবা Cathelineৰ কেক্‌-পেষ্ট্ৰি --- কোনেও সহজে লোভ সামৰিব নোৱাৰে।

বৃটিছ কোম্পানীৰ চাহ বাগিচাৰ মেনেজাৰৰ নিৰ্দেশত ৰেল বিষয়াই তদাৰক কৰিবলৈ অহা, তাৰ পিছত মেনেজাৰ পত্নীয়ে বিশেষ আদৰ-সাদৰ কৰি বাট্‌লাৰযোগে চাহ-জলপান পঠোৱা ইত্যাদি ঘটনাই ডবাটোৰ বাকী যাত্ৰীকেজনৰ কাৰণে সৌমাৰ আৰু প্ৰসন্নৰ প্ৰতি এক বিশেষ আকৰ্ষণ আৰু মৰ্যাদাৰ সৃষ্টি কৰিলে। যুৱক দুজনৰ বিষয়ে ভালকৈ জনাৰ প্ৰতি তেওঁলোকৰ বিশেষ আগ্ৰহ দেখা গ'ল। তাৰে ভিতৰত এজন যি গুৱাহাটী চেচন কৰ্টৰ জ্যেষ্ঠ অধিবক্তা আৰু সৌমাৰৰ দেউতাকক ভালদৰে চিনি পায়— তেওঁৰ সৌমাৰৰ সকলো ধৰণৰ খবৰৰ বিষয়ে আগ্ৰহী হোৱা দেখা গ'ল। আনিক কথা প্ৰসংগত্ৰ, তেখেতে জনালে, সৌমাৰে পৰীক্ষাৰ খবৰ ওলোৱাৰ পিছত গুৱাহাটীত ওকালতি আৰম্ভ কৰাৰ কথা ভাবিলে তেওঁ প্ৰাৰম্ভিক সহায় আগবঢ়াব পাৰে, তেওঁৰ কনিষ্ঠ হৈ প্ৰেকটিছ আৰম্ভ কৰিব পাৰে। অধিবক্তাগৰাকীৰ নাম শ্ৰীসুদৰ্শন চৌধুৰী, যাৰ নাম সৌমাৰে গুৱাহাটীত আগেয়েই শুনিছে, নাম কৰা এজন উকীল বুলি জানিছিল। নামে-মানুহে এতিয়া পৰিচয় হ'ল। সৌমাৰে আৰু জানিব পাৰিলে গুৱাহাটী চেছন আদালতৰ অধিবক্তা হ'লেও প্ৰায়েই অসমৰ কেচ লৈ তেওঁ কলিকতা উচ্চ ন্যায়ালয়তো ওকালতি কৰেগৈ, উচ্চ ন্যায়ালয়েতো তেওঁৰ নাম পঞ্জীভুক্ত কৰা আছে। তেতিয়া গুৱাহাটীত উচ্চ ন্যায়ালয় হোৱা নাছিল। অসমৰ কাম কলিকতা উচ্চ ন্যায়ালয়তে হৈছিল। ভৱিষ্যতে মানুহজন হয়তো সহায়ত

আহিব, এনে এটা আশাৰ গুটি সৌমাৰে মনত থৈ দিলে। অধিবক্তা চৌধুৰীৰো মনত সৌমাৰক লৈ বিজুলীৰ ৰেখাৰ দৰে দুটামান ভাবে চমক লগাই থ'লে।

দ্বিতীয় এজন যাত্ৰী, দক্ষিণ ভাৰতৰ, তামিলীয়ান ব্যক্তি, তেতিয়াৰ দিনত সকলোৱে মাদ্ৰাজী বুলি জানিছিল। কপালত এলেপ বগা চন্দনৰ ৰেখা। ডাবাত আস্থান লৈয়েই পেণ্ট-কোট খুলি বেঙুনীয়া পাৰি থকা বগা ধুতী নাইবা লুঙী জাতীয় কাপোৰ এখন কঁকাকলত মেৰিয়াই পিন্ধি ল'লে। তেওঁ এটা প্ৰকাণ্ড ফাইল উলিয়াই বহু সময় ধৰি ফাইলৰ কাগজবোৰ পঢ়াত ব্যস্ত থাকিল। তেওঁ ভাৰতীয় ৰেলৰ উচ্চপদস্থ ইঞ্জিনীয়াৰ বিষয়া, কিবা এটা অনুসন্ধানৰ কামত গুৱাহাটী আৰু শ্বিলঙলৈ আহিছে। নাম এম. এন. ডি. সুব্ৰামণিয়ন। ফাইলৰ কাগজ পঢ়া শেষ হলত, তেওঁ শ্ৰীচৌধুৰীক নিৰ্বাচন কৰি ল'লে কথাৰ সংগী হিচাপে। কথাৰ দুই-তৃতীয়াংশ তেওঁৰ বক্তব্য আৰু সেই বক্তব্যৰে সমৰ্থনত এক-তৃতীয়াংশ শ্ৰীচৌধুৰীয়ে আগবঢ়ালে। তামিলয় উচ্চাৰণত সলসলাই ইংৰাজীত ইংৰাজ চৰকাৰৰ ভাৰতীয় নীতি, ৰৌলাট আইন, মহাত্মা গান্ধীৰ অহিংসবাদ তথা চৌৰিচৌৰা তথা সুভাষচন্দ্ৰ বসু তথা জৱাহৰলাল নেহৰু ইত্যাদি তেতিয়াৰ সমকালীন ভাৰতীয় ৰাজনীতিৰ সমালোচনামূলক প্ৰেক্ষাপট দাঙি ধৰিলে শ্ৰীসু ব্ৰামণিয়মে। সৌমাৰেও দুই-এষাৰ মন্তব্য দাঙি ধৰিলে। সৌমাৰেও দুই-এষাৰ মন্তব্য দি চৌধুৰী-সুব্ৰমণিয়মৰ অন্তৰংগ আলাপত আগ্ৰহান্বিত হোৱা সাব্যস্ত কৰিলে।

ইতিমধ্যে তৃতীয়জন যাত্ৰী বহুত সময় ধৰি ওপৰৰ বাঙ্কত নাকৰ ঘৰঘৰণি তুলি শুই লোৱাৰ পিছত তললৈ নামি আহি কিছু সময় নীৰৱে বাহিৰৰ দৃশ্য উপভোগ কৰিলে, আৰু এবাৰ লাহেকৈ ঘূৰি কাষতে বহি দেশ পত্ৰিকা পঢ়ি থকা প্ৰসন্নৰ সৈতে কথা জুৰিলে। সাধাৰণ চা-চিনাকিৰ মাজেৰে জনা গ'ল মানুহজন বৰপেটাৰ। কাঠৰ ব্যবসায় কৰে, কাঠৰ মিল আছে, হাৰ্ডৱেৰৰ ডাঙৰ দোকান আছে। মানুহজনৰ নাম ৰমাকান্ত তালুকদাৰ। কথা প্ৰসংগত প্ৰসন্নইতে কলিকতাত নাটক চোৱাৰ কথা ওলোৱাৰ লগে লগে শ্ৰীতালুকদাৰে অত্যুৎসাহী হৈ অনৰ্গল নাটকৰ কথা ক'বলৈ লাগিল। কলিকতাৰ ষ্টাৰ থিয়েটাৰকে ধৰি প্ৰতিটো মঞ্চৰ কথা, কিমানবোৰ নাটক ইতিমধ্যে চাইছে সেই কথা আৰু সেই সময়ৰ আটাইবোৰ অভিনেতা-অভিনেত্ৰীৰ নাম আৰু ব্যক্তিগত খ্যাতি-অখ্যাতি এফালৰ পৰা গাই যাবলৈ ধৰিলে। বিশেষকৈ সেই সময়ৰ কলিকতাৰ বিখ্যাত মঞ্চঃঅভিনেত্ৰী বিনোদিনীৰ বিষয়ে তেওঁ নজনা কথা যেন একো নাই। কেনেকৈ উত্তৰ কলিকতাৰ বেশ্যাপাৰাৰ পৰা আহি মাত্ৰ এঘাৰ বছৰ বয়সত, তেওঁ প্ৰথমে

বেংগল থিয়েটাৰ আৰু পিছত নেশ্যনেল থিয়েটাৰত যোগ দিছিলহি। সেই সময়ত ভদ্ৰলোকৰ ঘৰৰ ছোৱালীয়ে অভিনয় কৰাটো শালীনতা-বিৰোধী কথা আছিল। গতিকে অসামাজিক ঠাইৰ পৰা ছোৱালী বিচাৰি আনিব লগা হৈছিল। বিনোদিনীয়ে চৌবিশ বছৰ বয়সলৈকেহে অভিনয় কৰিছিল। কিন্তু সেই বাৰ বছৰৰ ভিতৰতে প্ৰায় ষাঠিখনমান নাটকত প্ৰায় এটাইবোৰতে মূল নায়িকাৰ চৰিত্ৰ অভিনয় কৰিছিল। সেই সময়ত বিনোদিনীয়েই আছিল আটাইতকৈ যশস্বী আৰু জনপ্ৰিয় অভিনেত্ৰী। পিচলৈ তেওঁ কলিকতাৰ বিখ্যাত ষ্টাৰ থিয়েটাৰত নিয়মীয়া অভিনেত্ৰী আছিল আৰু বাংলা নাটকৰ পুৰোধা গিৰিশ চন্দ্ৰ ঘোষৰ নাটকত আৰু তেওঁৰ পৰিচালনাত বিনোদিনীয়ে অভিনয় কৰিছিল। বিনোদিনীৰ অভিনয় চাবলৈ বংকিম চন্দ্ৰ চট্টোপাধ্যায়ৰ দৰে অতি বিদ্বান ব্যক্তিসকল আহিছিল। আনকি ৰামকৃষ্ণ পৰমহংসইও তেওঁ অভিনয় কৰা চৈতন্য-লীলা নাটক চাই অভিভূত হৈ পৰিছিল। তালুকদাৰে জনা মতে বিনোদিনীয়ে মুঠ ষাঠিখন নাটকত অভিনয় কৰিছিল। তেওঁ কিন্তু হঠাৎ ছাব্বিশ বছৰ বয়সত অভিনয় কৰা বন্ধ কৰি দিলে। এতিয়া বোলে কোনোবা এজন বঙালী বাবুৰ ৰক্ষিতা হৈ আছে। বিনোদিনীয়ে সৰুতে একো লিখা-পঢ়া নাজানিছিল যদিও তেওঁৰ প্ৰখৰ বুদ্ধি আছিল। পিছলৈ তেওঁ বাংলা ভাষা ভালদৰে জনা হ'ল আৰু এতিয়া বোলে তেওঁ কবিতা লিখে আৰু এখন আত্মজীৱনীও লিখিবলৈ লৈছে।

তালুকদাৰে বিনোদিনীৰ পিছত সেই সময়ৰ আৰু কেইখনমান বঙালী নাটক, অভিনেতাৰ বৰ্ণনা দি হঠাৎ বিষয় যাত্ৰা নাটকলৈ আহিল। কলিকতাৰ নাটকৰ উপৰিও যাত্ৰাভিনয়ো তেওঁৰ কাৰণে বিনোদনৰ প্ৰধান আকৰ্ষণ আছিল। বৰপেটালৈ নিয়মীয়াকৈ বঙালী যাত্ৰা দল নিমন্ত্ৰণ কৰি অনা তেওঁৰ এটা পেছা বুলিয়েই ক'ব পাৰি। সেই সময়ৰ যাত্ৰাদলৰ নামকৰা অভিনেতা-অভিনেত্ৰীৰ সৈতে তেওঁৰ ব্যক্তিগত পৰিচয় আছে। ইতিমধ্যে বৰপেটাৰে ওচৰৰে ব্ৰজনাথ শৰ্মা নামৰ ডেকাল'ৰা এজনেও এটা যাত্ৰাদল গঠন কৰিছে— আচাম কহিনুৰ অপেৰা নাম দি। তেওঁ দলটোক বৰপেটা টাউনলৈ এবাৰ মাতি আনিব বুলি ভাবিছে...

কোনোবা এটা ষ্টেচনত ৰেলগাড়ীখন ৰ'লহি। ডবাটোত কথাৰ মহলা মাৰি থকা বয়সস্থ তিনিজন যাত্ৰীৰ লগতে প্ৰসন্ন আৰু সৌমাৰো গা পোনাবলৈ ডবাৰ পৰা তললৈ নামিল।

পিছদিনা পুৱা দহ বজাত ৰেলগাড়ী আহি আমিনগাঁও ষ্টেচনত ৰ'লহি। আকৌ হুৱা-দুৱা, চিঞৰ-বাখৰ, লৰা-ঢাপৰা, পেচেঞ্জাৰৰ ঠেলা-হেঁচা।

আমিনগাঁৱৰ পৰা আকৌ ডাঙৰ ফেৰী জাহাজত এইবাৰ ব্ৰহ্মপুত্ৰ পাৰ হৈ ইপাৰৰ পাণ্ডু ষ্টেচনত উঠিবহি লাগিব। আকৌ ৰেলত উঠি গুৱাহাটী ষ্টেচনলৈ আহিব লাগে, আৰু তাৰ পৰাই উজনিমুৰা ৰেলত উজনিৰ বিভিন্ন ঠাইলৈ যাত্ৰা আৰম্ভ হয়।

ৰেলগাড়ীৰ পৰা প্ৰসন্ন আৰু সৌমাৰে সহযাত্ৰীকেজনৰ পৰা বিদায় লৈ, ভৱিষ্যতলৈ লগ পোৱাৰ আৰু যোগাযোগ ৰক্ষাৰ বাবে ভৰসা দি ডবাৰ পৰা নামিল। দুজন কুলীৰ মূৰত আকৌ হ'ল্ডঅল ট্ৰাংক তুলি দি তেওঁলোকে চাহাব দম্পতীকো মাত এবাৰ লগাই যোৱাৰ কথা ভাবিলে। তেওঁলোক অলপ দূৰতে থকা প্ৰথম শ্ৰেণীৰ কূপে ডবাটোলৈ আগুৱাই গ'ল। তেতিয়াৰ দিনত প্ৰথম শ্ৰেণীৰ প্ৰতিটো ডবা সুকীয়া সুকীয়া আছিল ; আজিকালিৰ দৰে এটা দীঘলীয়া ক'ৰিডৰত কম্পাৰ্টমেণ্টবোৰ সংযোজিত হৈ নাছিল।

প্ৰসন্ন আৰু সৌমাৰ কূপেটোলৈ উঠি গ'ল। দুৱাৰ খোলাই আছিল। কূপে যদিও তেতিয়াৰ দিনত যথেষ্ট আহল-বহল আছিল।

'এক্‌ছকিউজ্ আছ' বুলি দুয়ো কূপেৰ খোলা দুৱাৰৰ ওচৰতে থিয় হ'ল। ব্ৰাউন দম্পতীয়ে মূৰ দাঙি চোৱাৰ আগতেই, এইবাৰ কোনো শব্দ নকৰাকৈয়ে চুজানে চেইনসহ আহি প্ৰসন্ন আৰু সৌমাৰ ভৰিত কুঁ কুঁ কৰি লেটি লগালেহি। প্ৰসন্নইতে দেখা পালে ব্ৰাউন দম্পতী ৰেলগাড়ীৰ পৰা নামিবলৈ সাজু হৈছে। ইতিমধ্যে তেওঁলোকক আগুৱাই নিবলৈ এজন ৰেল কৰ্মচাৰী ডবাটোৰ তলতে চাৰিজন মজদুৰসহ অপেক্ষা কৰি আছে। নিৰ্দেশ পালেই মাল নমাবলৈ ডবাটোলৈ উঠি আহিব।

ব্ৰাউন দম্পতীয়ে নতুনকৈ চাফা কাপোৰ-কানি পিন্ধি লৈছে। ইউজীনীয়ে দীঘল ক'লা স্কাৰ্ট আৰু কঁকালৰ ওপৰত দীঘল হাতৰ বাহুত ফুলাই চিকেন্‌কাম কৰা বগা চাটিনৰ ব্ৰাউজ, পিছমূৰ ঢাকি ডিঙিত গাঁঠি দি লোৱা, বগা সৰু সৰু ফুল থকা ক'লা চাটিনৰ স্কাৰ্ফ, ভৰিত চালৰ সৈতে মিলি থকা খকচ্ আৰু হাইহীল শু। তেওঁ মুখৰ সমুখত সৰু গোলাকৃতিৰ আয়না এখন চাই দুই গালত ব্ৰাচেৰে ৰ'জ ঘঁহি আছে।

প্ৰসন্ন আৰু সৌমাৰে ব্ৰাউন দম্পতীক অতি আপোন ভাবেৰে ধন্যবাদসহ বিদায়-সম্ভাষণ জনালে। ব্ৰাউন দম্পতীয়েও দুই 'ইয়ং স্মাৰ্ট বয়েজক' অতি প্ৰাণোচ্ছ্বাসেৰে আকৌ এবাৰ ধন্যবাদ দিলে, চুজানক নিশ্চিত মৃত্যুৰ পৰা ৰক্ষা কৰাৰ বাবে। পুনৰবাৰ আগলৈ যোগাযোগ ৰখাৰ, 'টু কিপ্ ইন টাশ্ব'ৰ, ভৰসা দি ব্ৰাউন দম্পতীয়ে দুয়োকো বিদায় দিলে।

প্ৰসন্ন আৰু সৌমাৰ পেচেঞ্জাৰৰ ঠেলা-হেঁচাৰ মাজেৰে জেটিয়েদি ফেৰী জাহাজৰ পিনে খোজ ল'লে। আগে আগে দুয়োৰে ট্ৰাংক হ'ল্ডঅল লৈ কুলী দুজন।

জাহাজৰ তলৰ ডেকৰ একাষত ৰেলিঙৰ কাষত থিয় হৈ তেওঁলোকে দুয়ো সমুখৰ নদীলৈ চালে। শিহুবোৰে ইটোৰ পিছত সিটোকৈ ওপৰলৈ জঁপিয়াই আছে। তেতিয়া ব্ৰহ্মপুত্ৰত অলেখ শিহু। তেওঁলোকে দূৰলৈ চালে। দূৰত নীলাচল পাহাৰ, পাহাৰৰ শীৰ্ষত ভুবনেশ্বৰী মন্দিৰ। চকুৰে দেখা নাপালেও সেই পাহাৰতে কামাখ্যা মন্দিৰ। প্ৰসন্ন আৰু সৌমাৰে সেইপিনে এবাৰ মূৰ দোঁৱালে।

নগৰৰ প্ৰায় মাজ ভাগতে প্ৰকাণ্ড চৌহদেৰে এখন সমৃদ্ধিশালী ঘৰ। প্ৰকাণ্ড বাৰাণ্ডাটোৰে কেবা কোঠালীয়া অসম-আৰ্হিৰ বঙলাটোৰ নিৰ্মাণ কাৰ্যত সেই সময়ৰ শেহতীয়া প্ৰযুক্তি আৰু কাৰিকৰী শৈলীসমূহৰ প্ৰয়োগ সকলোৰে চকুত পৰে। ঘৰটো সজাত ব্যৱহৃত প্ৰায়বোৰ সামগ্ৰীয়েই কলিকতাৰ পৰা হুগলী-পদ্মা-ব্ৰহ্মপুত্ৰইদি জাহাজেৰে অনা হৈছিল। ঘৰৰ ভিতৰখনত আধুনিক ৰূপ দিবলৈ প্ৰায় এটাইবোৰ বস্তুৰেই কলিকতাৰ পৰা অনা হৈছিল। চকী-মেজ-আলমাৰি, পালেং আৰু অন্যান্য আচবাব-পত্ৰ মেহগনি আৰু চেগুন আদি মূল্যবান কাঠেৰে, তেতিয়াৰ দিনৰ আধুনিক আৰ্হিৰে তৈয়াৰ কৰা হৈছিল। ঘৰৰ বহিৰ্ভাগো আটোমটোকাৰিকৈ ৰখা হৈছে। এদাঁতিত এখন ফুলনি, য'ত তগৰ, কাঞ্চন, মালতী, খৰিকাজাঁই, গোলাপ, জবা, গুলঞ্চ আদি কৰি বিবিধ থলুৱা জাতীয় ফুলেৰে জাতিষ্কাৰ হৈ আছে। ঘৰৰ সমুখৰ ফালে, পদূলিলৈ যোৱা পকীবাটটোৰ দুইকাষে কোমল ঘাঁহনি। শীতৰ দিনত দুইখন ঘাঁহনিৰ মাজত আৰু চৌকাষে চানফ্লাৱাৰ, ক্ৰিস্থেন থিমাচ, চুইটপীছ আদি বিভিন্ন ৰঙৰ বিলাতী ফুল লগোৱা হয়। ঘৰৰ আনটো দাঁতিত আস্তাবল আৰু লগতে কিছুদিন আগতে কিনা ক'লা ৰঙৰ নিউফৰ্ড টৰ্টাৰ মটৰ কাৰখনৰ গেৰেজ, আৰু তাতেই চিক্‌চিকাই থকা ডাইনেমো লাইট লগোৱা বিলাতী ৰেলী চাইকলখনো ৰখা হয়। পদূলিত প্ৰকাণ্ড লোহাৰ গেটৰ দুমূৰে অতি সুগঢ়ী দুজোপা বকুল। দীঘল পকী বেৰখনৰ কাষে কাষে ইমূৰৰ পৰা সিমূৰলৈ বহুৰঙী পাতাবাহাৰ। ঘৰৰ পিছফালেও ডেৰ বিঘামান মাটিৰে এখন বাৰী। তাত নিয়মীয়াকৈ বতৰৰ বিবিধ শাক-পাচলিৰ খেতি হয়। তাৰ উপৰি, পিছৰ ফালে এজোপা কঁঠাল, এডাল আম, এজোপা মধুৰিআম, এজোপা ৰবাব টেঙা, দুজোপা পাতি নেমু আৰু কেডালমান কলগছৰে এখন ফল-মূলৰ বাৰীও যতনাই ৰখা হৈছে। ঘৰৰ বাহিৰৰ বহল বাৰাণ্ডাত এটা প্ৰকাণ্ড বেটৰ চোফাচেট।

বাটেদি যোৱা মানুহে এই ঘৰখনলৈ এবাৰ চকু নিদিয়াকৈ পাৰ হ'ব নোৱাৰে।

বৰ্ণনা কৰি অহা ঘৰখনৰ গৰাকীজন হ'ল ভ্ৰমৰেন্দ্ৰ চৌধুৰী, অসম পুলিচ বিভাগৰ ডি. এচ. পি. । সকলোৱে 'ভ্ৰমৰ চাহাব' বুলি জানে। ইংৰাজৰ দিনৰ অতি প্ৰতাপী পুলিচ বিষয়া। তেতিয়াৰ দিনত একোখন জিলাত এজন মাত্ৰ এচ. পি. এজন ডি. এচ. পি. আৰু এজন ইনচ্‌পেক্টৰ থাকে। ক'ৰবাত এজন বা দুজন বাদে জিলাৰ এচ পি আৰু ডি এচ পিসকল আছিল ইংৰাজ বিষয়া।

ভ্ৰমৰ চাহাবৰ অফিচলৈ যাবৰ সময় হৈছে। ঘৰৰ সমুখত প্ৰকাণ্ড ঘোঁৰা সাজু হৈ আছে, চহীচ্‌জনে ঘোঁৰাৰ লেকামডাল ধৰি আছে। পিছল, চিক্‌চিকীয়া খৈ ৰঙৰ ওখ-তজবজীয়া ঘোঁৰাটো। তেওঁ কাচিৎহে কাৰত উঠি অফিচলৈ যায়। ইনচপেক্‌চনৰ কামত নগৰৰ বাহিৰলৈ যাব লগা থাকিলে, গাড়ীখন নিয়ে। আৰু পৰিয়াল লৈ ফুৰা কামত কাৰখন ব্যৱহাৰ হয়। নহ'লে ঘোঁৰাতেই অহা-যোৱা কৰে। কেতিয়াবা আকৌ চাইকলতো যায়। চাইকেলখন ব্যৱহাৰ কৰে বিশেষকৈ আবেলি অফিচৰ পৰা আহি আকৌ যেতিয়া অফিচাৰচ্‌ ক্লাবত টেনিচ খেলিবলৈ যায়। এই ক্লাবটোৰ সদস্য এটাইবোৰ ইংৰাজ। জিলা সদৰৰ প্ৰশাসনীয় বিষয়াসকল, আৰু বেছিখিনি হৈছে ওচৰৰ চাহ বাগিচাৰ মেনেজাৰ, এচিচ্‌টেণ্ট মেনেজাৰ আৰু তেওঁলোকৰ সহধৰ্মিনীসকল। ইয়াৰ উপৰি আছে জাহাজ কোম্পানী আৰু ৰেল কোম্পানীৰ দুজনমান ইংৰাজ শীৰ্ষ বিষয়া আৰু পত্নীকেগৰাকী। ক্লাবৰ দুজন মাত্ৰ ভাৰতীয় নেটিভ সদস্য। এজন ডি এচ পি ভ্ৰমৰেন্দ্ৰ চৌধুৰী, আৰু আনজন হৈছে এখন থলুৱা চাহ বাগিচাৰ অসমীয়া 'মালিক' দিব্যকান্ত বৰুৱা।

ভ্ৰমৰ চাহাব ওলাই আহিল। কাড়া ইস্ত্ৰি কৰা, পুলিচৰ খাকী ইউনিফৰ্ম পৰিহিত, ক্ৰচ্‌ বেল্টৰ বাওঁপিনে চামৰাৰ খাপৰিত পিষ্টল আঁৰি লোৱা, ভৰিত চিক্‌চিকাই পলিচ কৰা শু, দীৰ্ঘকায়, থূলন্তৰ চেহেৰাৰ মানুহজন। বাওঁহাতৰ কাযলতিৰ তলত খাকী ৰঙৰ হেট্‌টো আৰু সেইখন হাততে ওলোমাই চামৰাৰ চেপেটা ব্ৰিফকেচটো আৰু সোঁহাতত এখন নোখোলা চিঠি লৈ তেওঁ বাহিৰৰ বাৰাণ্ডাত থিয় দিলেহি। বাৰাণ্ডাত বেতৰ চকী এখনত ৰ'দ লৈ বহি আছে সৌমাৰেন্দ্ৰ, সৌমাৰ। তেওঁৰ কোলাত শৰৎচন্দ্ৰৰ 'পথেৰ দাবী', কলিকতাত প্ৰসন্নই কিতাপৰ দোকানৰ পৰা কিনি সৌমাৰক উপহাৰ দিছিল। প্ৰসন্নই কিতাপখনৰ আৰম্ভৰ খালী পৃষ্ঠাটোত লিখিছিল: "প্ৰিয়ভাজনেষু কেতিয়াবা আমাৰ দুয়োৰে বন্ধু-জীৱনৰ পথৰ দাবীও যদি এক হৈ মিলি যায় মই আচৰিত নহ'ম। প্ৰীতিৰে, প্ৰিয়বন্ধু প্ৰসন্ন।"

দেউতাকৰ ভৰিৰ খট্‌খট্‌ শব্দ শুনিয়েই সৌমাৰ বহি থকাৰ পৰা থিয়

দিছিল। দেউতাকে সৌমাৰলৈ চাই ক'লে, "বাপধন, কালি এইখন তোমাৰ চিঠি মোৰ কেয়াৰত মোৰ অফিচৰ ঠিকনাত আহিছিল। কালি ইনচ্‌পেকশ্যনত গাঁৱলৈ গৈ ঘূৰি আহোঁতে বহুত ৰাতি হ'ল। তুমি শুলাই। ৰাতিপুৱা পাহৰিয়েই থাকিলোঁ। এতিয়াহে মনত পৰিল। এইখন লোৱা —"

দেউতাকে সৌমাৰৰ হাতত চিঠিখন দিলে। মহাৰাণী ভিক্টোৰিয়াৰ মোহৰ মৰা লেফেফাত ভৰোৱা চিঠি।

ভ্ৰমৰ চৌধুৰীয়ে পুতেকৰ হাতলৈ চিঠিখন আগবঢ়াই দি সমুখলৈ খোজ ল'লে।। দৌৰি আহি ৰঙা পাগুৰীৰ চিপাহী এটাই চেল্যুট দি চাহাবৰ হাতৰ পৰা বেগটো নিজৰ হাতলৈ নিলে। চিপাহীজনৰ পিঠিত এটা একনলীয়া বন্দুক। ডি এচ পি চাহাবে মূৰত হেটটো পিন্ধি লৈ, ঘোঁৰাৰ পিঠিত জাপ মাৰি উঠিল। চহীচৰ হাতৰ পৰা লেকামডাল লৈ টান এটা মাৰি দিলে আৰু এখন ভৰিৰে ঘোঁৰাৰ তলফালে খোচ মাৰি দিয়াৰ লগে লগে ঘোঁৰাটো সমুখৰ খোলা গেটখনেৰে বাটলৈ আগুৱাই গ'ল। ঘোঁৰাৰ কদম আৰম্ভ হ'ল। পিছে পিছে চাহাবৰ ব্ৰিফ্‌কেচ আৰু ৰঙা ফিটাৰে বন্ধা কেটামান ফাইল চাইকল এখনৰ কেৰীয়াৰত লৈ ৰঙা টুপীৰ বন্দুকধাৰী চিপাহীটো যাবলৈ ধৰিলে।

সৌমাৰে থিয় হৈ দেউতাকৰ অফিচ-গমনৰ গোটেই দৃশ্যটো চাই প্ৰতাপী পুলিচ বিষয়াজনৰ নিখুঁত চেহেৰাটো মনতে উপভোগ কৰিলে। এনে এজন ব্যক্তি তেওঁৰ পিতৃ, উপলব্ধিটোৱে তেওঁৰ মনলৈ গৰ্ববোধ আনিলে। হাতত লৈ থকা লেফেফাটোলৈ তেওঁৰ মনত পৰিল। লেফেফাটো খুলিলে, তেওঁ হঠাৎ পুলকিত হৈ পৰিল। চকীখনত বহি চিঠিখন তেওঁ পঢ়িবলৈ ল'লে।

চিঠিখন আহিছে মাজুলীগড় বাগিচাৰ চিনিয়ৰ মেনেজাৰ ফিলিপ ব্ৰাউনৰ পৰা। চিঠিখন বৰ দীঘলীয়া নহয়, কিন্তু অতি আন্তৰিকতাপূৰ্ণ। সাধাৰণ কুশল-বাৰ্তাৰ উপৰি দুটামান প্ৰয়োজনীয় কথাও চিঠিত সন্নিবিষ্ট হৈছেঃ ব্ৰাউন চাহাবে কুৰিদিন পিছত ক্ৰিষ্টমাচৰ সময়ত সৌমাৰ আৰু প্ৰসন্নক তেওঁৰ বাগিছালৈ নিমন্ত্ৰণ কৰিছে, প্লে'জাৰ ট্ৰিপ কৰিবলৈ। সেই সময়তে, তেওঁৰ ব্যক্তিগত বন্ধু শ্বিলঙৰ কমিচনাৰ জি. এ. স্মল চাহাবো আহি তেওঁৰ বঙলাতে থাকিবহি। মনশিৰিৰ প্লেণ্টাৰ্চ ক্লাবত অনুষ্ঠিত হ'ব লগা বৰদিন উৎসৱ আৰু ক্ৰিষ্টমাচ্ ডিনাৰত স্মল চাহাবক মুখ্য অতিথি হিচাপে নিমন্ত্ৰণ জনোৱা হৈছে। ব্ৰাউন চাহাব মনশিৰি প্লেণ্টাৰ্চ ক্লাবৰ অধ্যক্ষ। ব্ৰাউনৰ ইচ্ছা স্মল চাহাবৰ উপস্থিতিতে তেওঁৰ সৈতে সৌমাৰ আৰু প্ৰসন্নক চিনাকি কৰি দিব যাতে সেই চিনাকিয়ে তেওঁলোকক ভৱিষ্যতলৈ প্ৰয়োজনীয় কামত সহায় কৰিব পাৰে।

সৌমাৰ চিঠিখনৰ কথাকেটা পঢ়ি উচ্ছ্বাসিত হ'ল, এটা বিশেষ সম্ভাবনাৰ কথা ভাবি, চাহ বাগিচাত দুদিনমান কটাবলৈ যাব পাৰিব--- সেই কথাটোতহে। মুলুকৰাজ আনন্দৰ 'টু লিভচ্ এণ্ড এবাদ্' পঢ়িছে যদিও তেওঁ এতিয়ালৈকে চাহ বাগিচা দেখা পোৱা নাই, উজনি অসমৰ পিনে তেওঁৰ যোৱাই হোৱা নাই অতদিনে। ব্ৰাউন চাহাবে প্ৰসন্নলৈও চিঠি দিয়াৰ কথা উল্লেখ কৰিছে। দুয়ো একেলগে কিছু নতুন অভিজ্ঞতাৰে কটাব পাৰিব, সিও এটা উৎসাহৰ কাৰণ পালে সৌমাৰে। তেওঁ সেয়ে নিমন্ত্ৰণ গ্ৰহণ কৰি সেইদিনাই ব্ৰাউন চাহাবলৈ চিঠিৰ উত্তৰ দিয়াৰ কথা ভাবিলে। লগতে প্ৰসন্নলৈও তেওঁৰ মনৰ ভাবখিনি জনাই চিঠি এখন লিখা ঠিক কৰিলে।

প্ৰসন্নৰ দেউতাক প্ৰহ্লাদ সোণোৱালে নিজে হাল নাবায়। বহুদিনেই হ'ল হাল বাবলৈ এৰা। ডেকাকালতেই হাল বাইছিল। গাঁৱৰ গাঁওবুঢ়া হোৱাৰ পিছৰ পৰা পদবীটোৰ মৰ্যাদাৰ কথাও ভাবিলগীয়া হ'ল।

ঘৰৰ পিছপিনেই তামোলবাৰীখন পাৰ হৈ পথাৰ। কিছু দূৰেদি বৈ যোৱা দেহা নৈলৈকে আকাশ চুবলৈ যোৱা প্ৰকাণ্ড বহল পথাৰখনৰ এইটো মূৰতে গাঁওবুঢ়াৰ মাটি। তাৰে কিছু আধিকুমচোৱা দিয়া হয়, বাকীখিনিত ঘৰৰে হালোৱা এটা লগাই নিজে খেতি কৰে। হালোৱাটো ঘৰতে থাকে ; পথাৰৰ পৰা আহৰি সময়ত ঘৰৰ পিছপিনৰ বাৰীত কাম কৰে।

হাল নাবালেও গাঁওবুঢ়া সদায় পথাৰলৈ যায় খেতিৰ তদাৰকী কৰিবলৈ। পিতায়েকৰ লগত প্ৰসন্নও যায় পথাৰলৈ। বিশেষকৈ স্কুল-কলেজৰ দীঘলীয়া বন্ধৰ দিনত ঘৰত আহি থকা দিনত প্ৰসন্ন পথাৰলৈ যায়। পথাৰৰ বোকা খচকি ভাল পায়। মাক আৰু তিনিজনী বায়েকৰ সৈতে ভুঁই-ৰোৱাত লাগে। কঠীয়া তোলা, আলি পাহ কটা, নাইবা কাষৰ জানৰ পৰা পথাৰলৈ পানী বাগৰি আহোঁতে ঠুহা আৰু চেপা পাতি মাছ ধৰা; এইবোৰ কৰি নিজেও আনন্দ পায়, ঘৰৰ কামতো সহায় কৰা হয়। তাৰ উপৰি বন্ধৰ দিনকেইটাত গাঁৱৰ সকলো সামাজিক কাম-কাজবোৰতো আগশাৰীয়াকৈ তেওঁ জড়িত হৈ থাকে। সভা-সমিতি, নাটক-ভাওনা, বিহু, বনভোজ ক'তো ভাগ নোলোৱাকৈ নাথাকে। আৰু জিলা সদৰত গৈ হাইস্কুলত পঢ়া, কটন কলেজত পঢ়া আৰু শেহত এলাহাবাদত এম. এ. পঢ়িবলৈ যোৱা প্ৰসন্নই যেতিয়া গাঁৱৰ সাধাৰণ বাইজৰ মাজত একেলগে আহি বাজহুৱা কাম কৰিবলৈ আগবাঢ়ি আহে স্বাভাৱিকতে তেওঁৰ প্ৰতি মানুহৰ আকৰ্ষণ আৰু আদৰ অধিক হৈ পৰে। সকলো কথাতে তেওঁৰ সমনীয়াসকলৰ কথা বাদেই; বয়সস্থসকলেও তেওঁৰ মন্তব্যত বিশেষ গুৰুত্ব দিয়ে। উত্তৰ পাৰৰ প্ৰায় একুৰি মৌজা সামৰি এই বৃহৎ অঞ্চলটোত প্ৰথম আৰু একমাত্ৰ

স্নাতক হ'ল প্ৰসন্ন। অলপ দিন পাছতে স্নাতকোত্তৰ পৰীক্ষাৰ খবৰ ওলালেই তেৱেঁই এই অঞ্চলৰ প্ৰথমজন 'এম. এ.' ডিগ্ৰীধাৰী মানুহ হ'ব। গতিকে দেহাপথাৰৰ এই অঞ্চলটোৰ মানুহে প্ৰসন্ন সোণোৱালক অত্যন্ত আবেগ-জড়িতভাৱে অন্তৰত স্থান দিয়ে।

প্ৰসন্ন এইবাৰ এলাহাবাদৰ পৰা আহি পোৱাৰ কেদিনমান পিছতে দেহাপথাৰ এম. ভি. স্কুলৰ হেড পণ্ডিত শ্ৰীযজ্ঞেশ্বৰ সন্দিকৈৰ ওচৰলৈ গ'ল এটা বিশেষ প্ৰস্তাৱ লৈ ঃ উত্তৰপাৰৰ প্ৰায় কুৰিমাইল দীঘল এই বৃহৎ অঞ্চলটোত ছখন প্ৰাথমিক আৰু এখন মাত্ৰ এম. ভি. স্কুল আছে। এই গোটেই অঞ্চলটোত ইংৰাজী শিক্ষাৰ ক'তো একো সুবিধা নাই। প্ৰসন্নই হেড পণ্ডিত সন্দিকৈছাৰক পৰামৰ্শ দিলে যে তেওঁ এম.ভি. স্কুলৰ লগতে ইংৰাজী শিকোৱাৰ শ্ৰেণী দুটা আৰম্ভ কৰিব খোজে। আৰু ক্ৰমে এই এম.ভি. খনৰ লগতে এম. ই. স্কুল আৰু ভৱিষ্যতলৈ এখন হাইস্কুলো গঢ়ি উঠিব পাৰে। সন্দিকৈ ছাৰৰ এসময়ৰ অতি প্ৰিয় ছাত্ৰ, আৰু যি এতিয়াও তেওঁৰ অতি মৰমৰ পাত্ৰ, সেই প্ৰসন্নৰ প্ৰস্তাৱত অমান্তি হোৱাটো প্ৰশ্নই নাই, বৰং ছাৰে অতি আগ্ৰহেৰে কথাটো বৰ ভাল হ'ব বুলি ভাবিলে। তেওঁ প্ৰসন্নকে যাৱতীয় ব্যৱস্থা লৈ কামটোত আগবাঢ়িবলৈ নিৰ্দেশ দিলে। কিন্তু লগতে ক'লে, যিহেতু এইখন চৰকাৰী এম. ভি. স্কুল, গতিকে জিলা সদৰত থকা শিক্ষা বিভাগৰ ডেপুটি ইন্সপেক্টৰজনৰ অনুমোদনলোৱাৰ প্ৰয়োজন হ'ব। তাৰ বাবে তেওঁ প্ৰসন্নকে ইংৰাজীত দৰ্খাস্ত এখনৰ খচৰা যুগুত কৰিবলৈ ক'লে। প্ৰসন্নই দৰ্খাস্তখন লিখাই নহয়, প্ৰয়োজন হ'লে তেওঁ নিজে গৈ জিলা সদৰত ডি. আই. চাহাবক লগ ধৰি অনুমোদনটো লৈ আহিবগৈ বুলি সন্দিকৈ ছাৰক ভৰসা দিলে।

প্ৰসন্নই হেড পণ্ডিত ছাৰৰ পৰা বিদায় লৈ উভতি অহাৰ বাটত ভাবি আহিল- এম. ভি. স্কুলখনতে থিতাপি লৈ কেনেকৈ ভৱিষ্যতলৈ এখন ইয়াত হাইস্কুল গঢ়ি তুলিব পৰা যাব পাৰে। সদ্যহতে কি কৰা উচিত হ'ব চিন্তা কৰি ডি. আইৰ অনুমোদনৰ কথাটো ভাবোঁতেই প্ৰসন্নৰ হঠাৎ মনত পৰিল অসমৰ শিক্ষা বিভাগৰ মূৰব্বী বিৰয়া, শিক্ষা আয়ুক্ত স্মল চা হাব ফুলপাহি বাগিচাৰ মেনেজাৰ ব্ৰাউন চাহাবৰ বন্ধু। সেই বুলিয়েই মণিহাৰীঘাটৰ ফেৰীজাহাজত ব্ৰাউন চাহাবে কৈছিল। প্ৰসন্নৰ মনলৈ হঠাৎ দুৱাৰ খোল খাই পুৱাৰ ৰ'দবোৰ যেন সোমাই আহিল। তেওঁ মনতে ভাবিলে, হাইস্কুল এখন গঢ়ি তোলোঁতে বহু কথাত চৰকাৰী সাহায্যৰ প্ৰয়োজন হ'ব। ব্ৰাউন চাহাবৰ যোগেদি অসমৰ শিক্ষা আয়ুক্তগৰাকীৰ সৈতে চিনাকি হৈ ল'ব পাৰিলে সুবিধা হ'ব। কিছুদিনৰ পিছতে এই বৃহৎ

অঞ্চলটোত এখন হাইস্কুল হৈ উঠিল, স্বপ্নটো ক্ৰমে অধিক উজ্জ্বল হৈ উঠিবলৈ ধৰিলে।

প্ৰসন্নই ইংৰাজী স্কুল এখনৰ কথাবোৰ ভাবি ভাবি আহি ঘৰ সোমোৱাৰ লগে লগে সৰুজনী বায়েক নিৰ্মালীয়ে বাৰাণ্ডাৰ গোল টেবুলখনৰ ফুলতোলা টেবুলক্লথৰ তলত সুমাই থোৱাৰ পৰা দুখন ডাকত অহা চিঠি প্ৰসন্নৰ হাতত দিলে। প্ৰসন্নৰ দুগৰাকী ডাঙৰ বায়েকৰ ইতিমধ্যে বিয়া হৈ গৈছে। সৰুগৰাকী নিৰ্মালী প্ৰাথমিক তৃতীয় শ্ৰেণী ভালকৈয়ে পাছ কৰাৰ পিছত আৰু পঢ়া আগবাঢ়িবলৈ নিদিলে দেউতাকে। পথাৰত বোৱণী-দাৱনীৰ কাম থাকে, আৰু গাঁওবুঢ়া এটাৰ ছোৱালী এজনীনো পঢ়া-শুনা কৰি কি হাকিম-মুন্সিপলৈ বিয়া হ'ব পাৰিব, গতিকে বাস্তৱ সত্যটোৰ কথা ভাবিয়ে নিৰ্মালীৰ অধিক পঢ়া-শুনাৰ কথাটোত গুৰুত্ব নিদিলে দেউতাকে।

প্ৰসন্নই চিঠি দুখন হাতত লৈ কাষৰে কাঠৰ পুৰণি চকীখনত বহি ল'লে। তেওঁ কিছু উত্তেজনাসহকাৰে চিঠি দুখন খুলিলে। এখন আহিছে ফিলিপ ব্ৰাউনৰ পৰা মাজুলীগড় বাগিচাৰ পৰা আৰু আনখন সৌমাৰৰ পৰা, গুৱাহাটীৰ পৰা। প্ৰথমেই তেওঁ ব্ৰাউন চাহাবৰ চিঠিখন পঢ়িলে। সৌমাৰলৈ লিখা কথাখিনিয়েইঃ অহা ক্ৰিছমাচৰ বন্ধত তেওঁলোকৰ বাগিচালৈ নিমন্ত্ৰণ কৰিছে, দুয়ো বন্ধুক। এসপ্তাহ তাত থাকি নিউ ইয়াৰ্চ উৎসৱ পালন কৰিব পৰাকৈ যাবলৈ কোৱা হৈছে। তাৰ উপৰি চিঠিখনত অতি সুখৰ খবৰ এটা দিয়া হৈছে। সেইটো হৈছে প্লেন্টাৰ্চ ক্লাবত নিউ ইয়াৰ্চ উৎসৱ উদ্‌যাপনত মুখ্য অতিথি হিচাপে যোগ দিবলৈ নিমন্ত্ৰণ কৰা হৈছে খিলঙৰ পৰা স্মল চাহাবক। তেওঁ ব্ৰাউন চাহাবৰ ব্যক্তিগত অতিথি হিচাপে মাজুলীগড় বাগিচাৰ তেওঁৰ বঙলাতে থাকিবহি।

চমু কথাৰে লিখা চিঠিখন পঢ়ি যাওঁতে প্ৰসন্ন যথেষ্ট শিহৰিত হৈ উঠিছিল, বিশেষকৈ সেই সময়ত স্মল চাহাব উপস্থিত থকাৰ সম্ভাৱনাৰ কথাষাৰ জানিবলৈ পায়। কিন্তু হঠাৎ চিঠিখন শেষ কৰি আকৌ শেষত 'পি এচ্' বুলি লিখা বাক্য এটাই প্ৰসন্নৰ মনৰ শিহৰণখিনি হঠাৎ শীতল কৰি পেলালে। বাক্যটোৰ কথাষাৰ আছিল, নিউ ইয়াৰ্চ উৎসৱ আৰু বল ডান্সত যোগ দিবলৈ ফৰমেল চ্যুট্ পিন্ধাটো আৱশ্যক হ'ব।

প্ৰসন্নই চিঠিখন হাতত মেলি থোৱা অৱস্থাতে সমুখৰ পিনে আকাশলৈ চালে। এক মুহূৰ্তৰ বাবে তেওঁৰ মনত জাঁহি উঠিল তেওঁৰ নিজৰে এখন ছবি। ক'লা চ্যুট্ ক'লা ভেষ্ট, ক'লা ব', ক'লা শু— পিন্ধা বেশত প্ৰসন্ন সোণোৱালৰ ছবি। প্ৰহ্লাদ গাঁওবুঢ়াৰ পুতেক প্ৰসন্ন সোণোৱাল। প্ৰসন্ন চাহাব।

প্ৰসন্নৰ ওঁঠত এটা হাঁহি বিৰিঙিল।

"কাৰ চিঠিঅ' পোনাকণ? ইংৰাজীত লিখা চিঠি— কিবা ৰস পাইছ যেন পাইছোঁ।" —দীঘল তিতা চুলিকোছা কাকে এখনেৰে আঁচুৰি থকাৰ পৰা নিৰ্মালীয়ে সুধিলে।

"মই যে এইবাৰ আহি কৈছিলোহি বেলত লগ পোৱা ব্ৰাউন চাহাবৰ কথা, তেওঁৰে চিঠি। পিছত ক'ম ৰ, কি লিখিছে। ইখন চিঠি পঢ়ি লওঁ।"

প্ৰসন্নই সেইবুলি ইখন চিঠি তুলি ল'লে। সৌমাৰৰ পৰা অহা চিঠিখন। সৌমাৰেও ইতিমধ্যে ব্ৰাউন চাহাবৰ নিমন্ত্ৰণী চিঠি পাইছে আৰু সাগ্ৰহে নিমন্ত্ৰণ ৰক্ষা কৰিব বুলি উত্তৰো লিখি পঠাইছে। তেওঁ ঠিক কৰিছে, গুৱাহাটীৰ পৰা তেওঁ জাহাজেৰে আহিব। গমিৰি ঘাটত প্ৰসন্নও সেই জাহাজতে উঠি সৌমাৰৰ লগ লাগিব। তাৰ পৰা দুয়ো একেলগে হৈ নিমাতী ঘাটলৈকে যাব। নিমাতী ঘাটত ব্ৰাউন চাহাবৰ মটৰকাৰ বৈ থাকিব। তাৰে পৰাই এঘণ্টামানৰ বাট কাৰেৰে গৈ মাজুলীগড় বাগিচা পাবগৈ। বন্দবস্তটো ঠিকেই আছে। কিন্তু......

"সেইখননো কাৰ চিঠি? অসমীয়াত লিখা!" নিৰ্মালীয়ে কথাষাৰ সুধি মুখত কাকৈখন দাঁতেৰে কামুৰি ধৰিলে আৰু দীঘল চুলিকোছাৰ খোপা এটা বান্ধিবলৈ ধৰিলে।

"সৌমাৰৰ", প্ৰসন্নই ভনীয়েকক দুয়োখন চিঠিৰ সাৰাংশখিনি ক'লে, আৰু মাজুলিগড় বাগিচালৈ গৈ বৰদিন উৎসৱত যোগ দিবলৈ চাহাবী চ্যুট চিলাবলগীয়া হোৱা প্ৰসন্নৰ সমস্যাটোৰ কথাও ক'লে।

"ভালেই হ'ব দে পোনাকণ। চাহাবহঁতৰ বাগিচাত আমাৰ গাঁৱলীয়া মানুহক সোমাবলৈকে নিদিয়ে। চাৰিওপিনে কাঁইটীয়া তাঁৰৰ বেৰা। সোমোৱা বাটত প্ৰকাণ্ড গেট, চন্তৰী। তোক আকৌ সেই বাগিচাৰে একেবাৰে বঙলাত থকাকৈ সন্মানেৰে নিমন্ত্ৰণ জনাইছে, কিমান ডাঙৰ কথা। কিহৰ সমস্যাটো হৈছে।"

"চ্যুটযোৰ চিলাব লাগিব! পিন্ধিব লাগিব! তাকে কৰি মই নীলা শিয়াল নহম?"

"কিয় হ'বি? চাহাবৰ দেশৰ শিক্ষা ললি। ইংৰাজী শিকিলি। ইমানবোৰ পঢ়া-শুনা কৰিলি, একেবাৰে এম. এ. শ্ৰেণীলৈকে। এইবোৰ পঢ়ি-শুনি এতিয়া হাকিম-মুন্সিপ হ'ব লাগিব। তই কিবা আগলৈ ইয়াত থাকিবলৈ যাবিনে। তোৰ গাত গাঁৱৰ মাটিৰ এচিকতাও চিন নাথাকিব। চ্যুট-পেণ্ট এদিন পিন্ধিবই লাগিব। এইবাৰেই পিন্ধি আখৰা এটা দি চা।"

"হয়নে সৰুজনী। তই বাৰুকৈয়ে বক্তৃতা দিব পৰা হৈছে, কংগ্ৰেছ-কমিটীত

নামটো লগাই ল। মহাত্মা গান্ধীয়ে তিৰোতা আৰু ছোৱালীবিলাককো সংগ্ৰামত যোগ দিবলৈ কৈছে। মই পিছে চ্যুট পিন্ধাৰ আখৰা দিবলৈ নাই। কাৰণ, হাকিম মুন্সিপ হোৱাৰ বাসনা মোৰ নাই।" প্ৰসন্নই চিঠি দুখন আকৌ এবাৰ পঢ়িবলৈ লৈ ক'লে।

নিৰ্মালী বায়েক হ'লেও প্ৰসন্নৰ সৈতে বয়সৰ পাৰ্থক্য বৰ কম। সৰুতে একেলগে খেলিছিল। এতিয়াও সমনীয়াৰ দৰে সম্পৰ্ক। সেই কাৰণে প্ৰসন্নই নিৰ্মালীক সৰুজনী বুলি ঘৰত মতা নামেৰেই মাতে।

"চাই থাকোচোন ক'ৰ পানী ক'লৈ যায়।" নিৰ্মালীয়ে কৈ ভিতৰৰ পিনে যাবলৈ ঘূৰিল।

"চাই থাক বাৰু। কিন্তু সদ্যহতে চাহপানী এগিলাচ খুৱাচোন, মই চিঠি দুখনৰ উত্তৰ দুটা এতিয়াই লিখি পেলাওঁ।"

প্ৰসন্নই প্ৰথমখন ইংৰাজীত লিখা উত্তৰ অসমীয়াত এনে হ'ব ঃ প্ৰথমখন ব্ৰাউন চাহাবলৈ লিখা ঃ

সন্মানীয় মিঃ ব্ৰাউন,

অপ্ৰত্যাশিতভাৱে আপোনাৰ বহুমূলীয়া চিঠিখন পাই অতিশয় আনন্দিত আৰু লগতে কৃতজ্ঞ হ'লোঁ। আপোনাৰ এনে আন্তৰিক নিমন্ত্ৰণ গ্ৰহণ কৰিবলৈ পোৱাটো মোৰ কাৰণে পৰম সৌভাগ্যৰ কথা বুলি অনুভৱ কৰোঁ। অতি আগ্ৰহেৰেই যোৱাৰ কথা ভাবিছিলোঁ। কিন্তু এইখিনিতে অতি দ্বিধাগ্ৰস্তভাৱে আৰু অতি বিনয়সহকাৰে আপোনাৰ সুবিবেচনাৰ বাবে এবাৰ কথা লিখিবলগীয়া হ'ল।

কথাবাৰ হৈছে, আপোনাৰ বাগিচাৰ বঙলাত বৰদিনৰ আনুষ্ঠানিক উদ্‌যাপনত যোগ দিবলৈ সাজ-পোছাকৰ বিশেষ ধৰা-বন্ধা নিয়ম পালন কৰিব লগা কথাটোৱে মোক বিশেষ অসুবিধাত পেলাইছে। ইংৰাজসকল ভাৰতলৈ অহাৰ পিছৰ পৰা এই দেশত এক নতুন সভ্যতা শিক্ষা সংস্কৃতিৰ দিগন্তৰ সূচনা হৈছে। সেই দিগন্তৰ পিনে আমি আজি ধাবিত হৈছোঁ, ই এক অবধাৰিত সত্য। কিন্তু এই কথাও সত্য, এই দেশৰ সভ্যতা আৰু সংস্কৃতিৰো কেবা হেজাৰ বছৰীয়া ঐতিহ্য আৰু পৰম্পৰা আছে। যোৱা কেইমাহমান আগেয়ে গান্ধীজীয়ে ইয়ং ইণ্ডিয়াৰ এটি সংখ্যাৰ প্ৰবন্ধত লিখিছে, "তোমালোকে দুৱাৰ-খিৰিকী খুলি ৰাখিবা, বাহিৰৰ সংস্কৃতিৰ বতাহ ঘৰত সোমাবলৈ দিবা। কিন্তু সাৱধান হ'বা যাতে সেই বতাহে তোমাৰ ঘৰখন উৰুৱাই নিনিয়ে।"

আপুনি জ্যেষ্ঠজন মোতকৈ বহুতো অধিক জ্ঞানী ব্যক্তি। মই এনেবোৰ তত্ত্বকথাৰে ধৃষ্টতাহে কৰিছোঁ। মোক ক্ষমা কৰিব। আপুনি অতি দয়া কৰি লিখা

চিঠিখনৰ প্ৰতি হৃদয়ভৰা সন্মান জনাই অতি বিনয়সহকাৰে জনাব খুজিছোঁ, মই আপোনাৰ নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ অপৰাগ হ'ম। মই এনেদৰে চিঠিখন লিখিবলৈ লৈ অশেষ দুখ পাইছোঁ।

মিচেচ ব্ৰাউনক মোৰ সম্ভাষণ জনাব। চুজানক মোৰ মৰম জনাইছোঁ। আপোনালৈ ক্ষমা প্ৰাৰ্থনাৰে আৰু সম্ভাষণেৰে ইতি

পৰম আন্তৰিকতাৰে,
বিনয়াবনত
প্ৰসন্ন কুমাৰ সোণোৱাল

দ্বিতীয় চিঠিখন চুটিকৈ সৌমাৰলৈ অসমীয়াত লিখিলে ঃ

মৰমৰ সৌমাৰ,

মই মাজুলীগড় বাগিচালৈ ব্ৰাউন চাহাবৰ নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ যোৱাত অপৰাগ বুলি তেখেতক চিঠিৰে জনাইছোঁ। মই নগ'লেও তুমি আহিবা, কাঠনিবাৰী ঘাটত তোমাক গৈ লগ ধৰিম, তেতিয়া সবিশেষ ক'ম।

ঘৰৰ সকলোলৈকে যথাযোগ্য মৰম সম্ভাষণ জনালোঁ। তুমি মোৰ স্নেহ ল'বা।

ইতি,
তোমাৰ মৰমৰ,
প্ৰসন্ন

সৌমাৰে প্ৰসন্নৰ চিঠিখন পঢ়ি উঠি হিচাপ কৰি চালে আৰু মাত্ৰ চাৰিদিন আছে মাজুলীগড় বাগিচালৈ ৰাওনা হোৱাৰ দিনটোলৈ। ইতিমধ্যে তেওঁৰ কাপোৰ-কানি ধোবাৰ তাত ধোৱাই খম্‌খমীয়াকৈ ইষ্ট্ৰি কৰি অনা হৈছে। ব্ৰাউন চাহাবৰ চিঠি পোৱাৰ দিনাই দেউতাকে কলিকতালৈ টেলিগ্ৰাম কৰি সৌমাৰৰ জোখ-মাখ আৰু মানচেষ্টাৰৰ বেৰিংটন কোম্পানীৰ কাপোৰৰ ক'লা থ্ৰি পিচ্ চ্যুটৰ বাবে চিনাকি পুলিচৰ বিষয়া এজনলৈ আৰ্জেণ্ট মেচেজ পঠোৱা হৈছে। আৰু এদিন পিছতে ৰেলযোগে নতুন চ্যুট আহি পাবহি। আগৰো এজোৰ বা দুজোৰ ইনফৰমেল টুইডৰ চ্যুট ধোবাৰ হতুৱাই ইষ্ট্ৰি কৰাই থোৱা আছে। কোটৰ পকেটৰ ৰুমাল, টাই, ব', পালিচ কৰা জোতা-মোজা সকলো মিলাই ঠিক কৰি লোৱা হৈছে। ডিচেম্বৰ মাহৰ উজনি অসমৰ ঠাণ্ডা। মেকিনটোচ্ অভাৰকোট এটাও লোৱা হৈছে। অন্যান্য লগত প্ৰয়োজনীয় যাবতীয় সকলো সামগ্ৰীও ঠিক কৰা হৈ গৈছে। আগৰটো পুৰণি হোৱা কাৰণে নতুন এটা শেহতীয়া নমুনাৰ হ'ল্ডঅল কিনা হৈছে। ঠাণ্ডা দিনৰ এসপ্তাহৰ কাপোৰ। মজলীয়া আকাৰৰ ট্ৰাংককে লোৱা

পৰামৰ্শ দিছে দেউতাক ডি এচ পি চাহাবে। মুঠতে মাজুলীগড় বাগিচাত ব্ৰাউন চাহাবৰ তাত নিউ ইয়াৰ্চ ইভ্ কটাবলৈ সৌমাৰৰ সকলো বন্দবস্ত সম্পূৰ্ণ। সৌমাৰে চাহ বাগিচা আজিলৈকে দেখা নাই— "য়াৰ' আন ভিজিটেড্'ৰ আকৰ্ষণৰ উৎসাহৰ লগতে তেওঁৰ প্ৰিয় বন্ধু প্ৰসন্নৰ সৈতে চাহ বাগিচাৰ ৰোমাঞ্চখিনি একেলগে উপভোগ কৰিব, সেই ভাবটোৱেও তেওঁক অতিকৈ আহ্লাদিত কৰিছে।

এনে সময়তে প্ৰসন্নৰ চুটি চিঠিখনে সৌমাৰৰ মাজুলীগড় বাগিচালৈ যাত্ৰাৰ আয়োজনৰ শিহঁৰণ যেন কিছু সেমেকাই পেলালে। তেওঁ অকলে যোৱাৰ প্ৰতি আগ্ৰহ কমি গ'ল। প্ৰসন্নই দেউতাকক তেওঁৰ মনৰ ভাবটো জনালে। দেউতাকে একে আষাৰতে জনাই দিলে ঃ হ'বই নোৱাৰে। ইউ হেভ্ টু গ'। ইউ হেভ টু কিপ টু ইওৰ ৱৰ্ড অৱ অনাৰ।

দেউতাকে সোঁহাতৰ বেটনডালেৰে বাওঁহাতৰ তলুৱাত এটা ঠোকৰ মাৰি কথাষাৰ ক'লে।

সৌমাৰ নিৰ্দিষ্ট দিনত জাহাজত উঠিল। জাহাজখনৰ নাম আছিল 'কুকী'। কাঠনিবাৰী ঘাট পোৱাৰ লগে লগেই সৌমাৰ জাহাজৰ ওপৰ ডেকৰ উত্তৰপিনৰ ৰেলিঙৰ কাষত থিয় দিলেহি, প্ৰসন্নক দেখা পোৱাৰ আশাৰে। "প্ৰসন্নৰ নিশ্চয় অত্যন্ত এৰাব নোৱৰা কাম এটা হৈছে ; যিহৰ কাৰণে তেওঁ ব্ৰাউন চাহাবৰ নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ অপাৰগ হৈছে," সৌমাৰে ডেকৰ পৰা তলৰ পিনে চাই ভাবিলে, আৰু প্ৰসন্নক দেখা পোৱাৰ আশা কৰি ৰ'ল।

জাহাজখন 'বুট'ৰ কাষ চাপিল। পানীলৈ নামি যোৱা লঙ্গৰৰ শব্দ বন্ধ হ'ল। জাহাজৰ পৰা বুটলৈ কাঠৰ জেটিখন পাৰি দিয়া হ'ল। জেটিৰ ওপৰত পুৰণা ৰং যোৱা কাৰ্পেট এখন পাৰি দিয়া হ'ল। প্ৰথমে ঘাটলৈ নামি যোৱা পেচেঞ্জাৰখিনি জাহাজৰ পৰা ওলাই গ'ল। বুটত কিছু মানুহ ৰৈ আছে, নামি যোৱাখিনি শেষ হ'লেই সেইখিনি জাহাজলৈ উঠি আহিব। সৌমাৰে চাই আছে, আৰু বুটৰ মানুহখিনিৰ মাজত প্ৰসন্ন আছেনেকি চাবলৈ চেষ্টা কৰিছে। হঠাৎ তেওঁ দেখা পালে সেয়া— প্ৰসন্ন।

সৌমাৰে চিঞৰি উঠিল, 'হেই প্ৰসন্ন"।

প্ৰসন্নই মুখ দাঙি ওপৰৰ ডেকলৈ চালে। সৌমাৰক দেখি হাঁহি মাৰি হাত জোকাৰিলে।

সৌমাৰে হঠাৎ মন কৰিলে, প্ৰসন্নই দেখোঁন এহাতত ওলোমাই ভালকৈ বন্ধা এটা হ'ল্ডঅল আৰু ইহাতত এটা টিণৰ চুটকেচ লৈ আহিছে। তাৰ মানে, প্ৰসন্ন শেষত মাজুলীগড়লৈ যোৱাটো হ'লগৈ। সৌমাৰৰ মনত আনন্দই নধৰা হ'ল।

তেওঁ প্ৰায় দৌৰি ডেকৰ পৰা চিৰিৰে তললৈ নামি আহি জাহাজৰ জেটিৰ মূৰত থিয় দিলেহি। ইতিমধ্যে জাহাজলৈ পেছেঞ্জাৰ উঠা আৰম্ভ হৈছে। প্ৰসন্নও আহি আছে।

সৌমাৰে দ্বিতীয় শ্ৰেণীৰ কেবিন এটাত বাৰ্থ লৈছিল। কেবিনৰ ইটো বাৰ্থ খালি হৈয়ে আছিল। প্ৰসন্নই সেই বাৰ্থটোকে ল'লে। তেওঁৰ হাতত ইণ্টাৰ ক্লাছৰ টিকট আছিল। পিছৰ ঘাটত টিকটো সলনি কৰি ল'ব।

দুয়ো মুখামুখিকৈ বহি লৈ কথা আৰম্ভ কৰিলে। প্ৰসন্নই বিবৰি ক'লে, ব্ৰাউন চাহাবৰ নিমন্ত্ৰণ ৰক্ষা নকৰিবলৈ তেওঁ প্ৰথমে লোৱা সিদ্ধান্ত আৰু সেই মৰ্মে ব্ৰাউন চাহাবলৈ তেওঁ লিখা চিঠিৰ কথা। পিছত তেওঁৰ সেই সিদ্ধান্ত নাকচ কৰিব লগা হোৱাৰ বিষয়ে ক'বলৈ গৈ প্ৰসন্নই কোটৰ জেপৰ পৰা এখন কাগজ উলিয়াই সৌমাৰৰ হাতত দিলে। সৌমাৰে মেলি চালে ঃ

এখন টেলিগ্ৰাম, ব্ৰাউন চাহাবৰ পৰা প্ৰসন্নলৈ অহা। প্ৰসন্নই মাত্ৰ আগদিনা দুপৰীয়া পাইছে। টেলিগ্ৰামৰ কথাখিনি হ'ল ঃ My Dear Prasanna. I wholeheartedly agree to your views-- and appreciate your sentiment. Please be informed, I dispense with the restriction on dress while you are here. Please do not fail to join us. Looking forward meeting you for great joy-- Phillips Brown.

মাজুলীগড় চাহ বাগিচাৰ এদাঁতিত এখন সৰু পাহাৰৰ নামনিৰ এচলীয়া ঠাইখিনিত এটা কাঠৰ প্ৰকাণ্ড চাঙ বঙলা। প্ৰকাণ্ড চৌহদ। চাৰিওপিনৰ চাহ গছবোৰ পাহাৰৰ কিছু ওপৰলৈকে বিস্তৃত হৈ বাগিচাৰ সেই ফালটো শেষ হৈছে। বঙলাটোত বাগিচাৰ এজন জ্যেষ্ঠ এচিষ্টেণ্ট মেনেজাৰ থাকে। কিন্তু সদ্যহতে তেওঁ ইংলণ্ডৰ কোনো এঠাইত থকা হ'মলৈ গৈছে, ছমাহৰ ছুটীত। বঙলাটো খালী হৈ আছে।

সৌমাৰ আৰু প্ৰসন্নক সেই বঙলাতে থাকিবলৈ দিয়া হ'ল। প্ৰকাণ্ড প্ৰকাণ্ড দুটা বেড ৰুম, প্ৰকাণ্ড বাথটাব, বেলজিয়াম আয়নাৰে এটাচড্ বাথৰুম, ক্ল'কৰুম, বিদেশী কাৰ্পেট পৰা প্ৰকাণ্ড ড্ৰংই ৰুম, আৰু চিম্‌নিৰে ফায়াৰ প্লেচ, ডাইনিং ৰুম, মেহগনী কাঠৰ ভেনেচিয়ান চকী-মেজ, পালেং, আলমাৰি অন্যান্য আচবাব পত্ৰ। তেতিয়াও তাত বিজুলী পোহৰৰ ব্যৱস্থা হোৱা নাই, গতিকে ডাঙৰ ডাঙৰ গেচ লাইট। দীঘল বহল বাৰাণ্ডাখন আৰু প্ৰকাণ্ড প'ৰ্টিক'ৰ য'তে ত'তে বহাৰ সুবিধাৰ বাবে ব্যৱস্থা ইত্যাদি ইত্যাদি। অতিথি দুজনক সোধপোছ কৰা, যা-যোগাৰ দিয়া, আৰু বিভিন্ন ভৰহে বাছি-বাঢ়ি খুওৱাৰ বাবে পাঁচোজনকৈ অৰ্ডালী বা বেয়েৰা। বাহিৰত অস্তাবল আৰু অৰ্ডালীহঁতৰ বাসগৃহ।

প্ৰসন্নৰ কাৰণে বঙলাৰ ভিতৰৰ পৰিৱেশটো যথেষ্ট চমকলগা হৈ পৰিছিল। তেওঁ কিছু আচৰিত, হয়তো কিছু অস্বস্তিও অনুভৱ কৰিছিল। সৌমাৰ অৱশ্যে এনে অভিজাত আৰু আধুনিক পৰিবেশৰ সৈতে কিছু অভ্যস্ত আছিল। কিন্তু তেওঁলোক দুয়োৰে কাৰণে অতি ৰমণীয় আৰু হৃদয়স্পৰ্শী পৰিবেশটো আছিল বঙলাটোৰ বাহিৰখন। বঙলাটোৰ সমুখলৈ বিস্তীৰ্ণ সেউজীয়া চাহ বাগিচাখন, পিছফালে কিছু দূৰত বাগিচাখন শেষ হোৱাৰ পৰাই এখন বিশাল কাঠনি। এখন গভীৰ নিভাঁজ অৰণ্যৰ নৈসৰ্গিক সৌন্দৰ্যই যেন তেওঁলোকক মুহি পেলাইছে।

তেওঁলোক নিমাতীৰ পৰা ব্ৰাউন চাহাবৰ ফৰ্ড গাড়ীত আহি মাজুলীগড়বঙলা পাওঁতে আবেলি হৈছিল। ডিচেম্বৰ মাহ, সন্ধ্যা হ'লেই। অলপ পিছতে ব্ৰাউন চাহাব, পত্নী ইউজিনি ব্ৰাউন, কোলাত কুকুৰটো চুজান, আহি সৌমাৰ-প্ৰসন্নক আদৰ-অভ্যৰ্থনা জনাবলৈ উপস্থিত হ'ল। সৌমাৰহঁত বঙলাৰ ৰেলিঙতে ধৰি থিয় হৈ কথা পাতি আছিল। বাৰাণ্ডাত উঠাৰ লগে লগেই শ্ৰীমতী ব্ৰাউনৰ কোলাৰ পৰা জাপ মাৰি নামি গৈ চুজানে কু কু কৰি সৌমাৰ আৰু প্ৰসন্নৰ গাত জঁপিয়াবলৈ ধৰিলে।

তেওঁলোক কিছু সময় বহা কোঠাত বহি পৰস্পৰ কুশল-বাৰ্তা লৈ কথা পাতিলে। শ্ৰীমতী ব্ৰাউনে অৰ্ডালীক মাতি আনি আলহীৰ ৰাতিৰসাজ খোৱাৰ আহাৰ নিৰ্দিষ্ট কৰি দিলে, নিজে উঠি গৈ শোৱা কোঠা, টয়লেট বাথৰুমৰ সকলো ব্যৱস্থা পৰিদৰ্শন কৰি আহিল। ডেকা অতিথিদ্বয়ক বিশ্ৰাম ল'বলৈ পৰামৰ্শ দি বিদায় লোৱাৰ পৰত পিছদিনা পুৱা তেওঁলোকক শ্ৰীমতী ব্ৰাউনে নিজৰ বঙলালৈ সন্ধ্যাৰ আহাৰৰ কাৰণে নিমন্ত্ৰণ কৰিলে।

সৌমাৰ আৰু প্ৰসন্নই ব্ৰাউন দম্পতীক বিদায় দিবলৈ বাহিৰত ৰৈ থকা ফৰ্ড গাড়ীৰ পিনে আগুৱাই যাব খোজোঁতেই হঠাৎ মন কৰিলে বঙলাটোৰ চাৰিওকোণত ডাঙৰ ডাঙৰকৈ জুই ধৰা হৈছে। কাৰণটো জানিব খুজি ব্ৰাউন চাহাবৰ পৰা তেওঁলাকে গম পালে, বাগিচাৰ এই মূৰৰ দাঁতিত এই পাহাৰীয়া অৰণ্যখনত বনৰীয়া হাতীৰ জাক আছে। হাতীয়ে জুইলৈ ভয় কৰে। এয়া হাতী প্ৰতিৰোধ কৰাৰ ব্যৱস্থা।

নিউইয়াৰ্চ দিৱস উদ্‌যাপন উৎসৱলৈ চাৰিদিন থাকোঁতেই সৌমাৰ আৰু প্ৰসন্ন মাজুলীগড় চাহ-বাগিচা পাইছিলগৈ। প্ৰথম দুদিন দুয়ো চাহ বাগিচাৰ ইমূৰৰ পৰা সিমূৰলৈ ঘূৰিলে। ব্ৰাউন চাহাবে সৌমাৰহঁতৰ প্ৰায় একে বয়সৰে এজন এচিচ্‌টেণ্ট মেনেজাৰক তেওঁলোকৰ লগ লগাই দিছিল। তেওঁৰ নাম আছিল পিটাৰ চিম'ৰ। তিনিজন ডেকাল'ৰা তিনিখন চাইকেলত উঠি বাগিচাৰ মাজে

মাজে ঘূৰি ফুৰা দৃশ্যটো সকলোৱে উপভোগ কৰিছিল। বিশেষকৈ তিনিওৰে পিন্ধা-উৰাত দেখা পোৱা বৈষম্য মানুহৰ চকুত পৰিছিল। পিটাৰে পিন্ধিছিল হাফপেণ্ট, গামবুট আৰু গাত এটা মোটা উলৰ জেকেট, মূৰত হেট। সৌমাৰে পিন্ধিছিল, গৰম গেবাৰ্ডিনৰ লংপেণ্ট, গাত চুৱেটাৰ আৰু ওপৰত ব্লেজাৰ–কোট, মূৰত ক্রিকেটকেপ, হাতত হাতমোজা আৰু প্ৰসন্নৰ আঁঠুলৈকে মোজাৰ ওপৰত দুইফালে পোন্ধ মাৰি লোৱা ধুতী, গাত এৰীৰ কামিজৰ ওপৰত গৰম প্রিন্স্ কোট, আৰু মূৰত উলৰ টুপী। পিটাৰে সৌমাৰহঁতক বাগিচাৰ বিভিন্ন দিশ দেখুৱাবলৈ লৈ গ'ল। মজদুৰসকলে কেঁচা চাহপাত তোলাৰ পৰা ফেক্টৰীৰ বিভিন্ন প্রক্রিয়াৰ মাজেৰে চাহাপত তৈয়াৰ হোৱা, কেনভাচ্ প্লাইকাঠৰ বাকচত ভৰাই, ম'হৰ গাড়ীৰে জাহাজঘাটলৈ নি ভাটিমুৱা জাহাজত তুলি চাহপাত কলিকতা আৰু ইংলেণ্ডৰ নীলাম কেন্দ্ৰযোগে বজাৰলৈ চাহপাত ওলাই যোৱালৈকে সকলোবোৰ তথ্য বিশদভাৱে জানিব পাৰিলে দুয়ো। কথাবোৰ জানি দুয়ো অভিভূত হৈ পৰিছিল। বৃটিছসকলে অসমৰ মাটিত কিদৰে চাহৰ এক বৃহৎ ব্যৱসায় গঢ়ি তুলিছে, তেওঁলোকে ভাবি বিস্ময় মানিছিল। প্ৰসন্নক এটা কথাই বিশেষ আগ্রহী কৰি তুলিছিল ঃ সেইটো হৈছে মজদুৰসকলৰ থকা-মেলাৰ, জীৱন-নিৰ্বাহৰ ব্যৱস্থাটোৱে। সেই দৃশ্যপটে তেওঁক যেন কিছু অসুখী কৰিছিল। এবাৰ তেওঁলোকে এটা 'লেবাৰ লাইন'ৰ মাজেৰে যাব লগা হওঁতে প্ৰসন্নই এজন বৃদ্ধ মজদুৰৰ সৈতে দীঘলীয়াকৈ কথা পতাৰ সুযোগ পাইছিল। কথাবোৰ শুনি তেওঁ মনত বৰ অস্বস্তি অনুভৱ কৰিছিল, কষ্ট পাইছিল।

সৌমাৰ আৰু প্ৰসন্নক অধিক বিস্ময়ৰ কিছুমান কথা কৈছিল দ্বিতীয় দিনা সন্ধ্যা ব্ৰাউন চাহাবে, তেওঁলোকৰ বঙলাৰ ড্ৰইংৰুমৰ চিমনীৰ ৰঙা আঙঠাৰ কাষত বহি, এঢোক এঢোককৈ স্কটচ্ৰ পানীয় ওঁঠত লৈ লৈ। ব্ৰাউন চাহাবে কথা আৰম্ভ কৰিছিল অসমৰ চাহ বাগিচাৰ চাকৰি জীৱনত প্ৰথম কেনেকৈ তেওঁ সোমাবলৈ পালে, তাৰ বৃত্তান্তৰে। সৌমাৰ আৰু প্ৰসন্নই একান্তমতে শুনি গৈছিল সেই বৃত্তান্ত। ব্ৰাউন চাহাবে হেনাহচা অসমীয়া আৰু ইংৰাজী ভাষাত মিহলিকৈ কৈ যোৱা কথাবোৰ অসমীয়াত সজাই লিপিবদ্ধ কৰা হৈছে ঃ

ইংলণ্ডৰ ব্লক্সহম স্কুলৰ পৰা এজন সাধাৰণ ছাত্ৰ হিচাপে শিক্ষা সাং কৰিলোঁ। লগে লগেই চহৰৰ অফিচ এটাত সাধাৰণ কৰ্মচাৰী হিচাপে চাকৰি এটাত ভৰ্তি হ'লোঁ। লণ্ডত যিকোনো ভাল কাম এটাত ভৰ্তি হ'ব পৰাৰ যোগ্যতা মোৰ আছিল। কিন্তু মই সৰুৰে পৰা এটা আকাংক্ষা পুহিছিলোঁ ঃ সেইটো আছিল বৃটিছ

সাম্ৰাজ্যৰ অধীনত থকা এখন দেশ, যেনে আফ্ৰিকা, ভাৰতবৰ্ষ নাইবা চীন দেশলৈ গৈ চাকৰি কৰা। এতিয়া চাকৰি কৰাৰ সময় অহাৰ লগে লগে সেই আশাৰেই সুযোগলৈ অপেক্ষা কৰিছিলোঁ।

মোৰ কাৰণে সেই সুযোগ আহিল ১৮৯৭চনত, প্ৰায় অপ্ৰত্যাশিতভাৱে। মোৰ এজন দূৰসম্পৰ্কীয় খুড়া আছিল। এদিন তেওঁ মোৰ দেউতাক লগ ধৰি ক'লে, "ভাৰতবৰ্ষত চাহ খেতিত চাকৰি ওলাইছে। তাৰ বাবে মোক দুজনমান ডেকাল'ৰা চাবলৈ কৈছে। আমাৰ ফিলিপছে তেনেকুৱা চাকৰি কৰিবলৈ যাবনে?"

দেউতাই বাধা নিদিলে। আৰু মোৰো চাকৰিটো ল'বলৈ যথেষ্ট আগ্ৰহ হ'ল, যদিহে চাহ কোম্পানীটোৰ লণ্ডন ব'ৰ্ডে মোক যোগ্য বুলি বিবেচনা কৰে। কিয়নো আনকি পঞ্চাশ বছৰৰ আগতেও এনে চাকৰিৰ কাৰণে প্ৰাৰ্থীৰ পৰীক্ষা আৰু সাক্ষাৎকাৰৰ নিয়ম আছিল।

এদিন সেই গুৰুত্বপূৰ্ণ দিনটো আহিল। মিশ্ৰিত মনোভাবেৰে মই কোম্পানীৰ কাৰ্যালয়ত নিৰ্দিষ্ট সময়ত উপস্থিত হ'লোঁগৈ। প্ৰাচ্যৰ মহিমাই মোৰ মন আচ্ছন্ন কৰি আছিল। কিন্তু ভয় হৈছিল জানোচা ব'ৰ্ডে মোক নাকচ কৰে।

যথাসময়ত মই ব'ৰ্ডৰ কোঠাত প্ৰবেশ কৰিলোঁ। দেখা পালোঁ আঠজন বয়সস্থ মানুহ প্ৰকাণ্ড মেজ এখনৰ চাৰিওকাষে ঘূৰণীয়াকৈ গম্ভীৰভাৱে বহি আছে। তেওঁলোকৰ মাজত মোৰ খুড়াগৰাকীও আছিল। তেওঁ মোলৈ চাই সামান্যভাৱে মিচিকিয়াই যেন নিৰ্ভয় দিলে।

প্ৰথমেই খুড়ায়েই ব'ৰ্ডৰ সচিবগৰাকীৰ সৈতে মোক চিনাকি কৰাই দিলে আৰু মোক এখন খালী হৈ থকা চকীত বহিবলৈ ইংগিত দিলে। মই বহাৰ আগেয়ে ব'ৰ্ডৰ সদস্যসকললৈ মূৰ দোঁৱাই সন্মান জনালোঁ। তেতিয়াৰ দিনত কনিষ্ঠসকলে জ্যেষ্ঠসকলক সুযোগ পালেই সন্মান জনাবলৈ নাপাহৰিছিল। আৰু যিকেজনৰ ওচৰত মোৰ ভৱিষ্যৎ সম্পূৰ্ণ নিৰ্ভৰ কৰিছে তেওঁলোকৰ প্ৰতি মোৰ আচৰণত মই যে সামান্যও ভুল কৰা উচিত নহ'ব সেই বিষয়ত মই সচেতন আছিলোঁ।

মোৰ খুড়ায়েই প্ৰথম কথা আৰম্ভ কৰিলে, "এই ডেকাল'ৰাটি মোৰ সম্পৰ্কীয়। এওঁ ভাৰতত চাহ বাগিচাৰ সহকাৰী পৰিচালক হিচাপে চাকৰি প্ৰাৰ্থী হৈ আহিছে।"

মই লগে লগে থিয় হৈ মূৰ দোঁৱালো আৰু আকৌ বহিলো।

এইবাৰ সচিবগৰাকীয়ে মাত লগালে, "ব'ৰ্ডে তোমাক কেইটিমান প্ৰশ্ন সুধিব।"

অলপ দীঘলীয়া নীৰৱ সময় অতিবাহিত হ'ল। মই মনতে ভগৱানক খাটিলো যাতে যথোচিতভাৱে প্ৰশ্ন উত্তৰ দিব পাৰোঁ।

মেজখনৰ এমূৰত গহীন হৈ বহি থকা বয়সীয়া মানুহ এজনলৈ বাকী সদস্যকেজনে দুই-এবাৰ মূৰ দাঙি চালে। অৱশেষত সেই মানুহগৰাকীয়ে আৰম্ভ কৰিলে, "মিঃ ব্ৰাউন, তুমি বাৰু গোলাপ ফুল ৰুই পাইছানে? আৰু গোলাপৰ আগ কেনেকৈ কাটিব লাগে, জানানে?"

মই থিয় হ'লোঁ, বৃদ্ধ সদস্যগৰাকীলৈ চাই মূৰ দোঁৱালো আৰু ক'লোঁ, "ছাৰ, মই বাগিচা কৰি ভাল পাওঁ, আৰু গোলাপ মোৰ প্ৰিয় ফুল। মোক দেউতাই কেনেকৈ ফুলগছৰ আগ কাটিব লাগে দেখুৱাই দিছে।"

বৰ্ডৰ সদস্যসকলে মূৰ জোকাৰি মোৰ উত্তৰত সন্তোষ হোৱা ভাব প্ৰকাশ কৰিলে।

"ইঞ্জিনিয়াৰিং বিষয়ৰ কিবা কাম তুমি জানানে?"

"মই মেকানিক বিষয়টো ভাল পাওঁ। আৰু ঘৰতে তিনিটা মডেল ইঞ্জিন সাজি উলিয়াইছোঁ," মই উত্তৰ দিলো।

আকৌ এবাৰ সদস্যকেজনে মূৰ দুপিয়ালে। এইবাৰ যেন অলপ বেছিকৈ মূৰ দুপিয়ালে আৰু এজন নে দুজনে মোলৈ কিছু অধিক আগ্ৰহেৰে চালে।

"তুমি ঔষধ-পাতিৰ কথাও অলপ-অচৰপ জানা হয়তো?" এইবাৰ প্ৰশ্ন কৰিলে।

"সেই দিশত মোৰ জ্ঞান বৰ কম। তথাপি ক'ব পাৰোঁ, কিতাপ পঢ়ি মই পোহনীয়া চৰাই আৰু কুকুৰৰ চিকিৎসা কৰিছোঁ, আৰু কৃতকাৰ্যও হৈছোঁ," মই উত্তৰ দিলোঁ।

"ব'ৰ্ডে আৰু এটা কথা তোমাক সুধিব খোজে। তুমি বাৰু কেতিয়াবা কিবা টান অসুখত ভুগিছিলানেকি?"

ঘনেপতি থিয় হৈ মূৰ দোঁৱাই থাকি মোৰ আমনি লাগিছিল। তথাপি উপায় নাই, তাকে কৰি থাকিব লগা হ'ল। মই উত্তৰ দিলোঁ, "সুখৰ কথা, পানীলগা ধৰণৰ সাধাৰণ দুই-এটা অসুখৰ বাহিৰে মই এতিয়ালৈকে কোনো ডাঙৰ অসুখত ভোগা নাই। তাৰ উপৰি আজিকালি ক্ৰিকেট, ফুটবল আদি খেলবোৰত ব্যস্ত থাকি বেমাৰ ভুগিবলৈ সময়েই নাথাকে।"

মই লাহেকৈ খুড়াদেউৰ পিনে চালোঁ— তেওঁবা মোৰ উত্তৰটো কেনে পালে। মোৰ নিজৰ হ'লে উত্তৰটো দি ভাল লাগিছিল।

খুড়াদেৱে হাঁহিলে। আন সদস্যসকলেও আমোদ পালে।

সচিবগৰাকীয়ে মাত দিলে, "ইমানেই হ'বনেকি, যদিহে সদস্যসকলে আৰু অন্য কিবা সুধিব লগা নাই।"

অলপ দীঘলীয়া নীৰৱতাৰ পাছত সচিবজনে মোক সাদৰে যাবলৈ ইংগিত দিলে। মই থিয় হৈ পুনৰ সদস্যসকলৰ প্ৰত্যেককে মূৰ দোঁৱাই সম্ভাষণ জনাই দুৱাৰমুখৰ পিনে খোজ ল'লোঁ। আৰু লগে লগে কেবাজন সদস্যই কোৱা শুনিলোঁ, "বেছ সন্তোষজনক হৈছে উত্তৰবোৰ।"

মই যেন অগ্নিপৰীক্ষা কোনোৰকমে পাৰ কৰিলোঁ। দুৱাৰমুখত ভৰি দিয়াৰ সময়তেই খুড়াদেউ উঠি আহি দুৱাৰখন খুলি দিলে আৰু মোৰ পিঠিত লাহেকৈ চপৰিয়াই ক্ষীণ কণ্ঠে ক'লে, "ভাল হৈছে.... ভাল হৈছে, যোৱা।"

কোঠাটোৰ পৰা ওলাই অহাৰ লগে লগে এনে লাগিল যেন মোৰ চাকৰি হৈয়েই গ'ল আৰু নিয়োগপত্ৰ যেন হাতত পৰিলেই। কিন্তু ওপৰ মহলাৰ পৰা চিৰিয়েদি নামি আহি থাকোঁতে হঠাৎ মনত সন্দেহো উপজিল, জানোচা কামটো নাপাওঁৱেই! কিন্তু কেদিনমান পাছতে ব'ৰ্ডৰ অফিচৰ পৰা চাকৰি পোৱাৰ খবৰটো আহিল আৰু মনৰ পৰা সকলো দুশ্চিন্তাৰ ওৰ পৰিল।

ব'ৰ্ডৰ সৈতে সাক্ষাৎ কৰাৰ পাছত মই চিৰিয়েদি নামি আহি ঠিক তল পাওঁতেই মোৰ বয়সৰে এজন ডেকাল'ৰাৰ সৈতে ভেটাভেটি হৈছিল। আমি দুয়ো দুয়োৰে চকুলৈ চাই প্ৰায় একেলগেই 'গুড্ মৰ্ণিং' বুলি ক'লোঁ।

"মই ব'ৰ্ড মিটিঙত সাক্ষাৎ দি এই নামি আহিছোঁ।" মই ক'লোঁ।

"আৰু মই সাক্ষাৎ দিবলৈ উঠি আহিছোঁ?" তেওঁৰ উত্তৰ দিলে। "আমি নিশ্চয় আকৌ লগ পাম। মোৰ লৰালৰি, পলম হৈছে, আহোঁ।" ডেকাজন বেগাই ওপৰলৈ উঠি গ'ল।

ডেকাজনক তাৰ পাছত আকৌ লগ পালোঁ মাৰ্চেণ্ট অফিচত চাকৰিৰ দলিল চহী কৰিবৰ সময়ত। পাছত কলিকতালৈ ৰাওনা হওঁতেও আমি একেখন সাগৰীয় জাহাজতে ভ্ৰমণ কৰিছিলো আৰু কলিকতাৰ পৰা অসমৰ ডিব্ৰুগড়লৈ কেবাশ মাইল ব্ৰহ্মপুত্ৰইদি উজাই যাওঁতে তেজপুৰ নামৰ এঠাইলৈকে একেলগে জাহাজত গৈছিলোঁ।

লণ্ডনৰ যিটো অফিচত মই ইতিমধ্যে কাম কৰি আছিলোঁ তাৰ পৰা ইস্তফা দি ওলাই অহাত মোৰ বিশেষ একো অসুবিধা হোৱা নাছিল। তেওঁলোকে বৰঞ্চ উদাৰমনেই মোক ততালিকে এৰি দিছিল। আনকি মই পাব লগাতকৈও ওপৰঞ্চি ধন মোক আদায় দিছিল। তাৰ পিছৰ দিনকেটা অত্যন্ত ব্যস্ততাৰে পাৰ হ'ল।

অতি কম সময়ৰ ভিতৰতে মোৰ যাত্ৰাৰ সকলো প্ৰস্তুতি সম্পন্ন কৰিব

লগা হৈছিল। কাৰণ কলিকতাৰ ভিক্টৰীয়া পোতাশ্ৰয় অভিমুখী এচ. এচ. এলডৰেডো জাহাজখন আৰু কেদিনমান পাছতে ৰাওনা হ'ব, আৰু সেইখনতে মোৰ যাত্ৰাৰ ব্যৱস্থা কৰা হৈছে।

সাজ-পোছাক নতুনকৈ লণ্ডনৰ দৰ্জিৰ হতুৱাই চিলাই ল'ব লগা হৈছিল। অন্যান্য প্ৰয়োজনীয় বহুত বস্তু কিনিব লগা হৈছিল, যিবোৰ বস্তু ভাৰতবৰ্ষৰ বজাৰত নাপায়। তাৰ উপৰিও 'আছাম' নামৰ যিখন ঠাইত মোৰ চাকৰি হৈছে সেইখন ভাৰতবৰ্ষৰ একেবাৰে পূব সীমাত আৰু চাহ বাগিচাৰ চাৰিওকাষে অটব্য হাবি। গতিকে এটা বন্দুক, এটা ৰিভলভাৰ আৰু এটা ৰাইফল লগত ল'ব লগা হৈছিল।

সৌভাগ্যবশতঃ মই সকলো ধৰণৰ আগ্নেয়াস্ত্ৰ যেনে, বন্দুক, ৰাইফল আৰু পিষ্টল আদিৰ ব্যৱহাৰত পাৰ্গত আছিলোঁ। ডাঙৰ কাঠৰ বাকচ এটাত এই তিনিওবিধৰে এটাকৈ আগ্নেয়াস্ত্ৰ ভৰাই ভালকৈ বন্ধ কৰি লোৱা হ'ল। অৱশ্যে বাকচটো ডাঙৰ হোৱা কাৰণে মোৰ কেবিনত ভৰাই ল'ব পৰা নগ'ল। যথেষ্ট পৰিমাণৰ পিন্ধা কাপোৰ কেবিনত লোৱা কথাটো আগেয়ে চিন্তা কৰা নহ'ল কাৰণে পাছত বাৰুকৈয়ে অসুবিধা পৰিব লগা হৈছিল।

কেদিনমান পাছতে ৰাওনা হোৱা সকলো প্ৰস্তুতি সম্পূৰ্ণ। ব'ৰ্ডৰ সমুখত সাক্ষাৎ দিয়াৰ সেই ভয়াৰ্ত স্মৃতি আৰু এতিয়া মনত নাই। তাৰ ঠাইত মনটো ভৰি পৰিছে এটি সপোনেৰে, ভাৰতবৰ্ষত গৈ চাকৰি কৰাৰ সপোনেৰে। সেই সুযোগতে কল্পনা কৰিছিলোঁ, মই কিমান দৰমহা পাম! কমেও মাহিলি ১২৫ টকামান হ'ব চাগৈ।

অৱশেষত যাত্ৰাৰ দিনটো আহিল। মনত ইংলণ্ডৰ ঘৰখনৰ নানান স্মৃতি আৰু আনহাতে প্ৰাচ্য সম্পৰ্কে শুনি থকা বিচিত্ৰ তথ্যৰ মোহনীয় আকৰ্ষণ। মোৰ আগেয়েও হয়তো ইংলণ্ডৰ বহুজনৰ এনে অভিজ্ঞতাৰ সৈতে পৰিচয় হৈছে। মিলৱালৰ ভিক্টোৰীয়া পোতাশ্ৰয়ত এচ. এচ. এলড'ৰাডো নামৰ জাহাজখন যাত্ৰীসকলৰ কাৰণে অপেক্ষা কৰি আছিল। কলিকতা আৰু অন্যান্য বহু ঠাইলৈ জাহাজখনে যাত্ৰী কঢ়িয়াই নিব। নিৰ্দিষ্ট সময়ত মই জাহাজত ভৰি দিলোঁগৈ। অসমৰ হাবিত চাহ খেতি কৰিবলৈ পূৰ্ণ মৰ্যদাৰ এজন চাহ খেতিয়কৰূপে উজনি অসমৰ চাহ কোম্পানীৰ চাকৰিত মই ভৰ্তি হৈছোঁ। চাৰি বছৰীয়া ম্যাদৰ এখন চুক্তি অনুযায়ী অসমৰ হাবিত বনৰীয়া জীৱ-জন্তু আৰু নানান অনিশ্চয়তাৰ মাজত চাহ খেতিৰ অভিজ্ঞতা ল'বলৈ এদিন মোৰ সমুদ্ৰ যাত্ৰা আৰম্ভ হ'ল।

ফিলিপ ব্ৰাউনে ইতিমধ্যে দুটা লাৰ্জ "হুইস্কি অন ৰক্" শেষ কৰি অলপ

আঁতৰতে থকা চে'লাৰৰ পৰা তৃতীয় এটা ড্ৰিংক গিলাচটোত প্ৰস্তুত কৰি ল'লে। চিম্‌নীৰ অগুঠাখিনি তেওঁ লোহাৰ দীঘল মাৰি এডালৰে খুচি দিলে। ইউজিনি ব্ৰাউন উল গুঠি থকাৰ পৰা থিয় হৈ ভিতৰৰ পিনে গ'ল।

অলপ পিছতে ট্ৰলী এখনত ঠেলি ঠেলি বেয়াৰা এটা সোমাই আহিল। ট্ৰলীত বনচাইনাৰ বাটিত চুপ আৰু ব'নচাইনাৰে চুপ খোৱা বিশেষ চামুচ অনা হৈছে। চুপৰ বাটি, চামুচ আৰু বহল বগা কাপোৰৰ নেপকিন সৌমাৰ আৰু প্ৰসন্নৰ সমুখৰ টিপয়ত থ'লে। ব্ৰাউনে চুপ নল'লে, ড্ৰিংকৰ গিলাচ হাতত আছে।

এনেতে ভিতৰৰ পৰা পাশ্চাত্য চিম্ফনী সংগীতৰ সুৰ ভাঁহি আহিল। ইউজিনিয়ে হিজ মাষ্টাৰচ্ ভয়েচ্ যন্ত্ৰত গ্ৰামোফোন ৰেকৰ্ড শুনিছে। তেওঁৰ হাতত আয়নাৰ এটা দীঘলীয়া গিলাচত ৰেড ৱাইন, মাজে মাজে এঢোক ওঁঠত লৈছে।

ব্ৰাউন চাহাবে হুইস্কিৰ গিলাচৰ পৰা এঢোক ওঁঠত লৈ আকৌ তেওঁৰ পুৰণি কাহিনী আৰম্ভ কৰিলে। সৌমাৰ আৰু প্ৰসন্নই চুপ্ খাই খাই কাহিনী শুনিলে ঃ

লণ্ডনৰ ভিক্টোৰীয়া ডকৰ পৰা এচ. এচ. এলডৰাডো সাগৰীয় জাহাজত উঠি যাত্ৰা আৰম্ভ কৰি কলিকতাৰ পোতাশ্ৰয় ডায়মণ্ড হাৰবাৰত আহি উপস্থিত হওঁতে মুঠতে দুমাহ চৈধ্যদিন লাগিল। লণ্ডনৰ পৰা বীস্কে সাগৰ, জিব্ৰালটৰ, মাল্টা, পৰ্ট চৈয়দ, চুয়েজ্ কেনেল, এডেন, কলম্বো, মাদ্ৰাজ— এইবিলাকত বৈ বৈ আহি শেষত আমি ডায়মণ্ড হাৰবাৰত উপস্থিত হ'লোহি। তাতেই কাষ্টম আদিৰ কাৰণে যোল্ল ঘণ্টা অপেক্ষা কৰিবলগীয়া হ'ল। তাৰ পিছত এখন সৰু জাহাজত উঠি হুগলী নদীয়েদি নৌ যাত্ৰা কৰি কলিকতাৰ পৰ্টত অৱতীৰ্ণ হ'লোঁহি। এই আঢ়ৈমহীয়া সাগৰ যাত্ৰাৰ কাহিনী এক সুকীয়া বৃত্তান্ত হ'ব, অন্য এদিন শুনাবলৈ থ'লোঁ। আজি মাত্ৰ তোমালোকক এই মাজুলীগড়বাগিচাকে লৈ আপাৰ আছাম টি কোম্পানীৰ চাৰিখন বাগিচা কেনেকৈ আৰম্ভ হ'ল, আৰু সেই কামত মই নিজে কিমানখিনি কষ্ট আৰু পৰিশ্ৰম কৰিব লগা হৈছিল তাৰে কিছু আভাস তোমালোকক দিবলৈ চেষ্টা কৰিম।

কলিকতাত থকা ভাৰতীয় চাহ বৰ্ডৰ এজেণ্টৰ সৈতে দেখা কৰি মোৰ চাকৰিৰ সমুদায় আনুষ্ঠানিকতা সম্পূৰ্ণ কৰোঁতে দহদিন সময় অতিবাহিত কৰিবলগীয়া হ'ল। কলিকতাত মোক উইলচন হোটেলত থাকিবলৈ দিয়া হৈছিল ; এতিয়া সেই হোটেলৰ নাম গ্ৰেট ইষ্টাৰ্ণ হোটেল। মোৰ দৰমহা ঠিক হ'ল মাহে এশ পয়ত্ৰিশ টকা, আৰু তৎকালীন হাত খৰচৰ বাবদ তিনিশ টকা আগধন হিচাপে দিয়া হ'ল। কলিকতাৰ শিয়ালদহ ৰেল ষ্টেচনৰ পৰা

গোৱালগুলৈকে আমি ৰেলেৰে আহিলোঁ। আমি মানে-- একে চাহ কোম্পানীৰে চাকৰি লৈ ইংলণ্ডৰ দক্ষিণ ৰেলচৰ পৰা একেলগে অহা ডেকাজন। তেওঁ এজন ইঞ্জিনীয়াৰ, এচিচ্‌টেণ্ট ফে ক্টৰী মেনেজাৰ হিচাপে চাকৰিত সোমাইছে। গোৱালগুত গংগা আৰু ব্ৰহ্মপুত্ৰ নদী লগ লাগিছে। গোৱালগু ৰেল ষ্টেচনত ষ্টেচন মাষ্টৰ নীল এগুাৰচন আমাৰ কাৰণে অপেক্ষা কৰি আছিল। তেওঁ এজন বিহাৰী এচিচ্‌টেণ্ট ষ্টেচন মাষ্টাৰক নিৰ্দেশ দিলে-- অলপ দূৰতে বৈ থকা 'পদ্মা' নামৰ জাহাজখনৰ ওপৰ ডেকত থকা আমাৰ নিৰ্দিষ্ট কেবিনলৈ যাতে আগুবাই লৈ যায়।

গোৱালগুৰ পৰা ডিব্ৰুগড়লৈ ব্ৰহ্মপুত্ৰইদি জাহাজত আমাৰ মুঠ আঠাইছ দিন লাগিল। জাহাজৰ কেপ্টেইনজন আছিল সকলো কথাতে অতি উৎসাহী মানুহ। আমাতকৈ বয়সত ডাঙৰ যদিও আমাৰ সৈতে বন্ধুৰ দৰে ব্যৱহাৰ কৰিছিল। নাম আছিল জন্ কাৰ্লু। সকলোৱে অৱশ্যে তেওঁক কেপ্টেইন বুলিয়েই সম্বোধন কৰিছিল। জাহাজত যাত্ৰীৰ খাদ্যৰ কাৰণে যাতে প্ৰচুৰ সামগ্ৰী মজুত থাকে সেই কথাত তেওঁ অতি সজাগ আছিল, আৰু তাৰ ব্যৱস্থা কৰিছিল। ইউৰোপীয় যাত্ৰীসকলৰ কাৰণে যথেষ্ট পৰিমাণে মুৰ্গী ছাগলী হাঁহ আদিৰ যোগাৰ ৰাখিছিল। জাহাজত বিদেশী মদৰ 'বাৰ' আছিল আৰু ঘাটবোৰত জাহাজ লগাৰ লগে লগে সেই ঠাইৰ ইউৰোপীয় মানুহ আহি সেই বাৰৰ পৰা হুইস্কি, ব্ৰাণ্ডি, ৰাম, জীন আদি পানীয় কিনিবলৈ আহিছিল। কেপ্টেইনৰ চিকাৰ কৰাৰ চখ আছিল। গতিকে প্ৰায়েই ঘাটত জাহাজ ৰ'লেই ওচৰত থকা হাবিৰ মাজলৈ গৈ বনৰীয়া মুৰ্গী, হাঁহ, গাহৰি, পহু আদি চিকাৰ কৰি আনে। আমাকো তেওঁ লগত লৈ গৈছিল। আমিও কান্ধত নিজৰ নিজৰ ৰাইফল লৈ জাহাজৰ পৰা নামি চিকাৰ কৰিবলৈ গৈছিলোঁ।

'গৌহাটীত' জাহাজ তিনিদিনৰ কাৰণে ৰৈছিল। অসমৰ এইখনেই আটাইতকৈ ডাঙৰ নগৰ বুলি আমি জানিছিলোঁ। সেই সময়ৰ গৌহাটীৰ প্ৰাকৃতিক দৃশ্য এতিয়াও পাহৰিব নোৱৰা। নদীৰ দুয়োপাৰে পাহাৰবোৰ। পাহাৰবোৰ গছ-গছনিৰে ভৰা। ব্ৰহ্মপুত্ৰৰ মাজতে শিলৰ সৰু পাহাৰৰ দৰে এটা এটা নদীদ্বীপ। সেই পাহাৰটোও গছ-গছনিৰে ঠাহ খাই ভৰা। আহোম ৰজা ৰুদ্ৰসিংহই সেই পাহাৰত এটা শিৱ মন্দিৰ সজাইছিল, উমানন্দ মন্দিৰ। গৌহাটীৰ সেই তিনিদিন জাহাজৰ ডেকৰ পৰা ব্ৰহ্মপুত্ৰৰ পানীত যি বেলি ডুবাৰ দৃশ্য দেখিছিলোঁ, তেনে সুন্দৰ বেলি ডুবাৰ দৃশ্য মই আগেয়ে ক'তো দেখা নাছিলোঁ। ব্ৰহ্মপুত্ৰৰ বুকুয়েদি সেই আঠাইছ-দিনীয়া আমাৰ যাত্ৰাৰ যি বিচিত্ৰ অভিজ্ঞতা সি পূৰ্বৰ সমুদ্ৰ যাত্ৰাৰ

দৰেই বিচিত্ৰ আছিল।

অৱশেষত মোৰ গন্তব্যস্থান ডিব্ৰুগড়ত অৱতীৰ্ণ হ'লোঁগে। ইতিমধ্যেই মোৰ লগৰ ইঞ্জিনীয়াৰ এচিচ্‌টেণ্ট মেনেজাৰজন তেজপুৰঘাটতে নামি গৈছিল। ডিব্ৰুগড় ঘাটত ফ্লেটত জাহাজ লগাৰ লগে লগে আঁঠুলৈকে মোজা, ভৰিত কাপোৰৰ জোতা, হাফপেণ্ট, আৰু কোট পিন্ধা, দীঘল মোচ থকা এজন আদবয়সীয়া মানুহ মোৰ ওচৰ চাপিলহি। তেওঁৰ পিছে পিছে চাৰিজন মজদুৰ। মানুহজনে নিজকে 'জামাদাৰ বাবু' বুলি ভঙা ভঙা ইংৰাজীতে চিনাকি দি এখন চিঠি মোৰ পিনে আগবঢ়া দিলে। চিঠিখন দিহিং বাগিচাৰ মেনেজাৰৰ। মোক বাগিচালৈ আদৰণি জনাই লিখিছে, ডিব্ৰুগড়ৰ পৰা বাগিচালৈ পোন্ধৰ মাইল দুৰ। পত্ৰবাহক জামাদাৰ বাবুৱে মোক বাট দেখৱাই লৈ যাব। মোক নিবলৈ এটা ঘোঁৰা আৰু বস্তু-বাহানি কঢ়িয়াবলৈ কুলীৰ বন্দবস্ত কৰা হৈছে।

জাহাজৰ কেপ্টেইনৰ সৈতে দীঘলীয়া সময় ধৰি কৰমৰ্দন কৰি বিদায় লৈ, আৰু তেওঁ উপহাৰ হিচাপে দিয়া ডাঙৰ এবটল ফ্ৰেন্স জীন্ আৰু চেলমন মাছৰ এটা ডাঙৰ টেমা লৈ, আৰু পলম নকৰি ঘাটলৈ নামি আহিলোঁ। অলপ আঁতৰৰ পৰাই দেখা পালোঁ সৰুফুটীয়া দুটা ঘোঁৰা— (Pony)। গাধ একোটাৰ সমান। খুঁটিত বান্ধি থোৱা আছে।

এটা ঘোঁৰাত জামাদাৰ বাবু আগে আগে আৰু পিছে পিছে ইটো ঘোঁৰাৰ পিঠিত ৰাইফলটো লৈ মই আগবাঢ়িলোঁ। মোৰ প্ৰকাণ্ড ট্ৰাংক, হ'ল্ডঅল আৰু দুটামান বাকচ— এটাত কিতাপ, এটাত কিছু খোৱা আৰু পানীয় সামগ্ৰী— এইবোৰ ৰছীৰে বাঁহ দুডালত বান্ধি চাৰিটা মানুহে কান্ধত দুজন দুজনকৈ ওলোমাই আমাৰ পিছে পিছে কুকুৰ-লৰ দি আগবাঢ়িল। ডিব্ৰুগড় চহৰখনত ঘৰ-দুৱাৰ, বাট-পথ, মানুহৰ পিন্ধা-উৰা চাই কিছু আভিজাত্যৰ চিন পালোঁ। বেড ৰ'ডেদি গৈ থাকোঁতে ভালেকেইটা ইউৰোপীয় পৰিয়ালৰ মানুহো দেখা পালোঁ। যিহওক কিছুদুৰ চহৰৰ বাটেৰে যোৱাৰ পিছতে আমি গাঁৱৰ বাট পালোঁ, আৰু পিছলৈ প্ৰায় জনশূন্য পথৰুৱা বাটেৰে আগবাঢ়িলোঁ। আনকি মাজে মাজে আমাৰ ঘোঁৰা একোটা গাঁতত সোমাই হেচোঁক খাই পৰাৰ দৰে হয়। কোনোৰকম চেদেলত খামুচি ঘোঁৰাৰ পিঠিৰ পৰা নপৰাকৈ থাকিলোঁ।

দুপৰীয়া এখন সৰু নৈৰ পাৰৰ গছৰ ছাঁত আমি জিৰণি ল'লোঁ আৰু লঘু আহাৰ কৰিলোঁ। মই এটা ডাঙৰ বিস্কুটৰ খালী টেমাত জাহাজৰ পাৰবই লৈ অহা চিকেন চেন্দেউইচ্‌জ, টিনৰ মাছ, কণী সিজোৱা খালোঁ। বাকচৰ পৰা বিয়েৰ এবটল উলিয়াই পানীৰ সলনি তাকেই খালোঁ। মজদুৰকেজনে গামোচা পাৰি

লৈ চিৰা, গুৰ আৰু কল খোৱা দেখিলোঁ। জামাদাৰ বাবুক মোৰ লগতে মোৰ আহাৰৰ ভাগ ল'বলৈ অনুৰোধ কৰিলোঁ। তেওঁ এনে ভাব প্ৰকাশ কৰিলে যেন সেইবোৰ খাদ্য মুখত দিলে তেওঁৰ ওকালিহে আহিব। তেওঁ আমাৰ ওচৰৰ পৰা কিছু নিলগলৈ আঁতৰি গ'ল। ঘোঁৰা দুটাকো কিছু ঘাঁহ-পানীৰ যোগাৰ দিয়া হ'ল।

আবেলি পৰত মই দিহিংবাগিচাৰ মেনেজাৰৰ বাংলো পালোঁগৈ। তেতিয়া বাংলোবোৰত এতিয়াৰ দৰে সা-সুবিধা নাছিল। সুখৰ কথা, মেনেজাৰৰ পত্নীও লগতে আছিল। ওখ, শকত-আবত এগৰাকী মহিলা। বৰ মৰমীয়াল। মই তেওঁলোকৰ লগত পঁচিশদিন আছিলোঁ। মহিলাগৰাকীয়ে মোক বৰ ভালকৈ সোধ-পোছ কৰিছিল। পুৱা সদায় এটা কুইনাইন নিজেই আনি খাবলৈ দিছিল। মেনেজাৰজনে এখন বাগিচাৰ সকলো দিশ মোক বুজাই দিছিল। তেতিয়াৰ দিনত এজন মেনেজাৰে বাগিচাৰ পাত তোলাৰ পৰা ফেক্টৰী চলোৱা, হিচাপ-পত্ৰ চোৱা, মজদুৰ আৰু আন কৰ্মচাৰীৰ সমস্যা দূৰ কৰা, আনকি অসুখ-বিসুখ হ'লে চিকিৎসা ৰ তদাৰকো কৰিব লাগিছিল।

প্ৰাথমিক প্ৰশিক্ষণ সম্পূৰ্ণ হোৱাত পঁচিশ দিনৰ পিছত মোক প্ৰায় দহ মাইলমান দূৰৰ এখন 'আউট গাৰ্ডেন'লৈ পঠোৱা হ'ল। তাতে থাকি মোৰ আচল কাম হ'ল তিনিশ একৰ মাটিৰ এখন সম্পূৰ্ণ নতুন চাহ বাগিচা প্ৰতিষ্ঠা কৰা।

আউট গাৰ্ডেনলৈকে মোৰ সকলো বয়বস্তু আৰু কিছু অতিৰিক্ত খাদ্য-সামগ্ৰী লৈ মই যাব লগা হৈছিল এখন ম'হৰ গাড়ীত। সেয়াও এক অভিজ্ঞতা। যিটো হাবিতলীয়া বাটেৰে আমি যাব লগা হৈছিল সেই বাটেৰে হাতী অহা-যোৱা কৰাৰ ফলত কোমল মাটিত হাতীৰ খোজৰ ডাঙৰ ডাঙৰ গাঁত হৈছিল। গতিকে গাড়ীখনত উঠি যাওঁতে মাজে মাজে হামখুৰি খাই পৰোঁ যেন লাগে। শেষত গাড়ীৰ পৰা নামি গাড়ীৰ কাষে কাষে বোকা-পানীৰে খোজকাঢ়ি যোৱাকে ঠিক কৰিলোঁ।

কিছুদূৰ যোৱাৰ পিছত দিহিং নৈৰ পাৰ পালোঁহি। মাৰ নাৱেৰে গৈ পাৰ হ'ব লাগিব। ম'হৰ গাড়ী মাৰ নাৱত তুলি দিয়া হ'ল। নৈৰ সোঁত যথেষ্ট প্ৰবল আছিল। তথাপি নিৰ্ভয়ে নৈ পাৰ হৈ আৰু অলপদূৰ হাবিতলীয়া বোকা-পানীৰ বাটেৰে আমি আগবাঢ়িলোঁ। সন্ধ্যা লগাৰ আগে আগে আমি আউটাৰ গাৰ্ডেনত প্ৰবেশ কৰিলোঁগৈ।

ইয়াতো আকৌ এজন জামাদাৰ বাবুৱে আহি বাগানৰ গেটত মোক সম্ভাষণ জনাই মোৰ কাৰণে নিৰ্দিষ্ট কৰা ঠাইলৈ আগবঢ়াই লৈ গ'ল। মোৰ থকা ঠাই হ'ল এটা অস্থায়ীভাৱে সজা বহল দুচলীয়া খেৰৰ ঘৰ। ইকৰা আৰু বাঁহেৰে

সজা বেৰ, মাটিৰে লেপা। দুৱাৰ-খিৰিকী বাঁহেৰে সজা। মজিয়াখনো মাটিৰ। বেকাৰে লিপি মিহি কৰি থৈছে। কিন্তু সেমেকা নহ'বলৈ চাউলৰ খালী থৈলা পাৰি থৈছে। "ডাক্তৰ বাবু মানে কম্পাউণ্ডৰ, যি সাধাৰণভাৱে ঔষধপাতি দিব পাৰে, প্ৰাথমিক চিকিৎসাৰ জ্ঞানখিনি যাৰ আছে। মেলেৰীয়া, কালাজ্বাৰ আদিৰ চিকিৎসাখিনি যি জানে। এই দুবিধ ৰোগতে তেতিয়া বেছিভাগ ৰোগী আক্ৰান্ত হৈছিল। এতিয়া কালাজ্বৰ নোহোৱা হৈছে যদিও মেলেৰীয়া নিৰ্মূল হোৱা নাই। কলিকতাৰ বঙালী ভদ্ৰলোক এই ডাক্তৰবাবুজন একমাত্ৰ পইচাৰ আকৰ্ষণতে চাকৰি লৈ এই জংঘলৰ মাজত আছেহি। পিছলৈ এওঁ মোৰ বন্ধু হৈ পৰিছিল।

মোৰ কাৰণে থকা ঘৰৰ এই ব্যৱস্থাটো মাত্ৰ দুদিন আগতেহে সম্পূৰ্ণ হৈছে। চকী-মেজৰ ব্যৱস্থা হিচাপে কেটামান প্লাই কাঠৰ পেকিং বাকচৰেই সদ্যহতে কাম চলোৱাৰ ব্যৱস্থা হৈছে। ইংলণ্ডৰ পৰা ইমান হেজাৰ মাইল দূৰলৈ নিজৰ সকলো আপোনজন, আনন্দ সুখ এৰি থৈ এজন উনৈছ বছৰীয়া যুৱক এই অটব্য হাবি জংঘলত বনৰীয়া হিংস্ৰ জন্তুৰ মাজত, মেলেৰীয়া, কালাজ্বৰ, কলেৰাত আক্ৰান্ত হ'ব পৰা দুৰ্ভাৱনাৰে থাকিব লাগিব, অথচ কলিকতাত থকা কোম্পানীৰ এজেণ্টসকলে যুৱকজনৰ কাৰণে থকাৰ এনে ব্যৱস্থাই উপযোগী বুলি ভবা কথাটোৱে প্ৰথমে মোক কিছু হতাশ কৰিছিল। কিন্তু দুদিন পিছতে, কামৰ মাজত, এড্‌ভেঞ্চাৰৰ মাজত যেতিয়া সোমাই পৰিলোঁ, থকা-মেলাৰ সকলো অসুবিধা পাহৰি গ'লোঁ।

ইতিমধ্যে তিনিশ একৰ হাবিয়নীখনৰ চল্লিশ একৰ মাটিৰ জংঘল আৰু কাঠনিখনৰ বহুখিনি পৰিষ্কাৰ কৰা হৈছে। সেই কামত পাৰ্গত নেপালী বনুৱা। বিহাৰী ঠিকাদাৰ এজনে কিছুমান নেপালী বনুৱাক নিয়োগ কৰিছে। আউট গাৰ্ডেনৰ পৰা মোৰ কৰ্মথলীলৈ যোৱাৰ ব্যৱস্থা হ'ল হাতী। হাতীত উঠি মই বাগিচা পতা কাম পৰিদৰ্শন কৰিবলৈ যাব লাগে। আবাদী নোহোৱা কাষৰ জংঘলত টেঁকীয়াপতীয়া বাঘ আৰু বনৰীয়া হাতীৰ জাক। ভালেকেজন বনুৱাৰ বনৰীয়া হিংস্ৰ জন্তুৰ দ্বাৰা আক্ৰান্ত হৈ মৃত্যু হৈছে বুলি জানিব পাৰিছিলোঁ। এটাইতকৈ ভয়ৰ কথা হৈছে সাপ। সেই হাবি অঞ্চল বিষাক্ত সাপেৰে ভৰা। আনকি মোৰ বাসস্থানতো যেতিয়াই তেতিয়াই ফেঁটী সাপ বগাই ফুৰে।

ৰ'দ-বতাহ-বৰষুণ আওকাণ কৰি অত্যন্ত পৰিশ্ৰম কৰা, খোৱা-বোৱাৰ অনিয়ম, ছাগলী, হাঁহ আৰু বনৰীয়া মুৰ্গীৰ মাংসৰ বাহিৰে অন্য খাদ্যৰ অভাৱত সদায় একে ধৰণৰ আহাৰ খোৱা, দিনৰ পিছত দিন সন্ধ্যাবোৰ নিশাবোৰত নিঃসংগতা, বৈচিত্ৰ্যহীনতা— এই সকলো মিলি মোৰ দেহমন যেন ক্ৰমে ভাগি

পৰিছিল। মাজতে জ্বৰ আৰু পেটৰ অসুখত প্ৰায় দহদিনমান বেয়াকৈ ভুগিব লগা হৈছিল। বঙালী কম্পাউণ্ডাৰ বাবুজনেই অতি যতন কৰি বটলত দাগ কটা ঔষধৰ লগতে কিবা বনৌষধিও দি কিবা প্ৰকাৰে মোৰ প্ৰাণ ৰক্ষা কৰিলে।

কিন্তু এইবিলাক সত্বেও প্ৰতিদিনে নতনি বাগিচা খোলা ঠাইখনলৈ গৈ যেতিয়া ঠাইখনৰ ন-ন ৰূপ দেখিবলৈ পাওঁ— প্ৰকাণ্ড হাবিয়নী এখন কিদৰে নিমজ মাটিৰ শাৰী শাৰী সৰু সৰু টিপ কিছুমানলৈ সলনি হৈ উঠিছে, তাৰ মাজে মাজে চাহ গছবোৰৰ পুলি গজি উঠিছে, সেই দৃশ্য চাই শৰীৰ আৰু মনৰ সকলো কষ্ট পাহৰি যাওঁ। ইতিমধ্যে কলিকতাৰ পৰা চল্লিছ মোন চাহ গছৰ বীজ আহি আউট গাৰ্ডেনৰ গুদামত জমা হৈছেহি। বীজ সিঁচি চাহ পুলি তৈয়াৰ কৰা, ছাঁৰ তলত বীজ গজাৰ ব্যৱস্থা কৰা আৰু চাহ পুলি শাৰী শাৰীকৈ টিপবোৰত কেনেকৈ ৰুব লাগে, কেনেকৈ নিয়মীয়াকৈ পানী সিঁচিব লাগে, ইত্যাদি পদ্ধতিবোৰ জানিবলৈ কাৰিকৰী শিক্ষাৰ কিতাপ মোলৈ পঠিওৱা হৈছিল। মই স্কুলৰ দ্বাদশ শ্ৰেণীত এণ্টমলজীৰ কিছু প্ৰাথমিক জ্ঞান আহৰণ কৰিছিলোঁ। সেইটোও এটা নিয়োগ কৰা হৈছিল।

যি হওক ছমাহৰ ভিতৰত নতুন বাগিচাৰ মাটি সম্পূৰ্ণ তৈয়াৰ হ'ল। বীজৰ পৰা পুলিও গজি উঠিল, আৰু নতুন মাটিত চাহ পুলিবোৰ (চেপলিং) শাৰী শাৰীকৈ লগোৱা হ'ল। তনি মাহৰ ভিতৰত চল্লিশ বিঘা মাটিৰ এখন সেউজীয়া চাহ বাগিচা লহ্‌পহ্‌কৈ গঢ় লৈ উঠিবলৈ ধৰিলে। ১৮৯৭ আগষ্ট মাহৰ পৰা ১৮৯৮ৰ জুন মাহলৈকে প্ৰায় এবছৰৰ ভিতৰত বাগিচাখনৰ সৰু সৰু চাহপুলিবোৰ কিছুমান শিশুৰ হাঁহিৰ দৰে উজলি উঠিল। ইয়াৰ ভিতৰতে ডিব্ৰুগড় বাগিচাত থকা কোম্পানীৰ ভিজিটিং চুপাৰিটেণ্ডেণ্ট মিঃ গিলিক্ৰিষ্টে দুবাৰকৈ বাগিচাৰ কামৰ পৰিদৰ্শন কৰিও গ'লহি। মই বুজি পাইছিলোঁ, চুপাৰিণটেণ্ডেণ্টে মোৰ কামত সম্পূৰ্ণ সন্তোষ লাভ কৰিছিল, কিন্তু তাকে প্ৰকাশ কৰাত তেওঁ যথেষ্ট কাৰ্পণ্য কৰিছিল, কিয়নো পিছলৈ চাহ বাগিচাৰ প্ৰশাসনীয় দিশত ব্যুৎপত্তি লাভ কৰি জানিব পাৰিছিলোঁ, তলৰ বিষয়া বা কৰ্মচাৰীৰ ওচৰত নিজৰ মনৰ ভাব সম্পূৰ্ণকৈ প্ৰকাশ কৰি দিব নালাগে। মিঃ গিলক্ৰিষ্টৰ ব্যৱহাৰত মই সামান্যভাৱে হতাশ হৈছিলোঁ যদিও মই স্পষ্টভাৱে উপলব্ধি কৰিছিলোঁ— এতিয়ালৈকে বাগিচা পতা কামখিনি মই সম্পূৰ্ণ কৃতকাৰ্যভাৱেই সম্পূৰ্ণ কৰিছোঁ। চল্লিছ একৰ মাটিৰ কোমল সেউজীয়া চাহপুলিৰ বাগিচাখন এমুৰৰ পৰা চাই পঠিয়ালে এনে লাগে যেন এখন সেউজীয়া কাৰ্পেট— সিপিনে বহুত দূৰত ৰিণিকি ৰিণিকি দেখা এখন শ্যামলা অৰণ্যৰ বুকুত মিলি গৈছেগৈ। কি অপূৰ্ব দৃশ্য!

আৰু এই দৃশ্যৰ শিল্পীজনেই মই। মই, ফিলিপ ব্ৰাউন। এজন কৃষি বহুৰীয়া

ডেকা বুটন। সাত সাগৰ তেৰ নদী পাৰ হৈ আহি অশেষ কষ্ট পৰিশ্ৰম আৰু ত্যাগ স্বীকাৰ কৰি, মেলেৰীয়া, কালাজ্বৰ, বাঘ-ঘোং-সাপৰ সৈতে জীৱনৰ হেতালি খেলি অটব্য অৰণ্যৰ মাজত এক নিঃসংগ জনাস্তিক জীৱন নিৰ্বাহ কৰি, এই যে এখন সেউজীয়া বাগিচা গঢ়ি তোলা হ'ল, এই যে একে মনোৰম বিশাল দৃশ্যপটৰ শিল্পী মই,— এই কথাটো ভাবি মই মাজে মাজে আপোন পাহৰা হৈ পৰোঁ।

হঠাৎ এদিন মাজনিশা এক প্ৰবল ধুমুহা আহিল। বিজুলী ঢেৰেকনি, সোঁ-সোঁৱাই ভীষণ জোৰে অহা কোবাল বতাহ। মোৰ ভাব হ'ল, মোৰ ঘৰটো যেন উৰুৱাইহে নিব। বহু সময়ৰ পিছত ধুমুহা শাম কাটিলে যদিও, নেৰানেপেৰা বৰষুণ আৰম্ভ হ'ল।

সেই বৰষুণ একেলেথাৰিয়ে পিছৰ তিনিদিন ধৰি চলি থাকিল। মই সেইকেদিন ক'লৈকো নোলালোঁ। দিনটো বীয়েৰ খোৱা আৰু সন্ধিয়া হ'লেই হুইস্কীৰ বটল লৈ বহি থাকিলোঁ। গ্ৰামোফোন ৰেকৰ্ডত ওৰেদিন জাজ সংগীত শুনিলো। আৰু কিছুমান চিঠি লিখিলোঁ। চতুৰ্থ দিনা বৰষুণ বন্ধ হ'ল। আকাশত পুৱাই ৰ'দ ওলাল। মই ভাবিলোঁ, মোৰ হাতীটো আনিবলৈ দিওঁ, এপাক বাগিচাখন চাই আহোঁগৈ। এই তিনিদিনীয়া বৰষুণত বা কি হৈছে। মই বাৰাণ্ডালৈ ওলাই গ'লো চৌকিদাৰক খবৰ ল'বলৈ।

এনেতে হঠাৎ বাগিচাৰ এজন বনুৱা চৰ্দাৰ বেগাই আহি মোৰ ওচৰত থিয় হৈ চেলাম দিলে।

মানুহটোৱে এটা দুঃসংবাদ লৈ আহিছেঃ দিহিং নৈৰ বানপানীয়ে গোটেই বাগিচা ডুবাই পেলাইছে। বাগিচাৰ ওপৰত এক-ডেৰফুট পানী। সেই পানী ওলাই যাবলৈ বা শুকাবলৈ দুই-তিনিদিন সময় লাগিব। মই অকণো পলম নকৰিলোঁ।

মই গৈ হাতীৰ ওপৰৰ পৰা দেখা পালোঁগৈ, সমুখত যেন সেইখন এখন সাগৰ। বাগিচা গৈ পোৱাৰ বহু আগৰে পৰা পানী ভাঙি ভাঙি হাতীয়ে খোজ দিব লগা হৈছিল।

হাতীৰ ওপৰতে বহি মই বহুত সময় ধৰি একে ঠাইতে ৰৈ থাকিলোঁ। মই যেন নিজকে অনুভৱ কৰিছিলোঁ— মই এটা প্ৰস্তৰ মূৰ্তিলৈ ৰূপান্তৰ হৈ পৰিছোঁ।

পিছৰ তিনিদিনো সদায় গৈ গৈ মই বাগিচাখন একেথৰে ঘণ্টাৰ পিছত ঘণ্টা ধৰি চাই ৰ'লো। প্ৰতিদিনে পানী কমি আহিছিল। তৃতীয় দিনা গৈ দেখিলোঁ

গোটেই বাগিচাখন, চল্লিশ একৰ মাটিৰ বাগিচাখন মাত্ৰ বোকাত ডুব গৈ আছে। আৰু সেই বোকাৰ তলত পোত গৈ আছে চল্লিশ মোন বীজৰ পৰা গজা কোমল চাহ পুলিবোৰ। সেইবোৰৰ একো চিন-চাবেই নাই। সেইখন যেন এখন বোকাৰ মৰিশালি।

সৌমাৰ আৰু প্ৰসন্নৰ ইতিমধ্যে ছুপ্ খোৱা শেষ হৈছিল। ফিলিপচ চাহাবৰ স্কট্চৰ গিলাচ খালি হ'বলৈ আৰু অলপ সময় লাগিব। ইতিমধ্যে ডিনাৰ ৰেডী হৈছে বুলি মেমচাহাবে খবৰ পঠাইছে। ফিলিপচে কাহিনী চমুৱাই আনিলে :

কলিকতাৰ কোম্পানীৰ এজেণ্ট হাউচৰ পৰা মোক কৈফিয়ৎ তলব কৰা হ'ল : বানপানী হোৱাৰ সম্ভাৱনা থকা ঠাই এখনত মই বাগিচা পতাৰ কাম কিয় আৰম্ভ কৰিলোঁ। মই অঞ্চলটোৰ বিষয়ে পৰিবেশৰ পূৰ্বৰ খবৰ লৈছিলোঁনে নাই ? যদি লোৱা নাছিলোঁ, কিয় লোৱা নাছিলোঁ। ইত্যাদি ইত্যাদি। মই কৈফিয়ৎ দিওঁতে জনাব নোৱাৰিলোঁ যে মই কাম হাতত লোৱাৰ আগতেই মাটি অধিগ্ৰহণ কৰা হৈছে। আনকি মাটি ভাঙি চহোৱা কামো হৈ গৈছে। কাৰণ, সেই কথা ক'লে চুপাৰিটেণ্টেজনৰ গাত দোষ পৰিব, আৰু মই তেওঁৰ ৰোষত পৰিম। তেওঁৰ ৰোষত পৰা মানে, কিবা নহয় কিবা অজুহাতত মোৰ চাকৰিৰ অবসান ঘটিব। ওপৰৰ বিষয়াৰ গাত দোষ দিয়াটো তলৰ চাকৰিয়ালৰ নিয়ম নহয়, তেনে কথা মোক লণ্ডনতে মোৰ খুড়াজনে শিকাই থৈছিল। তাতে মই তেতিয়া প্ৰবেশ্যনত আছিলোঁ। কলিকতাৰ এজেন্সী হাউচেও সকলো কথা ভালদৰে জানে। কিন্তু লণ্ডনৰ ঘাই অফিচত প্ৰকৃত তথ্য ঢাকি ৰাখি সকলোৱে গা ৰচোৱাৰ চেষ্টাৰ ফলত মই ঘটনাটোৰ বাবে ভুক্তভোগী হ'ব লগা হ'ল। মোৰ 'গাফিলতি' বুলি মানি ল'লোঁ।

মোৰ তদাৰকীত বাগিচাখন সফলতাৰে গঢ় লৈ উঠিলে এবছৰৰ মূৰত বাগিচাখনৰ প্ৰতি একৰৰ বাবে মই কেইপাউণ্ডকৈ কিছু ওপৰঞ্চি কমিচনৰ ধন পোৱাৰ নিয়ম আছিল। সেই কমিচনখিনি মোক দিয়াটো বন্ধ কৰিলে। মই প্ৰতিবাদ নকৰিলোঁ। কাৰণ প্ৰতি পদে পদে মোৰ চিন্তা আছিল চাকৰিটো ৰক্ষা কৰা।

কিন্তু মই নিজৰ মনতে প্ৰত্যাহ্বান জনালো। মই কলিকতা অফিচলৈ লিখি জনালোঁ : দিহিঙৰ পাৰৰ এই মাটিখণ্ড চাহখেতিৰ কাৰণে অতি উপযোগী। গতিকে মাটিখণ্ড এৰি দিয়া উচিত নহ'ব। ইতিমধ্যে ইমান ডাঙৰ হাবি-জংঘল কাটি ঠাইখিনি উলিওৱা হৈছে। যথেষ্ট পা-পইচা খৰচ কৰা হ'ল। সেয়ে মই পৰামৰ্শ দিলোঁ : দিহিং নৈৰ যি অংশইদি পানী পাৰেদি বাগৰি বাগিচাৰ মাটিলৈ সোমাই আহে সেই অংশৰ দীৰ্ঘতা প্ৰায় চাৰি মাইলমান হ'ব। সেই খিনিত নদীৰ

পাৰে পাৰে আমি মথাউৰি মাৰি দি পানী বাগৰি অহা বন্ধ কৰিব পাৰোঁ। তাৰ উপৰি গোটেই বাগিচাখনত সুপৰিকল্পিত ভাবে ড্ৰেইনেজৰ ব্যৱস্থা লোবাৰ পৰামৰ্শ দিলোঁ। প্ৰথমে কিছু টকা খৰচ হ'লেও পাছলৈ বাগিচাৰ অধিক উৎপাদনেৰে সেই খৰচ পূৰণ হৈ যাব। মই এই সকলোবোৰ কথা লিখি এখন আঁচনিসহ কলিকতাৰ এজেন্সী অফিচলৈ পঠাই দিলোঁ। মই ভাবি আছিলোঁ মোৰ চিঠিৰ কথাত তেওঁলোকে একো গুৰুত্ব নিদিব, আৰু দিহিঙৰ পাৰত এই অঞ্চলত চাহ বাগিচা পতা নহ'ব, মোক ইয়াৰ পৰা অন্য ক'ৰবালৈ পঠাই দিব, নাইবা বিছনা-পত্ৰ লৈ ইংলণ্ডলৈ উভতি যাব লাগিব।

কিন্তু আশ্চৰ্যজনকভাৱে কোম্পানীৰ মুখ্য কাৰ্যালয়ে মোৰ প্ৰস্তাৱ আৰু আঁচনি লগে লগেই গৃহীত কৰিলে। তোমালোকে শুনি আচৰিত হ'বা, ছমাহৰ ভিতৰতে মই প্ৰায় এশ বনুৱা লগাই মথাউৰি বন্ধা আৰু drainage ৰ কাম সম্পূৰ্ণ কৰিলোঁ আৰু পিছৰ বছৰ বাৰিষাত ফেনে-ফোটোকাৰে বাঢ়ি অহা দিহিঙৰ পানী বাগিচাৰ ক'তোৱেই সোমাব নোৱাৰিলে। তিনি বছৰ পিছতে বাগিচাৰ পাত তোলা আৰম্ভ হ'ল। আৰু belive it or not, the garden gave the highest yield and the best quality tea leaves-- among all the gardens of the company. পাঁচ বছৰৰ ভিতৰতে মই চাৰিশ একৰৰ বাগিচা এখন গঢ়ি তুলিলোঁ। কোম্পানীয়ে ইয়াৰ লাভেৰেই উত্তৰ পাৰতো চাহ খেতিৰ সম্প্ৰসাৰণ কৰিলে। প্ৰসন্নইতৰ গাঁৱৰ ওচৰৰ দেহানৈ আৰু ফুলপাহি বাগিচা দুখন আমাৰ কোম্পানীয়েই তেতিয়া তাত আৰম্ভ কৰিছিল।

ডিনাৰলৈ যোৱাত পলম কৰা দেখি ইউজিনীয়ে নিজেই মাতিবলৈ আহিল। প্ৰকাণ্ড বহা কোঠাৰ চিম্‌নীৰ কাষৰ পৰা উঠি সৌমাৰ, প্ৰসন্ন আৰু ফিলিপচ্ ব্ৰাউন ইউজিনীৰ পিছে পিছে কাষতে থকা ডাইনিং ৰুমলৈ গ'ল। এই কোঠাটোও প্ৰকাণ্ড। মেহগনি কাঠৰ অভেল আকাৰৰ প্ৰকাণ্ড ডাইনিং টেবুল। আপহলষ্টাৰ চকী। ধক্‌ধকীয়া বগা টেবুল ক্লথ, নেপ্‌কিন, আহাৰ পৰিবেশন কৰা চীনা মাটিৰ বাচন-বৰ্তন, ডিচ্, কোৱাৰ্টাৰ প্লেট বাউল, ৰূপৰ কাটা চামুচ, প্ৰতিখন আসনৰ সমুখত একোটা দীঘলীয়া বাইন গ্লাচ। এটাইবোৰ সামগ্ৰীৰ চক্‌চকীয়া ৰূপ।

উৰ্দী পিন্ধা দুজন বাবুৰ্চীয়ে প্ৰত্যেকৰে ওচৰলৈ আহি চকীবোৰ টানি বহাত সহায় কৰি দিলে। প্ৰসন্নই বাবুৰ্চীলৈ অপেক্ষা নকৰি নিজেই চকীখন টানি বহি দিলে। ডাঙৰ টেবুলখনৰ মাজভাগতে মুখামুখিকৈ চাৰিও বহিল।

প্ৰসন্নৰ বাদে বাকীকেজনে টেবুলৰ পৰা নেপকিন লৈ গাত পাৰি ল'লে। ফিলিপচে নেপকিনখন ওপৰৰ কামিজত খুচি বুকুৰ ওপৰত মেলি ল'লে। প্ৰসন্নই

সকলোলৈকে এবাৰ চকু ফুৰাই চাই তেনে কৰা উচিত হ'ব বুলি ভাবি টেবুলৰ পৰা নেপকিনখন লৈ তলৰ ধুতীৰ ওপৰত পাৰি ল'লে। সেইখন অলপ পিছতে ধুতীৰ খোচনিৰ পৰা এৰাই তলত মজিয়াত কেতিয়া পৰি গ'ল প্ৰসন্নই গম নাপালে। গোটেই পৰিস্থিতিটোৱে প্ৰসন্নৰ মনত কিছু অস্বস্তি আৰু বিব্ৰতবোধৰ সৃষ্টি কৰিছে। তেওঁ সহজ হ'ব পৰা নাই। আচহুৱা অনুভৱ কৰিছে।

হাতত গ্লভ্ পিন্ধা এজন বাবুৰ্চীয়ে এখন নেপকিনেৰে মেৰিয়াই এবটল ৱাইন লৈ ওচৰলৈ আহিল আৰু প্ৰত্যেকৰে সমুখৰ গ্লাচত ৰঙা ৱাইন ঢালি দিলে। প্ৰসন্নই আকৌ ইফালে সিফালে চালে। — সৌমাৰে লাহেকৈ ক'লে — "ৱাইন, — খাব পাৰিবি।"

প্ৰসন্নৰ বাদে বাকীকেজনে ৱাইন গ্লাচ হাতত তুলি লৈ ছিয়াৰচ্ বুলি ক'লে। প্ৰসন্নইও গিলাচটো তুলি ল'লে, কিন্তু মুখেৰে একো নামাতিলে, মাত্ৰ বাকীকেইজনলৈ চালে। এটাইকেজনে মুখত গিলাচ লগাই এঢোক খালে। প্ৰসন্নইও মুখত এঢোক ল'লে, কিন্তু মুখখন বিকটাই গিলাচটো নমাই থ'লে। তেওঁ আৰু এবাৰলৈও গিলাচটো মুখলৈ নিনিলে। গিলাচৰ ৱাইন গোটেইখিনি তেনেদৰেই থাকিল। প্ৰসন্নই ইংৰাজী উপন্যাসত ৱাইনৰ উল্লেখ পাইছে। কিন্তু ৱাইন সেৱনৰ বিশেষ ৰীতি বা পদ্ধতি সম্পৰ্কে অভিজ্ঞতা লাভৰ কোনো সুযোগ জীৱনত ইমান দিনে হোৱা নাছিল।

ইতিমধ্যে হাতত গ্লভ্ পিন্ধা বাবুৰ্চী দুজনে সমুখৰ ডিছত খোৱা আহাৰ দিয়া আৰম্ভ কৰিলে। বৰ সাৱধানে আৰু সযত্নে এবিধ এবিধকৈ, আৰু অলপ অলপকৈ প্ৰথমে দুবিধমান খোৱা দিলে। ইউজিনীয়ে অভ্যাগতক জনালে যে তেওঁলোকে ইইৰোপীয় আহাৰ ভাল নাপাব বুলি জানি অসমীয়া আৰু উত্তৰ ভাৰতীয় আহাৰ মিলাই মেনুটো ঠিক কৰি দিছে। চে'ফ্জন ঢাকাৰ মানুহ। সকলো ধৰণৰ মেনুকে ৰান্ধিব জানে। আলু পিটিকা, খাৰলি, গাজ দি মাছ পাতত দিয়া, মাছ ভাপত দিয়া, চৰ্চৰি, টেঙা ইত্যাদি। ইউজিনীয়েও অভ্যাস কৰি কৰি এইবিলাক খাদ্য আজিকালি ভাল পোৱা হৈছে। মুৰ্গী বা ছাগলীৰ মাংস অৱশ্যে পঞ্জাবী ৰীতিত ৰান্ধিলেহে অধিক সুস্বাদু হয়।

ইউজিনীয়ে কথা কৈ কৈ হঠাৎ মন কৰিলে ঃ প্ৰসন্নই হাতত কাটা-চামুচ দুখন তুলি লৈ বিপাণ্ডত পৰা মানুহৰ দৰে ইফালে সিফালে চাইছে আৰু তাৰ পিছত হঠাৎ যেন এটা সিদ্ধান্ত লৈ পেলাইছে। তেওঁ কাটা চামুচ দুখন আকৌ আগৰ ঠাইত টেবুলত থৈ দি হাতেৰে পোলাও-ভাতত বুটৰ ডালি আৰু মুৰ্গীৰ জোল একেলগে সানিবলৈ আৰম্ভ কৰিছে। ইউজিনী, মিঃ ব্ৰাউন, আৰু সৌমাৰ,

প্ৰসন্নই হাতেৰে খোৱা আৰম্ভ কৰা দৃশ্যটোলৈ চকু দিলে। বাবুৰ্চীয়ে ইবিধৰ পিছত ইবিধ দি যোৱা আহাৰ প্ৰসন্নই তললৈ মূৰকৈ মৌনভাবে প্ৰসন্নচিত্তে খাই গ'ল। ডাইনিং টেবুলৰ বাকী তিনিজনেও বৰ বিশেষ বাক্যালাপ নকৰি 'ডিনাৰ' শেষ কৰিলে।

মিঃ ব্ৰাউন আৰু ইউজিনী ব্ৰাউনে তেওঁলোকৰ ফ'ৰ্ড ফাৰ্টি ক'লা গাড়ীখনত সৌমাৰ আৰু প্ৰসন্নক তুলি দি বিদায় জনাই উভতি আহোঁতে তেওঁলোক দুয়োৰে মনত একেটা ভাবনাই খেলাইছিল। সেইটো আছিল, আৰু তিনিদিন পিছত নিউ ইয়াৰ্চ ইভ ডিনাৰত ধুতী-কামিজ-কোট-মোজা-পামচু পৰিহিত প্ৰসন্ন নামৰ এই যুৱকজনৰ উপস্থিতি।

পিছদিনা দেওবাৰ। বাগিচাত ছুটীৰ দিন। আগেয়ে বন্দবস্ত আছিল চীম'ৰে সৌমাৰ আৰু প্ৰসন্নক লৈ যাব পাচ মাইলমান দূৰত থকা দিহিং নৈৰ পাৰলৈ। নৈৰ সিপাৰে এটা পাহাৰ। হাবিৰে ভৰা পাহাৰ। হাবিৰ পৰা নৈৰ পাৰলৈ পানী খাবলৈ পহু আহে। নাৱৰে গৈ পাৰ হৈ গৈ হাবিত শৰপহু, শহাপহু চিকাৰ কৰিব পাৰি। চীম'ৰৰ শ্বটগান আছে।

সাধাৰণতে ফিলিপ-দম্পতী দেওবাৰে কুৰিমাইল দূৰৈত থকা ৰূপচিৰি প্লেণ্টাৰ্চ ক্লাবলৈ যায় গল্‌ফ বা প'ল' খেলিবলৈ। কিন্তু চিম'ৰহঁতৰ আউটিঙৰ প্ৰগ্ৰেমটো জানিব পাৰি তেওঁলোকে ৰূপচিৰি ক্লাবলৈ নগৈ দিহিং নৈ পাৰলৈকে ওলাল। তেওঁলোকে তাত বৰশী বাব আৰু সকলোৰে একলগে পিকনিক কৰিব। চিম'ৰহঁত বাইচকলত যাব, ফিলিপ-দম্পতী কিছুদূৰ কাৰত গৈ, বাকীখিনি ঘোঁৰাৰে যাব। নৈৰ পাৰলৈকে কাৰ যোৱা বাট নাই।

বৰচাহাব যাবলৈ ওলাল যেতিয়া আয়োজনটো ডাঙৰ হ'ল। গাৰ্ডেন চেয়াৰ, টেবুল, গাৰ্ডেন আম্ব্ৰেলাৰ ব্যৱস্থা, ডাঙৰ-সৰু আঠ-দহটা বৰশী, (তেতিয়া হুইল বৰশী নাছিল) বৰল কোঁদো পাহু পুৰি টোপ গোটোৱা, দা-কোৰ, ডাঙৰ ফ্লাস্কত চাহ, টেবাটাও ডাঙৰ ডাঙৰ টিফিন কেৰিয়াৰত দুপৰীয়াৰ আহাৰ, ৰন্ধাৰ ব্যৱস্থাও লোৱা হৈছে। বিভিন্ন প্ৰকাৰৰ স্নেকচ্, কাপ-প্লেট, ডিচ, চামুচ, গিলাচ, নেপকিন। দুবটল জীন, এবটল লাইম কৰডিয়েল, খোৱা পানীৰ বটল— দৰকাৰ হ'লে মাটিত বহিবলৈ কাৰ্পেট— ইত্যাদি ইত্যাদি বয়বস্তুৰে কেবাজনো বেয়াৰাৰ আৰু মজদুৰ আগতীয়াকৈ ৰাওনা হৈ দিহিং নৈৰ পাৰত এটুকুৰা ভাল সুবিধাজনক ঠাইত উপস্থিত হ'লগৈ।

চিম'ৰ-সৌমাৰ-প্ৰসন্নই পুৱা সোনকালেই বাইচকলেৰে ৰাওনা হ'ল, কাৰণ বেলি উঠিলে শৰপহু হাবিৰ পৰা ওলাই নাহিব। তেওঁলোক সাত বজামানতে

এই পাৰত বাইচকল থৈ নাবৰে গৈ পাৰ হৈ সিপাৰৰ হাবিত সোমালগৈ। কিন্তু দহবজালৈকে ঘূৰি ঘূৰি পহু নাপালে। দুবাৰ দুটা দেখা পাইছিল যদিও পলাই ডাঠ হাবিত সোমাল। শেহত বনহাঁহ দুটা পালে। নদীৰ পৰা উঠি আহি ডিমৰু এজোপাত পৰি আছিল। প্ৰসন্নইয়ে গুলীয়ালে হাঁহ দুটা। দেউতাক গাঁওবুঢ়াৰ এটা একনলীয় খজা বন্দুক আছিল। প্ৰসন্নৰ বন্দুক মৰা অভ্যাস আছিল। সৌমাৰৰ ঘৰতো বন্দুক আছিল। দেউতাক পুলিচৰ বিষয়া। কিন্তু তেওঁ কোনোদিনে বন্দুক হাতেৰে চোৱা নাছিল। তিনিও ডেকাই হাঁহ চিকাৰ কৰি যেতিয়া আকৌ নৈৰ ইপাৰ পালেহি তেতিয়া দহ বাজিবৰ হৈছে, ইতিমধ্যে মিষ্টাৰ আৰু মিচেচ ব্ৰাউন নৈৰ পাৰত প্ৰকাণ্ড ৰঙীন ছাতিৰ তলত চকী পাৰি বহিছেহি। তেওঁলোকে টীম'ৰহঁত অহালৈ অপেক্ষা কৰি আছে, একেলগে চাহ-স্নেক খাই বৰশী বোৱা আৰম্ভ কৰিব, এই ভাবত।

টীম'ৰ আৰু সৌমাৰ মিষ্টাৰ ব্ৰাউনহঁতৰ পিনে আগুৱাই গৈ 'গুড্‌মৰ্ণিং' বিনিময় কৰি চকী টানি বহিল। প্ৰসন্নই দূৰৰ পৰাই মিষ্টাৰ ব্ৰাউনহঁতৰ পিনে এবাৰ চাই মিচিকিয়া হাঁহি এটা মাৰি হাতৰ হাঁহ দুটা দাঙি দেখুৱালে। মজদুৰ দুজনক লগত লৈ তেওঁ মাটিত বহি ব্যস্ত হৈ পৰিল হাঁহ দুটাৰ পাখি গুচোৱা কামত। প্ৰসন্নৰ ডিঙিত এখন গামোচা।

অলপ পাছতে ইউজিনী উঠি আহিল, এহাতত আধা খোৱা চেণ্ডুইচ আৰু আন হাতত চাহৰ ডাঙৰ কাপ এটা লৈ। ইউজিনীয়ে অলপ আঁতৰৰ পৰা মন কৰিলে প্ৰসন্নই মজদুৰ দুটাৰ লগত হাঁহি মাতি লগৰীয়া মানুহৰ দৰে কথা পাতিছে, আৰু একেলগে হাঁহৰ পাখি গুচাইছে।

ইউজিনী ওচৰ চাপি আহি বিস্ময়সহকাৰে প্ৰসন্নলৈ চাই সুধিলে, "হেল্ল' প্ৰসন্না, ষ্ট্ৰেন্‌জ। হোৱাট আৰ ইউ ডুইং?"

"আই এম ক্লিনিং দ্যা ডাকচ্। চি, হাউ বিগ আৰ দে। আই হেভ্ কিলড্ দেম।" প্ৰসন্নই এক গৰ্ব আৰু সন্তুষ্টিৰে হাঁহ দুটা দাঙি ইউজিনীক দেখুৱালে। তেওঁ ইউজিনীৰ চকুৰ পিনে চাই হাঁহি হাঁহি ক'লে, "ৰিমেম্বাৰ অস্কাৰ ৱাইল্ড? হিজ প্লে, ৱাইল্ড ডাক?"

"প্ৰসন্না—, হোৱাই স্যাদ ইউ ডু অল্ দিজ? অল ডাৰ্টি থিঙচ্? ক্ৰেজী। উই হেভ দিজ মেন টু ডু।" "মেডাম, আই এনজয় ডুইং ইট্। ম'ৰ অভাৰ দেয়াৰ ইজ্ এ স্পেচিয়েল টেকনিক টু ক্লিন এ ডাক্ হুইচ ইওৰ মেন ডুনট্ ন'। দে' উদ্ টেক অফ্ দি এনটায়াৰ স্কিন।"

"হোৱাটিজ ডেট্ গ্ৰেট টেক্‌নিক প্ৰসন্না?"

প্রসন্নই হাঁহৰ পাখি গুচুওৱা পদ্ধতিটো (ইংৰাজীতে) ক'লে ঃ ডাঙৰ পাখিখিনি প্ৰথমে গুচাই লওক, তাৰ পিছত সৰু নোম বোৰ গুচাবলৈ জুইত কেইচেকেণ্ডমান হাঁহটো সুমাই দিয়ক। নোম বোৰ পুৰি যাব। তাৰ পিছত হাঁহটোৰ গোটেই চালখনত অলপ নিমখ ঘঁহি দিয়ক আৰু অলপ কুহমীয়া পানীত ধুই পেলাও। হাঁহৰ চালখন একেবাৰে পৰিষ্কাৰ হৈ যাব।

"গ্ৰেট!" ইউজিনীয়ে পদ্ধতিটো শুনি ক'লে আৰু যোগ দিলে, "বাট ইউ কেন একচ্প্লেইন টু দেম। দে' উইল ডু দেট্"।

"আই ন'। দে উইল ডু ইট। লাৰ্ণিং বাই ডুইং-- ইউ ন'। বাট দে' নিদচ্ দেমনচ্ট্ৰেশ্যন।"

"ফৰ গডচ্ চেক প্ৰসন্না। লিভ দিজ ডাৰ্টি থিংচ টু দে'ম। এণ্ড কাম ফৰ টি।"

ইউজিনী উভতি বহা ঠাইলৈ গ'ল। তেওঁ প্ৰসন্নৰ গেটেই কথাবোৰত অস্বস্তি বোধ কৰিলে। প্ৰথম, তেওঁলোকৰ আলহী এজনে হাঁহৰ পাখি গুচোৱা লেতেৰা কামটো কৰিব নাপায়। দ্বিতীয়তে, মজদুৰকেটাৰ সৈতে একেলগে মাটিত বহি হলিগলিকৈ কথা পাতি থকাটো মিচেচ ব্ৰাউনৰ কাৰণে দৃশ্যকটু হৈছে। মৰ্যাদা হানিকৰ হৈছে।

প্ৰসন্নই কিছু সময়ৰ পিছত নৈৰ পানীত হাত ধুই কান্ধৰ গামোচাত হাত মচি মচি বাকীকেজনৰ ওচৰলৈ আগুৱাই গ'ল। তেওঁ দেখা পালে সৌমাৰ আৰু চীম'ৰে ক্ৰিকেট খেলিছে আৰু ব্ৰাউন দম্পতীয়ে নৈৰ গড়াৰ কাষলৈ গৈ ৰঙীন ছাটিৰ তলত চকীত বহি বৰশী বোৱাৰ দিহা কৰিছে। দুয়ো হাতত ৰবৰৰ পাতল গ্লভ পিন্ধি বৰশীৰ ডাঁৰ ধৰি আছে, এজন বেয়াৰাই একে ধৰণৰ গ্লভ্ হাতত পিন্ধি বৰশীত কাষৰ বৈয়াম এটাত ভৰাই থোৱা বৰলৰ টোপ লগাই দিছে। দুয়োৰে মাজত এখন সৰু টেবুলত চাহৰ ফ্লাস্ক, পানীৰ বটল, আৰু মিষ্টাৰ ব্ৰাউনৰ দাঁতিত এখন টিপয়ত জীনৰ বটল, গিলাচ আৰু এটা সৰু আয়নাৰ ডিকেণ্টাৰত লাইম কৰডিয়েল। ইউজিনীৰ কোলাত আধ গোঁথা চুয়েটাৰ। তেওঁ বৰশীটো মাটিত পেলাই থৈছে। অৰ্থাৎ বৰশীৰ পুঙালৈ চাই থাকোঁতে হাতেৰে উল গুঁঠি থাকিব। মিঃ ব্ৰাউনে বৰশীটো পানীত পেলাই বেয়াৰাই জীন আৰু লাইম কৰডিয়েল ঢালি দিয়া গিলাচটো বাঁও হাতত তুলি লৈছে।

প্ৰসন্ন আগুৱাই গৈ ব্ৰাউন দম্পতীৰ ওচৰত থিয় হৈ বৰশী বোৱাৰ আয়োজনৰ গোটেই দৃশ্যটো কেমেৰাই পেন কৰাদি এবাৰ ভালকৈ নিৰীক্ষণ কৰিলে আৰু অস্ফুট বেঁকা হাঁহি এটা মাৰিলে। মিঃ ব্ৰাউনে প্ৰসন্নক আগ্ৰহেৰে

বৰশী ল'বলৈ আমন্ত্ৰণ কৰিলে। প্ৰসন্নই এটা ডাঙৰ, এটা মজলীয়া আৰু এটা সৰু— তিনিবিধ বৰশীৰ তিনিডাল উঁাৰ বাচি ল'লে। তাৰ পিছত কিবা এটা ভাবি, বৰশীকেটা মাটিত নমাই থৈ, কিছু দূৰত থকা কোৰ এখন তুলি ল'লে। পিকনিকৰ ঠাই চাফা কৰিবৰ কাৰণে মজদুৰকিজনে কোৰ এখন লৈ আহিছিল। প্ৰসন্নই কোৰখন লৈ অলপ আঁতৰত মাটিত দুঘাপ মাৰি দুটামান মটা কেচু উলিয়ালে। কচুপাত এখন আনি তাতে মাটি অলপ দি কেচুকেটা সেই মাটিত তুলি ল'লে। কচুপাতখনেৰে কেচুকেটা মেৰিয়াই বৰশী ল'বলৈ আহিল। ইউজিনীয়ে প্ৰসন্নৰ এই গোটেই কামটো লক্ষ্য কৰি আছিল। কিন্তু ধৰিব পৰা নাছিল আচলতে কি বস্তু প্ৰসন্নই কচুপাতখনত মেৰিয়াই আনিছে। ইউজিনীয়ে প্ৰসন্নক ওচৰলৈ মাতিলে, তেওঁ বস্তুটো চাব খুজিছে। প্ৰসন্নই ওচৰলৈ আহি কচুপাতখিলা মেলি ধৰি মাটিবোৰৰ মাজৰ পৰা কেচু এটা হাতেৰে উলিয়াই দেখুৱালে। 'অ' মাই গড়্' বুলি আতংকৰ চিঞৰ এটা মাৰি ইউজিনী জাপ মাৰি উঠিল।

"প্লিজ মেডাম, ডনট্ গেট স্কেয়াৰ্ড। দিচ ইজ দি ৰাইট কাইন্দ অব বেইট ফৰ দি বিগাৰ হুকচ্"—

বেয়াৰাই হাতত গ্লভ্ পিন্ধি বৰশীত টোপ লগাই দিয়াৰ পৰিবৰ্তে সেইবুলি প্ৰসন্নই সুদা হাতেৰেই ডাঙৰ বৰশী এটাত কেচু এটা জীয়াই জীয়াই লগাবলৈ ধৰিলে। কেঁচুটোৰ একাংশ প্ৰসন্নৰ হাতখনত মেৰ খাই পৰিছে। কেঁচুৰ ৰস প্ৰসন্নৰ আঙুলিয়েদি বৈ আহিছে। ইউজিনীয়ে প্ৰায় ওকালি অহাৰ দৰে চট্ফটাবলৈ ধৰিলে। প্ৰসন্নই কাষতে থকা বৈয়ামটোৰ পৰা কেটামান বৰলৰ টোপো তুলি লৈ কচুপাতৰ টোপোলাতে ল'লে। এটা বৰলৰ টোপ সৰু বৰশীটোত খালি হাতেৰে লগাই ল'লে। তাৰ পিছত, হাত দুখন কান্ধৰ গামোচাত মচি এহাতে কচুপাতৰ টোপোলা আৰু আনহাতে বৰশী তিনিটা কান্ধত তুলি হন্‌হন্‌কৈ নৈৰ গড়াটোৰ কাষেৰে আগুৱাই গৈ, এটুকুৰা ঘূলিৰ নিচিনা ঠাইত মাটিতে খাঁহনিত বহি বৰশী পানীত পেলালে।

ইউজিনীৰ বহু সময়লৈকে ওকালি ভাবটো হৈ থাকিল। স্বামীৰ পৰামৰ্শ মতে তেওঁ গিলাচত জীন এটা ঢালি লৈ দুঢোকমান খোৱাৰ পিছতহে বমি ভাবটো নোহোৱা হ'ল।

"ইনক্ৰেডিবল্! ক্ৰেজী! হাউ ডু ইউ থিংক, উই কেন টেক হিম টু দি প্লেণ্টাৰ্চ ক্লাব? ইউ আৰ নট্ চিওৰ, হাউ হি বিহেভচ্। হি ইজ জাষ্ট এ দাৰ্টি নিগাৰ!

সেই দুশ্চিন্তা মিঃ ব্ৰাউনৰ মনতো নোহোৱা নহয়।

ইউজিনীৰ সৰু বৰশীৰ টোপ শিঙৰা আৰু চেলেকণা মাছে তলত খুটিয়াই খুটিয়াই শেষ কৰে, নিগিলে। ইউজিনীয়ে বৰশী তুলি আনে, বয়ে টোপ লগাই, বৰশী পেলায় ; মাছে টোপ খাই পেলায়। তেওঁ হতাশাত ভুগিবলৈ ধৰিলে। মিষ্টাৰ ব্ৰাউনৰ বৰশীতো বহুত সময় ধৰি মাছ লগা নাই। পুঙা তললৈ যায়, চিপ্ মাৰে, মাছ নুঠে। ইতিমধ্যে জীনৰ বটলৰ আধা শেষ হ'ল। হতাশাত ইউজিনীয়েও দ্বিতীয় এগিলাচ জীন ঢালি ল'লে। তেওঁ মাজে মাজে প্ৰসন্নলৈ চালে। একান্তমনে, পুঙালৈ তীক্ষ্ণ দৃষ্টি ৰাখি প্ৰসন্নই বৰশী বাই আছে। কেনিও কাণসাৰ নাই। গাৰ চাৰ্টটো খুলি কাষতে বনত থৈ দিয়া আছে। গেঞ্জীটোৱে তেওঁৰ আটিল শৰীৰটো ওলাই পৰিছে। ৰ'দৰ উজ্জ্বল পোহৰ পৰিছে তেওঁৰ গাত। মাজে মাজে সৌমাৰ আৰু চীম'ৰৰ 'হাউজ্ ডেট' চিঞৰ আৰু দূৰত কেতেকী এজনীৰ মাতৰ বাহিৰে, পৰিবেশটো নিজান পৰি আছে।

ইতিমধ্যে প্ৰসন্নৰ বৰশীত কেবাটাও মাছ উঠিল, কান্ধুলি এজনী, গাগল এটা, ডাঙৰ ডাঙৰ কুড়ি দুটা। প্ৰতিবাৰতে চিপত মাছটো উঠিলেই ইউজিনী উৎফুল্ল হৈ চিঞৰি দৌৰি গৈ প্ৰসন্নৰ ওচৰ চাপে। আৰু বৰশীৰ পৰা মাছটো উলিয়াই লৈ আকৌ বৰশীত টোপ লগাই পানীত বৰশী পেলোৱালৈকে চাই থাকে। কেঁচুৰ টোপ লগোৱা দৃশ্যটো আগতকৈ কিছু সহজ হৈছে যদিও কামটোৰ সময়ত তেওঁৰ চকু দুটা মুদ খাই যায় আৰু নাকমুখ কোচ খাই যায়। ঘিন লাগে। তেওঁ আকৌ নিজৰ ঠাইত বহেঁগৈ যদিও প্ৰসন্নৰ বৰশীলৈহে বাৰে বাৰে চকুটো গৈ থাকে। তেওঁ হঠাৎ এবাৰ দেখিলে— প্ৰসন্ন উচাৎ মাৰি থিয় দিছে, আৰু ডাঙৰ বৰশীটো হাতত তুলি লৈছে। তেওঁ দুবাৰমান বৰশীটো লাহে লাহে ওপৰলৈ তুলিছে, আৰু এবাৰ খুব জোৰে ওপৰলৈ চিপ মাৰিলে। বৰশীৰ ডাঁৰডাল ধেনুভিৰীয়া হৈ বেঁকা হৈ পৰিল। প্ৰসন্নই তেনেকৈয়ে লাহে লাহে বৰশীটো গাৰ পিনে টানিবলৈ ধৰিলে। বৰশীৰ গুণাডাল আচাৰ খাই খাই কঁপিবলৈ ধৰিলে। তাৰ পিছত প্ৰসন্নই গাৰ জোৰে বৰশীটো ওপৰলৈ চিপ মাৰি দিলে। প্ৰকাণ্ড আৰি মাছ এটা বৰশীত লাগি আহিল।

ইউজিনীয়ে 'হুৰ্ৰে' বুলি চিঞৰি দৌৰি প্ৰসন্নৰ ওচৰ পালেহি। মিঃ ব্ৰাউন, সৌমাৰ আৰু চীম'ৰো আহি ওচৰ পালেহি। প্ৰসন্নই মাছটো হেঁচা মাৰি ধৰি বৰ কষ্টেৰে মাছৰ মুখৰ পৰা বৰশীটো উলিয়াইবলৈ চেষ্টা কৰিলে। তেওঁৰ আঙুলিত মাছৰ দাঁত লাগি তেজ ওলাল। বৰশী ওলাল। মাছটোৱে চট্‌ফটাবলৈ ধৰিলে। ইউজিনীয়েও উল্লাসত জঁপিয়াবলৈ ধৰিলে। জীনৰ প্ৰভাৱত ইতিমধ্যেই তেওঁৰ

শৰীৰ আৰু মন অলপ উৰণীয়া হৈ আছিল।

মাছটো যথেষ্ট ডাঙৰ, পাচ সেৰমান ওজনৰ হ'ব।

সৌমাৰ-চীম'ৰ মিঃ ব্ৰাউন প্ৰশংসামুখৰ হৈ প্ৰসন্নক ইমান ডাঙৰ মাছ এটা ধৰিব পৰা কাৰণে বাহ্ বাহ্ দিলে।

প্ৰসন্নই বৰশী সামৰি আঁৰি মাছটো দাঙি লৈ হাঁহৰ পাখি গুচোৱা ঠাইখিনিলৈ গ'ল। মজদুৰ দুজনকো দাখন লৈ সেই ঠাইলৈ আহিবলৈ ক'লে। তেওঁৰ মাছ কটাতো বৰ চখ। মাছটো কাটি এতিয়াই অলপ দুপৰীয়া আহাৰৰ লগত ভাজি খোৱা যাব। বাকীখিনি আগৰ মাছকেটাৰ সৈতে বৰচাহাবৰ বঙলালৈ লৈ যাব, প্ৰসন্নই মজদুৰ দুজনক দিহা দিলে।

আকৌ প্ৰসন্নৰ মজদুৰ দুটাৰ লগত সনাপিঠা, মাছ কটাৰ দৰে লেতেৰা কামত লগা, মেনেজাৰ চাহাবৰ আমন্ত্ৰিত অতিথিৰ বাবে অশোভনীয় আৰু অসম্মানকৰ কামত হাত দিয়া— এইবোৰ কি কাণ্ড! ইউজিনী আৰু তেওঁৰ স্বামীয়ে আকৌ অস্বস্তিত ভুগিবলৈ ধৰিলে। কিছু সময় পাছত বেয়াৰাইঁতে দুপৰীয়াৰ আহাৰ যোগাৰ সম্পূৰ্ণ কৰি মেমচাহাবক খবৰ দিলে। ইউজিনীয়ে এটাইকেজনকে খাবলৈ মাতিবলৈ লৈ দেখিলে প্ৰসন্ন মজদুৰমখাৰ লগত নৈত সাঁতুৰি আছে।

'লিমিট্!' — ইউজিনীয়ে অতি বিৰক্তিৰে ভোৰভোৰাই শব্দটো উচ্চাৰণ কৰি প্ৰসন্নৰ বাদে বাকীকেজনক আহাৰ গ্ৰহণ কৰিবলৈ অনুৰোধ কৰিলে। তেওঁ প্ৰসন্নক এবাৰ নদীৰ গড়াটোৰ ওপৰৰ পৰা চাবলৈ গ'ল। পাৰতে যাঁহনিত ধুতী-গেঞ্জী চাৰ্ট থৈ দিয়া আছে। প্ৰসন্নই সিপাৰলৈকে এবাৰ গৈ এইপাৰলৈ সাঁতুৰি আহি আছে। আন্দাৰবেৰৰ ওপৰত গামোচাখন মেৰাই সাঁতুৰিছে তেওঁ। সাঁতুৰি আহি তেওঁ ইপাৰত ইউজিনী বৈ থকা গড়াটোৰ কাষত এঁকাকাল পানীত থিয় দিলেহি। প্ৰসন্নৰ তিতি থকা উদং গাটো ইউজিনীৰ চকুত পৰিল। আটিল শৰীৰ। কঠিন পেশীৰে খলা-বমা। তিতি থকা বহল টন্‌টনীয়া বুকুখনত বাহু দুটাত যেন ৰ'দৰ চিক্‌মিকনি উঠিছে। বুকুত ডাঠ ক'লা নোম। এটা নিভাঁজ গ্ৰাম্য শৰীৰ। pure rusticity - ইউজিনীয়ে ভাবিলে। প্ৰসন্নই মূৰৰ চুলিৰ পৰা মুখলৈ বৈ আহি থকা পানীবোৰ হাতেৰে মচি এটা অবোধ হাঁহিৰে ইউজিনীলৈ চালে। তেনেতে মজদুৰকেইটাও আহি প্ৰসন্নৰ ওচৰত ৰ'লহি।

"প্ৰসন্না কাম, লাঞ্চ ইজ গেটিং ক'ল্ড, উই আৰ বেটিং ফৰ ইউ'— ইউজিনীয়ে কথাষাৰ অলপ ৰূঢ়ভাৱে কৈ পিছলৈ উভতিল।

সেইদিনা নিশা শোৱাৰ আগতে বিছনাত পুনৰ মিঃ ব্ৰাউন আৰু ইউজিনীৰ দীঘলীয়া আলোচনা হ'ল, দুদিন পিছত প্লেণ্টাৰ্চ ক্লাবৰ ডিনাৰলৈ প্ৰসন্নক নিয়াটো

সমীচীন হ'বনে? আৰু নিনিয়াকৈ অকলে এৰি থৈ যোৱাটোও সম্ভৱ হ'ব জানো। অভ্যাগত এজনক নিমন্ত্ৰণ কৰি আনি অৱমাননা কৰা হ'ব। তেওঁলোকে আকৌ দৃশ্যটো কল্পনা কৰিলে ঃ সকলো প্লেণ্টাৰ্চ ফৰ্মেল ডিনাৰ চ্যুট কৰি আহিব, তেওঁলোকৰ স্ত্ৰীসকল আহিব, অতি চখীন জাকজমক সাজ-পোচাক পিন্ধি। পুৰুষ-মহিলাৰ নিউ-ইয়াৰ্চ-ইভ্ বলডান্স হ'ব। তাৰ মাজত কোট-চাৰ্ট-ধুতী-মোজা-পামচু পৰিহিত এজন ব্ৰাউন নেটিভ যুৱক।— যিমানেই শিক্ষিত নহওক কিয়, বিশ্ববিদ্যালয়ৰ ডিগ্ৰী নাথাকক কিয় তেওঁৰ। সৌমাৰক লৈ কোনো সমস্যা নাই। নেটিভ হ'লেও তেওঁৰ চচিয়েল ষ্টেটাচ আছে। পিন্ধা-উৰা আচাৰ-ব্যৱহাৰত পশ্চিমীয়া ৰীতি-নিয়মৰ সৈতে পৰিচিত— অভ্যস্ত। ইউজিনীয়ে শেষত, সদায় যিটো হয়, সকলো দোষৰ মূলতে তেওঁৰ স্বামীজনেই হৈ পৰে, সেইটোৱেই হ'ল বুলি স্বামীজনকে ৰ্ভৎসনা কৰিবলৈ ধৰিলে। কি প্ৰয়োজন আছিল, প্ৰসন্নই নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ অমান্তি হোৱা সত্বেও আকৌ টেলিগ্ৰাম কৰি তেওঁক মাতি আনিবলৈ।

মিষ্টাৰ ব্ৰাউনে নীৰৱে পত্নীৰ সকলো ককৰ্থনা শুনি থাকিল আৰু চিন্তা কৰিবলৈ ধৰিলে, প্ৰসন্নক প্লেণ্টাৰ্চ ক্লাবৰ নিউ-ইয়াৰ্চ-ইভ ডিনাৰলৈ নোযোৱা কৰি ৰখাৰ এতিয়াও কিবা উপায় আছেনেকি।

উপায় কোনেও উলিয়াব লগা নহ'ল, আপোনা-আপুনি আহিল উপায় ঃ

পিক্‌নিকৰ পৰা উভতি সেইদিনা সন্ধ্যা সৌমাৰ আৰু প্ৰসন্ন বঙলাতে কটালে। চীম'বো বেছি সময় নৰ'হিল। ভাগৰ লাগিছে বুলি বিদায় ল'লে। ইউজিনীয়ে সৌমাৰক কৈ পঠাইছিল, তেওঁলোকে বাংলোত ৰাতিৰ আহাৰৰ ব্যৱস্থা কৰিব নালাগে। টিফিনি কেৰিয়াৰত আহাৰ পঠাই দিব, নিশা আঠ বজাৰ আগে আগে।

কিন্তু সাতবজামানৰ পৰা হঠাৎ প্ৰসন্নৰ মূৰৰ বিষ এটা আৰম্ভ হ'ল। বহা কোঠাৰ চিম্‌নীৰ চুলাৰ জুইৰ কাষত দীঘল প্ৰকাণ্ড চোফা এখনত ভৰি মেলি বহি সৌমাৰৰ লগত আড্ডা মাৰি আছিল প্ৰসন্নই। তেওঁ লাহে লাহে মূৰৰ বিষৰ লগতে গাটোত মাজে মাজে কঁপনি অনুভৱ কৰিলে। কাষত থকা এড়ি চাদৰখন ভালকৈ গায়ে মূৰে মেলি ঢাকি ল'লে। সৌমাৰে তেতিয়া অতি আগ্ৰহেৰে স্বাধীনতা সংগ্ৰামত যঁজিত পলাতক নেতাকেজনামানৰ সৈতে পুলিচ বিষয়া দেউতাকৰ মুখামুখি হোৱা আৰু দেউতাকে কেনেকৈ তেওঁলোকক পলাবলৈ সহায় কৰি দিলে, দেউতাকৰ মুখত শুনা তাৰ বৰ্ণনা ৰস লগাই কৈ আছিল।

প্ৰসন্নৰ বিছনালৈ উঠি যাবলৈ মন গৈছিল ; কিন্তু সৌমাৰে ইমান মনযোগেৰে কৈ আছে কথাবোৰ, তেওঁ উঠি যাবলৈ অসুবিধা পালে। ইতিমধ্যে বৰচাহাবৰ বঙলাৰ পৰা টিফিন কেৰিয়াৰত ডিনাৰৰ খোৱা আহিল। সৌমাৰে সোনকালেই খোৱা কামটো কৰি পেলোৱাৰ প্ৰস্তাৱ দিলে। সেই অনুসৰি অলপ পিছতে বয়ে আহি ডাইনিং ৰুমত খানা লগোৱাৰ খবৰ দিলে।

খোৱা টেবুলত দুয়ো বহিল। ফ্ৰেন্স চালাদ, চিকেন চেণ্ডুইছ, বয়লড্ পটেটো, ভেজিটেবুল ষ্টু, দিনৰে ডাক ৰোষ্ট আৰু পিচ্ ফ্ৰাই আৰু কেৰামেল, টেবুলত বয়ে সজাই থৈছে। সৌমাৰে নিজৰ ডিছত দুবিধমান বস্তু ল'লে আৰু কাটা-চামুচ দুখন তুলি লৈ খোৱা আৰম্ভ কৰিলে। প্ৰসন্নই খাবলৈ আৰম্ভ নক ৰি বহি থকা দেখি সৌমাৰে সুধিলে, "কি হ'ল প্ৰসন্ন, খোৱা নাই কিয় ?"

"খাম খাম, তুমি আৰম্ভ কৰাচোন।" প্ৰসন্নই ষ্টুৰ বাউলটো ওচৰলৈ আনি চামুচেৰে মুখত লাহে লাহে ল'বলৈ ধৰিলে। সৌমাৰে প্ৰসন্নৰ ফালে চাই আকৌ সুধিলে, "কি হৈছে' তুমি একো লোৱা নাই দেখোন।

"মূৰৰ বিষটো উঠিছে, বৰ বেছি হৈছে, গাটো ভাল লগা নাই। একো খাবৰ মন যোৱা নাই। মই বহিছোঁ বাৰু, এইখিনি খাইছোঁ, সিজোৱাখিনি–, তুমি খাই থাকা—।"

"তুমি অথনি নৈত বৰকৈ সাঁতুৰিলা! ঠাণ্ডা লাগিল যেন পাইছোঁ। সোনকালে শুই দিয়া, পুৱালৈ ভাল পাবা।"

"জানো, মূৰৰ বিখটো বাঢ়ি গৈ আছে। গাটো শিৰশিৰাই উঠে মাজে মাজে।" প্ৰসন্নই কৈ হঠাৎ থিয় হ'ল। "তুমি খাই থাকাচোন, মই অলপ বাথৰুমৰ পৰা আহোঁ।"

প্ৰসন্ন নিজৰ শোৱা কোঠাৰ পিনে গৈ বাথৰুমত সোমাল, আৰু বমি কৰি পেলালে। চকুৰে-মুখে পানী সানি তেওঁ বিছনাত পৰিলহি। তেওঁৰ ভীষণ জাৰ লাগিল। লেপৰ তলত সোমাইও থৰথৰ কৰি কঁপিবলৈ ধৰিলে।

অলপ পিছতে সৌমাৰ কোঠাটোলৈ সোমাই আহিল। দেখলে প্ৰসন্ন লেপৰ তলত দাঁত কৰছিয়াই কঁপি আছে। তেওঁ আলমাৰিৰ পৰা এখন ৰাগ জাপি দিলে। তথাপিও কঁপনি নমৰাত আৰু দুখন কম্বল জাপি দিলে। প্ৰসন্নৰ কপালখন জুইৰ দৰে গৰম। তেওঁ কেঁকাবলৈ ধৰিলে। সৌমাৰে কাপোৰৰ নেপকিন এখন আনি পানীত তিয়াই প্ৰসন্নৰ কপালত দিলে। অলপ পিছতে নেপকিন শুকাই গ'ল। সৌমাৰে ঘনাই ঘনাই নেপকিনখন তিয়াই তিয়াই প্ৰসন্নৰ কপালত দি থাকিল। বয়কেজনকো সৌমাৰে মাতি আনিলে। সিহঁতেও প্ৰসন্নৰ

মূৰটো তিয়াই তিয়াই জ্বৰটো নমাবলৈ চেষ্টা কৰিলে।

নিশা দুইমান বজালে জ্বৰটো নামিল। ঘামি গাত জোল হ'লে। বয় দুটাৰ সহায়ত সৌমাৰে প্ৰসন্নৰ গাটো মছি ওপৰৰ গেঞ্জিটো সলাই দিলে। কিছু সময় পিছত প্ৰসন্নৰ টোপনি আহিল। সৌমাৰো নিজৰ কোঠাত শুবলৈ গ'ল। প্ৰসন্নৰ কোঠাত বয় এটা মজিয়াৰ কাৰ্পেটতে বিছনা পাৰি শুই থাকিল, ৰাতি-বিৰালি কিবা প্ৰয়োজন হ'ব পাৰে।

পিছদিনা বাগিচাৰ ডাক্তৰ আহি সাব্যস্ত কৰিলে, প্ৰসন্ন মেলেৰীয়া ৰোগৰ দ্বাৰা আক্ৰান্ত হৈছে। কমেও সাদিন লাগিব, সুস্থ হৈ উঠিবলৈ বিচনা এৰিব পৰা হ'বলৈ। ইতিমধ্যে কুইনাইন পিল খুৱাবলৈ আৰম্ভ কৰি দিয়া হ'ল। মিঃ ফিলিপ ব্ৰাউন আৰু মিচেচ ইউজিনী ব্ৰাউন আহিল খবৰ ল'বলৈ। ইউজিনীয়ে নিজেই কুইনাইনৰ প্ৰথম দ'জটো প্ৰসন্নক বিছনাত বহুৱাই খুৱাই দিলে। আৰু ক'লে, "ইউ আৰু ষ্ট্ৰিক্টলী অন বেড ৰেষ্ট। ন' মুভিং আউট লাইকে এ নটি বয়।"

প্ৰসন্নই সেমেকা হাঁহি এটা মাৰিলে। তেওঁৰ মনত পৰিল, সেইদিনা সন্ধ্যা তেওঁ মজদুৰ লাইনত ঝুমুৰ নাচ চাবলৈ যোৱাৰ কথা আছিল। আগদিনা নৈ পাৰত বনহাঁহৰ পাখী গুচাই থাকোঁতে মজদুৰ দুজনৰ সৈতে বন্দবস্ত কৰা আছিল। লগতে তেওঁৰ মনত, পৰিল পিছদিনা সন্ধ্যালৈ প্লেণ্টাৰ্চ ক্লাবত আয়োজন কৰা নিউ-ইয়াৰ্চ-ইভ ডিনাৰলৈও যোৱা নহ'ব। কাৰণ বাগিচাৰ ডাক্তৰজনৰ মতে আৰু দুদিনমানলৈ সন্ধ্যা সন্ধ্যা নিতৌ কঁপি কঁপি জ্বৰ উঠিব। লাহে লাহে কমি যাব, আৰু এসপ্তাহমান পাছত ঘৰলৈ ৰাওনা হ'ব পাৰিব। চেতনসৌতত তেওঁৰ মনলৈ আহিল নৱবৰ্ষ উদ্‌যাপনৰ নৈশ ভোজত পিন্ধিবলৈ তেওঁ যতনাই ধুতী-কামিজ-কলা-কোট বগা মোজাৰ সাজ এটা সুকীয়াকৈ বাকচত ভৰাই থৈছিল। সাজটো তেওঁৰ পিন্ধা নহ'ল, প্ৰসন্নই ভাবিলে।

প্ৰসন্নৰ দৰব-পাতি পথ্য-ফলাহাৰ সকলো নিয়াৰিকৈ বন্দবস্ত কৰি ইউজিনী স্বামীৰ সৈতে তেওঁলোকৰ ফ'ৰ্ড ফৰ্টি কাৰত বহিলহি। কাৰখন অলপ আগবঢ়াৰ পিছতে ইউজিনীয়ে সমুখলৈ চাই কলে, "পুৱৰ বয়।"

"ব্ৰেছিং ইন ডিচ্ গাইছ্।" গৈ থকা কাৰখনৰ সমুখৰ বাটৰ শিলগুটিবোৰলৈ চাই ফিলিপ ব্ৰাডনে ক'লে।

ইউজিনীয়ে মূৰটো বেঁকা কৰি ফিলিপৰ মুখলৈ চালে। স্বামীৰ কথাষাৰ যেন তেওঁ বুজিও বুজা নাই।

পহিলা জানুৱাৰীৰ পুৱা ঃ সাৰ পায়েই বিছনাত প্ৰসন্নৰ কথাটো মনত পৰিল। আগনিশা মনচিৰি প্লেণ্টাৰ্চ ক্লাবত নৱবৰ্ষৰ উছৱ আছিল। বল ডান্স

আৰু ডিনাৰ পাৰ্টি আছিল। সেইবোৰৰ বিষয়ে প্ৰসন্নই কিতাপে-পত্ৰইহে পঢ়িছে, দেখাৰ বা তাত যোগ দিয়াৰ সুযোগ হোৱা নাই। অৱশ্যে তেনে সুযোগৰ কাৰণে তেওঁৰ কোনো আকাংক্ষা বা আগ্ৰহ কোনো দিনেই নাছিল। চাহ বাগিচা এখনৰ ভিতৰত সোমাই ভালদৰে চোৱাৰ ইচ্ছা এটা আছিল। সেইবাবেই মিঃ ফিলিপ ব্ৰাউনৰ নিমন্ত্ৰণ তেওঁ গ্ৰহণ কৰিছিল। তেওঁৰ ইচ্ছা ভালেখিনি পূৰণ হৈছে। কিছু নতুন অভিজ্ঞতা লাভ হ'ল। অসমত চাহ উদ্যোগ কিদৰে প্ৰথম পত্তন হৈছিল, সাতসাগৰ তেৰ নদী পাৰ হৈ ইংৰাজ যুৱক একোজনে নানান দুৰ্যোগ বিপৰ্যয়ক প্ৰত্যাহ্বান জনাই কিদৰে একোটা দুঃসাহসৰ জীৱনযাত্ৰাৰ পথ বাছি লৈছিল, কেনেকৈ আধুনিক বিশ্বৰ সুসভ্য লণ্ডন মহানগৰৰ সুখ-সম্ভোগ-বিলাস এৰি, আত্মীয়-স্বজন, বন্ধু-বান্ধৱ এৰি, সদা-বিপন্ন জীৱন লৈ অসমৰ হাবি-জংঘলত বাস কৰিবলৈ আহিছিল, কেনেকৈ অশেষ ত্যাগ স্বীকাৰ কৰিছিল, তাৰ এটি আভাস পালে প্ৰসন্নই। 'বনীয়া' বৃটিছসকলৰ বাণিজ্যিক স্বাৰ্থৰ আঁৰৰ মানৱীয় দিশ এটা আছে, সিও তাৎপৰ্যপূৰ্ণ। মাত্ৰ সংস্থানৰ কাৰণে, টকাৰ কাৰণেই কুৰি-পঁচিছ বছৰীয়া একোজন ডেকা ইংৰাজ অসমলৈ আহিছিলনে? হয়তো আহিছিল। কিন্তু তাৰ লগতে তেওঁলোকৰ সেই দুঃসাহসৰ দিশটো, এড্‌ভাঞ্চাৰৰ প্ৰতি তীব্ৰ আকৰ্ষণ, সি জানো প্ৰশংসনীয় নহয়? আমাৰ অসমৰ যুৱকসকলৰ কাৰণে সেই spirit of adventure জানো আদৰ্শনীয় নহয়? মেট্ৰিকুলেশ্যন পাছ কৰিয়েই আমাৰ ডেকাবোৰে দেখোঁন কেৰাণী-মহৰী হ'বলৈহে যায়, বি-এ, এম-এ পাছ কৰাকেজনে হাকিম-মুন্সিফ হ'বলৈহে হাবিয়াস আৰু চেষ্টা কৰে।

প্ৰসন্নই সাৰ পাই লেপৰ তলতে সোমাই বিছনাতে পৰি থাকিল। তেওঁৰ মনৰ চেতন-সোঁতত নানান ভাবৰ ঢৌ বাগৰি থাকিল। ডিচেম্বৰ-জানুৱাৰীৰ সিৰ্‌সিৰীয়া ঠাণ্ডা। তেওঁৰ লেপৰ তলত আৰু কিছু সময় থাকিবলৈ মন গ'ল। কুইনাইন আৰম্ভ কৰাৰ পাছত জ্বৰ কমি আহিছে। যোৱা সন্ধ্যা জ্বৰ আৰু কঁপনিৰ প্ৰকোপ নাই বুলিয়েই ক'ব পাৰি। পুৱাবেলা জ্বৰ নাথাকেই। কিন্তু তেওঁ বৰ দুৰ্বল অনুভৱ কৰি আছে। গাটো কিছু ভাল পালে, তেওঁৰ এবাৰ ইচ্ছা, বাগিচাৰ বনুৱা মানুহখিনিৰ মাজলৈ এদিন যাব। সেই সুযোগটো হোৱা নাই। 'চাহাবসকলৰ' জীৱন নিৰ্বাহ কৰ্মকাণ্ডৰ বিষয়ে ইতিমধ্যে কিছু অভিজ্ঞতা তেওঁৰ হ'ল। সেইখিনিয়েই যথেষ্ট বুলি তেওঁ নাভাবিলে। প্লেণ্টাৰ্চ ক্লাবৰ নৈশভোজ-সংগীত, নৃত্যৰ অভিজ্ঞতাখিনি নহ'ল। তাৰ বাবে তেওঁ একো খেদ অনুভৱ হোৱা নাই। বৰঞ্চ, ধুতী-কামিজ পিন্ধি 'চাহাবৰ' নৈশ ভোজত যোগ দিবলৈ যাব লগা হ'লে তেওঁৰ অস্বস্তিহে হ'লহেঁতেন। একপ্ৰকাৰ তেওঁ বাচি গ'ল। কিন্তু, বাগিচাৰ

বনুবাখিনিৰ বিষয়ে বিশেষ একো জনাই হোৱা নাই। হঠাৎ জ্বৰ আৰম্ভ হৈ, মজদুৰৰ লাইনত ঝুমুৰ চাবলৈ যোৱা বন্দবস্তটো বিফল হ'ল। কিন্তু লাইনলৈ যোৱা, মানুহখিনিৰ বিষয়ে জনা কামটো কৰিব লাগিব। তেহে বাগিচাৰ অভিজ্ঞতা সম্পূৰ্ণ হ'ব। তেওঁ ভাবিলে। কিয় জানো, ডেকা সহকাৰী পৰিচালক চীম'ৰে প্ৰসন্নৰ লাইনলৈ যোৱা ইচ্ছাটোৰ প্ৰতি বিশেষ সঁহাৰি জনাব নোখোজে। নিৰুৎসাহ কৰে। সৌমাৰেও ক'লে, "চীম'বইতে ভাল নাপায় যদি নালাগে যাব, কিনো তাত চাবলগীয়া আছে!"

"চাবলগীয়া নাথাকিব পাৰে, জানিবলগীয়া আছে।"— প্ৰসন্নই উত্তৰ দিছিল। — গাটো অলপ ভাল পালেই অকলেই কিছু সময় 'লাইনত' কটাই আহিবগৈ, প্ৰসন্নই মনতে থিৰাং কৰিলে।

পুৱা ঠিক ছয় বজাত প্ৰসন্নৰ সাৰ পোৱা নিয়ম। বায়োলজিকেল ক্লক। ৰাতি তিনি বজাত শুলেও কাটা কাটাই ছয় বজাত তেওঁ সাৰ পাবই। বঙলাৰ বয়কেইটায়ো জানে "ধুতীবালা চাহাব চাট্ বাজি ঘুম চাৰে"। তেতিয়া বাগিচাবোৰত লোকেল টাইম চলিছিল। সেই সময় ভাৰতীয় সময়মানতকৈ এঘণ্টা আগবঢ়া।

বয়ে ঠিক লোকেল টাইম সাত বজাৰ পাছতে এখন ট্ৰেত টিক'জিৰে ঢাকি টিপতত ৰঙা চাহ, চুগাৰ পট্, কাপ-প্লেট-চামুচ, এখন প্লেটত চকলীয়াই কটা নেমু, আৰু এখন কোৱাৰ্টাৰ প্লেটত ক্ৰিম ক্ৰেকাৰ বিস্কুট আনি প্ৰসন্নৰ বিছনাৰ কাষত চাইদ টেবুলত থ'লেহি। বয়ে 'গুড্ মৰ্ণিং চাহাব। হেপী নিউ ইয়াৰ' বুলি কৈ বিছনাৰ আঁঠুৱাখন তুলি দিলে।

"হেপী নিউ ইয়াৰ"। — প্ৰসন্নই উত্তৰ দিলে। লগে লগে তেওঁৰ মনলৈ আহিল "গায়নৰ ঘৰৰ.... ইত্যাদি যোযোনাটো।

কাষৰ খিৰিকী এখন খুলি দি বয়টোৱে সুধিলে, "বুখাৰ কি ৰকম আছে চাহাব?"

"জ্বৰ নাই এতিয়া, গাটোহে বৰ দুৰ্বল।" প্ৰসন্নই ভৰি দুখন তললৈ ওলোমাই বিছনাৰ দাঁতিত বহিল। লেপৰ তলৰ পৰা ওলাই তেওঁৰ ঠাণ্ডা লাগিল।। বয়টোক কৈ তেওঁ কামিজ, চুয়েটাৰ আৰু মোজাযোৰ কাষৰ কাঠৰ বাৰ্ডৰ পৰা অনাই ল'লে। সেইবোৰ পিন্ধি গাত এৰী চাদৰখনো মেৰিয়াই ল'লে। বয়টোৱে কাপত টিপটৰ পৰা ফিকা চাহ ঢালি, দুচামুচ চেনি দিলে। উৎকৃষ্ট চাহপাতৰ গোন্ধ। প্ৰসন্নৰ নাকত লাগিল।

প্ৰসন্নই বয়টোলৈ চাই ক'লে, "বুইছা দামু (বয়টোৰ নাম) আমি গাঁৱত এইদৰে আড়ম্বৰ কৰি বেড টি খোৱাৰ অভ্যাস নাই। গাঁৱৰ মানুহ দোকমোকালি

পুৱাই পথাৰলৈ হাল লৈ যায়। দুঘণ্টামান পিছতহে যেতিয়া ঘৰৰ আন মানুহে পথাৰলৈ চাহ-জলপান লৈ যায় তেতিয়া পথাৰৰ হালোৱাই বাটিত চাহ খায়।"

"আমাৰ কুলী লাইনতো মানুহ চবে বাটিতে চাহ খায়। সবেৰে পাত তুলিব যাব লাগে। ঘৰত চাহ খাবৰ চময় নাই থাকে। ন বাজি চব বাগানতে চব কুলীকে দচ্ মিনিট ৰেচ দিয়ে আৰু এক বাটি এক বাটি নিমক দিয়া লাল চাহ দিয়ে।" — বয়টোৱে ক'লে— আৰু প্ৰসন্নৰ পিনে সুন্দৰ প্ৰায়-বেঙুনীয়া ৰঙৰ চাহকাপ আগুৱাই দিলে। কাপটোৰ পৰা ওলোৱা গৰম চাহৰ ভাপত উৎকৃষ্ট চাহৰ গোন্ধ নাকত লাগিল। চাহত ওপঙি থকা নেমুচকলা মিহি সৰু চামচখনেৰে লৰাই লৰাই চাহ এঢোক ডিঙিত লৈ প্ৰসন্নই সুখ অনুভৱ কৰিলে। তেওঁ ভাবিলে, এইদৰে পুৱাই বিচনাতে এনেকৈ গৰম সুগন্ধ চাহ-একাপ খোৱাৰ আৰামখিনি ল'বলৈ পোৱাটো ভাগ্যৰ কথাই।

চাহকাপ হাতত সৈ প্ৰসন্ন খোলা খিৰিকীখনৰ ওচৰলৈ গ'ল। বাহিৰত ডাঠ কুঁৱলী। আকাশখন, দূৰৰ পাহাৰটো, সমুখৰ বাগিচাৰ চাহ গছৰ জোপোহাবোৰ— যিবোৰ পাহাৰটোৰ এঢলীয়া অংশলৈকে বিস্তৃত হৈ আছে। একো দেখা নাপায়, কুঁৱলীয়ে ঢাকি আছে।

দুঘণ্টামান পাছত। সুন্দৰ ৰ'দ ওলাইছে। নিয়ৰত তিতি গছৰ পাতবোৰে, চাহৰ জোপোহাবোৰে গাঢ়-সেউজীয়া বৰণ লৈছে।

বঙলাৰ সমুখৰ ঘাঁহনিত বেতৰ চকীত বহি আছে প্ৰসন্ন আৰু সৌমাৰ। পুৱাৰ জলপান শেষ কৰি দুয়ো ৰ'দ লৈছে। প্ৰসন্ন তিনি দিনৰ মূৰত লাহে লাহে আহি আজি প্ৰথম বাহিৰত বহিছেহি। মেলেৰিয়াই তিনিদিনতে ল'ৰাটোৰ দেহা কাহিল কৰি পেলালে। খোৱা অনিচ্ছা। সৌমাৰৰ তাগিদাত ব্ৰেকফাষ্ট টেবুলত আজি বহিছিলহি।

চেৰিয়েল, ট'ষ্ট, অমলেট, পৰিজ একো খাবলৈ তেওঁৰ মন নগ'ল। জুচ্ এগিলাচ খাই বৈ গ'ল। চিৰা খাব খুজিলে। বঙলাৰ 'কিচ্চেনত' চিৰা নাথাকে। বয়কেজনে সিহঁতৰ সুকীয়া পাকঘৰত চিৰা ৰাখে। সেই কথা জানি প্ৰসন্নই তাৰে পৰা এমুঠি চিৰা আনি দিবলৈ ক'লে। যথেষ্ট দ্বিধাসহকাৰে বাটলাৰজনে সিহঁতৰ খোৱাৰ লগৰে চিৰা অলপ আনি বাউল এটাত গাখীৰেৰে দিলেহি। প্ৰসন্নই তাতে কল এটাও মোহাৰি ল'লে। কিন্তু দুচামুচমান গিলিয়েই আৰু খাব নোৱাৰিলে। জিভা ডিঙি পেটলৈকে যেন তিতা। একেবাৰে অৰুচি। কুইনাইনে যেন সৰ্বশৰীৰৰ তিতা কৰি পেলাইছে। তথাপি আজি গাটো অলপ টঙাই উঠা যেন লাগিছে। সৌমাৰেই ৰ'দত বহাৰ দিহা দি বাহিৰলৈ উলিয়াই আনিলে প্ৰসন্নক।

সৌমাৰে আগনিশাৰ পাৰ্টিৰ বিশদ বৰ্ণনা দিলে। মনচিৰি গ্ৰেণ্টাৰ্চ ক্লাবঘৰৰ বাহিৰে-ভিতৰে ৰং-চঙীয়া সাজসজ্জা, ৰঙা-নীলা বিজুলী পোহৰ, (কিছুদিন আগৰে পৰা ডাইনেমো চালিত বিদ্যুৎ শক্তিৰ ব্যৱস্থা হৈছে বাগিচাবোৰত) ল'ৰা-ছোৱালীকে ধৰি সকলো বয়সৰ পুৰুষ-মহিলাৰ অবিৰত কথোপকথন, উচ্ছ্বাসিত হাঁহি-তামাচা, পুৰুষ-মহিলাসকলৰ অঙ্গাঙ্গি হৈ বলডান্সত বিভিন্ন পদ সঞ্চালন আৰু লয়লাস ভংগিমাৰে অংশ গ্ৰহণ, বেণ্ড মিউজিক, প্ৰতিবাৰৰ বেণ্ড সংগীত আৰু নৃত্যৰ অন্তত উল্লসিত হাত চাপৰি, হৈ হাল্লা, বিভিন্ন তৰহৰ পানীয়, মহিলাসকলকে ধৰি সকলোৰে মদ্যপান, হাঁহ-মুৰ্গী-ছাগলীৰ বাৰ্বিকিউকে ধৰি বিধে বিধে সুস্বাদু খাদ্য সম্ভাৰ। এই সমগ্ৰ দৃশ্যৰে চৰম ক্ষণ যেতিয়া উপস্থিতি হ'ল— নিশা বাৰ বজাৰ লগে লগে হঠাৎ সকলো লাইট অফ্ হৈ গ'ল আৰু সেইক্ষণত আন্ধাৰতে অতিথিসকলৰ উল্লাস-নিনাদত যেন ঘৰৰ মুধচ উৰি যাব খুজিলে, এনে লাগিল। "হেপ্‌পী নিউ ইয়াৰ" বুলি সকলোৱে চিএৰ আৰু বেণ্ড সংগীতৰ চৰম ধ্বনিয়ে কাণ তাল মাৰিবলৈ ধৰিলে। খন্তেক পিছতে, আকৌ পোহৰ হৈ পৰিল। কিন্তু উল্লাস-নিনাদ বেণ্ড সংগীত একেদৰেই আৰু বহুত পৰলৈকে চলি থাকিল। সকলোবোৰ বৰ্ণনা দিয়াৰ পিছত সৌমাৰে যিটো বিস্ময়কৰ অভূতপূৰ্ব অভিজ্ঞতাৰ কথা ক'লে সেইটোৱে প্ৰসন্নক আটাইতকৈ বেছি আৰু চাঞ্চল্যকৰ আমোদ দিলে। সৌমাৰে প্ৰসন্নক জানিবলৈ দিলে, কেনেকৈ বাৰ বজাৰ লগে লগে উৎসৱ স্থল আন্ধাৰ হৈ পৰিল আৰু সেই মুহূৰ্ততে তেওঁৰ পৰা অলপ নিলগত থকা এগৰাকী সোতৰ-ওঁঠৰ বছৰীয়া গাভৰু ছোৱালী আন্ধাৰতে দৌৰি আহি তাক সাৱটি ধৰিলে আৰু তাৰ ওঁঠত দীঘলীয়াকৈ চুমা খাবলৈ ধৰিলে। সৌমাৰে একো ভতকে ধৰিব নোৱাৰিলে। ছোৱালীজনী পোহৰ হোৱাৰ আগমুহূৰ্ততহে নিঃসংলগ্ন হ'ল আৰু সৌমাৰৰ মুখলৈ চাই হাঁহি হাঁহি ক'লে, "থেংক ইউ, হেপ্পী নিউ ইয়াৰ।" — সেই বুলি ছোৱালীজনী আকৌ অলপ দূৰতে থকা মাকৰ ওচৰলৈ বেগাই আঁতৰি গৈ ঘূৰি চাই আৰু এটা হাঁহি মাৰিলে। অলপ পিছতহে সৌমাৰৰ মনত পৰিল, কিছু সময় আগতে মিচেচ ইউজিনী ব্ৰাউনে অন্য কোনোবা কোনোবা মানুহৰ সৈতে চিনাকি কৰি দিয়াৰ লগতে সেই ছোৱালীজনী আৰু মাকক চিনাকি কৰি দিছিল। কোনোবা বাগিচাৰ মেনেজাৰৰ জীয়েক। ছোৱালীজনীৰ নাম 'এমিলী' বুলি কৈছিল, সৌমাৰৰ মনত পৰিল।

সৌমাৰে অবলীলাক্ৰমে নিজৰ আঙুলি দুটা এবাৰ ওঁঠ দুখনত ফুৰালে। যেন আগনিশাৰ ছোৱালীজনীৰ চুমাটো তেওঁৰ ওঁঠত লাগি আছে।

অলপ পাছত সৌমাৰে প্ৰসন্নলৈ চাই সুধিলে— "কি হ'ল, তোৰ দেখোঁন একো ৰিএকচন নাই!"

"ভাবিছোঁ।"

"কি ভাবিছ?"

"মোৰ হাতভাগ্যৰ কথা।"

"কি হতভাগ্যৰ কথা?"

"সামান্য এটা এনিফিলিছ ম'হৰ কাৰণে মই জীৱনত কিদৰে এক অমূল্য সুযোগৰ পৰা বঞ্চিত হ'ব লগা হ'ল। গাভৰু ছোৱালী আৰু নিশ্চয় তাত আছিল? মোকো চুমা খাবলৈ কোনোবা এজনী আহিলহেঁতেন। এয়া হতভাগ্য নহয়?"

সৌমাৰে মুখ খুলি হাঁহিবলৈ ধৰিলে। প্ৰসন্নইও নিজৰ কথাৰ ৰসত নিজেই হাঁহিত যোগ দিলে।

ঠিক সেই সময়তে বঙলাৰ গেটৰ ওচৰত মিঃ ফিলিফ্ ব্ৰাউনৰ ক'লা ৰঙৰ ফ'ৰ্ড ফাৰ্টি গাড়ীখন ৰ'লহি। চকীদাৰে দৌৰি গৈ গেট খুলি দিলে। গাড়ীখন আহি বঙলাৰ পৰ্চত ৰ'লহি। গাড়ীৰ পৰা নামি আহিল, ব্ৰাউন দম্পতী আৰু এজন আদবয়সীয়া ইংৰাজ। সৌমাৰে ক'লে, সেইজনেই স্মল চাহাব। শিক্ষা আয়ুক্ত। যোৱা নিশা মিঃ ব্ৰাউনে প্ৰেণ্টাৰ্চ ক্লাবত চিনাকি কৰি দিছিল।

সৌমাৰ আৰু প্ৰসন্ন আগন্তুককেজনৰ ওচৰলৈ বেগাই খোজ ল'লে। আগন্তুক তিনিও সৌমাৰ আৰু প্ৰসন্নক নৱবৰ্ষৰ শুভেচ্ছা জ্ঞাপন জনাই কৰমৰ্দন কৰিলে। সৌমাৰ আৰু প্ৰসন্নও শুভেচ্ছা বিনিময় কৰিলে। স্মল চাহাবৰ সৈতে প্ৰসন্নক চিনাকি কৰি দিয়া হ'ল। প্ৰসন্নৰ অসুস্থাত কিছু নিৰাময় হৈছে বুলি জানি তিনিও সন্তোষ প্ৰকাশ কৰিলে। ইউজিনীয়ে প্ৰসন্নৰ খোৱা-বোৱাৰ খবৰ ল'লে।

তেওঁলোক সকলোৱে বাহিৰতে থিয় হৈয়ে কথা পাতিলে। কাৰণ হাতত বেছি সময় নাই। ব্ৰাউন দম্পতী আচলতে স্মল চাহাবক ৰেল ষ্টেচনলৈ আগবঢ়াই থ'বলৈহে আহিছে। প্ৰসন্নই মিঃ ব্ৰাউনক আগতে এদিন কৈছিল, মাজুলীগড় বাগিচাত স্মল চাহাবক লগ পালে। তেওঁ গাৱঁত ইংৰাজী স্কুল এখন খোলাৰ কথা উলিয়াব। কিন্তু প্ৰসন্ন অসুস্থ হোৱাত সেই সুযোগ নাপালে। সেয়ে মিঃ ব্ৰাউনৰ কথাটো মনত পৰি, ষ্টেচনলৈ যোৱাৰ বাটতে প্ৰসন্নৰ স্বাস্থ্যৰ খবৰ লোৱাৰ লগতে প্ৰসন্নই স্মল চাহাবক লগ পোৱাৰ সুযোগটো কৰি দিলে। প্ৰসন্নই চমুকৈ দুবাযাৱমান কথাৰেই গাঁৱৰ এম. ভি. স্কুলখনত ইংৰাজী শাখা খোলাৰ প্ৰস্তাৱটো স্মল চাহাবক জনালে। স্মল চাহাবে কথাটো মনত ৰাখিব বুলি ক'লে। কিন্তু তেওঁ এটা কথাতহে বিশেষ গুৰুত্ব দিলে: সেইটো হৈছে, প্ৰসন্ন আৰু সৌমাৰৰ

দৰে দুজন এনে উচ্চ শিক্ষিত ডেকাক বৃটিছ চৰকাৰে নিশ্চয় যোগ্য চাকৰি দি প্ৰশাসনীয় কামত নিয়োগ কৰিব পাৰে। আৰু তেওঁ নিজেই এই কথাটোৰ প্ৰতি আগ্ৰহী।

ইতিমধ্যে চোফাৰজনে কাৰৰ পৰা এটা ডাঙৰ কাগজৰ পেকেট, কাপোৰৰ নেপকিন এখনত লৈ মেমচাহাব ইউজিনীৰ ওচৰত সম্ভ্ৰমে থিয় হ'লহি। ইউজিনীয়ে নেপকিনখনেৰে পেকেটটো চোফাৰৰ হাতৰ পৰা লৈ প্ৰসন্নৰ পিনে আগুৱাই দি ক'লে, "প্ৰসন্ন, হিয়াৰ আৰ চাম কেকচ্। নিউ ইয়াৰ্চ কেক। উই হেড্ লট অব দে'ম লাষ্ট নাইট। হেড গ্ৰেট ফান ইন দি নিউ ইয়াৰ বল। উই মিচ্‌ড্ ইউ বেড্‌লী প্ৰসন্ন।" সেইবুলি কৈ ইউজিনীয়ে প্ৰসন্নৰ ভৰিৰ পৰা মূৰলৈ এবাৰ চালে। ভৰিত ডগধা ক'লা চামৰাৰ চেণ্ডেল। ক'লা মোজা আঁঠুলৈকে, কঁকালত সোত-মোত ধুতী, গাত কামিজৰ ওপৰত পুৰণা চুৱেটাৰ, তাৰ ওপৰত কেবাদিনো একেৰাহে লৈ থকা এৰী চাদৰ, মুখখনত তিনি-চাৰিদিনৰ ডাঢ়ি, মূৰত আকৌ এটা উলৰ টুপী। এই চেহেৰাৰ মানুহটো যদি আগনিশা প্লেণ্টাৰ্চ ক্লাবত উপস্থিত থাকিব লগা হ'লহেঁতেন। "গড্ ইজ চ' কাইণ্ড।"— ইউজিনীয়ে মনতে ভাবিলে।

প্ৰসন্নই কে'কৰ পেকেটটো লৈ ক'লে, "আই অলচ' ভেৰী বেড্‌লী মিচ্‌ড্ দি ফানচ্। থেঙ্ক ইউ চ' মাছ মেডাম, ফৰ দি কে'কচ্।"

মিঃ ফিলিপ ব্ৰাউনে প্ৰসন্নক ইউজিনীয়ে কে'ক দিয়া দৃশ্যটো মনযোগেৰে চালে আৰু ইউজিনীয়ে প্ৰসন্নক কোৱা কথাষাৰো মন দি শুনিলে।

মিঃ ফিলিপচ্ ব্ৰাউনে হাইস্কুলত পঢ়োতে লেমব্‌চৰ ৰচনাত শ্বেইক্সপীয়েৰৰ নাটকৰ কাহিনী পঢ়িছিল। তাৰ পিছত ছুটীত ইংলণ্ডলৈ যাওঁতে শ্বেইক্সপীয়েৰৰ কেবাখনো নাটক মঞ্চত চাইছিল। তেওঁৰ মাজে মাজে এনে লাগে, ইউজিনীয়ে কেতিয়াবা এনেকৈ কথা কয় যেন তেওঁ চোৱা শ্বেইক্সপীয়েৰৰ কোনোবা নাটকৰ কোনো নাৰী চৰিত্ৰইহে কথা কৈছে।

মাজুলীগড় বাগিচালৈ অহাৰ বাৰ দিনৰ পিছত সৌমাৰ আৰু প্ৰসন্ন নিজ নিজ ঘৰলৈ উভতি যোৱাৰ দিন ঠিক হ'ল। প্ৰসন্ন সুস্থ হৈছে। দুৰ্বল হৈ আছে। তথাপি জাহাজেৰে গৈ ঘৰত জিৰণি লৈ সম্পূৰ্ণ নিৰাময় হ'ব পাৰিব। অৱশ্যে লগত চোটা মাইকী মহৰী বাবু যাব, তেওঁ ঘাটৰ পৰা একেবাৰে ঘৰত থৈ আহিবগৈ, সেই বন্দৱস্ত কৰা হৈছে। ইফালে নিমাতী ঘাটলৈকে আকৌ ব্ৰাউন চাহাবৰ ফৰ্ডফ'টি কাৰৰেই নি থৈ আহিবগৈ।

প্ৰত্যাবৰ্তনৰ নিৰ্দিষ্ট দিনৰ আগদিনা গধূলি ব্ৰাউন দম্পতী আহিল

সৌমাৰহঁত থকা বঙলালৈ। সৌমাৰ-প্ৰসন্নক মাত লগাবলৈ। পিছদিনা অতি পুৱাই যাত্ৰা কৰিব লাগিব। পুৱা দহ বজাত জাহাজ এৰিব। তাৰ আগতে ঘাটলৈ চল্লিশ মাইল বাট। ইউজিনীয়ে কিছুমান ফল-মূল আৰু প্ৰসন্নৰ কাৰণে অভেলটিন আৰু ভিটামিন জাতীয় কিছু দৰবো আনিছিল। আৰু আনিছিল দুটা উপহাৰ পেকেট, ধুনীয়া ৰঙীন কাগজেৰে ৰঙীন ৰিবনেৰে বন্ধা। কিন্তু তেওঁলোকে আহি গম পালে প্ৰসন্ন নাই। সৌমাৰহে অকলে আছে, পিছদিনা পুৱা যাব লাগিব, কাপোৰ-কানি জপা কাম কৰি আছে।

প্ৰসন্ন ক'লৈ গ'ল সৌমাৰে সঠিককৈ ক'ব নোৱাৰিলে। আচলতে সৌমাৰে মিছা মাতিলে। সৌমাৰে জানে প্ৰসন্ন মজদুৰ লাইনলৈ গৈছে। লগত দামু মুণ্ডা প্ৰসন্নৰ আলপৈচান ধৰা 'বয়টো' গৈছে। প্ৰসন্নই চাইকলৰ কেৰীয়াৰত দামুক বহুৱাই লাইনত থকা সিহঁতৰ জুপুৰি ঘৰলৈ লৈ গৈছে। সৌমাৰে জনালে, দুপৰীয়া আহাৰৰ পাছত তেওঁৰ অলপ দীঘলীয়াকৈ শোৱা অভ্যাস, প্ৰসন্ন সেই সময়তে ওলাই গৈছে, ক'লৈ গৈছে তেওঁ নাজানে। সৌমাৰৰ সঁচা কথা ক'বলৈ সাহ নহ'ল। কাৰণ 'কুলী লাইনলৈ' ভদ্ৰলোক বা বাহিৰৰ মানুহ যোৱাটো প্ৰায় নিষিদ্ধ কথা। চীম'ৰে সৌমাৰহঁতক জনাই থৈছে, বাগিচা-কৰ্তৃপক্ষই মজদুৰৰ সৈতে বাহিৰৰ মানুহৰ যোগাযোগ পচন্দ নকৰে। প্ৰসন্ন মজদুৰ লাইনলৈ গৈছে বুলি জানিলে ব্ৰাউন দম্পতী ক্ষুব্ধ হ'ব, সেই শংকাতে সৌমাৰে একো নজনাৰ ভাও জুৰিলে।

কিন্তু ব্ৰাউন চাহাবে লগে লগেই কথাটো গম পালে। বঙলাৰ বাকী বেয়েৰাকেটাক মাতি আনি সোধাৰ লগে লগে কথাটো ওলাই পৰিল, প্ৰসন্ন দামু মুণ্ডাৰ সৈতে 'লাইনত গৈছে'। বেমাৰী মানুহটো লাইনলৈ কেনেকৈ গৈছে! বেয়েৰা এটাই কৈ দিলে, "ধুতীবালা চাহাব বাইচকল চালাইছে। দামু কেৰিয়াৰতে চৰি যাইছে। ঝুমুৰ দেখতে গেছে। চাহাব কহি গেছে, জলদি ফিৰবে, বেছি ৰাত না কৰবেত।" প্ৰসন্নই— বেমাৰী মানুহটোৱে চাইকল চলাই গৈছে, কেৰীয়াৰত আৰু এটা মানুহ তুলি!

সকলো ফট্‌ফটীয়া হৈ পৰিল। এইবাৰ মিঃ ব্ৰাউন ক্ৰোধত অধীৰ হৈ পৰিল। ইয়াৰ আগলৈকে প্ৰসন্নৰ সকলো আচৰণতে তেওঁ বিশেষ প্ৰতিক্ৰিয়া কৰা নাছিল, ইউজিনীহে ক্ষোভিত হৈছিল। কিন্তু আজি মিঃ ব্ৰাউনেই আস্ফালন কৰি উঠিল, "ইট্‌চ্ এ লিমিট্। ইনক্ৰেডিবল্। আটাৰ ষ্টুপিডিটি। হি ইজ্ আওৱাৰ গেষ্ট্। উই ইনভাইটেড্ হিম। হি চুদ্ বিহেভ এজ ডেট্। হোৱাই দি হে'ল হি হেজ টু ৰাণ আফ্‌টাৰ দি ব্লাডি কুলিজ। প্লীজ চৌমাৰ, টেল ইওৰ ফ্ৰেণ্ড— উই

আৰু টেৰিব্‌লী আপচেট্‌। হি চুদ্‌ নেভাৰ মেক এ ভিজিট টু মাই গার্ডেন ইন ফিউচাৰ।" মিঃ ব্ৰাউনে শেষ হ'ব খোজা মুখৰ চিগাৰেটো জোৰে কামুৰি মুখৰ পৰা উলিয়াই খিৰিকীৰে বাহিৰলৈ পেলাই দিলে। তাৰ পিছত ছোফাখনত ধুপুচকৈ বহি মুখত আৰু এটা চিগাৰ লৈ জ্বলাবলৈ ধৰিলে।

"বাট ইউ আৰ ভেৰী নাইচ্‌ চৌমাৰ। ইউ আৰ বাণ্ডাৰফুল। উই এন্‌জয়েড ইউৰ কম্পেনী— ভেৰী মাছ্‌।" এইবুলি ইউজিনীয়ে কাষতে থৈ দিয়া উপহাৰ-পেকেট এটা তুলি লৈ সৌমাৰলৈ আগবঢ়াই দি ক'লে, "হিয়াৰ আৰ চাম গিফ্‌ট্‌চ ফৰ ব'থ অব ইউ। দিচ ইজ ফৰ ইউ। প্লিজ পাচ অন দি আদাৰ পেকেট টু প্ৰসন্না— হোৱেন হি কামচ্‌।"

সৌমাৰে পেকেটটো লৈ ক'লে, "থেঙ্ক ইউ—" সৌমাৰে আৰু কিবা ক'ব খুজিছিলে যদিও ব্ৰাউন চাহাবৰ মূৰ্তি দেখি প্ৰায় বাকৰুদ্ধ হৈ পৰিছিল।

"লেটচ্‌ মুভ্‌ ডালিং," মিঃ ব্ৰাউন যপহকৈ বহাৰ পৰা উঠিল আৰু যাবলৈ উদ্যত হ'ল। ইউজিনীয়ে হাত এখন আগবঢ়াই সৌমাৰক কৰমৰ্দন কৰি ক'লে, "থেঙ্ক ইউ বানচ্‌ এগে'ন। ইট বাজ এ গ্ৰেট প্লেজাৰ, ইউ কেম এণ্ড ষ্টেড্‌ উইথ্‌ আচ্‌। প্লীজ কাম চাম টাইম্‌ এগে'ন।" ইউজিনীয়ে হাত দুখন মেলি সৌমাৰক লাহেকৈ আলিঙ্গন কৰিলে আৰু দুয়োখন গালতে কোমলকৈ চুমা দিলে।

আচম্বিতে চুমা দিয়া কথাটোত সৌমাৰে বিব্ৰতবোধ কৰিলে।

মিঃ ব্ৰাউনেও হাত মেলি সৌমাৰক গহীন কণ্ঠে কৰমৰ্দন কৰি ক'লে, "থেঙ্ক ইউ চৌমাৰ। বাই। গড্‌ ব্লেচ ইউ। দি কাৰ উইল কাম ইন্‌ দি মৰ্ণিং টু পিক্‌ ইউ আপ। হেপি জাৰ্নি।"

"থেঙ্ক ইউ চাৰ।"— দুৰ্বল কণ্ঠেৰে সৌমাৰে মাত দিলে।

ব্ৰাউন দম্পতী দুৱাৰমুখৰ পিনে খোজ ল'লে। খোজ লোৱাৰ আগমুহূৰ্তত মিঃ ব্ৰাউনে কাষৰ চেণ্টাৰ পিচত প্ৰসন্নলৈ বুলি থৈ দিয়া ইউজিনীৰ উপহাৰ পেকেটটোলৈ এনেদৰে চালে, যেন পেকেটটো তেওঁ উঠাই লৈহে যাব, প্ৰসন্নক দিয়াৰ প্ৰয়োজন নাই।

দুঘণ্টামানৰ পিছত ড্ৰইং ৰুমত দীঘলীয়া চোফাৰ একাষত বহি সৌমাৰ, মাজতে প্ৰসন্নৰ উপহাৰ পেকেটটো আৰু ইকাষত প্ৰসন্ন। চিম্‌নিত ৰঙা অঙঠা। প্ৰসন্নই উপহাৰ-পেকেটটো তুলি লৈ সযত্নে খুলিলে। ৰঙা ৰিবন, ৰঙচঙীয়া কাগজ— এইবোৰ একবাই প্ৰসন্নই কাগজৰ বাকচটো খুলিলে। ক্লিপসহ এডাল ৰঙা নেকটাই, তাৰ তলতে আষ্টিনত চিক্‌চিকীয়া পিতলৰ ষ্টাড লগোৱা এটা বগা চাৰ্ট আৰু তাৰ তলত এটা ক'লা লংপেণ্টৰ কাপোৰ। হাতেৰে চুয়েই গ'ম

পোৱা গ'ল চাৰ্ট-পেণ্টৰ কাপোৰ যথেষ্ট দামী, ইংলণ্ডৰ পৰা অনা হ'ব।

"মোকো এনেধৰণৰ গিফ্‌টেই দিছে।" সৌমাৰে ক'লে।

প্ৰসন্নই কাপোৰখিনি হাতত লৈ লিৰিকি-বিদাৰি চাই ক'লে, "বুজিছ সৌমাৰ, বাৰ্মিংহাম নাইবা মান্‌চেষ্টাৰৰ কোনোবা মিলত এই কাপোৰৰ প্ৰতিনেচা সূতা ভাৰতবৰ্ষৰ কোটি কোটি দৰিদ্ৰ মানুহৰ ঘাম আৰু তেজৰ বিনিময়ত বৈ উলিওৱা হৈছে। এই কাপোৰ পিন্ধিলে মোৰ এনে লাগিব যেন মোৰ গাত সেই ঘাম আৰু তেজৰ কণা লাগি আছে। আৰু মিঃ এণ্ড মিচেচ ব্ৰাউনৰ কি অধিকাৰ আছে, এনে audacity কেনেকৈ হ'ল, মোক তেওঁলোকে চ্যুটৰ কাপোৰ, নেকটাই উপহাৰ দিব পাৰিলে? হোৱাই মাষ্ট দে' ৰিডিকুল মি? ইনচাল্ট্‌ মি? তেওঁলোকে জানে মই এজন মাত্ৰ ধুতী পিন্ধা মানুহ। হাউ দে' দেয়াৰ..."

"হ'ব, ইমান আপচেট্‌ নহ'বি। অসুখীয়া মানুহ, মূৰ-চুৰ বেয়া লাগিব।" সৌমাৰে প্ৰসন্নক আশ্বস্ত কৰিবলৈ প্ৰয়াস কৰিলে।

"মূৰ মোৰ ইতিমধ্যেই ঘূৰাই আহিছে সৌমাৰ। আজি আবেলিৰ পৰা এই গোটেই সন্ধ্যা মজদুৰ লাইনলৈ গৈ যি দেখি আহিলোঁ, তেজ-মঙহৰ মানুহৰ যি হৃদয়-বিদাৰক কাহিনী শুনি আহিলোঁ— তাৰ পিছত মোৰ দৰে কোনো মানুহৰ মূৰ সুস্থিৰ হৈ থাকিব নোৱাৰে। যোৱা দহদিনে মাজুলীগড় বাগিচাৰ চাহাব-মেমসকলৰ চমক লগোৱা বিস্ময়কৰ বিলাসী জীৱনৰ দৃশ্যপট দেখিছিলোঁ। তাৰ সম্পূৰ্ণ বিপৰীতে আজি সন্ধ্যা মানুহৰেই অন্য এক জীৱন নিৰ্বাহৰ যি দৃশ্যপট দেখি আহিলোঁ, জানি আহিলোঁ, তাৰ পিছত আজিহে মোৰ কাৰনে অসমত ইংৰাজসকলৰ চাহ খেতিৰ কাহিনী জনা সম্পূৰ্ণ হ'ল।" প্ৰসন্নই কথাকেষাৰ অতি ক্ষোভেৰে ক'লে।

ইতিমধ্যে বেয়েৰা এটাই ট্ৰে এখনত ডাঙৰ কাপ দুটাত ভাপ উৰি থকা চুপ্‌ আনি সৌমাৰহঁতৰ সমুখৰ চেণ্টাৰ পিচ্‌ টেবুলখনত থৈছিলহি। প্ৰসন্নৰনো মজদুৰ লাইনলৈ গৈ কি অভিজ্ঞতা হ'ল সৌমাৰে জানিবলৈ আগ্ৰহ প্ৰকাশ কৰিলে। চোফাত ভৰি দুখন তুলি এৰি চাদৰখন গায়ে-মূৰে ভালকৈ মেৰাই প্ৰসন্ন আৰামকৈ বহি ল'লে। তাৰ পিছত চুপৰ কাপটো হাতত তুলি ল'লে। মেলেৰিয়া লগাৰ পিছত চিকেন আৰু পাৰৰ চুপ দুইবেলা খোৱাটো প্ৰসন্নৰ কাৰণে ইউজিনীয়ে বাধ্যতামূলক কৰি দিছিল। গৰম চুপৰ এসোহা খাই প্ৰসন্নই বাগিচাৰ বনুৱা জীৱনৰ বৰ্ণনা আৰম্ভ কৰিলে ঃ

এয়া এক সুদীৰ্ঘ কাহিনী। প্ৰায় ষাঠি বছৰৰ আগৰ কথা। দামু মুণ্ডাৰ ককাক ৰমুৱা মুণ্ডা অসমলৈ চাহ খেতিৰ বনুৱা হৈ অহাৰ দিনৰ পৰা কাহিনীটো

আৰম্ভ হৈছে। কাহিনীটো প্ৰসন্নই শুনিছিল বমুৱাৰ মুখত।

প্ৰসন্নই দামুক কেৰীয়াৰত তুলি কষ্ট সহকাৰে বাগিচাৰ ওখোৰা-মোখোৰা বাটেৰে চাইকল মাৰি গৈ দামুহঁতৰ লাইনৰ ঘৰ পাইছিলগৈ। প্ৰসন্নৰ অসুস্থ দেহা। তেনে অৱস্থাৰে, দামুৰ ঘৰলৈ বেছি দূৰ বাট নাছিল যদিও, কেৰীয়াৰত মানুহ এটা তুলি চাইকল চলাই প্ৰসন্ন বৰকৈ ভাগৰি পৰিছিল। দামুৰ লগতে দামুৰ বাপেক বুধুৱা আৰু ভায়েক তুলসীয়ে প্ৰসন্নক আধে-বেথে ধৰি মেলি নি ঘৰৰ বাৰাণ্ডাখনত মূঢ়া এটাত বহুৱালে।

এলুমিনিয়ামৰ বাটিত ৰঙা চাহ আৰু কলপাত এটুকুৰাত অলপ গুৰ দিলে প্ৰসন্নক। লগতে ফুল থকা এনামেলৰ বগা ঠাল এখনত অলপ মুৰি দিলে। প্ৰসন্নই চাহ বাটি গুৰেৰে সৈতে খালে। মুৰি এমুঠিও গলিয়ালে। তাৰ পিছত দামুৰ ককাৰক বমুৱাৰ জীৱনৰ মুখত তেওঁৰ ইতিবৃত্ত শুনা আৰম্ভ হ'ল ঃ

বমুৱাৰ বয়স তেতিয়া বাৰ-তেৰ বছৰমান হ'ব। সিহঁতৰ ঘৰ তেতিয়া আছিল বিহাৰৰ ঝাৰখণ্ডত, এখন পাহাৰীয়া গাঁৱত। দেউতাকৰ নিজৰ মাটি-বাৰী নাছিল। ধৰি ঘৰৰ গোটেই পৰিয়ালে মজিদাৰৰ মাটিত কাম কৰিছিল। মজুৰী অতি কম পাইছিল। খেতিৰ কাম নাথাকিলে হাবিৰ পৰা খৰি কাটি আনি বেচিছিল। তথাপিও বছৰটো যেন জোৰা নমৰে। গাঁৱৰ প্ৰত্যেক ঘৰৰে একেই অৱস্থা। বৰ কষ্টত দিন কটাইছিল গাঁৱৰ মানুহবোৰে। এনেতে এদিন সিঁহতৰ গাঁৱলৈ দুজন জবৰজং মানুহ আহিল। পালোৱানৰ নিচিনা চেহেৰা। মস্ত মস্ত গোঁফ। হাতত দীঘল লাঠী। তেওঁলোকক চৰ্দাৰ বোলা হৈছিল। মানুহ দুজনে গাঁৱৰ ঘৰে ঘৰে গৈ মানুহবোৰক কিছুমান কথা ক'লে ঃ কৈছিল দেশৰ উত্তৰ-পূব পিনে 'আচাম' নামৰ এখন ঠাই আছে। তাত ইংৰাজ কোম্পানীয়ে বহুত চাহবাগিচা পাতিছে। চাহ গছৰ 'বাগান'। জোপোহা চাহ গছৰ ডালৰ পৰা এটা কলি আৰু দুটা পাত— একেলগে ছিঙি টুকুৰীত জমা কৰিব লাগে। আৰু টুকুৰী ভৰা হলে ফেক্টৰীত জমা কৰিব লাগে। ফেক্টৰীত সেই কোমল কলি আৰু চাহ-পাতবোৰ শুকাই গুৰি কৰি চাহ তৈয়াৰ কৰা হয়। আৰু তেনেকৈ তৈয়াৰ কৰা চাহ আমাৰ সমস্ত দেশ আৰু ইংৰাজ চাহাববোৰৰ দেছলৈ বজাৰত বেচিবলৈ পঠোৱা হয়। চাহৰ ব্যৱসায় কৰি কোম্পানীবোৰে বহুত টকা উপাৰ্জন কৰে। চাহ বাগিচাবোৰৰ কামবোৰ কৰিবলৈ বহুত বহুত মানুহ লাগে। বিশেষকৈ চাহ গছৰ পৰা পাত ছিঙিবলৈ বহুত বনুৱা মানুহ লাগে। আৰু এই মানুহবোৰক কোম্পানীয়ে বহুত বহুত মজুৰী পইচা দিয়ে। থাকিবলৈ ঘৰ দিয়ে, খাবলৈ চাউল, আতা, দাইল, তেল দিয়ে। কম্বল দিয়ে, ছাতি দিয়ে। বনুৱাবোৰক 'খুব আৰামত'

থাকিবলৈ দিয়ে। চৰ্দাৰ দুজনে সিহঁতৰ বেগৰ পৰা বিস্কুট-লজেন্স-কুকীজ আদি বস্তু উলিয়াই গাঁৱৰ ল'ৰা-ছোৱালীবোৰক খাবলৈ দিলে। চৰ্দাৰ দুজনে গাঁৱৰ ঘৰে ঘৰে গৈ 'আচামৰ চাহ বাগানৰ' এনে লোভনীয় বৰ্ণনা দিলে যে গাঁৱৰ প্ৰত্যেকেই একেবাৰে মোহিত হৈ পৰিল। চৰ্দাৰ দুজনে ল'ৰা-ছোৱালীবোৰৰ হাতত ধৰি ধৰি নাচি নাচি গান গাই শুনালে ঃ

"আম লাগে থোপা থোপে
তেতুল লাগে বাঁকা
যায়ে দেখো আছাম দেছে
চাহেৰ গাতে টাকা।"

এইদৰে নানান্ ফুচলনীৰ পিছত গাঁৱৰ মানুহবোৰ যেতিয়া মোহাচ্ছন্ন হৈ পৰিল চৰ্দাৰ দুজনে ৰমুৱাৰ দেউতাক আৰু মুখিয়াল মানুহকেজনক জনালে যে যদি গাঁৱৰ মানুহবোৰ আচামলৈ যাব খোজে, তাত গৈ চাহ বাগানত কাম কৰি টাকা কামানী কৰিব খোজে। সিহঁত দুটাই মানুহবোৰক লৈ যাব পাৰিব। কোম্পানীৰ খৰচতে সিহঁত যাব পাৰিব। লগে লগেই বেছি ভবা-চিন্তা নকৰাকৈয়ে গাঁৱৰ মানুহবোৰ ৰাজী হ'ল। মাত্ৰ গছৰ পাত ছিঙিব লাগে, কিনো কষ্টৰ কাম! আৰু ইমান আৰামত থাকিব পাৰিব! পইচাও কামানী হ'ব! দুই-এক বুঢ়া বাদ দি ৰমুৱাহঁতৰ গাঁওখনৰ গোটেইবিলাকেই, কৰ্মঠ গোটেইবোৰেই মতা-মাইকী, ল'ৰা-ছোৱালী পিটিকণা কেঁচুৱালৈকে চৰ্দাৰৰ লগত যাবলৈ সাজু হ'ল।

ৰমুৱাহঁতৰ গোটেই— তাৰ বাপেক-মাক, বায়েক দুজনী, এজনীৰ যোল্ল আৰু ইজনীৰ ওঁঠৰ বছৰমান হ'ব, আৰু দুটা সৰু ভায়েক— এটাইবোৰ ঘৰৰ লাম-লাকটু যি আছিল বান্ধি একোটা একোটা টোপোলা হাতত লৈ গাঁৱৰ বাকী মানুহবোৰৰ সৈতে জুম বান্ধি এদিন প্ৰায় ছমাইল দূৰত থকা ৰেল ষ্টেচনলৈ খোজ ল'লে। সমুখত স্বপ্ন ঃ এক নতুন জীৱন পাব, দুবেলা দুমুঠি ভালকৈ খাবলৈ পাব, ৰ'দ-বৰষুণ ধুমুহাৰ পৰা ৰক্ষা পাই ভালকৈ থাকিবলৈ এটা ঘৰ পাব, কম কষ্টৰ বিনিময়তে হাতলৈ ধন আহিব, এটা সুচল সংস্থান লাভ কৰিব। ৰমুৱা আৰু ভায়েক দুটাৰ আনন্দত সীমা নাই। সিহঁতে গোটেই বাটটো দৌৰি নাচি-বাগি হাঁহি-খেলি পাৰ কৰিলে। কিশোৰী বায়েক দুজনীয়েও বয়সৰ পাতল ওজন পাহৰি মাজে মাজে দৌৰিবলৈ ধৰিলে। এজাক ল'ৰা-ছোৱালীয়ে আকৌ বাটৰ মাজতে ঝুমুৰ নাচিবলৈ ধৰিলে, সিহঁতৰ মাজৰ কোনোবা স্বভাৱকবি ডেকাই ঝুমুৰ গীতৰ কথাৰ লগত লগাই দিলে ঃ

আচাম দেছেৰ চাহ পাতা, পাখী বলে বৰ মিঠা

চল সখী, চল যাব বাগানে, ৰংমনে তুলব পাতা

কিন্তু ৰমুবাইতৰ গাঁৱৰ মানুহখিনিৰ স্বপ্নত প্ৰথম মৃদু টোকৰ এটা পৰিল, মানুহবোৰক যেতিয়া ৰেলৰ দবাত তুলি দবাটোৰ দুৱাৰকেখন বাহিৰৰ বন্ধ কৰি দিয়া হ'ল। যাঠীজনীয়া দবাটোত প্ৰায় দুশমান মানুহ সুমাই দিয়া হ'ল। ৰমুবাইতৰ গাঁৱৰ মানুহৰ লগতে বাটত আৰু দুখন গাঁৱৰ মানুহ আহি লগ লাগিছিলহি। ৰমুৱাই দেখিছিল চৰ্দাৰ দুটাই প্লেটফৰ্মত ৰৈ থকা এটা বন্দুকধাৰী পুলিচক নিম্নকণ্ঠে কিবা কৈছিল। তাৰ পিছতে পুলিচটো দবাটোৰ ওপৰলৈ আহি চিএৱৰি চিএৱৰি জনাই দিলে– "কৌই আদ্‌মী ইহাঁচে ভাগ্‌নেকো ক্যোচিছ মত্‌ কৰো। কোই ক্যোচিছ কৰনেচে উন্‌কো উপৰ গুলী মাৰ দেগা। সমঝ্‌ ৰাখো।"

ৰেলৰ দবাটোত ঠেলি ঠেলি জন্তু-জানোবাৰৰ দৰে মানুহবোৰক ভৰোৱা হৈছিল। হঠাৎ দেখা গ'ল মানুহবোৰৰ প্ৰতি চৰ্দাৰকেজনৰ ব্যৱহাৰো যেন সলনি হ'বলৈ ধৰিলে। কথা-বাৰ্তাবোৰ আগৰ মৰমিয়াল হোৱাৰ সলনি ক্ৰমে ৰূঢ় হ'বলৈ ধৰিলে। ৰমুৱাৰ বাপেকে দুই-তিনিবাৰ কিবা কথা সোধোতে চৰ্দাৰইঁতে প্ৰায় ভেকাহি মৰাৰ দৰে উত্তৰ দিলে। সি পুনৰ আৰু কিবা সুধিবলৈ সাহ হৰিল। তেনেতে বন্দুকধাৰী পুলিচটোৰ ঘোষণাটো শুনাৰ পিছত ৰমুবাইতৰ মনত দুশ্চিন্তা আৰম্ভ হ'ল। ৰমুৱাৰ বাপেকে হুমুনিয়াহ এটা মাৰি ক'লে, "ভাগ্যে কি লেখন আছেৰে!"

এক অকথনীয় কষ্ট আৰু দুৰ্ভোগৰ মাজেৰে বনুৱাবোৰক কাটিহাৰ, পাৰ্বতীপুৰ হৈ কুড়িগ্ৰামলৈকে ৰেলেৰে অনা হ'ল। তাৰ পিছত কুড়িগ্ৰামত ব্ৰহ্মপুত্ৰত জাহাজত তুলি ধুবুৰীয়েদি অসমলৈ অনাৰ ব্যৱস্থা হ'ল। জাহাজতো তেনেই অলপ ঠাইতে মানুহবোৰে জুম বান্ধি ল'বাৰ ডেকত বহি থাকিব লগা হ'ল। দুপৰীয়া সময়ত কোনোবা পাৰঘাটত জাহাজ ৰ'লে, মানুহবোৰে পাৰলৈ আহি এঘণ্টাৰ ভিতৰত সুদা ভাত ৰান্ধি মাত্ৰ নিমখ-জলকীয়াৰে ভাত খাই আকৌ জাহাজত উঠিব লাগে। কেতিয়াবা ৰাতি সাজ নোখোৱাকৈয়ে থাকিব লাগে। পাৰঘাটত বালিত নমা সময়ত লাঠীয়াল চৰ্দাৰৰ চোকা দৃষ্টি সিহঁতৰ ওপৰত আছিল। আনকি বালিত ঝাউবনৰ মাজত চৰ্দাৰইঁতে দূৰৰ পৰা দেখা পোৱা ঠাইতহে শাৰী পাতি শৌচ, প্ৰেচাব কৰিব লগা হৈছিল মানুহবোৰে।

এইদৰেই প্ৰায় জীয়াতু ভুগি দহ দিনৰ পিছত তেজপুৰ ঘাটত মানুহবোৰক নমাই এঠাইলৈ লৈ যোৱা হ'ল। এখন বহল ঠাইত চাৰিওপিনে কাঁটাতাঁৰৰ ওখ বেৰ দিয়া আছে আৰু মাজত খেৰৰ চালি দিয়া দুই-তিনিটা দীঘল দীঘল মাটিৰ ঘৰ আছে। তালৈকে নি মানুহবিলাকক সেই ঘৰত সুমাই দিলে। এই ব্যৱস্থাটোক

কোৱা হয় ডিবাৰ্কেন ডিপো। ডিপো চলোৱা মূল মানুহজনক এজেণ্ট বুলি কোৱা হয়। মানুহজন বঙালী। চৰ্দাৰকেজন অনৱৰত তেওঁৰ হুকুমতে চলে। ইয়াত ল'ৰা-ছোৱালীৰ পৰা বুঢ়া-বুঢ়ীলৈকে যিমানবোৰ মানুহ আহিছিল প্ৰত্যেকৰে নাম-ঠিকনা আৰু টিপ্ চহী লোৱা হ'ল। অৰ্থাৎ মানুহবোৰক পঞ্জীয়নভুক্ত কৰা হ'ল। এই ডিপোত আৰু এটা ঘটনা ঘটিল ঃ মানুহবোৰৰ মাজত দহজনীমান গাভৰু বয়সৰ ছোৱালী আছিল। সেই ছোৱালীকেজনীক সিহঁতৰ মাজৰে দহোটা ডেকা ল'ৰাৰ সৈতে বিয়া পাতি দিয়া হ'ল। ল'ৰা-ছোৱালীখিনিক জোৰা পাতি পাতি থিয় কৰোৱা হ'ল। ছোৱালীকেজনীক এখন এখন শাৰী আৰু ল'ৰাকেটাক এটা এটা কামিজ, লগতে দুটাকৈ চিকা টকা দিয়া হ'ল। তাৰ পিছত এজন খৃষ্টধৰ্মীয় যাজকে আহি প্ৰত্যেক যোৰাৰ ওচৰলৈ গৈ মুখেৰে কিবা মাতিলে আৰু পিতলৰ এটা দীঘলীয়া বটলৰ পৰা সিহঁতৰ গাত পানী ছটিয়ালে। আৰু তেনেকৈয়ে বিয়া সম্পন্ন হ'ল। এই বিয়াক কোৱা হয় ডিপো ছাদী। বিয়াত প্ৰথমে দুজনমানে আপত্তি কৰিছিল যদিও দুটকাকৈ ধন আৰু কামিজ পোৱাৰ কথা জানি আপত্তি নকৰিলে। এজনে তথাপি আপত্তি কৰাত চৰ্দাৰে লাঠীৰ ভয় দেখুৱাই জোৰকৈ আনি শাৰীত থিয় কৰালে।

উল্লেখযোগ্য যে ডিপো ছাদীত ৰমুৱাৰ ওঁঠৰ আৰু যোল্ল বছৰীয়া বায়েক দুজনীকো বিয়া দিয়া হ'ল। সেই সময়ৰ চৈধ্য বছৰীয়া ৰমুৱাই দেখা সেই বিয়াৰ দৃশ্য, বায়েক দুজনীয়ে মাক-বাপেকক আৰু তাক সাবটি ধৰি ধৰি কন্দা দৃশ্য এতিয়াও সত্তৰ বছৰ বয়সতো তাৰ অতি স্পষ্টকৈ মনত আছে।

তৃতীয়া দিনা ৰ্যোৰাত উঠি দুজন ডেকা ইংৰাজ চাহাব আহিল। মূৰত হেট পিন্ধা, পিঠিত বন্দুক আঁৰি লোৱা। চাহাব দুজনে শাৰী পাতি থিয় হৈ থকা মানুহবোৰৰ কাষে কাষে এবাৰ ঘূৰিলে। বিয়া হোৱা গাভৰু ছোৱালীকেজনীৰ থুঁতৰিত ধৰি নাম সুধিলে। চাহাবৰ কাষে কাষে যোৱা এজেণ্টজনে ইংৰাজী প্ৰশ্নটো বুজাই দিছিল। ছোৱালীকেজনী লাজত মূছকঁছ্ গৈছিল, দুই-এজনীৰ বাহিৰে বাকীকেজনীয়ে একো মুখ নেমেলিলে, তললৈ চাই থকাৰ পৰা মূৰ নতুলিলে। চাহাবে জোৰকৈ থুঁতৰিত ধৰি মূৰ তুলি প্ৰত্যেকজনী ছোৱালীৰ ৰূপ-লাৱণ্যৰ ওপৰত একোটা মন্তব্য দিলে। এজেণ্টজনে লগে লগে সেমেনা-সেমেনিকৈ হাঁহি থাকিল।

চাহাব দুজনে এজেণ্ট বাবুৰ সৈতে কিবাকিবি আলোচনা কৰি গুচি যোৱাৰ পিছত মানুহবোৰক চাৰিভাগ কৰা হ'ল। কোলাৰ কেঁচুৱা বা সৰু সৰু ল'ৰা-ছোৱালী বাদ দি পঞ্চাছজনকৈ চাৰিটা ভাগ কৰা হ'ল আৰু চাৰিখন বেলেগ

বেলেগ বাগিচালৈ পিছদিনাই নাৱেৰে চাৰিটা দলক পঠোৱাৰ বন্দবস্ত হ'ল। নাৱেৰে যাব লাগিব, কাৰণ জাহাজ আৰু এসপ্তাহৰ পিছতহে ধুবুৰীৰ পৰা আহি পাবহি।

সেইদিনাৰ ৰাতি দুই-তিনিমান বজাত ৰমুৰাইঁতৰ দলকে ধৰি তিনিটা দলক হৰমূৰকৈ নির্দেশ দিয়া হ'ল যে ততালিকে সিহঁত ব্ৰহ্মপুত্ৰৰ ঘাটত বৈ থকা তিনিখন বৰ নাৱত উঠিবগৈ লাগে। কাৰণ চতুর্থ দলৰ প্ৰায় পোন্ধৰজনমান মানুহৰ তেজগ্ৰহণী আৰু বমি আৰম্ভ হৈছে। হয়তো হাইজা আৰম্ভ হৈছে। সেয়ে হ'লে সিহঁতক বচোৱা টান হ'ব। আৰু লগৰ আনবোৰ মানুহো আক্ৰান্ত হ'লে ঘটনাই বিপজ্জনক ৰূপ ল'ব। কিছুদিন আগতে এই ডিপোতে কলেৰাত প্ৰায় ত্ৰিশজন মানুহ মৰিছিল। হয়তো তেতিয়া কলেৰাৰ বীজাণু ভালদৰে নাশ কৰা হোৱা নাছিল। এতিয়া বাকী তিনিটা দলক বচাই কোনোৰকমে ডিপোৰ পৰা পঠাব পাৰিলেই হয়। সেয়ে মাজৰাতিতে তিনিটা দলৰ মানুহক নাৱত তোলা হ'ল।

পুৰা পাঁচ বজাৰ লগে লগে নাও এৰাৰ ঠিক হ'ল। ৰমুৰাইঁতৰ নামখন এশমোনীয়া বৰ নাও আছিল যদিও আধাখিনি ঠাই এজন মাৰোৱাৰী বেপাৰীয়ে গুৱাহাটী ফাঁচী বজাৰৰ পৰা দালি, নিমখৰ বস্তা, মিঠাতেলৰ টিন আৰু অন্যান্য সামগ্ৰীৰে ভৰাই আনিছে। গতিকে খালী থকা ঠাইখিনিত কোনোৰকম হেঁচাহেঁচি কৰি ৰমুৰাইঁতৰ মানুহখিনি বহিব লগা হৈছিল। প্ৰথমে ৰেলেৰে, তাৰ পিছত জাহাজেৰে, আৰু এইবাৰ যাত্ৰাৰ শেষ পৰ্যায়ত নাৱেৰে উজনি অসমলৈ ৰাওনা হ'ল ৰমুৰাৰ বাপেকহঁতৰ দলটো।

অলপ দূৰ গৈয়ে কাৰোবাৰ মুখেৰে বাগৰি অহা এষাৰ কথা শুনিলে ৰমুৰাই ঃ ডিপোত এৰি থৈ অহা মানুহখিনিৰ মাজত কলেৰা আৰম্ভ হৈছে যেতিয়া সিহঁতৰ কেইজন জীৱন লৈ বাচি থাকে তাৰ কোনো নিশ্চয়তা নাই। ৰমুৰাই ভাবিলে সঁচাকৈয়ে এনেকৈ মানুহ মৰিব পাৰেনেকি!

প্ৰসন্নৰ মুখত নির্বাক চিত্তে সৌমাৰে শুনি গ'ল ষাঠি-সত্তৰ বছৰ পূৰ্বে অসমৰ চাহবাগিচালৈ বাহিৰৰ পৰা চাহ মজদুৰসকল মকৰল কৰি অনাৰ কাহিনী। প্ৰসন্নই সেই কাহিনী বঙলাৰ বেয়েৰা দামুৰ বুঢ়া দেউতাক ৰমুৰাৰ মুখত শুনি আহিছে আবেলি মজদুৰ লাইনত থকা দামুহঁতৰ ঘৰলৈ গৈ। কাহিনীৰ এভাগহে শেষ হৈছে। বিহাৰৰ ঝাৰখণ্ডৰ পৰা ৰাওনা হৈ ৰেলেৰে, জাহাজেৰে আৰু শেষত নাৱেৰে যাত্ৰা কৰি আহি মাজুলীগড় বাগিচা পাওঁতে ৰমুৰাইঁতৰ পঞ্চাছজনীয়া দলটোৰ মুঠতে পঁচিশ দিন লাগিল।

দুশজন মজদুৰেৰে যাত্ৰা আৰম্ভ হৈছিল। তেজপুৰৰ ডিবাৰ্কেন ডিপোত তিনি ভাগ হ'ল। এভাগ শেহৰ দিনা নিশা কলেৰাত আক্ৰান্ত হৈছিল। মানুহবোৰৰ বেছিখিনিৰে মৃত্যু হৈছে বুলি পিছত ৰমুৱাইঁতে জানিবলৈ পাইছিল। বাকী দুটা দলক ডিপো এজেণ্টে কোম্পানীৰ কৰ্তৃপক্ষৰ নিৰ্দেশত নাৱেৰে দুখন বাগিচালৈ পঠাই দিলে। ৰমুৱাইঁতৰ দলটো অশেষ কষ্টৰ মূৰত ফুলপাহি বাগিচাত উপস্থিত হ'লহি।

প্ৰসন্নইঁতে ইতিমধ্যে কাহিনীৰ মাজতে বেয়াৰাইঁতৰ তাগিদাত ভাত খাই ল'লে। ল'ৰা মানুহ, তাতে দেশী চাহাব, সৌমাৰইঁতক তাগিদা দিবলৈ বেয়েৰাইঁত দ্বিধাগ্ৰস্ত হোৱা নাছিল। ভাত খাই উঠি, আকৌ চিম্‌নিৰ ৰঙা অঙঠাৰ কাষত প্ৰসন্নই চোফাত ভৰি তুলি আৰামকৈ বহিল আৰু ৰমুৱাৰ মুখত শুনা কাহিনীৰ শেষৰ ভাগ ক'বলৈ আৰম্ভ কৰিলে ঃ

ব্ৰহ্মপুত্ৰৰ নাৱৰ পৰা ৰমুৱাইঁত প্ৰায় দুদিনৰ বাট খোজ কাঢ়ি আহিব লগা হৈছিল বাগিচা পাওঁতে। বাটত নিশা দুটা সিহঁতে গাঁৱৰ হাট-বজাৰৰ মুকলি খলাত কটালে। খাদ্য আছিল গুৰ, চিৰা, আঠিয়া কল। তৃতীয় দিনা বাগিচাত ভৰি দিয়াৰ সময়ত বয়সস্থ দুজনমানৰ দেহাৰ অৱস্থা একেবাৰে কাহিল হৈ পৰিছিল। লগৰ আনবোৰ মানুহে সেৱা-শুশ্ৰূষা কৰি, মাজে মাজে বোকোচাত তুলি, চাঙীত তুলি কোনোৰকমে বাগিচা পোৱালেহি।

তৃতীয় দিনা আবেলি পৰত মানুহখিনি আহি বাগিচাত সোমালহি। আগৰ দুদিন খোজকাঢ়ি আহি থাকোতে বাটত কেবা ঠাইতো সিহঁতে চাহ বাগিচা দেখা পাইছিল, কিছু দূৰৰ পৰা। কিন্তু মাজুলীগড় বাগিচাৰ ভিতৰলৈ সোমাই সিহঁতে ঠেক বাটটোৰ দুকাষে বিস্তৃৰ্ণ জোপোহা জোপোহা চাহ গছৰ পাতবোৰ হাতেৰে চুই চাই যেন এক শিহঁৰণ অনুভৱ কৰিলে। কেঁচা-চাহাপাতৰ গোন্ধ নাকত লাগিল। এই গোন্ধ এতিয়াৰ পৰা সিহঁতে সদায় পাই থাকিব, সেই ভাবনাই যোৱা এমাহৰ যাত্ৰা পথৰ অনেক কষ্ট আৰু দুৰ্ভোগত জৰ্জৰিত সিহঁতৰ মনত যেন সামান্য কিবা এক সুখানুভূতি সঞ্চাৰ কৰিলে।

প্ৰথম দুটা নিশা মানুহখিনিক চাৰিওপিনে খোলা এটা পৰিত্যক্ত খেৰৰ পাত-ঘৰত থাকিবলৈ দিয়া হ'ল। টিঙৰ চালিৰে নতুন পাতঘৰ সজাৰ পিছত সেই মুকলি ঘৰটো পৰি আছিল। আঘোণমহীয়া দিন, ৰাতি ৰাতি অলপ ঠাণ্ডা পৰিছে। মানুহবোৰৰ সকলোকে এখন এখন কম্বল দিয়া হ'ল। কেঁচা মাটিৰ মজিয়াতে শোৱাৰ ব্যৱস্থা হ'ল। দুটা ডাঙৰ কেৰাহী, চাউল, কলামাহৰ দালি, নিমখ, হালধি, জলকীয়া দিলে। সমূহীয়াভাৱে ৰান্ধি-বাঢ়ি খোৱাৰ বন্দবস্ত হ'ল।

সিহঁতৰ প্ৰত্যেকৰে লগত এলুমিনিয়ামৰ ভাত খোৱা থাল আছিলেই।

সেই দুদিনতে আগৰ কুলী লাইনৰ একেবাৰে এমূৰত পাহাৰীয়া হাবি এখনৰ ওচৰত থকা জোপোহা বনেৰে ভৰা মুকলি ঠাই এখনলৈ মানুহবোৰক নিজে নিজে থকা ঘৰ সাজি ল'বলৈ দিয়া হ'ল। বাঁহ খেৰ দা-কুঠাৰ, কোৰ সকলো যাবতীয় বস্তুৰ যোগান ধৰা হ'ল। জোপোহা জৰ্মান বনবোৰ কাটি ঠাইখিনি মুকলি কৰি তাত এটা প্ৰায় ডেৰশ ফুটমান দীঘলীয়া বাৰফুটমান প্ৰস্থৰ ঘৰ সজা হ'ল। দীঘলীয়া খেৰৰ ঘৰটোত কিছুমান কোঠালী কৰি দিয়া হ'ল। একোটা পৰিয়ালক একোটাকৈ কোঠালী দিয়া হ'ল। প্ৰতি পৰিয়ালক তিনি টকাকৈ দিয়া হ'ল, ঘৰ পাতিবৰ কাৰণে, যাবতীয় সামগ্ৰী, বয়বস্তু কিনি ল'বৰ কাৰণে। পৰিয়ালৰ গাইমূৰি হিচাপত নিৰ্দিষ্ট কৰি চাউল, আতা অৰু দুটা টিঙৰ কেৰাচিনৰ টিপচাকি জ্বলাব পৰাকৈ কেৰাচিন প্ৰতি সপ্তাহে বিনামূলীয়াকৈ দিয়া হ'ব বুলি জনোৱা হ'ল। চাহ কোম্পানীৰ বদান্যতাত মানুহবোৰ গদগদ হৈ পৰিল।

ৰমুবাইঁতেও এটা কোঠালী পালে। ৰন্ধা-বঢ়া বাৰান্দাত কৰে। মাটিৰ মজিয়াত শোৱে। অলপ দূৰত পাহাৰটোৰ পৰা বৈ অহা এটা নিজৰা আছে। তাৰে পৰা পানীৰ ব্যৱস্থা। শৌচ-পেচাবৰ বাবে পাহাৰৰ দাঁতিৰ জংঘলত আঁৰ হৈ লোৱাৰ সুবিধা আছে। দুদিনতে সকলোবোৰ বন্দবস্তৰ দিহা হৈ গ'ল।

এটাই মাত্ৰ দুশ্চিন্তাই মানুহবোৰৰ মনত অশান্তি দি আছিল, সিহঁত প্ৰায়েই আতংকিত হৈ থাকিব লগা হৈছিল ঃ সিহঁতক থাকিবলৈ দিয়া ঠাইৰ অলপ দূৰতে পাহাৰটোৰ নামনিৰ পৰা পাহাৰৰ ওপৰলৈকে এখন অটব্য অৰণ্য। তাত বনৰীয়া হিংস্ৰ জীৱ-জন্তু ভৰি আছিল। বাঘ আৰু বনৰীয়া হাতীও আছে। ৰাতি ৰাতি সেইবোৰৰ মাতো শুনা যায়। ৰমুবাই জানিবলৈ পাইছিল সিহঁত সেই ঠাইলৈ অহাৰ আগেয়ে বাঘে আহি ওচৰৰ বনুৱা লাইনৰ মানুহ চোঁচোৰাই নিছিল। হাতীৰ জাক আহি ঘৰ-দুৱাৰ ভাঙিছিলহি। এইবোৰ শুনি ৰমুবাৰ প্ৰথম ভালেমান দিন ৰাতি ৰাতি ভালকৈ টোপনি অহা নাছিল। এতিয়া মানুহবোৰে ৰাতি বাহিৰত ডাঙৰকৈ জুই জ্বলাই থয়, ৰাতি মাজে মাজে টিং-ঢোল বজাই থাকে।

প্ৰথম সপ্তাহত মানুহবোৰক বাগিচাৰ মাজলৈ নি পাত তোলা কাম শিকোৱা হ'ল। মতাবোৰ মতা মানুহৰ লগত, মাইকীবোৰ মাইকী মানুহৰ লগত। দুজন বনুৱা চৰ্দাৰে আহি সিহঁতক বাট দেখুৱাই লৈ গ'ল। সিহঁতক পাত তোলা কাম শিকিবলৈ, হাতৰ আঙুলিৰ অভ্যাস হ'বলৈ দিয়া হ'ল। এটা ক'লি আৰু কাষৰ দুটা পাত আঙুলিৰ বিশেষ কৌশলেৰে তুলি পিঠিৰ টুকুৰীত ভৰাই যাব লাগে। দিনটোত টুকুৰীৰে সেৰ হিচাপত কমেও এটা নিৰ্দিষ্ট জোখত পাত তুলিব পাৰিব

লাগিব। তেহে এদিনৰ মজুৰী পাব।

ডাঙৰবোৰৰ লগতে ৰমুৱা আৰু ভায়েকৰ দৰে কিশোৰ-কিশোৰীইঁতকো কামত লগোৱা হৈছিল। কেঁচুৱা থকাবোৰে আগফালে বুকুত কাপোৰেৰে ওলোমাই কেঁচুৱা লৈ পাত তোলাৰ কৌশল শিকি ল'ব লগা হৈছিল।

মজদুৰবোৰৰ কামৰ তদাৰকীৰ কাৰণে দুজন চৰ্দাৰ থাকে। চৰ্দাৰৰ ওপৰত দুজন মহৰী এজন মতা মহৰী— মতা মানুহৰ কাৰণে, এজন মাইকী মহৰী মাইকী মানুহৰ কাৰণে। আৰু এওঁলোকৰ ওপৰত কামজৰী চাহাব। সাধাৰণতে এই চাহাবজন অতি কাঢ়া প্ৰকৃতিৰ হয়। টুকুৰীত হিচাপতকৈ পাত কম তোলা হ'লেই, নাইবা পাত তোলাত হাতৰ চালন মন্থৰ হ'লেই তেওঁৰ হাতত থকা বেটৰ কোব পৰে মজদুৰৰ পিঠিত। কেতিয়াবা তিৰোতাও বাদ নাযায়, দেখনিয়াৰ গাভৰুকেজনী বাদ দি। কামজাৰী চাহাব বাইচকলত নাইবা ঘোঁৰাত উঠি বাগিচাত সোমোৱাৰ লগে লগেই এটাইবোৰ সন্ত্ৰস্ত হৈ পৰে। চৰ্দাৰ আৰু মহৰী দুজনবো গাত কঁপনি নুঠাকৈ নাথাকে। অনুশাসনৰ আটাইতকৈ কাঢ়া নিয়মটো আছিল, মানুহবোৰে পাত তোলাৰ সময়ত কোনো ধৰণৰ কথা পাতিব নোৱাৰিছিল, তলমূৰকৈ কাম কৰিব লাগিছিল।

এসপ্তাহৰ মূৰত নামভৰ্তি কৰা হ'ল। আৰু নিয়মীয়া মজুৰী পোৱাৰ যোগ্য হ'ল। সপ্তাহৰ মূৰত সেই মজুৰী দিয়া হয়। মজুৰীৰ হাৰ আছিল প্ৰতিজন মতা মানুহৰ এটকা, তিৰোতাৰ দহ অনা আৰু কিশোৰ ল'ৰাৰ আঠ অনা, কিশোৰ ছোৱালীৰ ছয় অনা।

মজুৰীৰ আয় হোৱাৰ লগে লগেই, আৰু কম্বল, চাউল আতা আৰু কেৰাচিন পোৱাৰ সুযোগটোৰ কাৰণেই ইতিমধ্যে 'ডিপোছাদী' হৈ থকা ৰমুৱাৰ বায়েক দুজনীক গিৰিয়েক দুটাই নিজৰ লগলৈ নিবলৈ দাবী কৰিলে। ছোৱালী দুজনীয়ে প্ৰথমে নিজৰ পৰিয়ালৰ এৰিব খোজা নাছিল যদিও, ল'ৰা দুটাৰ পৰা এসেৰ এসেৰ টাউল আৰু এবটল এবটল দেশী মদ লৈ চৰ্দাৰ দুজনে ধমকি দি ৰমুৱাৰ দুয়োজনী বায়েকক গিৰিয়েকইঁতৰ লগলৈ যাবলৈ বাধ্য কৰালে। সেইদৰে ডিপো ছাদীৰ আন কেইজোৰা ডেকা-গাভৰুকো একেলগে সংসাৰ পাতি থাকিবলৈ বাগিচা কৰ্তৃপক্ষই চৰ্দাৰইঁতৰ সহায়ত উৎসাহিত নাইবা বাধ্য কৰাইছিল। বাগিচাৰ স্বাৰ্থ আছিল অধিক সন্তানৰ জন্ম হোৱা, বাগিচাত মজুৰী কাম কৰিবলৈ জনসংখ্যা বৃদ্ধি পোৱা।

যিহওক, এনেদৰেই মাজুলীগড় বাগিচাত ৰমুৱাইঁতৰ নিয়মীয়া নতুন জীৱন আৰম্ভ হ'ল। অসমত একালত গৈ এখন বৃহৎ বনুৱাৰ সমাজ গঢ়ি উঠাৰ সুদীৰ্ঘ

ইতিহাসৰ এটি ক্ষুদ্ৰ অংশীদাৰ হৈ পৰিল ৰমুৰাইতৰ সেই বাৰঘৰ মানুহ। ৰমুৰাৰ বয়স এতিয়া পাঁয়ষষ্টি বছৰ। মাজুলীগড়লৈ প্ৰথম আহোঁতে তাৰ বয়স চৈধ্য-পোন্ধৰ বছৰমান আছিল। অৰ্থাৎ প্ৰায় অৰ্ধশতেক ধৰি এছোৱা ইতিহাসৰ সৈতে জড়িত ৰমুৰাৰ জীৱন।

এতিয়ালৈকে এই বাগিচাত ৰমুৰাৰ পদাৰ্পণৰ সময়লৈকে বৃত্তান্তবোৰহে প্ৰসন্নই দাঙি ধৰিলে সৌমাৰৰ আগত। ইয়াৰ পিছত যোৱা সুদীৰ্ঘ পঞ্চাশ বছৰৰ অলেখ ঘটনা, অলেখ দুখ-কষ্ট-বিপৰ্যয়ৰ কাহিনী ক'লে ৰমুৰাই। ইতিমধ্যে নিশা ভালেপৰ হৈছে। পিছদিনা পুৱাই ৰাওণা হ'ব লাগিব ঘৰমুখে। কাপোৰ-কানি বান্ধিবলৈ আছেই। প্ৰসন্নই কেটামান বিশেষ ঘটনাৰ উল্লেখেৰে ৰমুৰাৰ মুখত শুনি অহা কাহিনী সামৰিবলৈ মনস্থিৰ কৰিলে:

প্ৰসন্নই ৰমুৰাৰ মুখত এনে কিছুমান ঘটনাৰ বৰ্ণনা শুনিছিল যি সেই সময়ৰ বিদেশী চাহ কোম্পানীৰ বাগিচাবোৰৰ তত্ত্বাৱধায়ক আৰু পৰিচালন বিষয়াসকলৰ এক অমানৱীয়, জান্তৱ চৰিত্ৰসমূহ, তেওঁলোকৰ অভাৱনীয় নিৰ্মম আচৰণসমূহ আৰু প্ৰমূল্যবোধৰ এক নিকৃষ্ট ছবি উদঙাই দিয়ে। অথচ তেতিয়া সমকালীন বিশ্বৰ আটাইতকৈ সুসভ্য জাতি বুলি পৰিচিত আৰু জনাজাত আছিল ইউৰোপীয় মানুহ। মাজুলীগড় বাগিচাত যোৱা প্ৰায় পঞ্চাছ বছৰত ৰমুৰাই নিজৰ চকুৰে নিজৰ জীৱনত ঘটা অনেক ঘটনাৰ দুটামান প্ৰসন্নই সৌমাৰক শুনালে:

মাজুলীগড় বাগিচাত ৰমুৰাইতে সংসাৰ আৰম্ভ কৰাৰ এমাহমান পাছৰ কথা। সেইদিনা দেওবাৰ আছিল। বাগিচাত পাত তোলা বন্ধ থাকে। বনুৱাবোৰে সেইদিনাৰ হাজিৰা নাপায়। দুপৰীয়া পৰত ৰমুৰাক লগত লৈ বাপেক গৈছিল বাগিচাৰ প্ৰধান গেটৰ পিনে। গেট অনবৰতে বন্ধ থাকে। বনুৱাবোৰৰ কোনোৱেই বাগিচাৰ চৌসীমাৰ বাহিৰলৈ যাব নোৱাৰে। চাৰিওপিনে কাঁইটীয়া তাঁৰৰ বেৰ আৰু মাজে মাজে পহৰাদাৰীৰ চকী। প্ৰধান গেট পোৱাৰ ঠিক আগতেই বাগিচাৰ ভিতৰত গেলামাল, কাপোৰ-কানি আৰু অন্যান্য ঘৰুৱা যাৱতীয় সামগ্ৰীৰ এখন দোকান আছে। দোকানখনৰ গৰাকী মাৰোৱাৰী সম্প্ৰদায়ৰ এজন লোক। নাম ভুৰামল আগৰৱালা। ৰমুৰা ডাঙৰ হৈ জানিব পাৰিছিল মানুহজনৰ ৰাজস্থানত বহুত সোণ আছে। বহুত টকাৰ গৰাকী, যদিও তেওঁ থাকে এজন অতি সাধাৰণ মানুহৰ দৰে। ৰমুৰাই বিশেষকৈ জানি বিস্ময় মানিছিল যে এই মাৰোৱাৰী মানহজনেই ইমান ডাঙৰ বাগিচাৰ কোম্পানীক টকা ধাৰে দিছিল, সপ্তাহে সপ্তাহে বনুৱাৰ মজুৰী আৰু বাগিচাৰ অন্যান্য খৰচ-পাতিৰ কাৰণে। তেনেদৰে টকা ধাৰ

দিয়াক 'ছন্দি' দিয়া বুলি কয়। এতিয়াৰ ভাষাত বেংকাৰ।

ভুৰামালৰ দোকানৰ সমুখখিনি কিছু মুকলি খেলপথাৰৰ দৰে। তাতে শনিবাৰে শনিবাৰে এখন সৰু হাট বহে। দোকানী আৰু বেপাৰীবোৰ পূৰ্ববংগৰ চিলেট আৰু ঢাকাৰ। প্ৰথম দিনা হাটলৈ ৰমুৰাৰ বাপেক বুধুৰাই পৰিয়ালৰ এটাইকেইটাকে লৈ গৈছিল। নানা তৰহৰ বস্তু দেখি ৰমুৰা উত্তেজিত হৈ পৰিছিল। কিন্তু বুধুৰাৰ হাতত বিশেষ পইচা নাছিল। তাৰ উপৰি তাৰ হাতৰ আধাখিনি পইচা হাটলৈ গৈয়েই এটা কামত খৰচ কৰি পেলাইছিল। গেটৰ বাহিৰতে হাট-বজাৰৰ দিনা দেশী মদৰ এখন দোকান আছে। আৰু কাষতে দুখনমান ডাইচৰ জুৱা খেলা হয়। বনুৱাবোৰে শনিবাৰে সপ্তাহৰ হাজিৰা পায়। আৰু সেই হাজিৰাৰ পইচাৰে বনুৱাবোৰে বজাৰ কৰি উঠি বাকী পইচাৰে সস্তীয়া দেশী মদ কিনি খায়, আৰু জুৱা খেলে। সিহঁতৰ হাতত জমা পইচা নাথাকে।

বুধুৱাই প্ৰথমবাৰ গৈ হাটত পৰিয়ালৰ সকলোকে সৰুসুৰা দুই-এটা বস্তু কিনি দিলে। তাৰ পিছত নতুনকৈ চিনাকি হোৱা বাগিচাৰ পুৰণি বনুৱা এজনৰ লগত দেশী মদৰ দোকান আৰু ঝন্দি-মুণ্ডা ডাইচৰ খলাত উপস্থিত হ'লগৈ। হাটলৈ যোৱাৰ প্ৰথম দিনাই বুধুৱাই দেশী মদৰ নিচা আৰু জুৱা খেলাত আকৰ্ষণত মজিল। বুধুৱাৰ জীৱনত এই যে আৰম্ভ হ'ল, সিয়েই অভ্যাস আৰু নিচাত পৰিণত হৈ এদিন তাৰ আয়ুসো চমুৱাই আনিলে। তদুপৰি জীৱনত কোনো দিনেই এপইচা সঞ্চয়ৰ মুখ নেদেখিলে বুধুৱাই, কোনোৰকম পেটেভাতে খাই পৰিয়ালটোক বৰ্তাই ৰাখিব পাৰিলে মাত্ৰ।

(প্ৰসন্নই পাছত জানিব পাৰিছিল, চাহ ব্যৱসায়ীসকলৰ নীতিয়েই আছিল বনুৱাবিলাকক সদায় দৰিদ্ৰ কৰি ৰখা। সিহঁতৰ জীৱনৰ মান যাতে সামান্যও উৰ্ধমুখী হ'ব নোৱাৰে। সেয়ে বনুৱাৰ দিন-মজুৰী অভাৱনীয়ভাৱে কম কৰি ৰাখিছিল, আৰু সেই উপাৰ্জনৰ পৰাও যাতে একো সঞ্চয় হ'ব নোৱাৰে তাৰ বাবেই ইচ্ছাকৃতভাৱে দেশী মদ আৰু জুৱাৰ দৰে অসামাজিক ব্যৱস্থাৰ প্ৰৱৰ্তন কৰিছিল।)

সেইদিনা দ্বিতীয়টো দেওবাৰ। বুধুৱাৰ মনলৈ বাৰে বাৰে আহিল দেশী মদৰ বটলবোৰ, চাউল ধোৱা পানীৰ দৰে বগা পানীৰ ৰঙটো আৰু দাণ্ডি-মুণ্ডাৰ ডাইচখনৰ হৰ্টন-চিৰ্টনৰ ৰঙা-নীলা ছবিবোৰ। বুধুৱা খৰখেদাকৈ হাটলৈ ওলাল। ঘৈণীয়েক আৰু জীয়েক দুজনীও ওলাইছিল, কিন্তু সি গেঙেৰী মাৰি বন্ধ কৰিলে। আগৰ সপ্তাহত এসোপা পইচা ভাঙি থৈ আহিছেই এটাইবোৰে মিলি। কিন্তু পুতেক ৰমুৱাই নেৰিলে। সি যাবই। তাৰ চকুৰ আগত পুৱাৰে পৰা ভাঁহি আছে

বিহাৰী মিঠাইবালাৰ দোকানত গৰম তেলত জেলেপী ভাজি থকা দৃশ্যটো। আচৰিত। গৰম তেলত নাৰিকলৰ কোবোকাৰ ফুটাটোৰে বগা জুলীয়া বস্তুটো পেলাই ঘূৰাই দিয়াৰ লগে লগে কিদৰে যে হালধীয়া হৈ পাক লৈ উঠে। আৰু খাবলৈ কি সোৱাদ। সি জীৱনত ইমান তৃপ্তিৰ বস্তু আজিলৈকে খাবলৈ পোৱা নাই। ৰমুৱাই কুটুৰি কুটুৰি বাপেকক মাত্তি কৰালে লগত নিবলৈ। ৰমুৱাৰ প্ৰতি বাপেকৰ এনেয়েও সদায় ভাবটো কোমল। তাক লগত নিবলৈ বাপেক মান্তি হ'ল।

পুৱাৰ ৰ'দ মূৰৰ পিনে লহিয়াইছে। বুধুৱাই ছাতিটো ল'লে। চাহৰ জোপোহাৰ মাজেৰে লুংলুঙীয়া বাটেৰে অলপ দূৰ গৈয়ে সিহঁত বাগিচাৰ ঘাই পথত উঠিলগৈ আৰু কিছু দূৰৰ হাটৰ পিনে খোজ ল'লে। আগে আগে ছাতি মেলি বাপেক বুধুৱা, পিছে পিছে আনন্দ-মনেৰে ৰমুৱা। অলপ দূৰ আগবঢ়াৰ পিছতে সিহঁতে দেখিলে, কিছু দূৰত সিহঁতৰ পিনে আহি থকা দুটা প্ৰকাণ্ড প্ৰকাণ্ড ঘোঁৰাত উঠি এহাল চাহাব-মেম। ধীৰ কদমত আহি থকা ঘোঁৰা দুটা পিঠিত চাহাব আৰু মেমক লৈ সিহঁতৰ কাষেৰে পাৰ হৈ গ'ল। সিহঁতে বাটৰ কাষত থিয় হৈ চাহাব আৰু মেমৰ মুখৰ পিনে চাই ৰ'ল। ঘোঁৰাত উঠা মেমগাৰীকলৈ চাই চাই ৰমুৱাৰ বিস্ময়ৰ অন্ত নাই। তেনেতে সিহঁতে মন কৰিলে সামান্য দূৰ গৈয়ে হঠাৎ চাহাবজনে ভৰি এখনেৰে ঘোঁৰাটোৰ ডিঙিৰ কাষত খোচ এটা মাৰি দ্ৰুত কদমত সিহঁতৰ পিনে উভতি আহিল আৰু বুধুৱাৰ গাৰ কাষত ঘোঁৰাৰ আগভৰি দুখন ওপৰলৈ তুলি তৎক্ষণাৎ বৈ গ'ল। তেওঁ হঠাৎ অপ্ৰত্যাশিতভাৱে হাতৰ ঘোঁৰা কোবোৱা চামৰাৰ চাবুক ডালেৰে বুধুৱাক সোঁৱে বাঁৱে কোবাবলৈ ধৰিলে। বুধুৱা ভাৰসাম্য হেৰুৱাই হামখুৰি খাই মাটিত পৰি গ'ল। ৰমুৱা ভয়ত থৰকাছুটি হেৰুৱাই বাটৰ কাষৰ চাহৰ জোপোহাৰ মাজত সোমাল। সি তাৰে পৰা চাহাবৰ গৰ্জন শুনিলে :

"হেোই আদ্‌মী, ইছ ছাতা কোম্পানী আফিছসে দিয়া হ্যায়, বাৰিষনে পাত্তা তুলনে কে লিয়ে। দোচৰা সময়মে এই ছাতা লেনা মানা হ্যায়। ঔৰ যব চাহাবলোগ, মেমচাহাবলোগ সামনে আতা হ্যায় ছাতা বন্ধ কৰণা হ্যায়। ঔৰ তুমনে হাম্‌লোগকা চালাম নেহি দিয়া—। চমঝা? ইয়াদ ৰাখনা।" চাহাবে হাতৰ চাবুকডালেৰে মাটিত পৰি থকা বুধুৱাক আৰু এটা কোব লগালে। তাৰ পিছত ঘোঁৰাটোক ঘূৰাই লৈ অলপ দূৰত বৈ থকা মেমচাহাবৰ পিনে কদম দিলে।

ৰমুৱাই মন কৰিলে ঘোঁৰাৰ পিঠিত বহি মেমগাৰীয়ে মিচিক মিচিককৈ হাঁহি আছে। চাহাবে বুধুৱাক চাবুকেৰে কোবাই ধৰাশায়ী কৰা দৃশ্যটোৱে যেন

মেমক বৰ আমোদ দিছে। সি চাহৰ জোপোহাৰ আঁৰৰ পৰা ওলাই দৌৰি গৈ বাপেকক সাবটি ধৰিলে। চাবুকৰ কোববোৰে বাপেকৰ গাটো প্ৰায় বখলিয়াই ৰঙা কৰি পেলাইছে। মাজে মাজে তেজ বিৰিঙি উঠিছে। ৰমুৱাই হুক্‌হুকাই কান্দিবলৈ ধৰিলে।

ইতিমধ্যে বেয়াৰাৰে অভলেটিন মিলোৱা দুগিলাচ গাখীৰ আনি প্ৰসন্ন আৰু সৌমাৰক দিলেহি। গাখীৰ গিলাচ হাতত লৈ প্ৰসন্নই ক'লে, "এনে আৰু অনেক ঘটনাৰ বৰ্ণনা দিলে ৰমুৱাই। তাৰ শৈশৱৰ পৰা এতিয়া পঁয়ষষ্টি বছৰীয়া বৃদ্ধ বয়সলৈকে সংঘটিত বহু ঘটনাৰ বৰ্ণনা। সেইবোৰ আৰু এতিয়া নকও। কাইলৈ ঘৰলৈ উভতি যাওঁতে জাহাজত বহি বহি কৈ যাব পাৰিম। এতিয়া নিশাও হৈছে। কিন্তু এটা অতি মৰ্মন্তুদ কাহিনীৰ কথা তোক এতিয়াই নোকোৱাকৈ থাকিব নোৱাৰোঁ।"

সেইবুলি প্ৰসন্নই ৰমুৱাৰ মুখত শুনি অহা আৰু এটা ঘটনাৰ বৰ্ণনা আৰম্ভ কৰিলে। বৰ্ণনাটোৰ দুটা ভাগ আছে। এভাগ ৰমুৱাৰ নিজৰ অভিজ্ঞতাৰ পৰা কোৱা। দ্বিতীয়ভাগ ঘটনাটো ঘটাৰ কেবাবছৰ পিছত ৰমুৱাই আনৰ মুখত শুনি জানিবলৈ পোৱা কাহিনী।

বাগিচাত পাত তুলিবৰ সময়ত মতা-মাইকী আঁতৰে আঁতৰে পাত তোলাৰ নিয়ম যদিও, সুবিধা বুজি ৰমুৱাই বায়েকহঁতৰ কিছু ওচৰলৈ গৈ দুই-এষাৰ থোৰতে কথা পাতিছিল। বিশেষকৈ ডাঙৰজনী বায়েক ৰুকমণিৰ যেন তাৰ প্ৰতি টানটো এটাইবিলাকতকৈ বেছি আছিল। সিও সকলো কথাতে ডাঙৰ ভায়েকক অধিক গ্ৰাহ্য কৰিছিল। ডিপো ছাদীৰ ভিনীহিয়েকৰ তালৈ গুচি যোৱাৰ পৰা বায়েকৰ সিহঁতৰ ঘৰলৈ আহ-যাহ প্ৰায় বন্ধই হৈছিল। সেয়ে সি বাগিচাত পাত তোলাৰ সময়তে কিবা প্ৰকাৰে বায়েকৰ সৈতে দুই-এষাৰ কথা পতাৰ সুযোগ লৈছিল। বায়েকেও মনে মনে ঘৰৰ পৰা খোচনিত অনা পিঠা-লাড়ু তাক খাবলৈ দিছিল।

কিন্তু ৰমুৱাই এদিন হঠাৎ দেখিলে, ৰুক্‌মণি পাত তুলিবলৈ অহা নাই। প্ৰথম দিনা সি একো গুৰুত্ব নিদিলে। কিন্তু দ্বিতীয় আৰু তৃতীয় দিনাও নহা দেখি ৰমুৱাৰ মনত চিন্তা হ'ল, বায়েকৰ কিবা এটা হৈছে, নহ'লে তিনিদিনকৈ নহাকৈ থাকিবনে। তিনি দিনৰ মজুৰী মৰা যাব। ৰমুৱাই পাত তোলাৰ পৰা মূৰ দাঙি দাঙি অলপ দূৰত মাইকীবোৰৰ মাজত সৰু বায়েক চুক্‌মণি চকুৰে বিচাৰি উলিয়ালে, আৰু লাহে লাহে সেই কাষলৈ পাত তুলি তুলি আগবাঢ়ি গ'ল। সি ঘনাই ঘনাই মূৰ দাঙি চুক্‌মণিৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ যত্ন কৰিলে। এবাৰত

চকুৰে চকুৰে পৰাত ৰমুৱাই ছোটাদিদিক তাৰ পিনে আহিবলৈ ইংগিত দিলে। কিছু সময়ৰ মূৰত তাই আহি কিছু ওচৰত ব'লহি। পাত তোলাৰ মাজে মাজে মূৰ নোতোলাকৈয়ে ৰমুৱাই ছোটদিদিক সুধিলে বৰ দিদিৰি কি হ'ল। কিন্তু চুক্‌মণিয়ে তেতিয়াই তাক সবিশেষ জনাব নোৱাৰিলে, কথাখিনি দীঘলীয়াকৈ ক'ব লাগিব। গতিকে ফেক্টৰীত পাত জমা দিয়াৰ পিছত লাইনলৈ উভতি যোৱাৰ পৰত তাইক লগ ধৰিবলৈ থোৰতে তাই বায়েকক কৈ থ'লে। সেই মতেই ৰমুৱাই পাত জমা দি ফেক্টৰীৰ পৰা ওলাই বাটেৰে আহি থাকোঁতেই ছোটদিদিক লগ ধৰিলে। ছোটদিদিৰ পৰা জনা কথাখিনি হ'ল : দুদিন আগতে কামজাৰী চাহাব পাত তোলা কামৰ তদাৰকীত আহোঁতে মহৰী বাবুৰ হতুৱাই ৰুক্‌মণিক কিবা কৈ থকা, আৰু ৰুক্‌মণিয়ে তলমূৰকৈ চাহাবৰ কথা শুনি থকা ৰমুৱাইও দূৰৰ পৰা দেখা পাইছিলে। কিন্তু চাহাবে ৰুকমণিক কি ক'লে, সেইদিনা সি জানিব নোৱাৰিলে। এতিয়াহে সি ছোটদিদিৰ মুখত শুনিলে যে পিছদিনাৰ পৰাই ৰুকমণিৰ কাম বৰ মেনেজাৰৰ চাহাবৰ বাংলাত হোৱা ঠিক হৈছে। বাংলাত কাম কৰিবলৈ থকা আৰু তেৰটা বনুৱাৰ উপৰিও ৰুকমণিকো কামত লগা হৈছে বৰ চাহাবৰ বাংলাত। ৰুকমণি এতিয়াৰ পৰা বৰ চাহাবৰ বাংলাত হৰদম থাকিব লাগিব লাইনলৈ তাইৰ গিৰিয়েকৰ 'বাসালৈ' আহিব নোৱাৰিব।

ৰমুৱাই কথাটো শুনি প্ৰথমেই আনন্দই পাইছিল : বৰা চাহাবৰ বাংলাত কাম কৰিবলৈ পালে বায়েক আৰামতে থাকিব। কিন্তু যেতিয়া জানিলে বায়েক চাহাবৰ বাংলাত 'নৌকৰণী' হোৱাৰ পিছত কাচিংহে বাহিৰলৈ আহিব পাৰিব, তেতিয়া তাৰ মনটো দুখেৰে ভৰি পৰিল। তাৰ কান্দো কান্দো লাগি গ'ল। সি ফেঁকুৰি ওঁঠ দুটা কামুৰি ধৰিলে।

কিন্তু আঠ মাহমানৰ পিছত এদিন দোকমোকালি পুৱা ৰমুৱাই যিটো হৃদয়বিদাৰক খবৰ শুনিলে, ঘৰৰ বাকী মানুহখিনিৰ সৈতে, সেইদিনা সি কান্দিব লগা হ'ল চিঞৰি চিঞৰি, গছৰ পাত ফালি, বুকুত ভুকুৱাই ভুকুৱাই। লাইনৰ মানুহ এটাই দৌৰি হেফোঁজেফোঁকৈ আহি খবৰটো দিলেহি : বাগিচাৰ পূবপিনৰ কাষে কাষে বৈ যোৱা পাহাৰীয়া শিলনী নৈখনৰ পাৰৰ বালিত গাভৰু ৰুক্‌মনিৰ শবটো পৰি আছে। কাষতে টিক্‌টিকীয়া ৰঙা বগা এটি পানী কেঁচুৱা। কেঁচুৱাটোও মৰা। দেখিলে এনে লাগে, যেন কেঁচুৱাটোৰ সেই নিশাই জন্ম হৈছে। খবৰ দিয়া মানুহটোৰে নৈৰ পাৰত দেখি অহা দৃশ্যটোৰ বাহিৰে আৰু একো তথ্য দিব নোৱাৰিলে। মানুহটো দোকামোকালিতে নৈখনলৈ গৈছিল, মাছ ধৰিবলৈ। নৈখনৰ শিলনীৰ মাজে মাজে কজলা বঙৰ ফট্‌ফটীয়া পানীত শিলবৰীয়া মাছ জাঁপিয়াই

থাকে। মানুহটো পাত তুলিবলৈ যোৱাৰ আগতে কিছু সময় হাতত লৈ দোকমোকালিতে নৈখনলৈ গৈছিল। বৰ্শাৰে খুচি শিলনিৰ ফাঁকত শিলঘৰীয়া মাছ ধৰিবলৈ। গৈয়েই নৈৰ পাৰত দৃশ্যটো দেখি আৰু সেইজনী বুধুৱাৰ ডাঙৰজনী জীয়েক ৰুক্‌মণি বুলি জানি সি উধাতু খাই ৰমুৱাহঁতৰ ঘৰ পাইছিলহি খবৰটো দিবলৈ। তাৰ হাতত তেতিয়াও বৰ্শাপাত।

ৰমুৱাহঁতৰ ঘৰৰ এটাইবোৰ চিঞৰি কান্দি কান্দি যেতিয়া এমাইলমান নিলগৰ নৈখনৰ ওচৰ পালেগৈ তেতিয়া সিহঁতে আঁতৰৰ পৰাই দেখিলে তিনিজন মজদুৰ হাতত কোৰ লৈ দীঘল গাঁত এটাৰ কাষত থিয় হৈ আছে। আৰু এজন লাঠীৱাল চৰ্দাৰে সিহঁতক কিবা দিহা দিছে। সিহঁতে দেখিলে ৰুক্‌মণিৰ শটো গাঁতত নমাব খুজিছে। বুধুৱাহঁত সেইপিনে দৌৰি গৈ গাঁতটোৰ ওচৰ পাব খোজোতেই চৰ্দাৰটোৱে সিহঁতক লাঠীৰে বাধা দিলে। সিহঁত যেন গাঁতটোৰ পিনে আগুৱাই নাযায়। বুধুৱাই যেতিয়া চিঞৰি চিঞৰি তাৰ জীয়েকক এবাৰ চাবলৈ দিব লাগে বুলি খাতনি ধৰিলে চৰ্দাৰে ধমকি দি ক'লে যে সেইজনী তাৰ জীয়েক নহয়, অন্য মাইকীহে। বুধুৱাহঁতে চৰ্দাৰৰ সৈতে থকা-খুন্দা কৰি থাকোঁতেই কোনোবা পাকত ৰমুৱা গৈ একেবাৰে গাঁতটোৰ কাষত থিয় হ'লগৈ। সি দেখিলে, সেইজনী তাৰ বৰদিদি ৰুক্‌মণি গাঁতটোত শুই থকাৰ দৰে আছে। ৰঙা শাৰী গাত। চিক্‌চিকীয়া ক'লা শ্যাম বৰণ তাইৰ। কপালত এটা ফোঁট। আৰু তাৰ বুকুৰ ওপৰতে গাত তেজ লাগি থকা ৰঙা-বগা চালৰ টুপটুপীয়া এটা পানীকেঁচুৱা। হঠাৎ ৰমুৱাই ৰুক্‌মণিৰ মুখলৈ থৰ হৈ চাই ৰ'ল। তাৰ এনে লাগিল যেন অলপ দিন আগতে বাগিচাৰ বাহিৰত কালী পূজাৰ সময়ত দেখা সেইজনী কালী গোসাঁনী, মাটিৰ গাতটোত শুই আছে। আৰু সেইটো তেজ লাগি থকা মৰা বাচ্ছা গোসানীৰ ডিঙিত আঁৰি থোৱা আছে।

ৰমুৱাই বহুদিনলৈকে জনা নাছিল বায়েক ৰুক্‌মণি মৰিল কেনেকৈ, আৰু সেই পানী কেঁচুৱাটো কাৰ। জানিলে প্ৰায় দহ বছৰৰ পাছত, যেতিয়া সি বৰা চাহাবৰ বাংলাত চৌহদৰ ঘাঁহ চিকুণোৱা চাকৰিত মকবল হৈছিল। তাতেই এদিন বাংলাৰ চৌহদৰ একোণত দুপৰীয়া গছৰ ছাঁত বুঢ়া মালীৰ সৈতে জিৰণি লৈ কথা পাতি থাকোঁতে জানিব পাৰিছিল, ৰমুৱাৰ বায়েক ৰুক্‌মণিক বৰা চাহাবে তেওঁৰ মাইকী কৰি ৰাখিছিল। ৰুক্‌মণিৰ গৰ্ভত চাহাবৰ সন্তানে স্থিতি লৈছিল। কিন্তু কেঁচুৱাটো জন্মৰ সময়ত হাঠাৎ অত্যন্ত ৰক্তস্ৰাৱ হৈ ৰুক্‌মণিৰ মৃত্যু হৈছিল। কেঁচুৱাটো জন্মৰ সময়ত বাচি আছিল আৰু কেঁচুৱাটো স্বাভাৱিক অৱস্থাতে আছিল। কিন্তু কেঁচুৱাটো কেনেকৈ মৰিল ৰহস্য। বাংলাৰ বনুৱাবোৰৰ মতে কেঁচুৱাটোক

জন্মৰ পিচতে মাৰি পেলোৱা হৈছিল। কথাটো সঁচাকৈ জনা সাক্ষী সিহঁতৰ মাজত আছিল। কিন্তু নিশাটোৰ ভিতৰতে ৰুক্মণিৰ লগতে সকলো চাফা কৰি পেলোৱাটো ভাল হ'ব বুলি ভাবিলে – চাহাবে। আৰু হয়তো তাকেই কৰা হ'ল। বুঢ়া মালীয়ে ৰমুৱাক জনালে।

প্ৰসন্নই সেই তিনি ঘণ্টাৰ ভিতৰত বুঢ়া ৰমুৱাৰ পৰা আৰু বহুত ঘটনাৰ বৰ্ণনা শুনিছিল যদিও এতিয়াই গোটেইবোৰ কৈ শেষ কৰা নাযায়। নিশা ভালেখিনি হৈছে। পিছদিনা পুৱাই ৰাওনা হ'ব লাগিব। প্ৰসন্নই বাকচ ঠিক কৰিবলৈ আছেই। গতিকে বাকীবোৰ কাহিনী পিছদিনা যাওঁতে বাটত শেষ কৰিবলৈ থৈ প্ৰসন্ন সদ্যহতে নিজৰ কোঠালৈ যাবলৈ ওলাল। তেওঁ বহাৰ পৰা থিয় হ'ল আৰু সৌমাৰক ক'লে, "বুজিছ সৌমাৰ, যোৱা দহদিনে অসমৰ চাহ বাগিচা সম্পৰ্কে মনত যিখন ধুনীয়া, মনোমোহা ছবি আঁকি লৈছিলোঁ তাৰ ওপৰত এবটল ক'লা চিয়াঁহী যেন ঢালি দিয়া হ'ল, আজি আবেলি বনুৱা লাইনলৈ গৈ দামুৰ বুঢ়া বাপেক ৰমুৱাৰ মুখত শুনা কথাবোৰ শুনাৰ পাছত।"

প্ৰসন্ন বিছনাত শুবলৈ লোৱাৰ সময়ত দামু গৈছিল শোৱা কোঠাটোলৈ। বিছনাৰ আঁঠুৱা আদি ঠিক কৰি দি থাকোঁতে সি প্ৰসন্নক ক'লে, "ধুতীৱালা চাহাব, একটা কথা হ'লেক।"

প্ৰসন্নই দামুৰ চকুলৈ চালে। দামুৱে কৈ গ'ল, "আজি ভাটিবেলা বাংলাতে বৰ মেনেজাৰ চাহাব আহিছিল। চাহাব ঘুৰি যাইতে গেটমেন সাথে বাট হলেক, আৰ হুকুম দি গৈলেক, কালিৰ পৰা মোৰ বাংলাতে কামজাৰী নাই হবেক। পাহাৰেৰ জংঘলে কাজ হবেক, গাছ কাটি খ ৰি ফালতে যাইতে হ'বে। বহুত কষ্টৰ কাম। জংঘলে জানোৱাৰসব আছে। কিমান মজদুৰকে জংঘলেৰ জানোৱাৰ মাৰিছে, হিচাপেই নাই।"

কথাখিনি শুনি প্ৰসন্নই বৰ দুখ পালে। তেওঁৰ বাবেই দামুৰ এই শাস্তি হ'ল। চাহাবৰ বাংলাৰ আৰামৰ কাম এৰি হাবিত বাঘ-ঘোঙৰ মাজত ৰ'দ-বৰষুণ মূৰত লৈ খৰিকটীয়া হ'বলৈ যাব লগা হ'ল।

প্ৰসন্ন কোঠাটোৰ একাষত থকা এখন সৰু টেবুলৰ কাষলৈ গ'ল। টেবুলখনত চিয়াঁহীৰ দট, পিতলৰ নিব লগোৱা এটা সুন্দৰ সোণালী কলম, এটা ৰাইটিং পেড, নাৰ্বৰ দৰে কাঠৰ ব্লটিং পেপাৰ, ইত্যাদি লিখা সৰঞ্জামেৰে দিহা লগাই থোৱা আছে। পিতলৰ ফ্ৰেমত দীঘলীয়া চিমনী লগোৱা কেৰাচিনৰ লণ্ঠন টেবুলৰ দাতিত জ্বলি আছে। প্ৰসন্ন টেবুলৰ কাষত চামৰাৰ কুচন লগোৱা চকীখনত বহি এখন চিঠি লিখাৰ কথা ভাবিলে। চিঠিখন, ইংৰাজীতে লিখিব মিঃ ফিলিপ

ব্ৰাউনলৈ। কি লিখিব, কথাকিটা প্ৰসন্নই মনতে জুকিয়াই ল'লে ঃ প্ৰসন্নই প্ৰথমেই ব্ৰাউন দম্পতীক অশেষ ধন্যবাদ জনাব, মাজুলীগড় বাগিচালৈ তেওঁক নিমন্ত্ৰণ জনোৱাৰ বাবে, যি নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ আহি প্ৰসন্নই বহুতো অভূতপূৰ্ব আৰু অমূল্য অভিজ্ঞতা লাভ কৰিলে। তেওঁ বিশেষকৈ ইউজিনী ব্ৰাউনক ধন্যবাদ জনাব, তেৰৈ ৰোগাক্ৰান্ত অৱস্থাত মহিলাগৰাকীয়ে তেওঁৰ প্ৰতি আগবঢ়োৱা বিশেষ যত্নখিনিৰ বাবে।

দ্বিতীয়তে, প্ৰসন্নই ব্ৰাউন চাহাবক সানুনয়ে অনুৰোধ জনাব যেন দামুৰ ওপৰত একো শাস্তিমূলক ব্যৱস্থা নলয়। ই অতি দুৰ্ভাগ্যৰ কথা হ'ব তেওঁৰ কাৰণে, দামুৱে শাস্তি ভোগ কৰিব লগা হ'লে। কাৰণ তেওঁহে দামুক মজদুৰ লাইনলৈ লৈ গৈছিল মজদুৰসকলৰ বিষয়ে কিছু কথা জানিবলৈ। Damu is innocent.

তৃতীয়তে, তেওঁ অতি দুখীত যে মিছেছ ইউজিনী ব্ৰাউনে তেওঁলৈ আগবঢ়োৱা উপহাৰৰ পেকেটটো গ্ৰহণ কৰিবলৈ তেওঁ অপৰাগ। কাৰণ বাস্তৱ ক্ষেত্ৰত চ্যুট-টাই আৰু সোণালী কাফ্ লগোৱা কামিজৰে অত্যন্ত এই দামী সাজটো ব্যৱহাৰ নহ'ব। — সেয়ে তেওঁ পেকেটটো বাংলাতে এৰি থৈ যাব, তেওঁ যেন ঘূৰাই লৈ যোৱাৰ ব্যৱস্থা কৰে। এইদৰে মৰমক আদৰ কৰিবলৈ অপাৰগ হৈ প্ৰসন্ন অতি দুখিত আৰু লজ্জিত হৈছে। মিচেচ ব্ৰাউনে যেন ক্ষমা কৰে।

এই তিনিটা কথাকে মনত জুকিয়াই লৈ, প্ৰসন্নই চিঠিখন লিখিবলৈ আৰম্ভ কৰিলে। সোণালী কলমৰ নিবটো চিয়াঁহীত জুবুৰিয়ালে।

মাজুলীগড় বাগিচাৰ পৰা জাহাজেৰে উভতি প্ৰায় তিনিদিনৰ মূৰত ঘৰ পালেহি সৌমাৰ। আবেলি পৰত আহি ঘৰত ভৰি দিয়াৰ পৰাই সৌমাৰে মাজুলীগড় বাগিচাত কটোৱা পষেকৰ ডায়েৰী খুটি-নাটি একো বাদ নিদিয়াকৈ মাকক বিৱৰি ক'বলৈ আৰম্ভ কৰিলে। ইটো-সিটো কৰাত মাক ইফালে-সিফালে উঠি গ'লে সৌমাৰো পিছে পিছে গৈ কাহিনীৰ যতি নেপেলোৱাকৈ অনৰ্গল কৈ গ'ল। বিচিত্ৰ, ৰোমাঞ্চকৰ, অবিশ্ৰুত ঘটনাৰাজিৰ লানি নিছিগা বৰ্ণনা। সেই সমস্ত কাহিনীবোৰৰ নায়ক হিচাপে প্ৰিয় বন্ধু প্ৰসন্নই কি ভূমিকা ল'লে শুনি সৌমাৰৰ মাক অভিভূত হ'ল।

সচৰাচৰ অহাৰ দৰে সৌমাৰৰ দেউতাক ডি. এচ.পি চাহাব সেইদিনাও নিশা ভাত খোৱাৰ আগে আগে আহি ঘৰ সোমালহি। ইউনিৰ্ফম, জোতা-মোজা খোলাৰ লগে লগে সৌমাৰৰ মুখত কুশলবাৰ্তা শুনাৰ সময়তে, মাকে আৰম্ভ কৰিলে সৌমাৰৰ মুখত শুনা মাজুলীগড় বাগিচাৰ কাহিনীৰ নিৰ্বাচিত অংশবিশেষ,

যি তেওঁৰ মনত সৰ্বাধিক ৰেখাপাত কৰিছিল। কিন্তু ডি.এচ.পি. চাহাবে অলপ সময় শুনাৰ পিছতে ক'লে, "চাহ বাগিচাৰ কথা মোক ক'ব নালাগে। তলা-নলা মোৰ জনা আছে।"

"কেনেকৈ ? তুমি জানানেকি দেউতা কথাবোৰ ?" কাষতে থিয় হৈ থকা সৌমাৰে প্ৰশ্ন কৰিলে।

"মই চাব ইনচ্‌পেক্টৰ হৈ শিৱসাগৰত পোষ্টিং লৈ আছিলোঁ, দুবছৰ। ওচৰতে দুই তিনিখন বাগিচা। বাহিৰৰ মানুহক বাগিচাৰ ভিতৰত সোমাবলৈ দিয়াৰ নিয়ম নাছিল। আনকি পুলিচকো। মই কিন্তু সেই নিয়ম মনা নাছিলোঁ। কেবাবাৰো মোকৰ্দমাৰ গোচৰ সংক্ৰান্তত বাগিচালৈ সোমাই গৈ চোৰ-ডকাইত, কেলেংকাৰী জড়িত বাবু, মজদুৰক পিটন দি দি বান্ধি আনিছিলোঁ। এবাৰ এটা ডেকা চাহাবে বাগিচাৰ কাষতে থকা নদীত জোৰকৈ মজদুৰ ছোৱালী লৈ গৈ পানীত উলংগ কৰি নিজেও উলংগ হৈ গা-ধুবলৈ যায় বুলি খবৰ পালোঁ। চেগ বুজি গৈ হাতে -লোটে তেনে অৱস্থাত পায় তাতে ডেকা চাহাবটোক বৈদ্য পিটন দিলোঁ। পিছত মোৰ চাকৰি যোৱা অৱস্থা। যেনিবা এজন উদাৰমনা বৃটিছ মেজিচষ্ট্ৰেটে, সাক্ষীৰ অভাব বুলি মোক বচাই দিলে। গতিকে বাগিচাৰ কথা আৰু মই শুনিব লগা নাই। এতিয়া অৱশ্যে অৱস্থাৰ কিছু সলনিও হৈছে। তাৰ উপৰি ভাল কথাও আছে। চাহ কোম্পানীয়ে অসমলৈ জাহাজ আনিলে, ৰেল আনিলে, টেলিগ্ৰাফ আনিলে। যদিও বছৰি দেশ-বিদেশৰ চাহ বজাৰত চাহ বেচি বছৰি লাখ লাখ পাউণ্ড লাভৰ ধন ইংলেণ্ডৰ বেংকতহে জমা হয়।"

সৌমাৰৰ মাকে আৰু ডি. এচ. পি. চাহাবক সৌমাৰৰ মুখত শুনা কাহিনীৰ পুনৰুক্তি কৰাৰ উৎসাহবোধ নকৰিলে। তেওঁ সৌমাৰ আৰু দেউতাকক ভাতৰ টেবুললৈ মাতিলে।

ভাত খাওঁতে ডি. এচ. পি. চাহাবে জনালে যে দুদিন আগতে কাছাৰীত তেওঁৰ সৈতে মুখামুখি হৈছিল সুদৰ্শন চৌধুৰীৰ। চেচন ক'ৰ্টৰ যশস্বী কৃতি অধিবক্তা সুদৰ্শন চৌধুৰী। কথাৰ প্ৰসংগতে সৌমাৰৰ কথা, সৌমাৰে চৌধুৰীক ৰেলত লগ পোৱাৰ কথা ওলাল। চৌধুৰীয়ে সৌমাৰৰ দেউতাকক কৈছিল যে যদিও সৌমাৰৰ আইন পৰীক্ষাৰ খবৰ ওলোৱা নাই তথাপি তেওঁ পৰীক্ষাত ভাল ফল লৈ উত্তীৰ্ণ হ'ব, সেই কথা নিশ্চিত। গতিকে সৌমাৰে ইচ্ছা কৰিলে এতিয়াৰ পৰাই তেওঁৰ চেম্বাৰলৈ আহিব পাৰে। পৰীক্ষাৰ খবৰ ওলোৱাৰ পিছত নিয়মমতে কলিকতা উচ্চ ন্যায়ালয়ত নাম পঞ্জীয়নভুক্ত কৰি শ্ৰীচৌধুৰীৰ জুনিয়ৰ হিচাপে ওকালতি আৰম্ভ কৰিব পাৰিব।

সৌমাৰে পলম নকৰি পিছদিনা পুৱাই সাত বজাতেই সাজি-কাচি দেউতাকৰ ৰেলীজ কোম্পানীৰ চাইকলখন লৈ সুদৰ্শন চৌধুৰীৰ বঙলা ওলালগৈ। চৌধুৰী উকীলে তেতিয়া বাৰাণ্ডাত বেতৰ দীঘল হেলনীয়া আৰামী চকীত বহি আগদিনা গধূলা অহা কলিকতাৰ দি হিন্দুস্তান ষ্টেণ্ডাৰ্ড নামৰ ইংৰাজী দৈনিকখনৰ পাত লুটিয়াই আছিল। কাষতে বানবাটিত চাহ। চাহ বাতি খোৱা হ'লেই তেওঁ উকীলখানাত সোমাব। জুনিয়ৰ দুজন ইতিমধ্যেই উকীলখানাত উপস্থিত হৈছেহিয়েই।

চৌধুৰীয়ে সৌমাৰক দেখিয়েই সাদৰেৰে কাষৰ বেতৰ চকীখনত বহিবলৈ দিলে। অলপ সময় সাধাৰণ কথা-বাৰ্তাৰ পাছত চৌধুৰী উকীলে সেইদিনাৰ পৰাই সৌমাৰক তেওঁৰ উকীলখানাত উপস্থিত হোৱাৰ নিয়ম আৰম্ভ কৰি দিলে।

বাৰাণ্ডাৰ একাষত আহল-বহল প্ৰকাণ্ড উকীলখানাৰ কোঠাটো। কেউপিনে আলমাৰীত আইন সম্পৰ্কীয় নানান মেনুৱেল, ৰেকৰ্ড, উচ্চ ন্যায়ালয় আৰু উচ্চতম ন্যায়ালয়ৰ গোচৰ আৰু ৰায় সম্বলিত গ্ৰন্থ, আৰু আইন সম্পৰ্কীয় বিখ্যাত গ্ৰন্থ, ৰেকত দ'ম দ'ম ফাইল, নথি-পত্ৰ। চৌধুৰীয়ে বাকী দুজন জুনিয়ৰ ডেকা উকীলৰ সৈতে সৌমাৰক চিনাকি কৰি দিলে, আৰু লাইব্ৰেৰীটো ইমূৰৰ পৰা সিমূৰলৈ দেখুৱালে। এজন জুনিয়ৰে চিনিয়ৰ উকীলক কেনেকৈ কামত সহায় কৰিব লাগে সেই কথা বুজাই দিলে ঃ গোচৰীয়াৰ বক্তব্য শুনি এটা গোচৰ প্ৰথমে তৈয়াৰ কৰিব লাগিব জুনিয়ৰে। গোচৰৰ খচৰাটোৰ ওপৰতে মোকৰ্দমাক নিয়াৰীকৈ আৰু সাফল্যৰে আগবঢ়াই নিয়াটো নিৰ্ভৰ কৰে। গোচৰৰ খচৰাৰ ওপৰতে 'পেটিশ্যন'খন ভালকৈ লিখা কামটো নিৰ্ভৰ কৰে। মোকৰ্দমাৰ পেটিশ্যন লিখাটো, অৰ্থপূৰ্ণ স্পষ্ট ভাষা ব্যৱহাৰ কৰা আৰু আইনসংগত তথ্য আৰু যুক্তি সম্বলিত কৰিব পৰাটো অতি প্ৰয়োজনীয় কাম। ইয়াতেই দক্ষতাৰ কথা আহে। ভালকৈ পেটিশ্যনৰ খচৰা তৈয়াৰ কৰাটো জুনিয়ৰৰ কাম। তাৰ উপৰি ল্যাইব্ৰেৰীৰ পুৰণা কেচ হিষ্ট্ৰী অধ্যয়ন আৰু বিখ্যাত মোকৰ্দমাবোৰৰ ৰায়বোৰ আৰু তাৰ সৈতে জড়িত আইনৰ বিভিন্ন ধাৰাবোৰ বিচাৰি উলিয়াই চিনিয়ৰক সেইবোৰ তথ্য গতাই দিব লাগে জুনিয়ৰে।

জুনিয়ৰৰ কৰ্তব্য সম্পৰ্কে দীঘলীয়া বক্তৃতাৰ পিছত বাকী দুজন জুনিয়ৰৰ ওচৰত সৌমাৰক গতাই থৈ, আৰু সদ্যহতে সৌমাৰক আবেলি আবেলি আহিবলৈ কৈ সুদৰ্শন চৌধুৰী নিজৰ প্ৰকাণ্ড মেহগণি টেবুলখনৰ কাষত বহিলগৈ আৰু ফ্ৰেগ লগাই থোৱা ফাইলবোৰত মনোযোগ দিবলৈ ল'লে।

অনিয়মীয়াকৈ হ'লেও সৌমাৰৰ ওকালতি জীৱন আৰম্ভ হ'ল।

কেসপ্তাহমানৰ পিছতে সৌমাৰৰ পৰীক্ষাৰ খবৰ আহিল ঃ প্ৰথম বিভাগত সুখ্যাতিৰে পৰীক্ষা পাছ কৰিছে। তেওঁৰ নামৰ পিছত এতিয়া এল.এল.বি উপাধি লিখিব পৰা হ'ল। ডি.এচ.পি. চাহাবৰ ঘৰত হৈ-চৈ কৰি চাহমেল হ'ল। স্বয়ং এচ.পি. ৰিচাৰ্ড ফিন্‌দ্‌লী চাহাবে চাহমেললৈ আহি সৌমাৰক সুকুত সাবটি ধৰি অভিনন্দন জনালে। বিয়া বৈ যোৰহাট আৰু তেজপুৰত থকা সৌমাৰৰ বায়েক দুগৰাকীও ল'ৰা-ছোৱালী লৈ সৌমাৰক মাত দিবলৈ আহিল। পৰিয়ালৰ স্থানীয় আন আত্মীয়-স্বজন, বন্ধু-বান্ধৱবো দুই-তিনিদিন ধৰি সমাগম চলিল।

এসপ্তাহৰ ভিতৰতে ডি.এচ.পি. চাহাবে কলিকতাৰ পৰা সৌমাৰৰ কাৰণে চিল্কৰ গাউন, বগা ট্ৰাউজাৰ চাৰ্ট ব', ব্ৰীফকেচ, যাৱতীয় সকলো বস্তু অনালে নিজে কাৰত তুলি, প্ৰথম দিনা উকীলৰ পোচাক পিন্ধি শুলোৱা পুতেকক তেওঁ কাছাৰীত জ্যেষ্ঠ উকীল সুদৰ্শন চৌধুৰীৰ ওচৰত গতাই থৈ আহিল। চৌধুৰী উকীলৰ জুনিয়ৰ হ'বলৈ পোৱাটো সাধাৰণতে সৌভাগ্যৰ কথা। সেই সৌভাগ্য লাভ কৰা এজন ডেকা ল'ৰা, সৌমাৰৰ প্ৰতি সততে উকীলসকলৰ সকলোৰে দৃষ্টি আকৰ্ষণ হ'ল।

সৌমাৰে সেইদিনা সন্ধ্যা চিনিয়ৰৰ তাৰ পৰা আহি মাক-দেউতাকক ক'টত প্ৰথম দিনাৰ অভিজ্ঞতাৰ কথা উত্তেজনাসহকাৰে বিৱৰি ক'লে। ডি.এচ.পি. চাহাব সেইদিনা পুলিচ ক্লাবত ব্ৰিজ খেলা বাদ দি সোনকালে আহিছিল, পুতেকৰ মুখত শুনিবলৈ, প্ৰথম দিনা ক'টত তেওঁৰ কেনে অভিজ্ঞতা হ'ল।

সৌমাৰে শোৱাৰ আগতে প্ৰসন্নলৈ এখন চিঠি লিখিবলৈ ল'লে। পৰীক্ষাৰ খবৰ অহাৰ দিনৰে পৰা কথাটো জনাই প্ৰসন্নলৈ চিঠি এখন লিখাৰ কথা ভাবি আছে যদিও আজিলৈকে তেওঁৰ লিখাটো হৈ উঠা নাই। এতিয়াই চিঠিখন তেওঁ লিখি পেলাব। পৰীক্ষাৰ খবৰ, ওকালতি আৰম্ভ এইবিলাক খবৰৰ উপৰি দুটামান বিশেষ কথা প্ৰসন্নক জনাবলৈ সৌমাৰে যোৱা প্ৰায় এমাহমানৰ পৰা ভাবি আছে। কিন্তু কিছু দ্বিধা আৰু সংকোচে তেওঁক হাতত কলমটো তুলি লোৱাত বাধা দি আছে। আজি কিন্তু চিঠিখন লিখিবই, অন্ততঃ তেওঁৰ পৰীক্ষাৰ খবৰ আৰু লগে লগেই আজিৰ পৰা ক'টলৈ যাবলৈ আৰম্ভ কৰা কথা প্ৰসন্নক জনোৱাত আৰু পলম কৰা উচিত নহয়। সৌমাৰে তেওঁৰ কোঠাৰ দুৱাৰখন জপাই ল'বলৈ উঠি গ'ল।

খোলা দুৱাৰেদি দেউতাকৰ শোৱা কোঠাৰ পৰা অতুল প্ৰসাদী গানৰ সুৰ ভাঁহি আহিছিল। ডি.এচ.পি. চাহাবৰ শোৱা কোঠাত পিতলৰ হৰ্ণ লগোৱা এটা ডাঙৰ গ্ৰামফোন আছে। ছেভেণ্টি এইট আৰ. পি. এম. ৰেকৰ্ড কিছুমানো

আছে। ৰবীন্দ্ৰ সংগীত, অতুল প্ৰসাদী, নজৰুল গীত আৰু অসমীয়া গণেশ গগৈ আৰু পাৰ্বতিপ্ৰসাদ বৰুৱাৰ গীত। আচলতে ডি.এচ.পি. চাহাবে নিশা পুলিচ ক্লাবৰ পৰা ব্ৰীজ খেলি অহাত পলম হোৱাৰ এটা বিশেষ কাৰণ আছে। তেওঁ ক্লাবতে দুটা বা তিনিটা পেগ হুইস্কী খাই আহে। তাতকৈ বেছি কেতিয়াও নলয়। ঘৰলৈ আহিয়েই ভাত খাই গ্ৰামোফোন গীত শুনে। বহু দিনৰ আগতে অৱশ্যে সন্ধ্যা ঘৰতে ব্ৰীজ খেলা হৈছিল, নিৰ্দিষ্ট কেইজনমান লগ আছিল। হুইস্কীৰ বাউগুকেটাও ঘৰতে হৈছিল। কিন্তু ল'ৰা-ছোৱালী ডাঙৰ হোৱাৰ লগে লগে ব্ৰীজ খেলা আৰু হুইস্কী পান ঘৰৰ পৰা আঁতৰোৱা হ'ল, বিশেষকৈ, ডি. এচ. পি. চাহাবৰ পত্নীয়ে বৰ আপত্তি কৰিবলৈ লৈছিল। সৌমাৰে দেউতাকৰ হাতত কেতিয়াও হুইস্কীৰ গিলাচ চকুৰে দেখা নাই, কিন্তু তেওঁ জানে দেউতাকৰ সেই অভ্যাস আছে, অৰু সেই অভ্যাসে কোনোদিনে কাৰো একো ক্ষতি কৰা নাই। বৰং সেই অভ্যাসে ৰাতি ৰাতি দেউতাকে গ্ৰামোফোনত গীত শুনাৰ অভ্যাসক অধিক সঞ্জীৱিত কৰি ৰাখিছে, একো বেয়া কথা নহয়। সৌমাৰে দেউতাকৰ প্ৰতি সন্ধ্যা পুলিচ ক্লাবত তিনি পেগ হুইস্কী পান আৰু ঘৰত ৰাতি শোৱাৰ আগতে গ্ৰামোফোনত তিনি-চাৰিটা গীত উপভোগ কৰাক শ্ৰদ্ধাৰে গ্ৰহণ কৰিছে।

দেউতাকহঁতৰ কোঠাৰ পৰা ভাঁহি অহা অতুল প্ৰসাদী গীতৰ সুৰৰ ওপৰতে সৌমাৰে নিজৰ কোঠাৰ দুৱাৰখন বন্ধ কৰি দিলে যদিও ক্ষীনকৈ গীতৰ সুৰটো আহি থাকিল। পাতল সুৰটোৱে সৌমাৰক চিঠিখন লিখাত অধিক আবেগিক কৰি তুলিলে। সৌমাৰে প্ৰসন্নলৈ চিঠিখন লিখা আৰম্ভ কৰিলে।

মাজুলীগড় বাগিচাত মেলেৰীয়াত আক্ৰান্ত হৈ উভতি অহাৰ পিছৰ পৰা প্ৰসন্ন ঘৰৰ পৰা তেনেকৈ ওলোৱা নাই। গাটো সম্পূৰ্ণ সুস্থ হৈ উঠা নাই। দুৰ্বলতা এতিয়াও আছে। ঘৰৰ আটায়ে প্ৰসন্নৰ খোৱা-বোৱাত যতন লোৱাত অকণো ত্ৰুটী কৰা নাই। বিশেষকৈ ভনীয়েকৰ কাঢ়া শাসনত প্ৰসন্নৰ কোনো উচ্চবাচ্যৰ উপায় নাই। পদুলিৰ মূৰলৈকে নিতৌ খোজ কঢ়া আৰু আহি পোৱাৰ দুদিন পিছতে গাঁৱৰ নামঘৰত আৰম্ভৰ কিছু সময়লৈকে ৰামবিজয় নাট চাবলৈ যোৱাৰ বাহিৰে প্ৰসন্নৰ ক'লৈকো ওলাই যোৱা হোৱা নাই। তেওঁ বিশেষকৈ এম. ভি. স্কুলৰ হেড পণ্ডিত শ্ৰীযজ্ঞেশ্বৰ সন্দিকৈক এবাৰ গৈ লগ ধৰিবলৈ যাব লাগিছিল, মাজুলীগড় বাগিচাত শিক্ষা আয়ুক্ত স্মল চাহাবক লগ পোৱা কথাষাৰ ক'বলৈ।

প্ৰসন্নই ঘৰৰ বাৰাণ্ডাত চকী এখনত বহি সেই কথা ভাবি থাকোতেই, কাকতলীয়া ভাবে, পদুলিয়েদি সোমাই আহিল হেড পণ্ডিত গগৈ ছাৰ। প্ৰসন্নই হেড পণ্ডিতক দেখা পায়েই আগুৱাই গৈ আগবঢ়াই আনিলে আৰু লগে লগে

ক'লে, "ছাৰ, বিশ্বাস কৰক, মই বহি বহি আপোনাৰ কথাকে ভাবি আছিলোঁ। ছাৰ আপুনি শতায়ু হ'বই।"

"শতায়ু নহওঁ দিয়াচোন, স্কুলৰ পৰা অৱসৰ পোৱা দিনকেইটালৈকে বাচি থাকিলেও হ'ব।"

প্ৰসন্নই হেড পণ্ডিতক আথেবেথে চকীখনত বহিবলৈ দি নিজে কাষৰ মূঢ়া এটাত বহিল।

"অ' ৰ'বা, মই তোমাৰ ইয়ালৈকে আহিছোঁ বুলি জানি বাটতে নন্দ পিয়নে ডাকত অহা এই চিঠিখন দিলে তোমাক দিবলৈ।"

"কাৰ চিঠিনো!..." প্ৰসন্নই মহাৰাণীৰ মোহৰ মৰা মুগা ৰঙৰ এনভেলপটো হাতত লৈ ওপৰৰ আখৰকেটা চালে। চিনি পালে, সৌমাৰৰ চিঠি।

"তুমি চিঠিখন পঢ়ি লোৱা, পিছতো কথা পাতিম।"

"নাই নালাগে ছাৰ, মই পিছত পঢ়িলেও হ'ব, মোৰ বন্ধু এজনৰ চিঠি—"

"পিছে, তুমিনো মোৰ কথা কি ভাবি আছিলা প্ৰসন্ন?"

"আপোনাক মই খবৰ এটা দিবলৈ যাব লগা আছিল। মই উজনিৰ বাগিচা এখনলৈ গৈছিলোঁ, পিতায়ে আপোনাক কৈছিল বোলে—"

"ওঁ জানো, তাতে গৈ বোলে মেলেৰীয়াত পৰিলা? এতিয়া গা কেনে?"

"এতিয়া ভাল পাইছোঁ। কিছু দুৰ্বলতা আছে। মই আপোনাক ক'বলৈ যোৱা কথাটো হ'ল, মই মাজুলীগড় বাগিচাত লগ পাইছিলোঁ কমিচনাৰ স্মল চাহাবক। তেখেতক আমাৰ ইয়াত ইংৰাজী স্কুল এখন খোলাৰ কথা কৈছিলো।"

"ৰ'বা প্ৰসন্ন, তুমি তেখেতক কোৱা কথাৰ ফল ফলিয়ালেই।"

"মানে ছাৰ?" প্ৰসন্ন উৎকণ্ঠিত হৈ উঠিল।

"মই জিলা সদৰলৈ গৈছিলোঁ, দৰমহা আনিবলৈ, আৰু স্কুলৰ পৰীক্ষা সংক্ৰান্তীয় দুই-এটা কাৰণত। তাতে এইখন চিঠি দিলে, চোৱা পঢ়ি।"

হেড পণ্ডিতে ডি. আই. অফিচৰ চীল মৰা চিঠি এখন আগবাই দিলে। প্ৰসন্নই মেলি চালে। চিঠিখনৰ কথাখিনি হ'ল শিক্ষা আয়ুক্তৰ নিৰ্দেশ মৰ্মে শিক্ষা বিভাগৰ পৰিদৰ্শকে উপ-পৰিদৰ্শকক জনাইছে যে যজ্ঞেশ্বৰ সন্দিকৈৰ এম. ভি. স্কুলত যদি স্কুল ব্যৱস্থাপনা সমিতিয়ে ইচ্ছা কৰে তেন্তে তৎকালেই ইংৰাজী শিক্ষাৰ এটা শাখা খুলিব পাৰে আৰু এখন পূৰ্ণাংগ এম. ই. স্কুল নোহোৱা পৰ্যন্ত এম. ভি. পাছ কৰা ল'ৰা-ছোৱালীক সেই স্কুলতে এম. ই. পৰীক্ষা দিবলৈ সুযোগ দিব লাগে। দ্বিতীয়তে, ইংৰাজী শাখাটোৰ শিক্ষক হিচাপে শ্ৰীপ্ৰসন্ন কুমাৰ সোণোৱালক নিযুক্তি দিয়াৰ প্ৰস্তাৱ শিক্ষা বিভাগলৈ পঠাব লাগে।

কথাখিনি একে উশাহে আৰম্ভৰ পৰা শেষলৈকে দুবাৰকৈ পঢ়ি প্ৰসন্ন বহাৰ পৰা জাঁপ মাৰি উঠিল আৰু প্ৰায় চিঞৰি কোৱাৰ দৰে ক'লে, "ছাৰ, এনেকৈ, আৰু ইমান সোনকালে কামটো হৈ যাব বুলি ভবাই নাছিলো ছাৰ, মই কাইলৈৰ পৰা ক্লাছ আৰম্ভই কৰি দিওঁ ছাৰ।"

"ৰ'বা, দুদিনমান সময় ল'ব লাগিব। এম.ভি. পঢ়া ল'ৰা-ছোৱালীৰ পৰা কোনে কোনে ইংৰাজী পঢ়িবলৈ আগ্ৰহী হয়, সেই ছাত্ৰ-ছাত্ৰীখিনি ঠিক কৰিব লাগিব, পাঠ্যক্ৰমখন ঠিক কৰিব লাগিব। বহিবৰ কাৰণে কোঠা লাগিব, চকী-মেজ-বেঞ্চ লাগিব—"

"সদ্যহতে থকা সুবিধাৰ মাজতে মই এড্‌জাষ্ট কৰি ল'ব পাৰিম। নহ'লে এম.ভি. শ্ৰেণী ছুটী হোৱাৰ পিছত ইংৰাজী ক্লাছ ল'ম। মুঠতে ছাৰ সোনকালে আৰম্ভ কৰি দিওঁ...।" প্ৰসন্নই উৎসাহ আৰু উত্তেজনাত অধীৰ হৈ উঠিল।

হেড পণ্ডিতে প্ৰসন্নক আকৌ ভালকৈ বুজাই ক'লে, "ডি. আই.ৰ. অনুমতি হৈছে যেতিয়া কামটো হ'বই। তথাপি তুমি কাইলৈ বা পৰহিলৈ মোৰ স্কুললৈ আহা, আমি ব্যৱস্থাবোৰ ভালকৈ আলোচনা কৰি আগবাঢ়ো। তাৰ উপৰি, স্কুলৰ মেনেজিং কমিটীখন মাতি এটা আনুষ্ঠানিক প্ৰস্তাৱ ডি. আই.ৰ অফিচলৈ পঠাব লাগিব। মেনেজিং কমিটীৰ সভাপতি হ'ল মৌজাদাৰ ডাঙৰীয়া, গদাধৰ শইকীয়া, তেওঁকো কথাষাৰ জনাই লওঁ, আৰু মেনেজিং কমিটীখন কেতিয়া পতাৰ সুবিধা হয় সুধি লওঁ।"

"ছাৰ, সেইবিলাক ফৰ্মেলিটিৰ কাম আপুনি কৰি যাওক, মোক মাত্ৰ সোনকালেই স্কুলত ইংৰাজী পাঠ দিয়াৰ কাম আৰম্ভ কৰিবলৈ দিয়ক।" প্ৰসন্নই পণ্ডিতক হেঁচা দিলে।

ইতিমধ্যে প্ৰসন্নৰ মাক আৰু ভনীয়েকো ওলাই আহিছিল। হেড পণ্ডিতে চাহ, তামোল-পাণ খাই আৰু কিছু সময় কটাই তাৰে পৰা স্কুল কমিটীৰ সভাপতি মৌজাদাৰ ডাঙৰীয়াৰ ঘৰলৈ বুলি ওলাই গ'ল। পণ্ডিত যোৱাৰ পিছত, সন্ধিকৈ ছাৰৰ এম.ভি. স্কুলত ইংৰাজী ক্লাছ লোৱাৰ দৃশ্য মনতে কল্পনা কৰি কিছু আবেগ-অভিভূত হৈ চকীখনতে নিৰ্বাক হৈ বহি ৰ'ল প্ৰসন্ন। তাৰ পিছত হঠাৎ মনত পৰাৰ দৰে তেওঁ ফটুৱা চোলাটোৰ ওপৰ জেপত ভৰাই থোৱা চিঠিখনৰ লেফেকাটো খুলিলে। ঠিকেই আখৰ চিনাত ভুল হোৱা নাই, সৌমাৰৰে চিঠি। প্ৰসন্নই পঢ়ি গ'ল ঃ

প্ৰিয় বন্ধু প্ৰসন্ন

মৰম ল'বা।

মাজুলীগড় বাগিচাৰ পৰা উভতি ঘৰ পোৱাৰ পাছতেই তোমাৰ চিঠিখন পাইছিলোঁ। চিঠিৰ উত্তৰ দিম দিম বুলি ভাবি থাকোতেই এটা সুখবৰ আহিল। সেই খবৰটোৰেই চিঠি আৰম্ভ কৰিছোঁ। খবৰটো হ'ল, তুমি জানি সুখী হ'বা,— মই প্ৰথম বিভাগত ল পৰীক্ষা পাছ কৰিলোঁ। প্ৰথম বিভাগৰ সপ্তম স্থান পাইছোঁ। ডন্ট্ ইউ থিংক ইট্‌ছ ক্ৰেডিটেবল্। কংগ্ৰেচুলেট মি চুন। বিকজ্ আই ভেল্যু ইওৰ উইশ্যেছ্ মষ্ট্।

তুমি জানি আৰু সুখী হ'বা, মই ইতিমধ্যেই আজিৰ পৰা ওকালতিত যোগ দিলোঁ। তোমাৰ নিশ্চয় মনত পৰিব, আমি পৰীক্ষা দি উভতি আহোঁতে ৰেলত তিনিজন মানুহ লগ পাইছিলোঁ। তাৰে এজন চেছন কৰ্টৰ উকীল আছিল। সুদৰ্শন চৌধুৰী, বৰ নাম কৰা উকীল। তেওঁৱেই এতিয়া মোৰ চিনিয়ৰ। আজি প্ৰথম দিনা এজন ইংৰাজ জাজৰ এজলাচত সুদৰ্শন চৌধুৰীয়ে ব্যৱসায় সংক্ৰান্তত অভিযুক্ত এজন নামী ব্যৱসায়ীৰ পক্ষ লৈ যিদৰে যুক্তি প্ৰদৰ্শন কৰিছিল— মই চাই চাই তবধ মানিছিলোঁ। পিছত তোমাক লগ পালে ওকালতিৰ উত্তেজনাময় অভিজ্ঞতাবোৰ বিৱৰি ক'ম। উকীলৰ নতুন সাজ পিন্ধি আজি ফটো তুলিছোঁ। তাৰ কপিও তোমালৈ পঠাম।

মোৰ নতুন জীৱনৰ ভাল খবৰকেটা দিয়াৰ লগতে মোৰ জীৱনৰ আৰু এটা অতি গোপন, অভাৱনীয়, আৰু বিস্ময়কৰ অভিজ্ঞতাৰ বিষয়ে তোমাক, মাত্ৰ তোমাকহে, জনাব খুজিছোঁ। তুমি হয়তো কথাখিনি পঢ়ি হাঁহিবা, নাইবা চেন্টিমেন্টেল ৰাবীছ— বুলি অকণো মূল্য নিদিবা। কিন্তু মোৰ কাৰণে ঘটনাবোৰ অভাৱনীয়ভাৱে গুৰুত্বপূৰ্ণ হৈ পৰিছে।

মই কথাবোৰ যিদৰে ঘটি গৈছে সেইদৰে বৰ্ণনা কৰি যাম।

সুদৰ্শন চৌধুৰীৰ জুনিয়ৰ হিচাবে অফিচিয়েলী আজিৰ পৰাহে যদিও মোক স্বীকৃতি দিয়া হৈছে, মই কিন্তু তেওঁৰ উকীলখানালৈ যোৱা আৰম্ভ কৰিছিলোঁ প্ৰায় এমাহৰ পূৰ্বেই, অৰ্থাৎ মাজুলীগড় বাগিচাৰ পৰা অহাৰ পাছতেই। সেউতাৰ সৈতে তেওঁ ইতিমধ্যে কথা হৈ থৈছিল, মোক তেওঁৰ তালৈ যাবলৈ কৈছিল। গতিকে পৰীক্ষাৰ খবৰ ওলোৱাৰ আগৰে পৰা মই তেওঁৰ চেম্বাৰলৈ যোৱা আৰম্ভ কৰিছিলোঁ আৰু জুনিয়ৰ হিচাপে শিকিব লগা কথাবোৰ শিকিছিলোঁ।

প্ৰথম দিনা চৌধুৰীয়ে সন্ধ্যা সাতমান বজাত বাকী জুনিয়ৰকেইজনক বিদায় দি মোক ঘৰৰ ভিতৰলৈ লৈ গৈছিল, শ্ৰীমতী চৌধুৰীৰ সৈতে চিনাকী কৰি দিবলৈ চৌধুৰীৰ লগত ড্ৰইংৰুমত সোমায়েই মই দেখা পাইছিলোঁ এগৰাকী ভদ্ৰ মহিলা— তেৱেঁই শ্ৰীমতী চৌধুৰী, আৰু এজনী ছোৱালী, কৈশোৰ আৰু যৌৱনৰ

ঠিক সন্ধিত যেন ভৰি দিছে, তেনে বয়স। সোমাই যোৱাৰ লগে লগে ছোৱালীজনীৰ সৈতে মোৰ চকুৰে চকুৰে পৰিল, কিন্তু তেওঁ লাহেকৈ ভিতৰলৈ সোমাই গ'ল। মই যেন কেইমুহূৰ্তমানৰ কাৰণে শ্বাসৰুদ্ধ হৈ পৰিলোঁ। গোলাপী ৰঙৰ চিল্কৰ এটা গাউন পিন্ধি আছিল ছোৱালীজনীয়ে, চুলিবোৰ পিঠিৰ তললৈ কঁকালৈকে মেল খাই আছে। সেই বয়সৰ ছোৱালী সাধাৰণতে যিমান ওখ হয় তাতকৈ যেন অলপ বেছি ওখ। শকতো নহয়, ক্ষীণো নহয়। মুখৰ ৰং তেজাল, অতি নিমজ বগা। জীৱনত মই এনে ধুনীয়া ছোৱালী আগেয়ে কেতিয়াও দেখা নাই। এছাটি বিজুলী যেন সঞ্চাৰিত হৈ পাৰ হৈ গ'ল।

চাহৰ টেবুলত চাহ আৰু বিভিন্ন তৰহৰ খোৱা বস্তু সমুখত লৈ বহি থাকোতেই ছোৱালীজনীয়ে এবাৰ ভুমুকি মাৰি আকৌ সোমাই গ'ল। চৌধুৰী আৰু পৰিবাৰৰ বহুতো কথা প্ৰসংগত মই জানিব পাৰিলোঁ তেওঁলোকৰ দুজন ল'ৰা, দুয়ো কলিকতাৰ কলেজত পঢ়ি আছে। এজনে আই. এচ.চি. এজনে বি.এ.। সৰুজনে আগলৈ ডাক্তৰী বা ইঞ্জিনীয়াৰিং পঢ়িব, ডাঙৰজনে বি.এ.ৰ পিছত ল পঢ়িব। আৰু এজনী ছোৱালী, ঘৰতে থাকে। ছাৱালীজনীৰ বিষয়ে তেওঁলোকে অন্য আৰু একো কথা উল্লেখ নকৰিলে। ময়ো অৱশ্যে দ্বিধাগ্ৰস্ত হৈ একো নুসুধিলো।

চৌধুৰী উকীলে চাহৰ টেবুলতে মোক পৰামৰ্শ দিছিল মোৰ পৰীক্ষাৰ খবৰ ওলোৱালৈকে মই পুৱাবেলা চেম্বাৰলৈ নাহিলেও হ'ব। আবেলি সোনকালে আহি চেম্বাৰৰ আইন সম্পৰ্কীয় কিতাপবোৰ অধ্যয়ন কৰিব পাৰিম। তেওঁৰ ঘৰত সোমায়েই বাহিৰৰ বাৰান্দাৰ বাওঁকাষে প্ৰকাণ্ড উকীলখানা, দুৱাৰখন এনেয়ে জপোৱা থাকে, মোৰ যেতিয়াই মন যায় আহি চেম্বাৰৰ লাইব্ৰেৰীৰ কিতাপ পঢ়িবহি পাৰোঁ।

বিশ্বাস কৰিবা প্ৰসন্ন, সেইদিনা গোটেই নিশাটো মই যেন সাৰেই থাকিলোঁ, অপৰূপা ধুনীয়া ছোৱালীজনীৰ ছবিখনেই বাৰে বাৰে মোৰ মনত ভাঁহিবলৈ ধৰিলে। পিছদিনা আবেলিলৈ অধীৰ অপেক্ষাৰে বৈ মই প্ৰায় তিনি বজামানতে চাইকেলেৰে বাওনা হ'লোঁ। বুকুত দুৰু দুৰু এক কঁপনি আৰু মনত এক অজান শিহঁৰণ লৈ চৌধুৰী উকীলৰ চৌহদৰ গে'টখন অতি সাৱধানে, নিঃশব্দে খুলিলোঁ। চাইকেলখন একাষত থ'লোঁ, আৰু অতি সংকোচেৰে বাৰাণ্ডাইদি গৈ উকীলখানাৰ দুৱাৰখন খুলি ভিতৰলৈ সোমাই গ'লো। প্ৰকাণ্ড কোঠাটো, ভলিউমৰ পিছত ভলিউমৰে ঠাহ খাই থকা ৰেক, আলমিৰা। ওখ ওখ ৰেক। মই চাৰিওফালে চাই চাই এ. আই. আৰ.ৰ ভলিউম দুটা উলিয়াই আনি টেবুল এখনৰ কাষত বহি

ভলিউমৰ পাত লুটিয়াবলৈ ধৰিলোঁ। মই জানো ছোৱালীজনী (তেৱেঁই চৌধুৰীহঁতৰ জীয়েক বুলি মই ধৰি লৈছিলোঁ, যদিও আগদিনা মোক তেওঁৰ সৈতে চিনাকি কৰি দিয়া হোৱা নাছিল।) এই সময়ত উকীলখানলৈ অহাৰ কোনো সম্ভাৱনাই নাই। তথাপি এ. আই. আৰ. ভলিউমৰ পৃষ্ঠাৰ পৰা কোঠাটোত সংলগ্ন ভিতৰ পিনৰ দুৱাৰখনৰ পিনে বাৰে বাৰে মোৰ দৃষ্টি যাবলৈ ধৰিলে। হঠাৎ অবিশ্বাস্য ঘটনাটোৱেই ঘটিল : ছোৱালীজনী এবাৰ লাহেকৈ খোলা দুৱাৰখনৰ চৌকাঠৰ মাজত থিয় দিলেহি। বগা ভেলভেটৰ গাউন পিন্ধা ছোৱালীজনী, ৰঙা তেজাল গাল দুখন, মেলা চুলিবোৰ দুই-বাহুৰ ওপৰেদি বুকুৰ ওপৰত পৰি আছে। ছোৱালীজনীয়ে কোঠাটোত যথেষ্ট পোহৰৰ অভাৱ হোৱা যেন পাই কাষৰ লাইটৰ চুইচটো অন কৰি দিলে। পোহৰ তাইৰ গাৰ ওপৰত পৰিল। মই অবাক দৃষ্টিৰে চালোঁ : দুৱাৰৰ ফ্ৰেমটোৰ মাজত যেন এখন লাইফচাইজ্ পৰ্ট্ৰেট, ৰাফেল, মাইকেল এঞ্জেলো নাইবা লিওনাৰ্ড' ডা ভিন্‌চী, কোনোবা এজনে আঁকি থৈছে।

ছোৱালীজনীয়ে মোলৈ চাই এটা হাঁহি মাৰিলে। মই জীৱনত প্ৰথম অনুভৱ কৰিলোঁ, মানুহে চকুৰে কেনেকৈ হাঁহিব পাৰে। ছোৱালীজনীয়ে মোলৈ চাই তাইৰ চকু দুটাৰে হাঁহিছিল। কেইমুহূৰ্তমান থিয় হৈ থাকিয়েই তাই আকৌ দুৱাৰখনৰ পৰা আঁতৰি ভিতৰলৈ গুচি গৈছিল। মই হতাশ হৈছিলোঁ, মই ভাবিছিলোঁ তাই কোঠাটোলৈ সোমাই আহিব, মই তাইৰ সৈতে দুই-এষাৰ কথা পাতিম। কিন্তু সেইটো নহ'ল।

কিন্তু অলপ পিচতে তাই আকৌ আহিল, হাতত একাপ চাহ আৰু বিস্কুট লৈ। চাহকাপ মোৰ টেবুলত থৈয়েই তাই উভতি গৈছিল।

"ৰ'বাচোন, তোমাৰ নাম কি?" মই লৰালৰিকৈ সুধিলোঁ। তাই একো উত্তৰ নিদিলে। দুৱাৰমুখৰ পৰা উভতি চাই তাইৰ সেই চকুৰে হাঁহ হাঁহিটো মাৰি গুচি গ'ল।

সেইদিনা সন্ধিয়া সাত বজাত চেম্বাৰৰ পৰা ওলাই অহালৈকে আৰু ছোৱালীজনীক মই দেখা নাপোলোঁ।

পিছদিনা মনৰ উত্তেজনাত প্ৰায় আঢ়ৈ বজামানতে চৌধুৰী উকীলৰ চেম্বাৰত এ.আই.আৰ.ৰ ভলিউম হাতত লৈ বহিলোঁগৈ। একেদৰেই সেইদিনাও ছোৱালীজনী দুৱাৰৰ ফ্ৰেমত থিয় দিলেহি, পাতল নীলা ৰঙৰ এটা গাউন পিন্ধি। আৰু হাঁহি এটা মাৰি ভিতৰলৈ গ'ল। অলপ পিচতে চাহ একাপ লৈ আহিল। মই নামটো সুধিলোঁ। তাই উত্তৰ নিদিলে। চাহকাপ টেবুলত থৈ উভতি গ'ল,

দুৱৰ পৰা আকৌ হাঁহি এটা মাৰি ভিতৰলৈ সোমাই গ'ল।

কিন্তু তৃতীয় দিনা মোৰ ধৈৰ্যৰ বান্ধ ছিগি গ'ল। তাই সেইদিনা পাৰি লগোৱা পাতৰ মেখেলা আৰু গাত মাত্ৰ কেছু দিয়া ৰিহা এখন মেৰাই আহিছিল। চুলিখিনি ধুনীয়াকৈ খোপা বান্ধি লৈছিল। কপালত এটা ৰঙা ফোঁট। কি অপূৰ্ব সুন্দৰ লাগিছিল, সেই পোচাকত, যেন ন কইনাহে! একেদৰেই সেই দিনাও তেওঁ মই সোধা প্ৰশ্নৰ একো উত্তৰ নিদিয়াকৈ উভতি যাব খুজিছিল। মোৰ মনত হঠাৎ এক উগ্ৰ চেতনাবোধৰ সঞ্চাৰ হ'ল। মই বহাৰ পৰা জাঁপ মাৰি উঠি তাইৰ সমুখলৈ গৈ তাইক আগভেটি তাইৰ বাহু দুটা খামুচি ধৰিলোঁ আৰু অতি উত্তেজিত ভাষাত ক'লোঁ, "তুমি মোৰ প্ৰশ্নৰ উত্তৰ নিদিয়া কিয়, তোমাৰ নামটো মোক ক'লে কিবা হ'বনেকি?"

ছোৱালীজনীয়ে এক সচকিত দৃষ্টিৰে তথা লাগি মোৰ চকুৰ পিনে চাবলৈ ধৰিলে। তাই মোৰপিনে চাই দুই হাতেৰে কিবা অংগি-ভংগী কৰিবলৈ ধৰিলে আৰু মুখেৰে আও-বাও কিছুমান শব্দ কৰিলে। তাই নিজৰ ওঁঠ দুটা আঙুলিৰে দেখুৱাই 'কিবা নাই' এনে ভাব বুজালে। মই গভীৰ বিস্ময়েৰে তাইলৈ অলপ সময় চাই ৰৈ হঠাৎ বুলি পালোঁ ছোৱালীজনীয়ে কথা ক'ব নোৱাৰে, তাই বোবা। ছোৱালীজনীয়ে এইবাৰ ফেঁকুৰীবলৈ ধৰিলে আৰু হঠাৎ দুহাতেৰে মুখখন ঢাকি উচুপি উচুপি ভিতৰৰ দুৱাৰৰ পিনে দৌৰি গুচি গ'ল।

সেইদিনা সন্ধ্যা চৌধুৰীৰ উকীলখানাৰ পৰা বাকী জুনিয়ৰকেজন যাবৰ সময়ত মোৰ কিবা এটা পঢ়া শেষ হোৱা নাই বুলি ৰৈ গ'লো আৰু চৌধুৰী উকীলক অকলশৰে পাই কোনো দ্বিধা-সংকোচ নকৰাকৈ কথাটো সুধিলোঁ। তেওঁৰ জীয়েকগৰাকী বোবানেকি? লগতে ছোৱালীজনীয়ে যে মোক চাহ দিবলৈ আহে, আৰু তেনেকৈয়ে ঘটনাক্ৰমে কথাটো মই সন্দেহ কৰিছোঁ, সেই কথাও ক'লো। চৌধুৰী উকীলে প্ৰথমে আচৰিত হৈছিল এটা কথাত: তেওঁৰ জীয়েক ৰীতাই এইদৰে বাহিৰলৈ ওলাই আহি এজন অচিনাকী যুৱকক নিজ হাতে চাহ দিবহি, সেই কথা কল্পনাতীত। সেই সময়ত মাক, কাম কৰা ল'ৰা, সকলো শুই থাকে। গতিকে তাই চাহো নিজে কৰিব লাগিব। ৰীতা বাহিৰলৈ সহজে নোলায়। নিজক সদায় আনৰ দৃষ্টিৰ আঁৰত ৰাখে। আচৰিত কথা যে তাই তোমাক চাহ দিছেহি।"

"কিন্তু কথাটো সঁচা।" মই অলপ জোৰ দি ক'লো।

"ময়ো বাঞ্ছা কৰো কথাটো সঁচা হওক। কাৰণ তাই মানুহৰ মাজত মিলা-মিচা কৰাটো আমি বিচাৰোঁ, সিটো কাম তাই একেবাৰে নকৰে। চি চাফাৰ্চ ক্ৰম

এ গ্ৰেট কপপ্লেক্স। মই ভাল পাইছোঁ তাই তোমাৰ ওচৰত দেখা দিছে।"

তেওঁ সেই বুলি কৈ জীয়েক ৰীতাৰ (নামটো তেওঁৰ মুখতেই শুনিলো) শিশুকালৰ এটা কৰুণ কাহিনী বৰ্ণনা দিলে। ৰীতাই ডেৰ বছৰ বয়সত টান টায়ফয়েদ ৰোগত ভুগিছিল। প্ৰায় যোৰা-খোৰা অৱস্থাই হৈছিল যদিও কিবা কৰি ৰোগৰ পৰা তাই বাচিল। কিন্তু তাইৰ দুয়োখন কাণৰ স্নায়ুবোৰ নষ্ট হৈ শ্ৰৱণশক্তি সম্পূৰ্ণ লোপ পালে। বহু দিনলৈকে আমি সেই কথা জনা নাছিলোঁ। কিন্তু চাৰি বছৰলৈকে যেতিয়া তাইৰ মাত নুফুটা হৈ থাকিল তেতিয়া চিকিৎসকৰ ওচৰলৈ যাওঁতে ধৰা পৰিল যে তাই কাণৰ শুনা শক্তি হেৰুৱাইছে। শব্দ নুশুনে, গতিকে মগজুত শব্দ ধ্বনিৰ ক্ৰিয়া নহয়, গতিকে তাই কথা ক'ব পৰা শক্তিও হেৰুৱাইছে। দিচ ইজ দি আনফৰচুনেট হাৰ্ট ব্ৰেকিং ষ্টৰী অব মাই ওৱান এণ্ড অন্‌লী দটাৰ।"

কথাখিনি কৈ চৌধুৰী উকীলৰ চকু চল্‌চলীয়া হ'ল।

পিছদিনা ৰীতা চেম্বাৰলৈ আহিবনে নাহে ভাবি থাকোঁতেই দেখিলোঁ তেওঁ একেবাৰে চাহ-বিস্কুট লৈ মোৰ টেবুলৰ কাষত উপস্থিত হ'লহি। একদৰে হাঁহিলে। হঠাৎ মোৰ কাষত চকীখনত বহি ল'লে, আৰু আকাৰে-ইংগিতে মোক কিবা ক'লে, বুজাবলৈ চেষ্টা কৰিলে। তাই ক্ৰমে মোৰ ওচৰত সহজ হৈ পৰিল, সম্পূৰ্ণ দ্বিধাহীনভাৱে তাই মোৰ কাষে কাষে আলমাৰিৰ ৰেকৰ ভলিউম আনবলৈ যাওঁতে ঘূৰি ফুৰা হ'ল। আৰু সেইদৰেই এদিন এটা আলমাৰিৰ পৰা কিতাপ উলিয়াওতে হঠাৎ এটা পইতাচৰাই ওলাই আহি ৰীতাৰ গাত পৰিল। তাই তাইৰ বুকুৰ পৰা চাদৰখন পেলাই দি ত্ৰাসত চিঞৰ মাৰি মোৰবুকুৰ মাজত সোমাই পৰিল। ইতিমধ্যে পইতাচৰাইটো উৰি বহু দূৰলৈ গুচি যোৰা দেখিও যেতিয়া তাই মোৰ বুকুৰ মাজৰ পৰা আঁতৰ হৈ যাবলৈ পাহৰা যেন লাগিল সেই সময়তে মই ৰীতাৰ ওঁঠৰ ওচৰলৈ প্ৰথমবাৰৰ কাৰণে মোৰ ওঁঠ দুটা নমাই নিলোঁ ; এজনী যুৱতীক জীৱনত প্ৰথমবাৰৰ কাৰণে সমগ্ৰ আবেগ ঢালি, দেহৰ সমস্ত উত্তাল তেজৰ উত্তাপেৰে দীৰ্ঘসময় ধৰি চুমা খালোঁ। সেই যুৱতীগৰাকীৰ নাম ৰীতা, এজনী বোবা ছোৱালী ৰীতা। এক অতুলনীয় সুন্দৰী, মোহময়ী আবেগময়ী— ৰীতা। সাগৰৰ প্ৰচণ্ড ঢৌৰ দৰে তাই। মোৰ শৰীৰৰ শিলত খুন্দা খাই যেন চুৰমাৰ হ'ব খুজিলে।

ইয়াৰ পিছৰ পৰা এই প্ৰায় এমাহে প্ৰতিদিনেই সেই একে সময়তে একে সুযোগতে ৰীতাক মই চুমা খাইছো। ৰীতাইও সমস্ত দেহ-মন ঢালি মোক সাঁহৰি দি আহিছে। মোৰ মাজত নিজকে সঁপি দি আহিছে।

প্ৰসন্ন, এটা কথা তোমক মই শেষত জনাই থওঁ। মোৰ চেতনাক, মোৰ প্ৰবুদ্ধ বিবেকে সুপষ্ট ইংগিত দিছেঃ মই বীতা নামৰ এই বোবা ছোৱালীজনীকেই এদিন বিয়া কৰাম, সময় যেতিয়া উপযুক্ত হ'ব।

চিঠিখন বৰ দীঘল হ'ল। আশাকৰোঁ তোমাৰ আৰু ঘৰৰ সকলোৰে কুশল। তোমাৰ পৰীক্ষাৰ খবৰ ওলালেই, পাৰিলে টেলিগ্ৰাম যোগে জনাবা। শেষত পুনৰ মৰম শুভেচ্ছা ল'বা।

ইতি

আন্তৰিকতাৰে, সৌমাৰ

পুনশ্চঃ কথাবোৰ সদ্যহতে তোমাৰ আৰু মোৰ মাজতে আবদ্ধ থাকিব।

প্ৰসন্নই সৌমাৰৰ দীঘল চিঠিখন পঢ়ি শেষ কৰিলে। চিঠিৰ আবেগিক অটল গভীৰতাত সম্পূৰ্ণ নিমজ্জমান হৈ থকাৰ পৰা মনটো মুক্ত হোৱাৰ পিছত প্ৰসন্নই ভাবিলে সৌমাৰৰ চিঠিৰ উত্তৰ এটা আজিয়েই লিখিব লাগিব। সৌমাৰে ভালদৰে পৰীক্ষাত উত্তীৰ্ণ হোৱা, ওকালতি আৰম্ভ কৰা আৰু এজনী বোবা ছোৱালীৰ প্ৰেমত পৰা– উত্তৰ দীঘলীয়া হ'ব। প্ৰসন্নই চিঠিৰ আৰম্ভটোও ঠিক কৰিলেঃ শ্বেকছপীয়েৰৰ ৰোমিও-জুলিয়েটৰ এটি উদ্ধৃতি –

"But, soft! What light through yonder window breaks? It is the east, and Juliet is the sun..."

প্ৰসন্নই সৌমাৰলৈ চিঠিৰ উত্তৰ লিখি থাকোঁতেই বাহিৰত যেন হেডপণ্ডিতে মতা শুনিলে–

"প্ৰসন্ন, আছা নহয়? শুনাচোন।"

প্ৰসন্ন ভিতৰৰ পৰা ওলাই আহি দেখিলে— হয় হেডপণ্ডিতেই। তেওঁ সুধিলে, "ছাৰ, মৌজাদাৰ দেউতাক লগ নাপালেনেকি? বৰ সোনকালে আহিল দেখোঁন।" বহক ছাৰ। পণ্ডিতে চকীখনত বহাৰ লগে লগে ক'লে–

"লগ পালোঁ, পিছে সময় ল'বলৈ তেওঁৰ পিনৰ পৰা কথা বৰ দীঘলীয়া নকৰিলে।"

"মানে, তেওঁৰ নিশ্চয় কোনো আপত্তি নাই, মিটিঙৰ তাৰিখটো ঠিক কৰি আহিলনে।"

"ৰ'বা, তিমানলৈ যোৱাই নহ'ল। মৌজাদাৰে পোনচাতেই নাকচ কৰিলে।"

"কিয়??"

প্ৰসন্নই আশ্চৰ্যৰ দৃষ্টিৰে হেডপণ্ডিতৰ চকুলৈ চালে।

"তেখেতে ভাবে আমাৰ গাঁৱৰ ল'ৰাই খেতি-বাতি কৰি থাকিব লাগে, অসমীয়া ভাষাত জ্ঞান ল'লেই হ'ব, ইংৰাজী পঢ়ি চাহাব বাবু হোৱাৰ প্ৰয়োজন নাই।"

"মইটো ইংৰাজী পঢ়ি বাবুও হোৱা নাই, চাহাবো হোৱা নাই, গাঁৱৰ ল'ৰা যেনে আছিলোঁ, তেনেই আছোঁ।"

"ৰ'বা, তাৰ পিছত তেখেতে আকৌ ক'লে, তুমিতো ইয়াত সদায় নাথাকা। ইমান পঢ়া-শুনা কৰি হাকিম-মুন্সিপ্ হৈ কেদিনমান পিছতে গুছি যাবা। গতিকে, ইংৰাজী স্কুলখন আৰম্ভ কৰি দিলে দুদিন পাছতে শিকাওঁতাৰ অভাৱত মিছাই ল'ৰাকেটাৰ এলাই-এথানি হ'ব। মুঠতে এক কথাত তেওঁৰ গোটেই বিষয়টোত আপত্তি।"

"স্কুলৰ পৰিচালনা সমিতিৰ তেখেত সভাপতিহে। সমিতি বহিলে বাকী সদস্যসকলে আপত্তি নকৰিব পাৰে। তেওঁলোকে ইংৰাজী শ্ৰেণী আৰম্ভ হোৱাটোকেই বিচাৰিব পাৰে।"

"সেইটো আশা নকৰিবা। স্কুল পৰিচালনা সমিতি নামতহে। সকলো সিদ্ধান্ত সভাপতিয়েই লয়। মৌজাদাৰে যি কয়, তাতেই হয়ভৰ দি এটাইকেইজনে মানি লয়।"

"এইটো কেনে ধৰণৰ কথা।"

তেনেতে প্ৰসন্নৰ দেউতাক পৰশুৰাম গাওঁবুঢ়া পথাৰৰ পৰা ধান চপোৱাৰ তদাৰকী কৰি ঘৰৰ চোতালত ভৰি দিলেহি। হেডপণ্ডিতৰ সৈতে দুআষাৰ কথা-বাৰ্তাৰ পিছতে পণ্ডিতৰ এম.ভি. স্কুলত ইংৰাজী শ্ৰেণী খোলা সন্দৰ্ভত শিক্ষা বিভাগৰ পৰা অহা চিঠি আৰু স্কুল পৰিচালনা সমিতিৰ সভাপতি হিচাবে মৌজাদাৰ ডাঙৰীয়াই দিয়া মন্তব্যৰ বিষয়ে গাওঁবুঢ়াৰ ওচৰত সদৰী কৰিলে হেডপণ্ডিতে। কথাখিনি শুনি উঠি, অকণো সময় খৰচ নকৰি গাওঁবুঢ়াই একে আষাৰতেই ক'লে, "মৌজাদাৰ দেউতাই তেনে মত দিছে যদি আৰু অন্য চিন্তা কৰিবলৈ নাই। স্কুলত ইংৰাজী পঢ়োৱাৰ প্ৰস্তাৱ পঠোৱাৰ কথা নুঠে।"

"পিতাই, তয়ো কথাটো, আলোচনা নকৰাকৈয়ে মৌদাজাৰে ভৰা মতেই হ'ব বুলি কব?"

"মই নহয়, স্কুল সমিতিৰ সকলো মেম্বাৰেই তাকেই ক'ব। পণ্ডিতে ঠিকেই কৈছে, মই আহিয়েই তেওঁ কোৱা শুনিছিলোঁ, মৌজাদাৰ দেউতাৰ মতামত যি হ'ব, সকলোৰে সেই মতেই হ'ব। বিপৰীতে একো কোৱাৰ দৃষ্টান্ত নাই।"

"শিক্ষা বিভাগৰ কমিচনাৰ চাহাবে নিজে আগভাগ লৈ স্কুল পৰিদৰ্শকৰ

হতুৱাই চিঠি দিয়াইছে, প্ৰস্তাৱ পঠাবলৈ, তথাপি বিষয়টোত গুৰুত্ব নিদিয়াকৈ থাকিব পৰা যাবনে?"

"কিন্তু তইহে যে প্ৰথম কমিচনাৰ চাহাবৰ ওচৰত কথাটো উলিয়াইছিলি, সেই খবৰটোও পণ্ডিতে মৌজাদাৰ দেউতাক নক'লে জানো?"

"কৈছিলোঁ, প্ৰসন্নই উজনিলৈ গৈ কমিচনাৰ চাহাবক লগ পাওঁতে হোৱা কথা-বতৰাৰ সূত্ৰেই যে কথাটো আৰম্ভ হৈছে, আমালৈ অহা চিঠিখনৰ মূলতে যে সেইটোহে, মই কৈছিলোঁ। মৌজাদাৰ জাওৰীয়াক—", পণ্ডিতে ক'লে।

"সেইখিনিতে অথন্তৰ।" প্ৰসন্নৰ পিতাক গাওঁবুঢ়াই টপৰাই ক'লে।

"কিহৰ কাৰণে অথন্তৰ?"

"কাৰণ চাহাব এজনৰ সৈতে তই কথা পাতিলি। গাঁৱৰ ল'ৰাই ইংৰাজীত পঢ়িবলৈ সুবিধা পাব। মৌজাদাৰে নহয়, তইহে কৰিলি ৰাইজৰ কাম এটা। ৰাইজে জানিব সেই কথা। লগে লগে মৌজাদাৰৰ চিন্তাত খুন্দিয়ালে নহয়—কথাটোৱে। ঈৰ্ষাৰ পোৰণি আৰম্ভ হ'ল। গতিকে নাকচ কৰিলে পণ্ডিতৰ প্ৰস্তাৱ।"

"আচলতে মৌজাদাৰ ডাঙৰীয়াই কথাটোত ভাল পাব লাগিছিল, উছাহহে দিব লাগিছিল। মই কৈছিলোঁ, মোৰ ফালৰ পৰা অসুবিধা নাই, ঠাই ওলাব—" হেডপণ্ডিতে ক'লে।

"মৌজাদাৰে মোক ঈৰ্ষা কৰিব, মই কিন্তু ভাবিবই নোৱাৰোঁ। সদায় মোক মাতি পঠিয়ায়, পঢ়া-শুনাৰ খা-খবৰ লয়— কিন্তু ঈৰ্ষা...." প্ৰসন্নই বিশ্বাস কৰিবলৈ টান পালে।

"মই জানো অ' বাপ। এইজনৰ বোপায়েকৰ দিনৰ পৰা জানো—এওঁলোকক। বাপেকো মৌজাদাৰ আছিল। প্ৰতাপ..... প্ৰতাপ....। নিজৰ প্ৰতাপৰ এচাঁহীও লৰচৰ হ'ব নোৱাৰে, এওঁলোকৰ বাপ, তই কৈছ, তোৰ খবৰ লয়। কিন্তু মই কিছুদিনৰ পৰা মন কৰিছোঁ তোৰ সম্পৰ্কত মৌজাদাৰ দেউতাৰ উছাহ একেবাৰে কমি গৈছে। বিশেষকৈ তই এম. এ. পঢ়িবলৈ যোৱাৰ পাছৰে পৰা।"

গাওঁবুঢ়াৰ কথাতে হয়ভৰ দিলে হেডপণ্ডিতে"ঠিকেই গাওঁবুঢ়া দাইতি, মোৰো মনত লাগিছিল, প্ৰসন্ন সম্পৰ্কে মৌজাদাৰ ডাঙৰীয়া যেন বৰ প্ৰসন্ন নহয়। বৰ নাকীসুৰীয়াকৈ দুটামান মন্তব্য দিলে তেওঁৰ বিষয়ে। এইবাৰ এম. এ. পৰীক্ষা দি অহাৰ পৰা প্ৰসন্ন বোলে এবাৰো তেওঁক দেখা কৰিবলৈ যোৱা নাই, পঢ়ি-শুনি চাহাব হ'বলৈ ওলাইছে। ডাঙৰ মানুহ হৈছে, তেওঁকনো কি দেখা কৰিবলৈ যাব। এনে দুৰাখাৰমান কটাক্ষ মন্তব্য কৰিলে।"

"ঠিক আছে, মই আজিয়েই যাম, তেখেতক দেখা কৰিমগৈ, মোৰ

সম্পৰ্কে তেখেতৰ যদি কিবা ভুল ধাৰণা আছে মই নিজেই আঁতৰ কৰিম। আৰু সেই কাৰণে যদি ছাৰৰ স্কুলত ইংৰাজী ক্লাছ খোলাত তেখেতৰ আপত্তি, মই কথাবোৰ পৰিষ্কাৰ কৰি গ'লোঁ।"

"তই এবাৰ যাবি বাৰু বাপ। যোৱা উচিত। মই কৈছিলোঁ, আহিছেই সি উজনিলৈ গ'ল, তাতে মেলেৰীয়াত পৰি উভতি আহি গাটো টঙাই উঠা নাই। পিছে, তেওঁ ক'লে, বোলে, এলাহাবাদৰ পৰা আহি পায়েই মাত্ৰ এবাৰ লগ ধৰিলে তাৰ সময় নোহোৱা নাছিল। আচলতে, বাপ কথা তই তেওঁৰ তালৈ যোৱা নোযোৱাটো তিমান গহীন নহয়, কথাৰ শিপাডাল অলপ দূৰত।"

সেইবুলি গাওঁবুঢ়াই হেডপণ্ডিতৰ পিনে এবাৰ চাই ক'লে, "পণ্ডিত থাকিলেও ক'ব পাৰি",

প্ৰসন্ন আৰু পণ্ডিতে গাওঁবুঢ়াৰ মুখলৈ চালে, কি ক'ব খোজে তেওঁ। গাওঁবুঢ়াই কৈ গ'ল :

গদাধৰ মৌজাদাৰৰ পাঁচজনী ছোৱালী। এশ নাই। চাৰিজনী জীয়েকৰ বিয়া হৈ গৈছে। সৰুতে সৰুতে বিয়া দিছে। এটা ছোৱালীক ভাল বুলি ৰাখিলে। বেছি আদৰত উঠা—, ছোৱালীজনী অলপ নাচনী উৰণতীয়া। মাজতে টাউনত থকা ভিনীহিয়েকে নি লগত ৰাখিছিল। ছোৱালী স্কুলত নাম লগাই দিছিল, দুটামান শ্ৰেণীৰ পিছত আৰু আগবাঢ়িব নোৱাৰিলে। মাষ্টৰ ধৰি দিছিল। প্ৰেমপত্ৰ ধৰা পৰিল। চহৰত থকা ছোৱালীক এতিয়া ঘৰলৈ অনিলে। ভিনীহিয়েকে এদিন আনি থৈ গ'লহি।"

"মৌজাদাৰৰ জীয়েকক মই দেখিছোঁ। তেওঁৰ হাতলাগে যাওঁতে, বৰ অহংকাৰী— বৰ ভেম। কিন্তু পিতাই তইনো ছোৱালীজনীৰ কথাবোৰ ক'ব লগা হৈছে কিয় আমাক?" প্ৰসন্নই পিতাকক সুধিলে।

"বাৰু কৈ যাওঁক চোন দাইতি, মই কিবা এটা অনুমান কৰিছোঁ—" পণ্ডিতে ক'লে।

"কিনো অনুমান কৰিছে পণ্ডিত?"

"আপুনি কৈ শেষ কৰক চোন বাৰু।"

"তুমি বোধকৰোঁ ঠিকেই অনুমান কৰিছা। ছোৱালীজনী মৌজাদাৰে সেইটোৱেই আমাৰ প্ৰসন্নক গতাব খোজে।"

"হয়নে পিতাই?" প্ৰসন্নই তাওঁকে থাকি এটা মাৰিলে। "মই বেয়া কোৱা নাই। আইহঁতে জানেনে মাজুনে?" প্ৰসন্নই সুধিলে।

"কাকো এইবোৰ কোৱা নাই। আয়েৰেকোকো কোৱা নাই। আজিহে তোমাক তইতক

আগত।"

"কথাটো কেতিয়াৰ পিতাই?"

"দুবছৰমান হ'ল। তই বি. এ. পৰীক্ষা দি অহাৰ পাচতে। মৌজাদাৰে এদিন ক'লে, তেওঁ সৰু জীয়েকৰ কাৰণে ল'ৰা এজনৰ কথা ভাবি আছে। আৰু সেইজন জোঁৱায়েককে তেওঁ মৌজাটো গতাব খোজে। হাউলীৰে সৈতে। কাৰণ বাকীকেজন জোঁৱায়েক নিজ নিজ ঠাইত নিজৰ চাকৰি ব্যৱসায় লৈ ব্যস্ত। তেওঁ সৰু জীয়েককে এটাইতকৈ বেছি মৰম কৰে, গতিকে সেইজন জোঁৱাইয়েককে মৌজাটো দিবলৈ পালে ভাল পাব। তেওঁৰ সম্পৰ্কীয় ভায়েক-ভতিজাও আছে দুই-এজন। কিন্তু ল'ৰা নহ'লেও সৰু জোঁৱায়েকেই নিজৰ ল'ৰাৰ দৰে মৌজাটো ৰাখিব। মৌজাদাৰে এটাইবোৰ কথাৰ আগগুৰি বৰ্ণাই লৈ ঘাই শাক মৰলীয়ালৈ আহিল। তেওঁ ক'লে, "পৰশু, মোৰ এই সৰু জোঁৱাইজনৰ বাবে তোমাৰ ল'ৰা প্ৰসন্নৰ কথা ভাবি আছোঁ। সি বি. এ. পাচ কৰিলেই, পঢ়া শেষ হ'ল। তাৰ পিছত, আন চাকৰি-বাকৰি বিচাৰিবলৈ যোৱাতকৈ মোৰ জোঁৱাই হওক, আৰু মোৰ মৌজাৰ দায়িত্ব লওক। এই হাউলীতে মোৰ জীয়াৰীৰ সৈতে তেওঁ সংসাৰ পাতক। কেনে ভাবা পৰশু?"

"পিছত দাইতিয়ে কি উত্তৰ দিলে?"

"মই আথে-বেথে, এনেকৈ সমীহ কৰি, দুআষাৰতে উত্তৰ দি থ'লোঁ, তেওঁ আৰু দুনাই মুখ খুলিব লগা নহ'ল। কেনেকৈনো কথাকেষাৰ মোৰ মুখেদি ওলাল, মই নিজেই তৎ ধৰিব নোৱাৰিলোঁ।"

"কিনো ক'লে পিতাই?" প্ৰসন্নই উৎকণ্ঠাৰে মাত দিলে।

"মই ক'লো, বোলো — মৌজাদাৰ দেউতা, আপোনাৰ পুত্ৰ সন্তান নাই। আপুনি হতভগীয়া। সেয়েহে এনে এটা প্ৰস্তাৱ তুলিব পাৰিলে। তথাপিও এবাৰ আপুনি ভাবি চাওক দেউতা, আপোনাৰ যদি এজন পুত্ৰ থাকিলহেঁতেন, একমাত্ৰ পুত্ৰ, সেই পুত্ৰজনক আপোনাৰ নিজৰ তেজ-মঙহৰ ল'ৰাটিক, আপোনাৰ ঘৰৰ পৰা উলিয়াই দি অন্য এখন ঘৰত ঘৰজোঁৱাই হৈ থাকিবৈ দিব পাৰিলেহেঁতেননে? — মোৰ কথা শুনি মৌজাদাৰে বহি থকা বেতৰ আৰামী চকীৰ হেন্দেল দুচটশত দুহাতেৰে জোৰে খামুচি ধৰি মোৰ চকুলৈ চাই ৰ'ল। সাধাৰণতে আমি গওঁৰ মানুহবোৰে তেওঁলৈ কথা কওঁতে তলমূৰকৈ থকোঁ। সেইদিনা কিন্তু মই পাহৰি তেওঁৰ চকুলৈকে চকু দি থাকিলোঁ। তেওঁৰ চকু দুটাত যেন জুইহে ওলাব, তেনেকৈ চালে মোলৈ। তাৰ পিছত — "বাৰু হ'ব, তুমি যাব পাৰা পৰশু—" বুলি হঠাতে বহাৰ পৰা থিয় হৈ দুমহলীয়া কাঠৰ বঙলাৰ চিৰিৰ পিনে আগবাঢ়ি গ'ল। মই

সেইপিনে চাই ক'লো,— "দেউতা, সকলৰ মুখত বৰ কথা হ'ল— দায় নধৰিব।" তেওঁ একো উত্তৰ নিদি চিৰিয়েদি খটপ্ খটপ্ ফানতিৰ শব্দ কৰি উঠি গ'ল। মই অলপ সময় তলকা মাৰি বৈ ঘৰমুৱা হ'লোঁ।"

"দাইতিয়ে বৰ বঢ়িয়াকৈ জুকিয়াই কথাকেটা ক'লে, মৌজাদাৰৰ গাত লাগি যোৱাকৈ।"

"কিন্তু পিতাই, মোৰ ইমান সুন্দৰ সুবিধাটো তই মাটি কৰি দিলি। তোৰ পুতেৰ মৌজাদাৰ হ'লহেঁতেন, ইমানবোৰ সা-সম্পত্তিৰ গৰাকী হ'লহেঁতেন, ইমান ৰূপহী, আধুনিকা এজনী তোৰ বোৱাৰী হ'লহেঁতেন—"

"যা এতিয়াও সেইজনীৰ ওচৰলৈকে, আজিলৈকেও বিয়া হোৱা নাই, ঘৰবুঢ়ী হৈ আছে। চপনীয়া হৈ যা তাইলৈকে, মৌজাদাৰৰ ভৰি চেলেকি থাকগৈ, শহুৰ খাটি—"

পণ্ডিত আৰু প্ৰসন্ন দুয়ো গাওঁবুঢ়াৰ কৃত্ৰিম খঙত হাঁহে।

"মৌজাদাৰৰ প্ৰস্তাৱ গ্ৰহণ নকৰাত তোৰ সৈতে তেওঁৰ সম্পৰ্ক বেয়া হ'ল নেকি পিতাই?" প্ৰসন্নই সুধিলে।

"ভিতৰি ভিতৰি তেওঁৰ মনত খং বৈ থাকিল। অৱশ্যে আন মানুহক কাকো সেই ভাব এতিয়ালৈকে জানিবলৈ দিয়া নাই। আচলতে গদাধৰ মৌজাদাৰক মই ল'ৰালিকালৰ পৰা পাইছো। ল'ৰালিতে তেওঁৰ সৈতে একেলগে খেলা-ধূলাও কৰিছিলো। মই এসময়লৈকে তেওঁক তুমি বুলিয়েই মাতিছিলোঁ। ডেকাকাললৈকে হাউলীৰ ভিতৰত তেওঁৰ শোৱনি-কোঠালৈকে মোৰ আহ-যাহত বাধা নাছিল। কিন্তু তেওঁৰ বিয়াৰ পিছত নতুন বোৱাৰীয়ে মোক ঘৰৰ ভিতৰ পিনে যোৱা বন্ধ কৰিলে। আৰু এদিন মাতি নি তেওঁ ক'লে, মই যেন তেওঁৰ গিৰিয়েকক 'তুমি" বুলি সম্বোধন নকৰোঁ। তেতিয়াৰ পৰা মই তেওঁক 'আপুনি' আৰু কথাই কথাই 'দেউতা দেউতা' বুলি সম্বোধন কৰিবলৈ ললোঁ। গদাধৰে হঠাৎ মোৰ সেই সম্বোধন শুনি আচৰিত হৈছিল। কিন্তু ন-বোৱাৰীৰ ফৰমান বুলি কোৱাত তেৰোঁ মনে মনে থাকিল। পিছে গদা মৌজাদাৰে মোক সমুখাসমুখিকৈ একোতে ধৰিব নোৱাৰে। ডেকাকালৰ তেওঁৰ বহু দুস্কৃতিৰ কথা মোৰ ওচৰত গোপনে ঢাকি থোৱা আছে। আজিকালি তেনেকৈ যোৱা নহয় যদিও, এসময়ত ডেকা কালত মই তেওঁৰ বাঘ চিকাৰ, পহু চিকাৰৰ লগৰীয়া আছিলো। হাতীৰ পিঠিত তেওঁৰ লগত মই নুঠিলেই নহয়। বাৰ্টন চাহাবে আমাৰ পিতাইক এনলীয়া খঁজা বন্দুক এটা দিছিল। চিকাৰলৈ মই সেইটো লৈ যাওঁ। তেওঁক মই বহুদিন সেইটোৰেই বহুতো বিপদৰ পৰা উদ্ধাৰ কৰি থৈছো।"

"তোকটো পিতাই গাঁৱৰ আগৰ মানুহে গাওঁবুঢ়াতকৈ পৰশু চিকাৰী বুলিহে জানে।" প্ৰসন্নই মাজতে মাত দিলে।

"মৌজাদাৰক উদ্ধাৰ কৰিবলগীয়া বিপদ, কেনে ধৰণৰ দুই-এটা কোৱাচোন দাইতি।" পণ্ডিতে সুধিলে—

"নালাগে পণ্ডিত। সেইবোৰ কিবা ঢেৰ কেলেংকাৰী।"

"এটামানৰ বিষয়ে কচোন। আমিনো কাক ক'বলৈ যাম।"

পণ্ডিত আৰু প্ৰসন্নই আগ্ৰহেৰে গাঁওবুঢ়াৰ মুখলৈ চালে। গাঁওবুঢ়াই আৰম্ভ কৰিলে ঃ

"ক'তো নুলিয়াবা পণ্ডিত--। এবাৰ আমি ৰাতি বঞ্চাকৈ ব্ৰহ্মপুত্ৰৰ পাৰত টম্বু তৰি চিকাৰলৈ গৈছিলোঁ। ঢলপুৰা চাপৰিৰ কোমল ঘাঁহ খাবলৈ ওচৰৰ হাবিৰ পৰা শিঙাল পহু আহে জাকেৰে, খেদি গৈ গুলীয়াব পাৰি। সেইবাৰ ৰাতি গৰমকালি। মই জোনাকত টম্বুৰ বাহিৰত বালিত খেৰ পাৰি হাতীৰ মাউটইঁতৰ লগতে শুইছিলো ; দোকমোকালি গদাক টম্বুৰ ভিতৰত জগাবলৈ গৈ দেখোঁ — তেওঁ নাই। লেমৰ ঢিমিক-ঢামাক পোহৰত দেখো বিছনাখন খালি, কাষতে মদৰ খালি বটলটো আৰু গিলাচটো। বাহিৰ ফুৰিবলৈ গৈছে নেকি, ৰ'লো কিছু সময়। নাই। ইফালে সিফালে চাওঁ, দেখা নাপাওঁ। সিপিনে পোহৰ হৈ আহিল। আমাৰ চিন্তাৰ অন্ত নাই। ক'লৈ গ'ল। হাতীৰ পিঠিত উঠি ওচৰত হাবিয়নীখনো চলাথ কৰিলোঁ। বেলি দুপৰ হ'ল। শেষত ওচৰৰ মিৰি গাওঁখনৰ পিনে আগুৱাই গ'লোঁ। গাঁৱৰ মানুহ আমি গৈ পোৱালৈকে ৰৈ আছিল। আমাক লৈ গৈ এঘৰ মানুহৰ চাংঘৰৰ ওপৰলৈ লৈ গ'ল। দীঘলীয়া ঘৰটোৰ ভিতৰ সোমায়েই দেখোঁ বেৰ এখনৰ কাষত চাঙত বহি আছে গদাধৰ, হাত ভৰি পঘাৰে বন্ধা। ডেকাল'ৰা দুটামানে জনালে-- আগনিশা মদৰ নিচাৰে আহি গাঁৱত গাভৰু ছোৱালী বিচাৰিছিল। এখন ঘৰৰ ভিতৰলৈ সোমাই গৈ এজনী ছোৱালীৰ গাত হাত দিছিল। তেতিয়াই সিহঁতে গদাক ধৰি লৈ বান্ধি থৈছে।

মই মানুহবোৰক বুজালোঁ। মদৰ নিচাত কৰিছে, এৰি দিবলৈ ক'লোঁ। পা-পইচা দিম বুলিও ক'লোঁ, নামানে, সিহঁতৰ দাবী গদাক সিহঁতে বুঢ়া মৌজাদাৰৰ ওচৰলৈ বান্ধি লৈ যাব। শেহত মোৰ কথাত মান্তি নোহোৱা দেখি মই এবাৰ মোৰ কান্ধৰ বন্দুকটো হাতত তুলি লৈ ভীষণ মূৰ্তি ধৰিলোঁ, আৰু এজাঁই ফাঁকা আওৱাজ কৰি বন্দুকৰ শব্দ কৰিলোঁ, লগে লগেই প্ৰাণৰ ভয়ত ডেকা দুটাই গদাধৰৰ বান্ধ খুলি দিলে।

আৰু বহুত ঘটনা আছে, যিহৰ কাৰণে, এতিয়া তেওঁ মৌজাদাৰ হ'লেও,

মোৰ ওচৰত প্ৰতাপ দেখুৱাব নোৱাৰে।"

"পিতাই হ'ব, গদাধৰ মৌজাদাৰৰ জীৱন-বৃত্তান্ত পিছতো আকৌ শুনিম। এতিয়া ইয়াৰ ল'ৰা-ছোৱালীক মই ইংৰাজী শিকোৱা ব্যৱস্থাটোৰ কি হ'ব? কমিচনাৰ চাহাবৰ সহযোগ পোৱাৰ পিছতো!

"ময়ো প্ৰসন্নই ভবা কথাটো শুনি বৰ উৎসাহ পাইছিলো। কালি জিলা সদৰৰ পৰা আহি চিঠিখন আমাৰ ষ্টাফক পঢ়ি শুনাওঁতে সকলোৱে বৰ হয়ভৰ দিছিল। কিন্তু........"

"চাৰ, এৰি দিলে নহ'ব। স্মল চাহবলৈ মই চিঠি এখন লিখিম। কমিচনাৰ এজনে বিচৰা কথা এটাত মৌজাদাৰে বিধি পথালি দিব।"

"বাপ, মৌজাদাৰে কিন্তু এজন চাহাবৰ কথা নুশুনাকৈ থাকিব নোৱাৰে। যদিও তেওঁ কমিচনাৰ চাহাবৰ তলতীয়া বিষয়াহে।" গাওঁবুঢ়াই মাত দিলে।

প্ৰসন্নই সুধিলে, "কোননো তেওঁ?"

"জিলা হাকিম। জিলাৰ বৰ চাহাব। বৰ চাহাবে মৌজাদাৰক উঠ বুলিলে উঠ, বহ বুলিলে বহ।

"ঠিক আছে তেন্তে। ছাৰ, মই দুই-এদিনতে গা টঙাম। ডেপুটি কমিচনাৰ অলিভাৰ চাইমনে মই বি. এ. পৰীক্ষাত প্ৰথম শ্ৰেণীৰ দ্বিতীয় স্থান পোৱা বাবে অভিনন্দন জনাই চিঠি দিছিল। ময়ো উত্তৰ দিছিলোঁ। মানুজন ভাল যেন লাগিছে।"

"ভাল মানুহ, সকলোৱে তেওঁৰ প্ৰশংসা কৰে।"

"হ'ব তেন্তে। মোৰ পৰিচয় তেওঁৰ মনত পৰিবই। কমিচনাৰৰ চিঠিখন দেখুৱাম। তেওঁ গুৰুত্ব দিবই।"

জিল্যাৰ ডেপুটি কমিচনাৰ অলিভাৰ চাইমন চাহাবে গুৰুত্ব নিদিয়াকৈ নোৱাৰিলে। যুৱক প্ৰসন্নৰ ব্যক্তিত্ব, এজন মেধাবী ছাত্ৰ হিচাপে পৰিচয়, আৰু চাইমন চাহাবে হাতত লৈ থকা কমিচনাৰ স্মল চাহাবৰ চিঠিখন, সকলো মিলি- চাইমন চাহাবে অতি গুৰুত্বসহকাৰে সিদ্ধান্ত ল'বলৈ বেছি পৰ নালাগিল। তেওঁ ততালিকে বৰবাবুক মতাই আনি, নিৰ্দেশ দিলে, তেওঁ দুই সমপ্তাহ পিছতে অফিচিয়েল চফৰ কৰিব। সেই চফৰত জাহাজেদি গৈ দেহাপুখুৰীৰ আই. বি.ত থাকিব আৰু প্ৰসন্নৰ ইংৰাজী স্কুলৰ ব্যৱস্থা কৰিব। তেওঁ প্ৰসন্নক জনালে যে এম.ভি. স্কুলৰ সৈতে কোনো সম্পৰ্ক নথকাকৈ তেওঁ এখন নতুন স্কুল পতাৰ ব্যৱস্থা কৰিব, বেলেগ মাটিত বেলেগ ঘৰ হ'ব। অসমৰ দুই-এঠাইত মিড্‌ল ইংৰাজী এম. ই স্কুল আৰম্ভ হৈছে, তেওঁ প্ৰসন্ন সোণোৱালৰ কাৰণে তেনে এখন স্কুল খুলিব। তাৰ বাবে তেওঁ শিলঙৰ কমিচনাৰ চাহাবৰ পৰা স্পেচাল

এপ্ৰ'ভেল আনিব। বৰবাবুক বৰ চাহাবে তেওঁৰ টুৰ প্ৰগ্ৰেম কৰিবলৈ ক'লে, দেহাপুখুৰীৰ মৌজাদাৰ, নিহালীৰ চাব ডেপুটি কালেক্টৰ আৰু থানাৰ অ'. চি. সকলোকে টুৰ প্ৰগ্ৰেমৰ কপি পঠাবলৈ ক'লে।

প্ৰসন্নই নিজৰ গাঁৱত এখন ইংৰাজী স্কুল আৰম্ভ কৰিবলৈ লৈছে; ভাল কথা হৈছে, চাইমন চাহাবে তেওঁক সকলো সহায় কৰিব। কিন্তু প্ৰসন্নই এম. এ. পৰীক্ষাৰ খবৰ ওলালে, তাৰ পিছত কি কৰিব, কি চাকৰিৰ বাবে চেষ্টা কৰিব সেই বিষয়ে চাইমন চাহাবে জানিব খোজাত প্ৰসন্নই যি উত্তৰ দিলে তাক শুনি তেওঁ আশ্বস্ত হ'ব নোৱাৰিলে। প্ৰসন্নই ক'লে, তেওঁ সদ্যহতে স্কুলখন পতাতে মনোনিবেশ কৰিব, অন্য চাকৰিৰ কথা ভবা নাই। চাইমন চাহাবে প্ৰসন্নৰ সেই সিদ্ধান্তক সম্পূৰ্ণকৈ উৎসাহ দিবলৈ টান পালে। তেওঁ ক'লে প্ৰসন্নৰ দৰে এজন প্ৰতিভাবান মেধাৱী যুৱক অনায়াসে প্ৰশাসনীয় পদত অধীস্থ হ'ব পাৰে। তেওঁ ইংৰাজী স্কুলখন পতাৰ পিছত স্কুল চলাবলৈ অৰ্হতাসম্পন্ন স্থানীয় মানুহ নাথাকিলে প্ৰয়োজন হ'লে ডি.চি. চাহাবে তেওঁৰ কাছাৰীৰ পৰা ইংৰাজী জনা দুজন লোকক পঠাই দিব, শিক্ষক কৰি। কিন্তু প্ৰসন্নই চৰকাৰী প্ৰশাসনীয় চাকৰিত যোগ দিয়াটো একান্ত ভাবে বাঞ্ছা কৰিলে চাইমন চাহাবে। প্ৰসন্নই চাইমন চাহাবৰ পৰামৰ্শ মনত ৰাখিলে যদিও, সদ্যহতে গাঁৱত স্কুলখন পতাৰ আকাংক্ষাটো পূৰ্ণ হোৱাত অধিক গুৰুত্ব দিব বুলি জনাই বিদায় ল'লে আৰু নিৰ্দিষ্ট দিনত দেহাপুখুৰীৰ আই. বি.ত চাইমন চাহাবক সাক্ষাৎ কৰাৰ আশা প্ৰকাশ কৰিলে।

সমগ্ৰ জিলাখনত তেতিয়া মাত্ৰ দুটা আই. বি. আছিল। আই. বি. অৰ্থাৎ ইনচ্‌পেকশ্যন বাংলো— পৰিদৰ্শন বঙলা। প্ৰশাসনীয় কামত উচ্চ চৰকাৰী বিষয়া মফচললৈ গ'লে আই. বিত বাহৰ পাতে।

জিলাসদৰৰ পশ্চিমলৈ পঞ্চাচ মাইলমান দূৰত নগুলামৰাত উপসদৰ অফিচ, তাত এটা আই. বি. আৰু জিলা সদৰৰ পূবলৈ সত্তৰ মাইল দূৰত দেহাপুখুৰী অঞ্চল এক ঘনবসতি অঞ্চল, তাতে আনটো আই.বি।

চাইমন চাহাব জাহাজেৰে আহি ঘাটৰ পৰা দেহাপুখুৰী আই. বিলৈকে হাতীৰে আহিল। তেওঁৰ অষ্টিন গাড়ী এখন আছিল। কিন্তু তেতিয়াৰ দিনত পকী বাট নাছিল। ঘাইপথটো শিলগুটিৰ আছিল আৰু গাঁৱৰ এটাইবোৰ কেচা বাট। তাৰ উপৰি জিলা সদৰৰ পৰা উত্তৰ পাৰৰ গোটেই পথৰ ডাঙৰ নৈবোৰত দলং নাছিল। ফেৰী নাৱেৰে গাড়ী-মটৰ-মানুহ পাৰ হৈছিল। মটৰ বুলিবলৈ দিনটোত এখন মাত্ৰ বাছ চলিছিল।— সমগ্ৰ উত্তৰ পাৰত। তাৰ বাহিৰে বাগিচা দুই-এখনৰ বৰ মেনেজাৰৰ ফ'ৰ্ড, অষ্টিন বা বুইক গাড়ী দুই-এখন আছিল।

চাইমন চাহাব দেহাপুখুৰীত থকা কেদিন ঘূৰা-মেলা কৰিবলৈ ওচৰৰ দৰৈজান বাগিচাৰ মেনেজাৰৰ পৰা ঘোঁৰা এটা আনি ৰখা হৈছিল।

দেহাপুখুৰী আই. বি.টো আছিল প্ৰকাণ্ড চাৰিচলীয়া খেৰৰ বঙলা। খেৰৰ চাৰনী আছিল এহাতমান ডাঠ। ওখ পকী ভেটি। প্ৰকাণ্ড বহল বাৰাণ্ডা। গোটেই বাৰান্দাৰ দীঘলে দীঘলে সমুখৰ চোতালৰ পৰা ঘৰটোলৈ উঠি যোৱা চিৰি। দুবিঘামান মাটিৰ চৌহদৰ মাজতে বঙলাটো। ওখ ওখ নাহৰ, আম আৰু কঁঠাল গছে চাৰিসীমা বেৰি আছে। পদূলি পাৰ হৈ বাটৰ সিপাৰে এটা ডাঙৰ পুখুৰী। পাতি হাঁহ, ৰাজহাঁহ চৰি থাকে। চৌহদৰ একাষেদি এখন সৰু পাহাৰীয়া নৈ বৈ গৈছে। বঙলাৰ পিছপিনে চৌকিদাৰৰ ঘৰ, ৰান্ধনি-ঘৰ, গাড়ী গেৰেজ আৰু আস্তাবল। বঙলাটোৰ তিনিটা আহল-বহল কোঠা। মাজৰটো ডাইনিং হল। কাষৰ দুটা অতিথি থকা কোঠা। উচ্চ বৃটিছ বিষয়াসকল আহিলে থাকিব পৰাকৈ উপাযুক্ত আচবাব-পত্ৰ, পালেং, চকী-মেজ আদিৰ ব্যৱস্থা কৰা আছে। ওপৰত এখন ডাঙৰ ডাঠ কাপোৰৰ পাংখা। বাৰাণ্ডাত বহি ৰছী টানি টানি পাংখাৱালাই কোঠাৰ ভিতৰত পাংখাৰ বতাহ দি থাকে। কোঠাৰ লৈতে সংলগ্ন প্ৰকাণ্ড এটাচ্ড্‌ বাথৰুম। ডাঙৰ ডাঙৰ পিতলৰ গামলা, বাল্টিং ইত্যাদি। একাষত মাৰ্বলৰ আহল-বহল বাথ টাব। তেতিয়া বিদ্যুৎ সৰবৰাহ নাছিল। কেৰাচিনৰ হাৰিকেন লেম্প আৰু মেণ্টল লাইট আছিল।

চাইমন চাহাবে বাথ টাবত উপচি ভৰি থকা কুহুমীয়া গৰম পানীত গুৰি চাবোনৰ ফেন তুলি লৈ এপৰ বেলি সোমাই থাকিল। হাতত মেলি লৈছিল,.... অলপদিন আগতে প্ৰথম প্ৰকাশ পোৱা "আৰ্লি হিষ্ট্ৰী অব কামৰূপ"। লিখক : কে. এল. বৰুৱা।

এঘণ্টামান পিছত কাপোৰ-কানি পিন্ধি, ব্ৰেকফাষ্ট সম্পূৰ্ণ কৰি যেতিয়া চাইমন চাহাব বাহিৰৰ বহল বাৰাণ্ডাত নিৰ্দিষ্ট কৰি ৰখা আসনত বহিবলৈ ওলাই আহিল, তেতিয়া বাৰাণ্ডাত থকা মানুহখিনিয়ে দৃশ্য এটা দেখি তবধ মানিলে : চাইমন চাহাবৰ কাষে কাষে একেলগে ওলাই আহিছে প্ৰসন্ন, পৰশুৰাম গাঁওবুঢ়াৰ পুতেক। প্ৰসন্নৰ এখন কান্ধত চাইমন চাহাবৰ এখন হাত। প্ৰসন্নক তেওঁ তেওঁৰ কাষতে এখন চকীত বহিবলৈ দিলে। প্ৰসন্নই অলপ কেৰোঘেঁহো কৰিছিল, কিন্তু বৰচাহাবে হাতত ধৰি বহুৱাই দিলে।

আচলতে চাইমন চাহাব আগদিনা সন্ধ্যা আহি আই. বি.ত উপস্থিত হোৱাৰ পিচতে প্ৰসন্নলৈ খবৰ পঠাইছিল, প্ৰসন্ন যেন পিছদিনা পুৱা আঠ বজাত আই. বি.লৈ আহে আৰু তেওঁৰ লৈতে একেলগে ব্ৰেকফাষ্ট লয়হি। প্ৰসন্নই কিছু

অস্বস্তিবোধ কৰিছিল যদিও তেওঁৰ স্কুল পতাৰ স্বাৰ্থটোৱে সেই অস্বস্তিক কিছু তল পেলালে। সেয়েই পুৱা আনবিলাক মানুহ অহাৰ আগতেই প্ৰসন্ন আহি আই. বি.ত উপস্থিত হৈছিল, চাইমন চাহাব বাথ টাবত স্নানবিলাস কৰি থকা সময়তেই। চকীদাৰক নিৰ্দেশ দি থোৱা অনুসৰি প্ৰসন্নক আহি পোৱাৰ লগে লগেই অৰ্দালীয়ে চাহাবৰ কোঠাত নি বহিবলৈ দিলেগৈ। চাইমন চাহাব অলপ পিছতে কঁকালত টাৱেল মেৰিয়াই বাথৰুমৰ পৰা ওলাই আহিল।

কিছু সময় পিছত আই. বি.ৰ বাৰাণ্ডাত জিলাৰ বৰচাহাবক সাক্ষাৎকৰাৰ উদ্দেশ্যে গোট খেৱা মানুহখিনিৰ ভিতৰত আছিল সেই অঞ্চলৰ দুই-তিনিজন চৰকাৰী বিষয়া, তিনিজন মৌজাদাৰ, মণ্ডল, কাননগো, মহৰী, গাঁওবুঢ়া। তাৰে থানাৰ অ'.চি. ধনঞ্জয় দত্ত আৰু চাব ডেপুটি কালেক্টৰ দীননাথ পোদ্দাৰৰ বাহিৰে কোনেও জনা নাছিল প্ৰসন্নই চাইমন চাহাবৰ সৈতে ভিতৰত চাহ খাই আছিল। কোনেও ভবা নাছিল প্ৰসন্নৰ দৰে কম বয়সৰ গাঁৱৰ ডেকা এজনক বৰচাহাবে ইমান প্ৰশ্ৰয় দিব পাৰে! সাক্ষাৎকাৰীসকলৰ ভিতৰত বিশেষকৈ এজন ব্যক্তিৰ চকু কপালত উঠিছিল, প্ৰসন্নই হাঁহি-মাতি ইমান সৌহাৰ্দ্যপুৰ্ণভাৱে বৰ চাহাবৰ সৈতে একেলগে ভিতৰৰ পৰা ওলাই অহা দেখি। সেইজন হ'ল দেহাপুখুৰী মৌজাৰ মৌজাদাৰ গদাধৰ শইকীয়া।

উপস্থিত সকলোৱে বৰ চাহাবক নমস্কাৰ কৰি আসন ল'লে। আসন বুলিবলৈ এম. ভি. স্কুলৰ পৰা অনা কেখনমান কাঠৰ বেঞ্চ আৰু কেখনমান চকী। মৌজাদাৰকেজন আৰু চাব-ডেপুটি কালেক্টৰকে ধৰি বিশিষ্ট ব্যক্তিকেজনৰ বাদে বাকীসকল মানুহ বেঞ্চত বহিছিল।

বৰচাহাবে প্ৰথমেই প্ৰসন্নৰ সমস্যাটোকে নিষ্পত্তি কৰাৰ কথা চিন্তা কৰি বক্তব্য উত্থাপন কৰিলে। তেওঁ জনালে ঃ শিক্ষা বিভাগৰ কমিচনাৰ চাহাবৰ নিৰ্দেশ মৰ্মে অসম শিক্ষা পৰিদৰ্শকে জিলা উপ-শিক্ষা পৰিদৰ্শকলৈ দিয়া চিঠি এখনৰ প্ৰতি তেওঁৰ দৃষ্টিগোচৰ হৈছে। কিন্তু তেওঁ সেই চিঠিৰ নিৰ্দেশনাৰ সংশোধনী প্ৰস্তাৱ এটা কমিচনাৰ চাহাবলৈ পঠাই সেই প্ৰস্তাৱৰ সন্মতি-পত্ৰ ইতিমধ্যে লাভ কৰিছে। এতিয়া সংশোধিত নিৰ্দেশ অনুসৰি দেহাপুখুৰীৰ এই অঞ্চলত সদ্যহতে এখন ইংৰাজী স্কুল প্ৰতিষ্ঠা হ'ব। সেই স্কুল চৰকাৰী অনুদানত চলিব আৰু সম্প্ৰতি স্কুলৰ হেডমাষ্টৰ হ'ব শ্ৰীপৰশুৰাম সোণোৱাল গাঁওবুঢ়াৰ পুত্ৰ শ্ৰীমান প্ৰসন্ন কুমাৰ সোণোৱাল।

বৰচাহাবে পৰশুৰাম গাঁওবুঢ়া উপস্থিত আছেনে, [illegible] গাঁওবুঢ়া বেঞ্চৰ এচুকত বহি থকাৰ পৰা থকমককৈ উঠি [illegible] জনালে।

আনন্দৰ সিহঁৰণত তেওঁৰ দুচকুৰেদি লোতক বাগৰিল। প্ৰসন্নইও থিয় হৈ বৰচাহাবক সেৱা জনালে। অৱলীলাক্ৰমে এম. ভি স্কুলৰ হেড পণ্ডিত যজ্ঞেশ্বৰ সন্দিকৈয়েও আনন্দৰ হাঁহিৰে থিয় হৈ বৰচাহাবক দুহাতেৰে সেৱা জনালে। কিন্তু লগে লগে মৌজাদাৰ গদাধৰ শইকীয়াৰ চকুৰে চকু পৰি হেডপণ্ডিতৰ হাঁহিটো নিলাজী বন জাপ খোৱাদি জামৰি গ'ল আৰু লাহেকৈ তলমূৰ কৰি বেঞ্চত বহি দিলে।

বৰচাহাবে লগে লগেই মাটিৰ হাকিমক হুকুম দিলে যে আজিৰ ভিতৰতে এম. ভি স্কুলৰ ওচৰে-পাঁজৰে যদি চৰকাৰী মাটি আছে, তেন্তে তিনি-চাৰি বিঘামান মাটি প্ৰস্তাবিত এম.ই স্কুলৰ নামত পট্টন দিব লাগে আৰু এক-দুই ঘণ্টাৰ ভিতৰতে মণ্ডল-কানানগোসহ তেওঁ মাটিৰ মেপ আনি তেওঁক দেখুৱাব লাগে। তেওঁ আজি আবেলি নাইবা কাইলৈ পুৱা মুধৰ খুঁটা পুতি থৈ যাব, তাৰ ব্যৱস্থা কৰিব লাগে। বৰচাহাবে মাটি হাকিমক সভাপতি আৰু প্ৰসন্ন সোণোৱালক সম্পাদক পাতি আৰু পাঁজন স্থানীয় লোকক লৈ স্কুলৰ এখন পৰিচালনা সমিতিও গঠন কৰি দিলে। সমিতিত এম. ভি. স্কুলৰ হেডপণ্ডিত যজ্ঞেশ্বৰ সন্দিকৈকো সদস্য কৰিলে। প্ৰসন্নই ভাবিছিলে গদাধৰ মৌজাদাৰকো সমিতিত ল'লে ভাল আছিল। কিন্তু তেওঁ বৰচাহাবৰ মুখৰ ওপৰত মাত মাতিবলৈ সংকোচ কৰিলে। তেওঁ মাত্ৰ মন কৰিছিল, আলোচনাৰ গোটেই সময়খিনিত মৌজাদাৰ তলমূৰকৈ গোমোঠা মাৰি বহি আছিল। বৰচাহাবে স্থানীয় ৰাইজৰ সহায়-সহযোগত ইংৰাজী স্কুলখন গঢ়ি তোলাৰ কাৰণে প্ৰাৰম্ভিক ব্যৱস্থা ল'বলৈ পৰামৰ্শ আৰু উৎসাহ দিলে। প্ৰসন্নই চাইমন চাহাবক অতি নম্ৰভাৱে হৃদয় ওপচাই দুই-এটা বাক্যৰে কৃতজ্ঞতা জনাই বিদায় ল'লে।

বৰচাহাবে ৰাইজৰ অন্যান্য সমস্যাৰ আলোচনা আৰম্ভ কৰিলে।

প্ৰসন্নই স্কুলখন পতাৰ ক্ষেত্ৰত প্ৰধানকৈ গুৰুত্ব দিলে এটা শকত পুঁজি সংগ্ৰহৰ ওপৰত। স্কুলঘৰ নিৰ্মাণ আৰু আচবাব-পত্ৰৰ কাৰণে কিছু চৰকাৰী সাহায্যৰ ব্যৱস্থা কৰি দিলে বৰচাহাবে নিজেই। এচ. ডি. চি. পোদ্দাৰ চাহাব কমিটীৰ সভাপতি যদিও কিবা কাৰণত তেওঁ যিমানখিনি সহযোগ আৰু আন্তৰিকতাৰ মনোভাৱেৰে কামবোৰত জড়িত হ'ব লাগিছিল সেইখিনিৰ অভাৱ দেখা গ'ল। সেই কাৰণটো বোধকৰো গদাধৰ মৌজাদাৰৰ সৈতে তেওঁৰ সম্পৰ্কৰ আঁৰত মৌজাদাৰৰ বিশেষ স্বাৰ্থজড়িত প্ৰভাৱ, যিহৰ পৰা তেওঁ মুক্ত নহয়। প্ৰসন্নই সেয়ে কমিটীৰ সভাপতিৰ পৰা বিশেষ সহযোগ আশা নকৰি নিজাববীয়াকৈ সকলো কাম কৰিবলৈ ল'লে। প্ৰসন্নক দেহেকেহে সহায় কৰিলে আঠ-দহজনমান

ল'ৰা আৰু দুজনী ছোৱালীয়ে। তেওঁলোকৰ দুজনমান এম. ভি. পৰীক্ষা পাছ কৰি থৈছে, বাকীকেজনও প্ৰাথমিক পৰীক্ষা পাছ নাইবা এম. ভি. স্কুলতো দুই-এশ্ৰেণী পঢ়া। ছোৱালী দুজনীৰ এজনী প্ৰসন্নৰ ভনীয়েক এম. ভি. পাছ আৰু আনজনীয়ে আনকি এম. ভি.ৰ বৃত্তি পৰীক্ষা দি বৃত্তিও পাইছিল। তেওঁ হেডপণ্ডিত যজ্ঞেশ্বৰ সন্দিকৈৰ জীয়েক— শ্ৰীময়ী।

আচলতে, এটাইকেইটা ল'ৰা-ছোৱালী প্ৰসন্নৰ ইংৰাজী স্কুলৰ ছাত্ৰ-ছাত্ৰী। এওঁলোককে লগত লৈ প্ৰসন্নই সেই অঞ্চলৰ বিভিন্ন ঠাইলৈ গৈ পুঁজি সংগ্ৰহ কৰাত এক অভিযান চলালে। ওচৰৰ চাহ বাগিচা, সেই অঞ্চলত যিকেইজন মাৰোৱাৰী, বিহাৰী আদি ব্যৱসায়ী আছে তেওঁলোক আৰু থলুৱা মাটি-বাৰী থকা সম্পদশীল খেতিয়ক আছে তেওঁলোক— এই সকলোবেৰৰ ওচৰলৈ গৈ যথেষ্ট দান-বৰঙণি তুলি আনিলে তেওঁলোকে। প্ৰসন্নই বাইজৰ ওচৰত ভৰসা পেলাই সদ্যহতে কাম আৰম্ভ কৰিব পৰাকৈ বাঁহ-খেৰৰ দীঘলীয়া ঘৰ এটাও তুলিলে। আৰু তাতেই তিনিটা কোঠাৰে তেওঁ স্কুল আৰম্ভ কৰিলে ঃ দুটা কোঠাত ক্লাছ থ্ৰি আৰু ফ'ৰ, আৰু তৃতীয়টো হেডমাষ্টৰৰ অফিচ কোঠা।

ইতিমধ্যে ইয়াৰ মাজতে প্ৰসন্নই এম. এ. পাছ কৰাৰ খবৰো আহিল। তেওঁ দৰ্শন বিষয়ত প্ৰথম শ্ৰেণীৰ পঞ্চম স্থান লৈ এলাহাবদ বিশ্ববিদ্যালয়ৰ পৰা সুখ্যাতিৰে পাছ কৰিছে। ইমান ডাঙৰ খবৰটো যেন প্ৰসন্নই স্কুল পতাৰ অনেক চিন্তা আৰু কামৰ হেঁচাত প্ৰায় পাহৰিয়ে গৈছিল। আনকি পৰীক্ষাৰ খবৰ জানিব পাৰি সৌমাৰ, কেবাজনো বন্ধু আৰু চাইমন চাহাবৰ পৰা অভিনন্দন জনাই দিয়া চিঠিকেখনৰ উত্তৰো দিয়া হোৱা নাই প্ৰসন্নৰ। দিনটো স্কুলত পঢ়োৱা আৰু ল'ৰা-ছোৱালীৰ দলটোক লৈ চান্দা তুলি ফুৰা আৰু অন্য সময়তো স্কুল সংক্ৰান্তত চিঠি-পত্ৰ নাইবা অন্য লিখা-মেলা কামতে প্ৰসন্ন ব্যস্ত থাকিব লাগে।

কিন্তু যোৱা দুদিন ধৰি প্ৰসন্নই এখন বিশেষ চিঠিৰ কি উত্তৰ দিব সেই লৈ চিন্তাত পৰিছে। চিঠিখন দুদিন ডাকযোগে আহিছে, শিলঙৰ পৰা। শিক্ষা কমিচনাৰ স্মল চাহাবৰ পৰা। চিলচৰত নতুনকৈ প্ৰতিষ্ঠা হোৱা অসমৰ দ্বিতীয়খন উচ্চ শিক্ষাৰ প্ৰতিষ্ঠান মুৰাৰীচৰণ কলেজত দৰ্শন বিভাগৰ প্ৰবক্তা হিচাবে চাকৰিত যোগ দিব লাগে প্ৰসন্নই। প্ৰসন্নই আৰম্ভ কৰা এম. ই. স্কুলৰ হেডমাষ্টৰৰ বাবে এজন ইংৰাজী জনা মানুহ ঠিক কৰি দিবলৈ কমিচনাৰ স্মল চাহাবে ডেপুটি কমিচনাৰ চাইমন চাহাবলৈ নিৰ্দেশ দিছে। সেই চিঠিৰ প্ৰতিলিপি প্ৰসন্নলৈও পঠোৱা হৈছে।

কলেজত চাকৰি পোৱা বুলি শুনি প্ৰসন্নৰ ঘৰৰ আৰু বাহিৰৰ শুভাকাংক্ষী

সকলোৰেই অতিশয় আনন্দিত হ'ল আৰু পলম নকৰাকৈ চাকৰিত যোগ দিবলৈ যোৱাটো বাঞ্ছা কৰিলে। আনকি গদাধৰ মৌজাদাৰেও খবৰটো পাই হাউলীলৈ মাতি পঠাই প্ৰসন্নক সোনকালে গৈ চাকৰিত যোগ দিবলৈ পৰামৰ্শ দিলে, উৎসাহ জনালে। মৌজাদাৰে লগতে যোগ দিলে ঃ প্ৰসন্নই এম. ই. স্কুলখনৰ কথা চিন্তা কৰিব নালাগে, কোনোবা এটা মাষ্টৰ ক'ৰবাৰ পৰা আহিব, নাহিলেও নাই, স্কুল এতিয়া লাগিলে বন্ধ থাকিব।

প্ৰসন্নৰ সহযোগী যুৱক-যুৱতীৰ দলটোৱে আৰম্ভতে কিছু প্ৰতিক্ৰিয়া কৰিছিলে, "প্ৰসন্ন ককাইদেউ' গুচি গ'লে স্কুলখনৰ কি হ'ব, সেই কথা ভাবি কিছু চিন্তান্বিত হৈ পৰিছিল। কিন্তু জিলাৰ বৰচাহাবে ইংৰাজী শিকোৱা মানুহ পঠাব, দ্বিতীয়তে প্ৰসন্নই এনে এটা সুন্দৰ আৰু উপযুক্ত ভৱিষ্যৎ সংস্থান এৰি দিয়াটো উচিত নহ'ব, সেই দিশটো বিবেচনা কৰি দলটোৱেও প্ৰসন্নক সাগ্ৰহে কলেজৰ চাকৰিত যোগ দিবলৈ উৎসাহ দিলে।

প্ৰসন্নই সোনকালে সিদ্ধান্ত ল'ব লাগে আৰু কমিচনাৰ চাহাবলৈ উত্তৰ এটা দিব লাগে। সকলোৱে যোৱাটো বিচাৰিছে, চাকৰিত যোগ দিয়াটো বাঞ্ছা কৰিছে। কিন্তু প্ৰসন্নই এতিয়াও মন স্থিৰ কৰিব পৰা নাই।

স্মল চাহাবৰ চিঠি পোৱাৰ তৃতীয় দিনা দুপৰীয়া। প্ৰসন্ন নিজৰ কোঠাটোত বিছনাত বাগৰি আছে। আগবেলা পুৱাই দুবৈৰ মিচিং গাওঁ অঞ্চললৈ গৈছিল, পুঁজি সংগ্ৰহৰ কামত। ভাগৰ লাগিছে। ঘূৰি আহি গা-ধুই ভাত খাই বিচনাত বাগৰ দিছে তেতিয়া। শাওনমহীয়া দুপৰীয়া। বাহিৰত চোকা ৰ'দ। প্ৰসন্নৰ বিছনাৰ কাষৰ খিৰিকীৰে বতাহ বলি আছে। ঘৰত কোনো নাই। ঘৰৰ এটাইকেটা নামঘৰলৈ গৈছে, কিবা তিথিৰ বাবে নাম লোৱা আছে। নিজান দুপৰীয়া। দুই-এটা চৰাইৰ মাত মাথোঁন মাজে মাজে। প্ৰসন্নই স্মল চাহাবৰ চিঠিখন আকৌ এবাৰ হাতত মেলি পঢ়িলে। চিঠিখন হাতত মেলি লৈ প্ৰসন্নই ভাবিলে, সিদ্ধান্তটো ল'ব লাগে। উত্তৰটো লিখিব লাগে। কিন্তু কি হ'ব সিদ্ধান্ত? কি হ'ব উত্তৰটো।

হঠাৎ পদুলিত নঙলা খোলাৰ শব্দ হ'ল। প্ৰসন্নই মুৰৰ শিলৰ খিৰিকীৰে বাহিৰলৈ চালে। দেখিলে নঙলা পাৰ হৈ শ্ৰময়ী আহিছে। প্ৰসন্ন গৰমত সুদা গাৰে আছিল, বনিয়নটো পিন্ধি লৈ বিছনাত বহিল।

শ্ৰীময়ী চ'ৰাঘৰৰ খোলা দুৱাৰেদি ভিতৰলৈ সোমাই আহি মাজৰ কোঠাৰ পৰা লাহেকৈ মাতিলে, "ককাইদেউ"—

"আহাঁ, শ্ৰীময়ী, ইয়ালৈকে আহা। প্ৰসন্নই শ্ৰময়ীক নিজৰ কোঠালৈকে মাতিলে।

শ্ৰীময়ী অলপ সংকোচেৰে প্ৰসন্নৰ কোঠাৰ দুৱাৰডলিত থিয় দি খন্তেক ৰ'লহি, ওঁঠত এটি হাঁহিৰে।

প্ৰসন্নই শ্ৰীময়ীলৈ চালে ঃ ৰ'দত ঘামি-জামি ৰঙা-ছিঙা পৰি আহিছে তাই। হঠাৎ মুহূৰ্তৰ বাবে, বিজুলীৰে দৰে, প্ৰসন্নৰ মনলৈ আহিল সৌমাৰৰ চিঠিখন। চিঠিখনত থকা এটি ঘটনাৰ বৰ্ণনা। এখন দুৱাৰৰ ফ্ৰেমত থিয় দি ৰীতা নামৰ পাতগাভৰু ছোৱালীজনীয়ে সৌমাৰলৈ চাই থকা দৃশ্যটোৰ বৰ্ণনা। সৌমাৰে যিটো দৃশ্যক তুলনা কৰিছিল কোনোবা বিশ্ববিখ্যাত চিত্ৰশিল্পীয়ে আঁকা মডেলৰ প্ৰৰ্ট্ৰেটৰ সৈতে।

"আঁহা, সোমাই আহা", চমক ভঙাৰ দৰে চকুৰ পলকটো পেলাই প্ৰসন্নই ক'লে।

শ্ৰীময়ী সোমাই আহিল।

"বহা তাতে।"প্ৰসন্নই ওচৰৰ টেবুলৰ কাষতে থকা চকীখনলৈ দেখুৱাই ক'লে। শ্ৰীময়ীয়ে চকীখন টানি প্ৰসন্নৰ পিনে মুখ কৰি লৈ বহিল। চাদৰৰ আগটোৰে মুখ আৰু ডিঙিৰ ঘামবোৰ মচিলে। শ্ৰীময়ীৰ মিঠা বৰণৰ গাল দুখন ৰ'দত আহোঁতে টিক্‌টিক্‌কৈ ৰঙা হৈ পৰিছে। তাই টেবুলত পানীৰ ঘটী এটা দেখিলে। ঘটীটোলৈ হাত মেলি তাই ক'লে, "পানী খাওঁনে?"

"ৰ'বা, সেয়া মই খাইছোঁ, তোমাক আনি দিওঁ।" প্ৰসন্ন বিছনাৰ পৰা উঠিব খুজিলে।

"নাই নালাগে, এয়াই হ'ব", সেই বুলি তাই ঘটীটো তুলি লৈ ঢক্‌ঢক্‌কৈ পানীখিনি খালে।

"মোৰ সোঁচৰা বেমাৰ আছে যদি—" প্ৰসন্নই পাতল হাঁহি এটা মাৰি ক'লে।

"সোঁচৰিলে সোঁচৰিব, দেহাৰ বেমাৰহে।" একো নভবাকৈয়ে সহজভাৱে শ্ৰীময়ীয়ে উত্তৰ দিলে।

"মনৰো সোঁচৰা বেমাৰ আছেনেকি?"

শ্ৰীময়ীয়ে প্ৰশ্নটোত একো নুবুজি প্ৰসন্নৰ মুখলৈ চালে। প্ৰসন্নৰ চকুত হাঁহি। শ্ৰময়ীয়ে লাহেকৈ তললৈ মূৰ কৰি গহীনভাৱে ক'লে, "নাজানো, আছেনে নাই।"

তললৈ মূৰ কৰি বহি থকা ছোৱালীজনীক প্ৰসন্নই এবাৰ ভৰিৰ পৰা মূৰলৈ চালে।

"উস্, ইমান গৰম।" শ্ৰীময়ীয়ে টেবুলত পৰি থকা কেবাৰঙী মিহি কাঠীৰে বোৱা বাঁহৰ বিচনীখন হঠাৎ দেখা পায় তুলি লৈ গাটো বিচিবলৈ ধৰিলে। তাই

কোঠাটোৰ চাৰিওপিনে থকা কিতাপৰ আলমাৰিকেইটালৈ চাই ক'লে, "ইমান কিতাপ পঢ়া তুমি ককাইদেউ।"

"ইয়াত থকা অসমীয়া কিতাপবোৰৰ তুমিও কমখোৰ পঢ়া নাই। এতিয়া ইংৰাজী ভাষাটো শিকি ল'লে ইংৰাজী কিতাপবোৰো পঢ়ি শেষ কৰিব পাৰিবা।"

"তেনে হ'বলৈ আৰু বহুত দিন লাগিব। মোৰ নহ'বগৈ। দেউতাই ল'বাৰ খবৰ কৰিছেই।"

"ল'বা? বিয়া দিবলৈ?"

'ওঁ'—

"যাহ্ তোমাৰ এতিয়াই বিয়া নহয়, মই চাৰক ক'ম?"

'দেউতাই ক'ত শুনব।"

"মই সেই দায়িত্ব লৈছোঁ নহয়, তুমি নিশ্চিত থাকা।"

শ্ৰীময়ীয়ে প্ৰসন্নৰ মুখলৈ চাই যেন কিবা এটা প্ৰত্যয়ৰ ভাষা প্ৰসন্নৰ চকুত দেখা পাই ক'লে, "মোৰ হ'লে ককাইদেউ আৰু অন্ততঃ মেট্ৰিকলৈকে পঢ়িবলৈ মন।"

"হ'ব হ'ব, মই তোমাক কথা দিছোঁ।"

"আচলতে এইবোৰ কথা ভাবিয়েই মই তোমাৰ ওচৰলৈ আহিছিলো। মই জাঁনো তোমালোকৰ ঘৰত এতিয়া কোনো নাই। এটাইকেইজন নামঘৰলৈ গৈছে। তুমি অকলে আছা, তাকে জানি মই সুবিধাটো ল'লোঁ। কাৰণ মই তোমাক কথাকিটা অকলেহে ক'ব পাৰিম।"

"কোৱা কোৱা — কি ক'ব খুজিছা? মোৰ জানিবলৈ মন গৈছে।"

শ্ৰীময়ীৰ মনৰ কথাখিনি জানিবলৈ প্ৰসন্ন অত্যন্ত উদগ্ৰীৱ হৈ পৰিল। এবাৰ মূৰ দাঙি ক'লে, "তুমি কিন্তু বেয়া নাপাবা, মোৰ ভুল হ'লে ধৰি নাথাকিবা।"

"তুমি কথাটো কৈ পেলোৱাচোন আগেয় শ্ৰীময়ী।"

'কথাটো মানে মোৰ এটা অনুৰোধ। তুমি চিলচৰত কলেজৰ প্ৰফেচাৰৰ চাকৰি পোৱাৰ কথাটোত সকলোৱে উৎসাহ পাই তোমাক চাকৰিত যোগ দিবলৈ যাবলৈ কৈছে। ময়ো কোনো এজনতকৈও কম আনন্দ পোৱা নাই। তোমাৰ ভনীয়েৰাতকৈও মই বেছি হ'লেও কম সুখী হোৱা নাই। তুমি এখন চৰকাৰী কলেজত গৈ ল'বা-ছোৱালী শিক্ষা দিবাগৈ, তোমাৰ এম. এ. পঢ়াৰ আচল কামটো সেইদৰেহে সাৰ্থক হ'ব। তুমি চিলচৰৰ পৰা কেতিয়াবা কলৈ হৈ কটন কলেজলৈ আহিবা, গুৱাহাটীত থাকিবা, তাতে ভাল ঘৰৰ উচ্চশিক্ষিতা ছোৱালী এজনীৰ লগত বিয়া হ'বা, ভালদৰে ঘৰ-সংসাৰ হ'ব, সুখৰ সংসাৰ হ'ব, নগৰীয়া জীৱনলৈ

তোমাৰ বংশ বিস্তাৰ হ'ব। তোমাৰ সকলো ভাল, খুব ভাল হ'ব। কিন্তু এটা কথা ককাইদেউ, মই নদি ক'ব পাৰো, তুমি আজি ছমাহে মনে-প্ৰাণে এখন ইংৰাজী স্কুল এই অঞ্চলত পাতিবলৈ ওলাইছা, সেই স্কুলখন ইয়াত আৰু কেতিয়াও হৈ নুঠিব। চিলচৰত কলেজত চাকৰি কৰিবলৈ বহুত মানুহ ওলাই থাকিব, কিন্তু দেহাপুখুৰীত তোমাৰ অবিহনে আৰু বহু বছৰলৈ এজন ইংৰাজী শিক্ষক ওলাই নাহিব। গতিকে মই কি ভাবিছো জানা কাকাইদেউ, তোমাৰ এতিয়াও বাহিৰলৈ গৈ ভাল চাকৰি ল'বলৈ বয়স ঢেৰ আছে। এতিয়া অন্ততঃ এই স্কুলখন পাতি সম্পূৰ্ণ কৰা। তুমি চিলচৰৰ চাকৰিটোত যোগ দিব নালাগে। বেয়া নাপাবা ককাইদেউ, তুমি ভাল নোপোৱা কথাহে মই কিজানি কৈছো। কিন্তু মোৰ এই অনুৰোধ মোৰ কিবা নিজৰ স্বাৰ্থৰ বুলি ভুল নকৰিবা। মই সকলোৰে, মানে এই গোটেই ঠাইখনৰ স্বাৰ্থৰ কথাহে কৈছোঁ।"

ইমান পৰ শ্ৰীময়ীয়ে খিৰিকীৰে বাটৰ পদুলীৰ পিনে চাই চাই দীঘলীয়া কথাখিনি কৈ আছিল। হঠাৎ তাই এবাৰ প্ৰসন্নৰ পিনে মুখ কৰি চালে। তাই দেখিলে প্ৰসন্নই এক গভীৰ দৃষ্টিৰে থৰ হৈ, তন্ময় হৈ তাইৰ চকুৰ পিনে চাই আছে। তেওঁ অভিভূত, বিস্মিত। শ্ৰীময়ীয়ে চকু দুটা তললৈ নমাই দি তলমূৰ কৰি নীৰৱ হৈ পৰিল। তাই ভাবিবলৈ ধৰিলে, তাই বক্তৃতা দিয়া দি কি কথাবোৰ ক'লে, প্ৰসন্ন ককাইদেৱে বেয়া পোৱা কথা ক'লেনেকি। তাই ভৰিৰ নখেৰে মাটি চিকুটিবলৈ ধৰিলে। বিচনীৰে জোৰে বিচিবিলৈ ধৰিলে। প্ৰসন্নই অবাক দৃষ্টিৰে শ্ৰীময়ীলৈ চাই ৰ'ল। তাইৰ ভৰিৰ পৰা মূৰলৈকে, তাইৰ শৰীৰৰ প্ৰতি ভগ্নাংশৰ ওপৰেদি প্ৰসন্নই তেওঁৰ গভীৰ তীক্ষ্ণ দৃষ্টি আকৌ এবাৰ পাৰ কৰি লৈ গ'ল। তাইৰ কপালত, কাণৰ কাষত, ধুতৰিত ঘামৰ টোপাল জিলিকিছে। কথা কোৱাৰ উত্তেজনাত মুখখন ৰঙা পৰিছে। প্ৰসন্নৰ এনে লাগিল যেন তাইক বহাৰ পৰা তুলি ধৰি বুকুৰ মাজত সুমাই লৈ এবাৰ গালে-মুখে, বাহুৰে-পিঠিয়ে হাত ফুৰাই মৰম কৰি দিব। ঘামবোৰ মচি দিব। প্ৰসন্নৰ আকৌ হঠাৎ মনত পৰিল সৌমাৰে কেনেকৈ বীতাক প্ৰথমবাৰ বুকুৰ মাজত সুমাই লৈছিল।

কিন্তু প্ৰসন্নই একোকে নকৰি মাত্ৰ গহীন হৈ এবাৰ কথা ক'লে, "শ্ৰীময়ী, কালিৰে পৰা কমিচনাৰ চাহাবৰ চিঠিখনৰ মই কি উত্তৰ দিওঁ আজি অলপ আগলৈকে, মই একো সিদ্ধান্ত ল'ব পৰা নাছিলো। সকলোৱেই একেটাই কথা কৈছিল, মই সোনকালে গৈ চৰকাৰী চাকৰিত যোগ দিবগৈ লাগে, তোমাৰ দেউতাৰা, চাৰেও তাকে কৈছিল। গোটেইবোৰ মানুহৰ ভিতৰত একমাত্ৰ তুমি ক'লা মই যাব নালাগে। কিয় যাব নালাগে তাকো ক'লা। এতিয়া মোৰ সিদ্ধান্তৰ

কথাবে আজিয়েই চিঠিব উত্তব লিখিম। মই চিলচবলৈ নাযাওঁ।"

শ্রীময়ীয়ে মুখখন ওপবলৈ তুলি প্রসন্নব চকুলৈ চালে। তাইব চকুবে-মুখে যেন হাঁহিব বং উপচি পবিল। অপাব আনন্দত শিহঁবিত হৈ উঠিল তাইব দেহ-মন। তাব চকুদুটা আবেগত জিপ্‌জিপীয়া হৈ উঠিল।

অবিশ্বাস যেন লাগিলেও দেহাপুখুবী অঞ্চলত সকলোবে দৃষ্টি আকর্ষণ কবা, সকলোবে আলোচনাব বিষয় হৈ পবা ঘটনাটো হ'ল মাত্র ছটা বছবতে এখন উচ্চ মাধ্যমিক ইংবাজী বিদ্যালয় গঢ় লৈ উঠা, আৰু প্রায় ডেবশ ছাত্র-ছাত্রীয়ে মেট্রিকুলেশ্যন পবীক্ষা দিয়া। অকল পবীক্ষা দিয়াই নহয়, আঠজনব ভিতবত তিনিজনে প্রথম বিভাগত, চাবিজনে দ্বিতীয় বিভাগত আৰু এজনে তৃতীয় বিভাগত পবীক্ষাত উত্তীর্ণ হৈছে। আকৌ প্রথম বিভাগব তিনিগবাকীৰ ভিতবতে এজনে ষ্টাব নম্বব পাইছে। আৰু এগবাকী ছাত্রী— তেওঁ ভূগোল আৰু বুবঞ্জীত লেটাব নম্বব পাইছে। সেই ছাত্রীগবাকী হ'ল শ্রীময়ী সন্দিকৈ। শ্রীময়ীব অভিলেখ হ'ল প্রায় দুকুবি মাইল জোবা এই বিবাট অঞ্চলটোত প্রথম ছোবালী মেট্রিকুলেট হ'ল— শ্রীময়ী।

স্কুলব এনে ফলাফলব বাবে স্থানীয় বাইজব মাজত আলোড়নব সৃষ্টি হ'ল। অভিভাবকসকলে গোটেই স্কুলব সমুখব বননিত এখন সভা পাতিলে। তাত বাজহুৱাভাৱে ছাত্র-ছাত্রীকেজনক প্রশংসা আৰু অভিনন্দন জনোৱা হ'ল। শ্রীময়ী আৰু লগবকেজনক একোটাকৈ কিতাপব টোপোলা আৰু এটা এটা বাটাবমেন ফাউণ্টেনপেন উপহাব দিয়া হ'ল। জিলা সদবলৈ মানুহ পঠাই বিশেষ ব্যৱস্থাৰে এইখিনি অনা হৈছিল। শিক্ষকসকলকো তেওঁলোকব একাগ্রতা, পবিশ্রম আৰু ত্যাগব বাবে সকলোৱে ভূয়সী প্রশংসা কবিলে। কিন্তু সকলোৱে একেমুখে হৃদয় উজাবি যিজনক প্রশংসা আৰু ধন্যবাদ জনালে সেইজন হ'ল প্রসন্ন সোণোৱাল, দেহাপুখুবী উচ্চমাধ্যমিক বিদ্যালয়ব প্রধান শিক্ষক। সভাখনব সভাপতি হ'বলৈ নিমন্ত্রণ কবা হৈছিল মৌজাদাব গদাধৰ শইকীয়াক। কিন্তু তেওঁ কথা দিও, শেষত 'গাটো বেয়া লগা'ব কাবণে সভালৈ নাহিল। স্কুল পবিচালনা সমিতিব সভাপতি এচ ডি চি পোদ্দাব চাহাবো জিলা সদবত গোচবব তেট্‌ পবা কাবণে আহিব নোৱাবিলে। সেয়ে এম. ভি. স্কুলব হেড পণ্ডিত যজ্ঞেশ্বব সন্দিকৈয়েই সভাখনব সভাপতি হ'ল।

সেইদিনা বাজহুৱা সভাত গোটেই অঞ্চলব মুখিয়াল ব্যক্তিসকলব উপস্থিতিব সুযোগ লৈ প্রসন্নই বাইজব ওচবত ভালেকেইটি প্রস্তাব উত্থাপন কবিলে। তেওঁ প্রথমেই গোহাবি জনালে যে স্কুল ঘবটোব উন্নতি সাধিব লাগে।

ওপৰৰ খেৰ গুচাই টিনপাত লগাব লাগে, আৰু কাঠৰ দুৱাৰ কিৰিকী কেঞ্চি বাটাম লগাই ঘৰটোক স্থায়ী ৰূপ দিব লাগে। লাহে লাহে ক্ৰমাগতভাৱে স্কুলঘৰৰ বাৰাণ্ডা আৰু কোঠাবোৰৰ মজিয়া পকী কৰিব লাগে। তৃতীয়তে, লক্ষ্য কৰা গৈছে, দুয়োপিনে ত্ৰিশ-ছত্ৰিশ মাইলৰ ভিতৰত এইখনেই একমাত্ৰ হাইস্কুল হোৱা কাৰণে, আৰু বিশেষকৈ এইবাৰ প্ৰথম মেট্ৰিক পৰীক্ষাত অভাৱনীয়ভাৱে ভাল ফল হোৱাৰ কাৰণে আঁতৰৰ পৰা ল'ৰা আহি ইয়াত নাম ভৰ্তি কৰিবলৈ হাবিয়াস কৰিছে। ইতিমধ্যে ভালেকেজন ছাত্ৰ ওচৰৰ সম্পৰ্কীয় মানুহৰ ঘৰত থাকি এইখন স্কুলত পঢ়িবলৈ লৈছে। এনে দূৰৰ ছাত্ৰৰ কাৰণে সদ্যহতে এটা সাধাৰণ ভাৱে আবাসগৃহ সাজিব পাৰিলে ভাল হয়। তেওঁলোকে নিজেই 'মেছ' কৰি থাকিব পাৰিব। এই ছাত্ৰ আবাসগৃহৰ উপৰিও এতিয়া দূৰ ঠাইৰ পৰা অহা দুজন শিক্ষক স্থানীয় লোকৰ ঘৰত আলহী থকাৰ দৰে আছে। তেওঁলোক নাইবা আগলৈও কোনোবা দূৰৰ শিক্ষক দুই-এজন আহিলে থাকিব পৰাকৈ দুই-তিনিটা বাঁহখেৰৰে ঘৰ সাজি দিব পাৰিলে দূৰৰ শিক্ষকৰ সুচল হয়। চতুৰ্থতে, প্ৰতি বছৰে ছাত্ৰ-ছাত্ৰীৰ সংখ্যা বৃদ্ধি পোৱালৈ চাই বৰ্তমানৰ স্কুল-ঘৰৰ পৰিসৰ ডাঙৰ কৰাৰ প্ৰয়োজন হ'ব লাহে লাহে। পঞ্চমতে, স্কুলৰ ছাত্ৰ-ছাত্ৰীৰ খেলা-ধূলাৰ বাবে এখন খেলপথাৰ লাগে।

এই আটাইবোৰ কাৰণতে অতি প্ৰয়োজনীয় কথাটো হৈছে প্ৰথমে স্কুলৰ নামত আৰু কিছু মাটি লাগে, আৰু দ্বিতীয়তে স্কুলৰ এটি শকত পুঁজি লাগে। অতি প্ৰাঞ্জল ভাষাৰে গভীৰ আবেগিক নিবেদনেৰে প্ৰসন্নই ডাঙি ধৰা কথাখিনিয়ে সমজুৱাৰ প্ৰতিজনকে মুগ্ধ কৰিলে আৰু বক্তব্যৰ প্ৰতি প্ৰত্যয় নিয়ালে। প্ৰস্তাৱ কেইটা লৈ নানান আলোচনা-বিলোচনাৰ অন্তত দুটা মূল সিদ্ধান্ত লোৱা হ'ল: মাটিৰ ক্ষেত্ৰত, স্কুলৰ গাতে লাগি তথা পিছফালৰ প্ৰায় আঠ বিঘামান মাটিৰ বকবাণি এখন আছে, একচনীয়া পট্টাৰ মাটি। কোনোবাই মাহখেতি কৰে। কোনোবাই কঠীয়াতলী হিচাপে ব্যৱহাৰ কৰে। সভাৰ এজনে ছিএবি ক'লে "সেইবোৰ গদাধৰ মৌজাদৰৰ আধি মুকচোৱা খোৱা মানুহ। মৌজাদাৰে সেই মাটিতে দুটামান জুৱাৰী আৰু মদাহীও পুহি ৰাখিছে।" স্কুল এখনৰ কাষতে তেনে অসামাজিক মানুহ ৰখাও ঠিক নহয়, এনে মত দিলে এজনে। সেইখিনি চৰকাৰী মাটি স্কুলৰ গাতে লাগি আছে। সেইখিনি মাটিকেই অধিগ্ৰহণ কৰিব পৰা হ'ব। তাৰ পিছত পুঁজিৰ কাৰণে তৎকালীনভাৱে, অহা দুইএমাহৰ পিছতে ধান ছপাৰৰ সময়ত এই অঞ্চলৰ তিনিটা মৌজাৰ খেতি-বাতি থকা প্ৰতিঘৰ মানুহৰ পৰা বিঘাই প্ৰতি দহমোণকৈ ধান সংগ্ৰহ কৰি, সেই ধান বেচি ঘৰ নিৰ্মাণৰ

পুঁজি তৈয়াৰ কৰা হ'ব।

ঘৰ নিৰ্মাণ আৰু পুঁজি সংগ্ৰহৰ বাবে এটি সমিতি গঠন কৰা হ'ল— প্ৰধান শিক্ষকক সভাপতি লৈ স্থানীয় উৎসাহী যুবককেইজনমানৰে সমিতিখন হ'ল। আচলতে সেইদিনাৰ সভাখন আয়োজনত সেই যুবককেইজনেই আগভাগ লৈছিল। যুবককেইজনৰ এটি নাট্যসংঘ আছে। দেহাপুখুৰী নাট্যমন্দিৰ। প্ৰথমে দুবছৰমান কালীপূজাৰ সময়ত ওচৰৰ চাহবাগিচলৈ অহা কলিকতাৰ যাত্ৰাদলক কিছু পা-পইচা দি গাঁৱলৈ মাতি অনা হৈছিল। তাৰ পিছত যোৱা কেইবছৰমানৰ পৰা যুবককেইজনে নিজেই এটা অস্থায়ী মঞ্চ সাজি তাত নাট্যাভিনয় কৰিবলৈ ল'লে। হাৰমনিয়াম, ডুগি ডাইনা, বাঁহী আদি বাদ্য গোটাই গীত-মাতবো চৰ্চা আৰম্ভ কৰিবলৈ লৈছে। এতিয়ালৈকে যিকেইখন নাটক তেওঁলোকে অভিনয় কৰিলে সেইকেইখন হ'ল, নন্দদুলাল, সীতাহৰণ, কংসবধ আৰু শকুনিৰ প্ৰতিশোধ। নাটকৰ নাৰী চৰিত্ৰবোৰ ল'ৰাই তিৰোতা সাজি অভিনয় কৰিছিল। প্ৰসন্ন এই নাট্যসংঘৰ সৈতে আৰম্ভৰে পৰা জড়িত আছিল। তেওঁ আছিল বিশেষ পৰামৰ্শদাতা আৰু পৃষ্ঠপোষক। প্ৰসন্নই অভিনয়ো কৰিছিল। শকুনিৰ প্ৰতিশোধ নাটকত কৰ্ণৰ ভূমিকাত অভিনয় কৰিছিল।

প্ৰসন্নই নাট্যসংঘৰ যুবককেইজনৰে প্ৰধানকেইজনমানক আৰু অঞ্চলটোৰ দুই-চাৰিজন ধনবান ব্যক্তিক লৈ স্কুলঘৰ নিৰ্মাণ আৰু পুঁজিসংগ্ৰহ সমিতিখন গঠন কৰিলে।

সভাৰ অন্তত প্ৰায় ডেৰশ মানুহৰ বাবে এটি জলপানবো আয়োজন কৰা হৈছিল। দৈ-চিৰা-গুৰ-নাৰিকলৰ লাড়ু। এইখিনিৰ ব্যৱস্থা কৰিছিল স্কুলৰ ডেকা শিক্ষককেইজনৰ তত্ত্বাৱধানত পুৰণি আৰু নতুন দশম শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীখিনিয়ে। এই সকলোবোৰ ব্যৱস্থাপনাত সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল সকলো সময়তে ব্যস্ত হৈ থকা এজনী মৰমলগা ছোৱালী, শ্ৰীময়ীয়ে।

সভা শেষ হ'লত প্ৰায়বিলাকেই যাবৰ সময়ত প্ৰসন্নক মাত দি গ'ল। আকৌ এবাৰ শলাগ ল'লে। স্কুলৰ উন্নতিৰ হকে আৰু দুই-এটা পৰামৰ্শ দিলে। বিশেষকৈ হেড পণ্ডিত সন্দিকৈয়ে সভাৰ সভাপতিৰ ভাষণত প্ৰসন্নৰ প্ৰতি জনোৱা ভূয়সী প্ৰশংসাৰ পিছত আকৌ যাবৰ সময়ত একেখিনি কথাকে পুনৰ আওৰালে। লগতে ক'লে, "প্ৰসন্ন, এই অঞ্চলৰ বাইজৰ কাৰণে, শিক্ষাৰ কাৰণে তুমি বাটকটীয়াৰ কাম কৰিছা, আজি সকলোৱে তোমাক ভূৰি ভূৰি শলাগ লৈছে। কিন্তু মই তোমাক বিশেষকৈ শলাগ লৈছোঁ, ধন্যবাদ দিছোঁ, তোমাৰ কাৰণেই আজি মাজনীয়ে, শ্ৰীময়ীয়ে সুখ্যাতিৰে মেট্ৰিক পাছ কৰিলে।"

"মই একো কবা নাই হ্যব। শ্ৰীময়ীৰ মনৰ জোৰতহে তাই এই ফলাফল লাভ কৰিছে।"

"কথাটো অৱশ্যে হয়, তাই পঢ়িবলৈ বৰকৈ মন কৰিলে। মই আকৌ তাইক বিয়া দি উলিয়াই দিবহে খুজিছিলোঁ। তুমিও গৈ মোক ক'লা— তাই মেট্ৰিকলৈকে পঢ়ক। মই তাকে মানিলোঁ। কিন্তু তোমাৰ উৎসাহ উদগনিৰ কথা নকৈ নোৱাৰিম। প্ৰসন্ন মই আহিলোঁ। এই শ্ৰীময়ী বোলে পিচত তোমালোকৰ লগতহে যাব, আহিলোঁ।"

হেড পণ্ডিত সন্দিকৈয়ে মাত লগাই যোৱাৰ পিছত প্ৰসন্নই অফিচ কোঠাত সোমাই নিজৰ চকীখনত বহিল। তেওঁৰ ভাগৰ লাগিছিল। তেতিয়া বেলি পৰো-পৰো হৈছে। পোহৰ কমি আহিছে। তেওঁৰ টেবুলৰ ওপৰত দুপৰীয়াতে ডাকত অহা চিঠি তিনিখন হাতত তুলি ল'লে। তেতিয়া সভালৈ মানুহ আহিবলৈ ধৰিছিল। গতিকে চিঠিকেখন খোল নাছিল। চিঠিকেখনৰ এখন ব্যক্তিগত, হালধীয়া লেফেফাত অহা, বাকী দুখন চৰকাৰী, দীঘলীয়া ব্ৰাউন ৰঙৰ লেফেফাত অহা প্ৰথমখন চিঠি ভনীয়েকৰ। ভনীয়েকৰ যোৱা বছৰ বিয়া হৈ গৈছে। তাইকো প্ৰসন্নই ইংৰাজী পঢ়িবলৈ স্কুলত নাম লগাই দিছিল। কিন্তু তাইৰ পঢ়াশুনাত একেবাৰে মন নাই। বোৱা-কটা, চিলাই এইবিলাক লৈ থাকিয়েই ভাল পায়। ভাল ল'ৰা এটা ওলালা, ওচৰবে বাগিচা এখনৰ কেৰাণী। ভনীয়েক আছিল বৰ সুগঢ়ী আৰু সুন্দৰী। ল'ৰাটোও দেখাই শুনাই ভাল। ঘৰখনো ভাল, মাটিবাৰী আছে। তেতিয়াৰ দিনত চাহাবৰ বাগিচাৰ কেৰাণী চাকৰী। সকলোপিনৰ পৰা উপযুক্ত ল'ৰা। দুয়ো মিলিব। দেউতাকে দ্বিতীয় চিন্তা কৰাৰ কথা নাভাবিলে। প্ৰসন্নই প্ৰথমে আপত্তি কৰিছিলে। আৰু অলপ বয়স হওক আৰু দুই শ্ৰেণীমান স্কুলত পঢ়ক। কিন্তু ভনীয়েকৰ পঢ়াত মন নাই, তাৰ উপৰি বিয়াখনৰ প্ৰতি তাই নিজৰে আগ্ৰহ অধিক যেন দেখা গ'ল। গতিকে যথাসময়ত ভনীয়েকৰ বিয়াখন হৈ গ'ল। তাইৰেই চিঠি, স্কুলৰ ইমান ভাল খবৰ আৰু শ্ৰীময়ীয়েও ইমান ভালকৈ মেট্ৰিক পাছ কৰিলে, তাৰে আনন্দতে উৎফুল্ল হৈ লিখা চিঠি।

দ্বিতীয় চিঠিখন মেলি দেখিলে অলিভিয়াৰ চাইমনৰ চিঠি। তেওঁ ইতিমধ্যে অন্য এখন জিলালৈ বৰচাহাব হৈ বদলি হৈছে। তাৰে পৰাই প্ৰসন্নৰ স্কুলৰ খবৰ পাই ভূয়সী প্ৰশংসাৰে চিঠিখন লিখিছে।

তৃতীয়খন চিঠি খুলি প্ৰসন্ন চকীৰ পৰা জাপ মাৰি উঠিল। কমিচনাৰ স্মল চাহাবে চিলঙৰ পৰা স্কুল ইনচ্‌পেক্টৰৰ জৰিয়তে জনাইছে যে দেহাপুখুৰী উচ্চ ইংৰাজী বিদ্যালয়ৰ কাৰণে দুশ টকাৰ এটা চৰকাৰী মাহিলি অনুদান আৰু

বিদ্যালয়ৰ এটা পুথিভঁৰালৰ কাৰণে এককালীন পাঁচশ টকাৰ অনুদানৰ অনুমোদন দিয়াৰ উপৰিও বিদ্যালয়ৰ গৃহ নিৰ্মাণৰ কাৰণে কিছু অৰ্থ সাহায্য দিয়াৰ বাবে বিত্তীয় বিভাগলৈ প্ৰস্তাৱ পঠাইছে।

এনে ভাল খবৰ আৰু কি হ'ব পাৰে! প্ৰসন্নই একে উশাহতে চিঠিখন তিনিবাৰমান পঢ়িলে। এনেতে কোঠাটোলৈ ব্যস্ততাৰে সোমাই আহিল শ্ৰীময়ী, হাতত বানবাটিত চিৰা-দৈ-গুৰ আৰু নাৰিকলৰ লাডু লৈ সোমালহি।

"আপুনি খোৱাই নাই নহয়!" — শ্ৰীময়ীয়ে চিৰাৰ বাতিটো প্ৰসন্নৰ সমুখত টেবুলত থৈ উভতি যাব খোজোঁতেই প্ৰসন্নই শ্ৰীময়ীৰ হাতত এক উত্তেজনাৰে খাপ মাৰি ধৰি ক'লে "ৰবাচোন!"

শ্ৰীময়ী হঠাতে অপ্ৰতিভ হৈ বৈ গ'ল। যেন হাতখন প্ৰসন্নৰ মুঠিৰ পৰা একবাৰলৈ এটা মৃদু চেষ্টা কৰিলে। প্ৰসন্নৰ তেতিয়াহে সম্বিত আহিল; তেওঁৰ হাতৰ মুঠত শ্ৰীময়ীৰ হাত। তেওঁ লগে লগে মুঠিটো খুলি দি ক'লে, "মই আনন্দৰ উত্তেজনাতে খাপমাৰি ধৰিলোঁ। বেয়া নাপাবা, এইখন পঢ়া"—

"কিনো চিঠি? ইংৰাজীত দেখোঁন!" শ্ৰীময়ীয়ে চিঠিখন হাতত ল'লে।

"পঢ়ি চোৱা"

ইতিমধ্যে কোঠাত পোহৰ কম আহিছিল। বেলি ডুব গৈছিল। শ্ৰীময়ীয়ে চিঠিখন বেলিডুবা খিৰিকীখনৰ ওচৰলৈ নি পঢ়িলে। ডুবাবেলিৰ পাতল ৰঙা আভা খিৰিকীৰে শ্ৰীময়ীৰ মুখত পৰিছিল। চিঠিৰ দুই এটা ইংৰাজী শব্দ ভালকৈ ধৰিব নোৱাৰিলে যদিও মূল কথাখিনি তাই বুজি পালে। তাইৰ মুখতো আনন্দৰ ৰং বিয়পি পৰিল। চিঠিৰ কথাই শিহঁৰিত কৰি ৰখা প্ৰসন্নৰ মনটোক আৰু অধিক অধীৰ কৰি তুলিলে, আনন্দানুভূতিয়ে ৰঞ্জিত কৰি তোলা শ্ৰীময়ীৰ মুখখনিয়ে, চকু দুটাই।

"ইমান ভাল খবৰ। মই চাৰহঁতক কওঁগৈ।" শ্ৰময়ী কোঠাটোৰ পৰা দৌৰি ওলাই গ'ল।

ডেকা শিক্ষককেজন আৰু দশম শ্ৰেণীৰ ছাত্ৰকেজনমানে বেঞ্চ-চকী ভিতৰ সুমোৱা, বস্তু-বাহানি সামৰা আদি কামত লাগি আছিল। এটাইখিনি আহি হেডমাষ্টৰৰ কোঠাত ভিৰ কৰিলেহি। প্ৰসন্নই পুনৰ চিঠি দুখন এন্‌ভেলাপৰ পৰা উলিয়াই কাণিমুনি পোহৰতে পঢ়ি শুনালে। শিক্ষক আৰু ছাত্ৰখিনিয়ে আনন্দতে চিঞৰি জঁপিয়াই হৈ চৈ কৰি উঠিল। কোঠাটো আন্ধাৰ হৈ আহিছিল। কিন্তু ডেকা শিক্ষককেজন আৰু কিশোৰ ছাত্ৰকেজনৰ মনৰ আনন্দত চাৰিপিনে যেন পোহৰ চিটিকি পৰিছিল।

প্ৰসন্নৰ পৰিকল্পনা আৰু আঁচনি অনুযায়ী প্ৰায় আঠ মাহৰ ভিতৰতে স্কুল ঘৰৰ ওপৰত টিঙৰ চালি উঠিল, ঘৰৰ ইমূৰৰ পৰা সিমূৰলৈ বাৰাণ্ডা আৰু চৌকাৰৰ পিৰালি পকী কৰি বন্ধা হ'ল, কেবাটাও শ্ৰেণী কোঠাত চৌকাঠ আৰু কাঠৰ খিৰিকী-দুৱাৰ লগোৱা হ'ল, ইকবাৰ বেৰতে চিমেণ্ট-প্লাষ্টাৰ লগাই পকী কৰা হ'ল। পৰ্যায়ক্ৰমে কোঠাকেটাতো পকী বেৰা আৰু কাঠৰ চৌকাঠ আৰু খিৰিকী-দুৱাৰ লগোৱাৰ দিহা কৰা হ'ল। স্কুলঘৰৰ সমুখ ভাগত এখন ভাল ঘাঁহনি কৰি চকুত লগাকৈ বাঁহৰ জেওৰাৰ কাষে কাষে বিভিন্নৰঙী পাতা বাহাৰ গছেৰে হেজ্ কৰি দিয়া হ'ল। স্কুল ঘৰ নিৰ্মাণৰ বাবে এহেজাৰ টকাৰ এককালীন চৰকাৰী অৰ্থ সাহায্যৰ লগতে বাইজৰ পৰা সংগ্ৰহ কৰা ধান বেচি আৰু ভালেকেজন অৰ্থবান মানুহে দিয়া বৰঙণি সকলো লৈ ঘৰ নিৰ্মাণৰ প্ৰথম পাৰ্য্যয়ৰ কামখিনি সম্পূৰ্ণ হ'ল। ধান সংগ্ৰহৰ কামখিনিতহে কিছু বেছি কষ্ট কৰিবলগা হ'ল, প্ৰসন্ন আৰু স্কুলৰ ডেকা শিক্ষককেজনে। তেওঁলোকে স্কুল ছুটীৰ পিচত প্ৰায় দুমাহ বিভিন্ন গাঁৱলৈ গৈ ধান সংগ্ৰহ কৰিব লগা হৈছিল। কষ্ট হ'লেও প্ৰসন্নহঁতে অতি উৎসাহৰে কামবোৰ কৰিছিল। মাত্ৰ অতি নিচলা কেঘৰমান বাদ দি তেওঁলোকে প্ৰায় এটাইবোৰ পৰিয়ালৰ পৰাই ধান সংগ্ৰহ কৰিবলৈ সমৰ্থ হৈছিল। অঞ্চলটোৰ অৰ্থবান সকলোৱেই মুক্তহস্তে বৰঙণি আগবঢ়ালে— মাত্ৰ এজন ব্যক্তিক বাদ দি। তেওঁ হ'ল মৌজাদাৰ গদাধৰ শইকীয়া।

গদাধৰ শইকীয়াৰ ওচৰলৈ প্ৰসন্নহঁত গৈ স্কুলৰ পুঁজি সংগ্ৰহৰ বাবে পৰিয়ালে প্ৰতি ধান তোলাৰ প্ৰস্তাৱ উল্লেখ কৰাৰ লগে লগে শইকীয়াই প্ৰথমে ভালেখিনি অপ্ৰাসংগিক কথাৰ অৱতাৰণাৰে সময় পাৰ কৰিলে। শেষত শইকীয়াই জনালে যে, তেওঁ ধান দিব নোৱাৰে। তেনেকৈ ধান বৰঙণি দিলে গৃহস্থ "লক্ষ্মীছাৰা" হয়। তথাপি তেওঁ সময়ত "কিবা" দিব। কিন্তু যোৱা আঠমাহে গদাধৰ শইকীয়াৰ সেই 'সময়টো' আৰু 'কিবাটো'ৰ স্বৰূপ প্ৰসন্নহঁতে জানিবলৈ নাপালে। শেষত গদাধৰ শইকীয়াৰ অবিহণা বা সহযোগৰ অবিহনেই স্কুলঘৰ নিৰ্মাণৰ বহুখিনি কাম আগবাঢ়িল।

কিন্তু শইকীয়া মৌজাদাৰৰ সহযোগৰ অবিহনে এটা কামত আগবঢ়াটো সম্ভৱপৰ নহয়। সেই কামটো হ'ল স্কুলৰ পিছফালে থকা আঠবিঘা মাটিৰ বাকৰিখন স্কুলৰ খেলপথাৰ আৰু দুৰৰ শিক্ষক আৰু ছাত্ৰৰ বাসগৃহ নিৰ্মাণৰ কাৰণে অধিগ্ৰহণ। সেই একচনীয়া বন্দোবস্তি মাটিখিনিৰ এদাঁতিত মৌজাদাৰৰ গোহ-পালনত অসৎ প্ৰকৃতিৰ মানুহকেইটামানে ঘৰ সাজি আছে। আনহাতে স্কুলৰ বাজহুৱা সভাত মাটিখিনি স্কুলৰ নামলৈ অনাৰ প্ৰস্তাৱ লোৱা কথা শুনিয়েই মৌজাদাৰে লগে

লগে সমগ্ৰ মাটিত কুঁহিয়াৰ লগাই দিছিল। স্কুলৰ হেডমাষ্টৰ তথা পৰিচালনা সমিতিৰ সম্পাদক প্ৰসন্নই মাটিখিইন অধিগ্ৰহণৰ কথা আৰু যথা ঠাইত ব্যৱস্থা লোৱা সম্পৰ্কত আলোচনা কৰিবলৈ দুবাৰো স্কুল পৰিচালনা সমিতি আহ্বান কৰিছিল। কিন্তু গদাধৰ শইকীয়াৰ বোৰত পৰাৰ শংকাত লাট মণ্ডল পৰশু সোণোৱাল আৰু হেডপণ্ডিত যজ্ঞেশ্বৰ সন্দিকৈৰ বাহিৰে দুয়োদিনই আৰু অন্য এজনো সদস্য নাহিল। ফলত কোৰামৰ অভাৱত দুয়োদিনাই সভাৰ কাৰ্যসূচী সম্পন্ন নহ'ল। মাটিখিনি অধিগ্ৰহণৰ কি ব্যৱস্থা লোৱা হয় তাৰ সিদ্ধান্ত নহ'ল। শেষত প্ৰসন্নই নিজাববীয়াকৈ এটা সিদ্ধান্ত ল'লে। তেওঁ ঠিক কৰিলে গোটেই অঞ্চলটোৰ প্ৰতিনিধিত্বসূচক এশমান মানুহৰ চহী সংগ্ৰহ কৰি চৰকাৰলৈ এখন আবেদনপত্ৰ প্ৰেৰণ কৰিব, মাটিখিনি যাতে স্কুলৰ নামত খাৰিজ কৰা হয়। তাকে ভাবি তেওঁ স্কুল ছুটীৰ পিছত চাইকেলত উঠি অঞ্চলটোৰ গাঁৱে গাঁৱে ঘূৰি বিভিন্ন মুখিয়াল আৰু সাধাৰণ সকলো মানুহৰ, যাকে য'ত পালে, লগ ধৰি, আবেদনপত্ৰত চহী সংগ্ৰহ কৰিলে। এই কামটো তেওঁ অকলে কৰিবলৈ লৈছিল, কাৰণ মাটিখিনিৰ পিছফালে গদাধৰ শইকীয়াৰ স্বাৰ্থ জড়িত থকা বুলি যিবিলাক মানুহে জানে তেওঁলোক চহী দিয়াত দ্বিধাগ্ৰস্ত আছিল। সেইসকলক প্ৰসন্নই ভালকৈ বুজাই-বঢ়াই স্কুলখনৰ দৰে বাজহুৱা স্বাৰ্থবোৰৰ গুৰুত্ব যে অধিক সে কথাত প্ৰত্যয় নিয়াব লগা হৈছিল। তেওঁ জানিছিল, সেই কাম আনৰ দ্বাৰা সম্ভৱ নহ'ব। প্ৰসন্নই যিমানখিনি মানুহৰ ওচৰলৈ গৈ লগ ধৰিলে তাৰ সৰহখিনিয়েই চহী কৰাত আপত্তি নকৰিলে। নাইবা দুই-একে প্ৰথমে আপত্তি কৰিলেও শেষত মান্তি হৈ চহী দিলে। দুই-একক অৱশ্যে জানি শুনিয়েই বৰ বেছি হেঁচা নিদিলে।

সেইদিনা দেওঁবাৰ। স্কুল বন্ধ। পুৱাৰ জলপান খায়েই প্ৰসন্ন দূৰৰ গাওঁকেখনমানলৈ বুলি চাইকল লৈ ওলাই গ'ল। সেই গাঁওকেখনৰ মুখিয়াল মানুহখিনিৰ চহী ল'লেই তেওঁৰ চহী সংগ্ৰহ কাম প্ৰায় সম্পূৰ্ণ হ'ব। তেওঁ ভাবিলে, আজি দিনটো এদনীয়াকৈ ঘূৰি কামখিনি শেষ কৰিব। গোটেই দিনটো যথেষ্ট পৰিশ্ৰম কৰি প্ৰসন্নই গাঁওকেখন ঘূৰিলে আৰু ভালেমান মানুহৰ চহী সংগ্ৰহ কৰিলে। ইঘৰ-সিঘৰৰ চাহ-জলপানেৰেই দুপৰীয়াৰ আহাৰ হ'ল। শৰীৰত ক্লান্তি অনুভৱ কৰিলেও, হৰিষ মনেৰে গুণগুণাই প্ৰসন্ন চাইকেলেৰে যেতিয়া ঘৰলৈ উভতিল তেতিয়া সন্ধিয়াৰ কাণিমুনি হৈছে। প্ৰসন্নই ভাবি আহিছিল সেইদিনাৰে সৈতে এশমান চহী লোৱা হ'ল। আৰু প্ৰয়োজন নাই, এয়েই বহুত হ'ব। দেহাপুখুৰীৰ গোটেই অঞ্চলটো প্ৰতিনিধিত্ব হৈছে। তেওঁ চহী লোৱা কাগজকেখন ভালকৈ জাপি চাৰ্টৰ ওপৰ জেপত ল'লে। প্ৰসন্নই প্ৰায়েই কিলাকুটিৰ ওপৰলৈকে

সুন্দৰকৈ ভাজ কৰি আষ্টিন কোচাই ফুল চাৰ্ট পিন্ধে। ধুতিখন দবল গোন্ধ মাৰি লয়। শৰীৰটো ওখ-পাখ, পেশীবহুল বুকু, কান্ধ, বাহু। টিকাৰী দেউতাক পৰশু মণ্ডলৰ চেহেৰাটো পাইছে। কিশোৰ বয়সত আৰু এতিয়াও নিয়মীয়া দন-বৈঠক কৰাৰ ফলত শৰীৰটো আটিল আৰু টনটনীয়া। প্ৰসন্নই মাজে-মাজে ওপৰ জেপৰ চহীৰ জাপি থোৱা পৃষ্ঠাকেটাত হাত দি দি চাইকেল চলাইছে। অলপ পিচতে পূৰ্বলৈ চুতৰ্দশীৰ জোনটো ওলাব ধৰিছে। পাতল পোহৰ হৈছে। ঠাইখিনি নিজান, দুয়োকাষে বহল পথাৰ। জনপ্ৰাণী নাই।

প্ৰসন্নই ভাবিলে, আজি ৰাতিয়েই ইংৰাজীত ভালকৈ আবেদনপত্ৰখন লিখি তিনিটা কপি কৰিব লাগিব। কাৰ্বণ পেপাৰ দিয়েই কপি কেটা হ'ব। মূল কপিটোৰ লগত চহীৰ পৃষ্ঠাকেটাই গাঁঠি দি, বাকী দুখনত চাইনড় বুলি নামবোৰ লিখি দিব লাগিব। তিনিটা কপিৰ মূলটো যাব ৰাজহ কমিচনাৰলৈ আৰু বাকী দুটা এটা শিক্ষা বিভাগৰ কমিচনাৰ আৰু আনটো জিলা সদৰৰ ডেপুটি কমিচনাৰলৈ।

এইবোৰকে ভাবি-ভাবি প্ৰসন্ন চাইকেলখনেৰে এখন সৰু নৈৰ কাঠৰ দলং এখনৰ ওপৰত উঠিলহি। দলংখনৰ ওপৰেদি গৈ ঠিক আনটো মূৰ পাবৰ হওঁতেই হঠাৎ দলঙৰ দুকাষৰ পৰা বহি থকা দুটা মানুহ থিয় হৈ দেখা দিলে। তাৰে এটা মানুহে তাৰ হাতত থকা লোহাৰ চিপ্ৰাং এখন হঠাৎ প্ৰসন্নৰ চাইকলৰ চকাৰ স্প'কৰ মাজত তৰিৎবেগে সুমাই দিলে। প্ৰসন্নৰ চাইকেলখন হঠাৎ বৈ চুঁচৰি কিছুদূৰ আগুৱাই গ'ল আৰু প্ৰসন্ন উফৰি গৈ দলঙৰ মূৰত থকা কাঠৰ খুঁটা এটাত মুখখন দি পৰিল। দলঙৰ মূৰত ভঙা শিলগুটি পৰি আছিল। সেইবোৰৰ ওপৰতে হাত ভৰি থেতেলা খাই মানুহটো চাইকলৰ ওপৰৰ পৰা উফাল খাই আহি ধুপুচকৈ পৰিল। লগে লগে চাইকলখনো আহি তেওঁৰ গাৰ ওপৰতে পৰিল। মানুহ দুটাৰ এটাই জাঁপমাৰি প্ৰসন্নক হেঁচা মাৰি ধৰি থাপ মাৰি চাৰ্টৰ জেপৰ চহীৰ কাগজখনি লৈ ল'লে আৰু উভটি বেগাই দলঙৰ পিনে গ'ল। প্ৰসন্নই অতি কষ্টেৰে থিয় হৈ মানুহটোলৈ চাই দেখে মানুহটোৱে চহীৰ কাগজখিনি টুকুৰা টুকুৰ কৰি ফালিছে। প্ৰসন্নই চিঞৰি, "ঐ কি কৰ- - কি কৰ, নাফালিবি, ঐ ঐ" বুলি লেঙেচিয়াই লেঙেচিয়াই মানুহটোৰ পিনে দৌৰি যায় মানে মানুহটোৱে কাগজৰ টুকুৰাবোৰ মোহাৰি টোপোলা কৰি নৈখনৰ পানীলৈ দলিয়াই দিলে আৰু সমুখলৈ দৌৰিবলৈ ধৰিলে। প্ৰসন্নই লেঙেচিয়াই দৌৰি গৈ যেতিয়া দলংখনৰ ওপৰৰ পৰা তলৰ নৈৰ পানীলৈ চালে, জোনৰ পোহৰত দেখিলে, চহীৰ কাগজৰ বগা টুকুৰাবোৰ ওপঙি উটি গৈছে। জোনৰ পোহৰ পৰি নৈখনৰ পানীৰ সোঁতত তিৰবিৰণি উঠিছে। সেই তিৰবিৰণিৰ সৈতে কাগজৰ বগা টুকুৰাবোৰ

মিলি গৈছে।

প্ৰসন্নৰ নাকে-মুখে হাত আৰু ভৰিৰ আঁঠু দুটাৰ পৰা তেজৰ সোঁত বইছে। বাওঁ হাতৰ গাঁঠিটো গেজেককৈ ধৰিছে। হাড় ভাগিছে কিজানি। আগ মূৰটো জিনজিনাইছে। আগ মূৰতহে আঘাত পাইছে। ভয়ৰ কাৰণ নাই। তেওঁ ভাবিলে। অশেষ যন্ত্ৰণাৰে তেওঁ তেজবোৰ ধুবলৈ দলঙৰ কাষেৰে নৈৰ পিনে নামি গ'ল। পানী এচলু তুলি ল'বলৈ যাওঁতেই নৈৰ পাৰৰ ঘাঁহত লাগি থকা কাগজৰ টুকুৰা দুটামান তেওঁৰ হাতত লাগিল। টুকুৰাকেটা হাতত তুলি ল'লে, পানীত টেপ্‌টেপীয়া হৈ আছে। তেওঁ চেপি টুপলি কৰি পানীৰ মাজলৈ দলিয়াই দিলে।

তেজ ধুলেও তেজ নবয়। কপালৰ এদাঁতি কাটি সৰসৰাই তেজ ওলাই আছে। গাৰ কাপোৰ বাওলি হৈ পৰিছে। প্ৰসন্নই তেনেকৈ বাটলৈ উঠি আহি চাইকলখন তুলি ল'লেহি। আগচকাৰ স্প'কবোৰ ভাঙি বাহিৰলৈ ওলাই গৈছে। কেনিও ক'তো এটা মানুহ দেখিবলৈ নাই। তেওঁ কোনৰকম কেঁকাই-কেঁকাই লেঙেচিয়াই-লেঙেচিয়াই চাইকলখন চোঁচোৰাই-চোঁচোৰাই আগলৈ খোজ ল'লে। দুই ফাৰ্লংমান বাট গৈ গাঁৱৰ মূৰতে থকা কেএৰা গোলা এখনৰ ওচৰ পালে। গোলাৰ সমুখৰ চোতালত লেমৰ পোহৰ, ডেকা ল'ৰা কেটামানে কেৰম খেলি আছিল। সেইখিনিলৈকে আওৰাই গৈ প্ৰসন্নই চাইকলখন এফালে মাটিত পেলাই দি নিজে ধুপচ্‌কৈ বহি পৰিল।

ল'ৰাকেটাই শব্দ এটা শুনি সেইপিনে চাই লেমটো হাতত লৈ আওৰাই গ'ল। সিহঁতে প্ৰায় একেলগে চিঞৰি উঠিল : 'হেড্‌মাষ্টৰ' চাৰ! গোটেইবোৰৰে হুৰাদুৰা লাগিল।

গোলাৰ গাদীৰ পৰা দৌৰি আহিল শিউমল কাব্ৰা। প্ৰসন্নক দেখা পায়েই ভিতৰলৈ দৌৰি গৈ ফাৰ্ষ্ট এইড্‌ বক্সটো লৈ আহিল। তেওঁ ৰাজস্থানৰ স্কুলত ফাৰ্ষ্ট এইড্‌ৰ প্ৰশিক্ষণ লৈ থোৱা আছিল। ইতিমধ্যে প্ৰসন্নক চোতালৰ চাৰপায় এখ নত শুৱাই দিয়া হৈছিল। চোতালতে এদাঁতিত থকা কুঁৱাৰ পৰা পানী তুলি আনি, আৰু গোলাৰ পৰা মাৰ্কিন কাপোৰ আনি ক্ষত অংশবোৰ ধুই দিয়া হ'ল। শিউমলে কিট বক্সৰ পৰা তুলা আয়ডিন আৰু যাবতীয় সামগ্ৰী উলিয়াই প্ৰাথমিক চিকিৎসাৰ কামত লাগিল। ক্ষত অংশত আয়ডিন লগাওঁতে প্ৰসন্নই কষ্টত প্ৰাণ যায় যেন পালে। মূৰত-হাতত কেবাঠাইত বেণ্ডেজ কৰিব লগা হ'ল। চকু দুটাৰ কাষত খুন্দা খাই তেজমৰি ফুলি উঠিছে। বাওঁ হাতৰ গাঁঠিটোৰ হাড় ভাগিছে। শিউমলে কাপোৰৰ স্লিং এডালত হাতখন ওলোমাই ৰাখিলে। গোলাৰ পৰা

নতুন ধুতী আৰু বনিয়ন আনি প্ৰসন্নক তেজলগা কাপোৰবোৰ সলাবলৈ দিয়া হ'ল। ক্ষত অংশবোৰৰ পৰা তেজ ওলোৱা বহুখিনি কমিছে। সেই ঠাইৰ পৰা প্ৰসন্নৰ গাঁৱলৈ পাঁচ মাইলমান দূৰত্ব। শিউমলৰ গোলাৰ মাল অনা-নিয়া কৰিবলৈ নিজৰ এখন গৰুগাড়ী আছে। সেই গাড়ীতে প্ৰসন্নক ঘৰলৈ লৈ যোৱাৰ ব্যৱস্থা হ'ল। লগত ডেকা ল'ৰা এটাইকেজন ওলাল।

এসপ্তাহৰ পাছত, পুৱা নমান বজাত। প্ৰসন্ন ঘৰৰ বাৰান্দাতে আৰাম চকী এখনত বহি পদ্মনাথ গোহাঞি বৰুৱাৰ সদ্য প্ৰকাশিত শ্ৰীকৃষ্ণ গ্ৰন্থখন কোলাতে লৈ পঢ়ি আছে। মুখৰ ক্ষত অংসবোৰ ক'লা পৰি আছে। বাওঁহাতখন শ্লিঙ লগাই ওলোমাই ৰখাতে আছে। ঘটনাটোৰ দিনা ৰাতি ঘৰতে কোনোৰকমে ৰাখি পিছদিনা পুৱাই ওচৰৰ টেঙাপানী চাহ বাগিচালৈ প্ৰসন্নক লৈ যোৱা হৈছিল। তাত মুখৰ ফটাখিনি চিলাই কৰি দিলে আৰু বাকী ক্ষত ঠাইবোৰ ভালকৈ বেণ্ডেজ কৰি দিয়া হৈছিল। হাতৰ বেণ্ডেজটো আৰু শ্লিংদাল নতুনকৈ ঠিক কৰি দিলে। লগতে কিছু দৰৱ পাতি খাবলৈ দিলে।

পদুলিয়েদি শ্ৰীময়ী সোমাই আহিল। এইকেদিন শ্ৰীময়ী সদায় পুৱাই আহে আৰু দিনটো প্ৰসন্নহঁতৰ ঘৰতে কটায়। প্ৰসন্নক আলপৈচান ধৰিবলৈকে, শ্ৰীময়ী আহি থকাৰ কাৰণে বৰ সুবিধা হৈছে। প্ৰসন্নৰ ভনীয়েক সন্তানসম্ভৱা, সময় হৈছে। গতিকে গিৰিয়েকৰ ঘৰৰ পৰা আহিব নোৱাৰে। শ্ৰীময়ীয়েই ঘৰৰ ছোৱালীৰ দৰে প্ৰসন্নৰ মাকক কামকাজত যিমান পাৰে সাহায় কৰিছেহি। তাতে প্ৰসন্নৰ খবৰ ল'বলৈ প্ৰথমকেদিন মানুহৰ সোঁত হৈছিল। সেইসকলক চাহ-তামোল পানৰ যোগান ধৰাও কম কাম নাছিল। প্ৰথমদিনা খবৰ পায়েই আহি গোটেই দিনটো শ্ৰীময়ী চকুপানী টোকোতেই গ'ল।

এইকেদিন শ্ৰীময়ী এনে সময়তে আহি প্ৰসন্নৰ পুৱাৰ জলপানটো ঠিক কৰি দিয়ে। জলপানৰ পিছত দৰৱকেটা খাবলৈ দিয়া কামটো কৰে। তাৰ পিছতে পথাৰত কাম শেষ কৰি হালোৱা ল'ৰা এটা আহি প্ৰসন্নক গাধোৱাত সহায় কৰি দিয়ে।

সেইদিনা ল'ৰাটো ভালেমান পলমকৈ আহিছে। প্ৰসন্নই তাক পলম হোৱাৰ কাৰণ সোধাত সি এক বিস্ফোৰক তথ্য দাঙি ধৰিলে ঃ

"আজি এটা ডাঙৰ কাণ্ড হৈছে, তাকে চাবলৈ গৈছিলোঁ।"

"কি ডাঙৰ কাণ্ড?" প্ৰসন্নই সাধাৰণ উৎকণ্ঠাৰে সুধিলে।

"তোমাৰ স্কুলৰ পিছপিনে যে কুঁহিয়াৰণি দবা আছে।"

"ওঁ কি হ'ল?"

"আজি স্কুলৰ সব ল'ৰা-ছোৱালী মাষ্টৰ আৰু গাঁৱৰ ডেকা ল'ৰা কিছুমান, সব দা কটাৰী লৈ একদম পুৱাতে তাত লগ হৈছে, আৰু সব কুঁহিয়াৰ কাটি পেলাইছে।"

"কি?" প্ৰসন্ন বহাৰ পৰা জাপ মাৰি উঠিল। তেওঁৰ যেন গোটেই গাটো কঁপিবলৈ ধৰিলে।

"হয় বাপ। কুঁহিয়াবেবোৰ কাটি দ'ম কৰি কেবাখনো গাড়ীত তুলি, মৌজাদাৰৰ ঘৰত জমা দিবলৈ লৈ গৈছে। এডাল কুঁহিয়াৰো কাকো খাবলৈ দিয়া নাই।"

"তাৰ পিছত?"

প্ৰসন্নৰ উত্তেজিত কণ্ঠৰ মাতটো শুনি শ্ৰীময়ী ভিতৰৰ পৰা ওলাই আহিল।

"শুনিছা শ্ৰীময়ী, আমাৰ ল'ৰা আৰু শিক্ষকবোৰে বোলে মৌজাদাৰৰ কুঁহিয়াৰণিখন কাটি চাফা কৰিলে।"

শ্ৰীময়ীয়ে অতি শান্ত কণ্ঠে ক'লে, "মই জানো কথাটো। মই তাৰ পৰাই আহিছোঁ। পুৱা মযো গৈছিলো তাঁলৈকে, সকলোৰে লগত।"

"শ্ৰীময়ী, মোক কথাবোৰ কোৱা নাই কিয়?"

"আপুনি পিছত গম পাবই।"

"সেই বুলি এঘণ্টা হ'ল, তুমি আহি পোৱা, তুমিও ভাল। কথাটো মোক নজনোৱাকৈ আছা"

হালোৱাটো চোতালৰ দাঁতিৰ কুৰাঁৰ পিনে আগবাঢ়িব খুজিছিল। প্ৰসন্নই মাতিলে, "ঐ কণ ল'ৰা"

কণল'ৰা ওচৰলৈ আহিল।

"তই চাইকল চলাব জান নহয়?"

"শিকিছোঁ, তোমাৰ খনতে।"

"মোক কেৰিয়াৰত লৈ যাব পাৰিবি?"

"পাৰিম, কিন্তু দুখ পাবানেকি, গাত জখম হৈ আছে।"

"পালেও পাম ব'ল, সেইটো ডাঙৰ কথা নহয়। কিন্তু ইহঁতে এইটো কি কাম কৰিলে। ল— চাইকলখন ল"।

চাইকেলখন বাৰাণ্ডাৰ এদাঁতিত বেৰত আঁওজাই থোৱা আছিল। পিতাকে পিছদিনাই জিলা সদৰলৈ যোৱা মানুহ এজন পাই একেবাৰে নতুন চকা এটা কিনাই আনি চাইকেলত লগাই থৈছিল। প্ৰসন্ন যাবলৈ খোজ দিবলৈ ধৰোঁতেই শ্ৰীময়ীয়ে তেওঁৰ হাতখনত ধৰি ক'লে, "আপুনি যাব নালাগে, এই অৱস্থাত।"

"নহয়, শ্ৰীময়ী, মই যাবই লাগিব। এতিয়া গোটেইবোৰ পুলিচ-টুলিচ পাকত পৰি লাগিব। বল কণ ল'ৰা ব'ল, মোক লৈ ব'ল।"

হালোৱা কণ ল'ৰাই চাইকল সাজু কৰিলে। প্ৰসন্ন পিছৰ কেৰিয়াত বৰকষ্টেৰে বহিল। কণ ল'ৰাই কেকোজেকোকৈ চাইকলখন চলাই আগবাঢ়িল।

অলপ পিচতে ভিতৰৰ পৰা মাক ওলাই আহিল। শ্ৰীময়ীৰ পৰা তেওঁ কথাবোৰ শুনিলে। তেওঁ ক'লে, "বাপেকৰ গতি লৈছে, বাধিব নোৱাৰা। চাবা, অলপ পিচতে বাপেক পথাৰৰ পৰা আহি কথাবোৰ জানিলে পোনছাটেই সেইখিনি পাবগৈ।"

আচলতে, পৰশু মণ্ডল ইতিমধ্যে পথাৰতে ঘটনাটো গম পাই, মৌজাদাৰৰ কুঁহিয়াৰণীত উপস্থিত হৈছেগৈয়ে।

প্ৰসন্ন কথমপি বাটত চাইকলৰ পৰা নপৰাকৈ কোনোৰকমে গৈ স্কুলৰ চৌহদ পালেগৈ আৰু পিছপিনলৈ গৈ বকৰাণিখনৰ এইটোমূৰত থিয় দিলেগৈ। কি অভাৱনীয় দৃশ্য! কুঁহিয়াৰণি দৰা কাটি বকৰাণিখন একেবাৰে চাফা কৰি পেলোৱা হৈছে। শেষৰ এগাড়ী কুঁহিয়াৰ মৌজাদাৰৰ চোতালত জমা দিবলৈ নিয়া হৈছে। ইতিমধ্যে কেবাগাড়ীও কুঁহিয়াৰ নি তাত থৈ অহা হৈছে। স্কুলৰ ল'ৰা-ছোৱালী, শিক্ষক, স্থানীয় ভালেমান ডেকা আৰু ৰাইজৰো কিছু লোক লগ লাগি প্ৰায় এশমান মানুহ বাকৰিখনত জমা হৈছে। কুঁহিয়াৰবোৰ কটাৰ পিছত এতিয়া দীঘলে দীঘলে ফলা বাঁহ বান্ধি বেৰা দিয়া আৰম্ভ কৰিছে কিছুমান মানুহে। আৰু স্কুলৰ পিনে এটা অংশত অস্থায়ীভাৱে এটা ঘৰ তুলিবৰ বাবে বাঁহৰ খুঁটা কাটিছে, গাঁত খান্দিছে, চালৰ কামি চাচিছে, আন কিছুমান মানুহে। ল'ৰা-ছোৱালীবোৰে কোৰ খন্তি লৈ কুঁহিয়াৰৰ মুঢ়া উভালি উলিওৱাত ব্যস্ত হৈ পৰিছে। প্ৰসন্নই দেখিলে, দূৰত মানুহবোৰৰ মাজত পৰশু মণ্ডলে ইফালে-সিফালে ঘূৰি যেন কামৰ তদাৰক কৰিছে।

প্ৰসন্নক দূৰৰ পৰা দেখি স্কুলৰ শিক্ষককেজন আৰু নাট্যসংঘৰ ডেকা দুজনমান দৌৰি আহি তেওঁৰ ওচৰত থিয় দিলেহি। তেওঁলোকৰ চকুত অপাৰ বিস্ময়। জ্যেষ্ঠ শিক্ষক মহেন্দ্ৰ কেওঁতে ক'লে, "ককাইদেউ, আপুনি কিয় আহিল, এই দেহাৰে?"

"মই নাহিবলৈ তোমালোকে কিবা বাট ৰাখিলা? মোক নজনোৱাকৈ এইবোৰ কাণ্ড তোমালোক কিয় কৰিলা? কালি সন্ধিয়া তোমালোক এটাইকেজন মোৰ খবৰ ল'বলৈ গৈছা। ঘূণাক্ষৰেও মোক জানিবলৈ নিদিয়াকৈ আহিছা।" প্ৰসন্নই কঠোৰ কণ্ঠে কথাকেষাৰ ক'লে।

মহেন্দ্ৰই হঠাৎ প্ৰসন্নৰ আঁঠু দুটা চুই ক'লে, "ক্ষমা, কৰিব ককাইদেউ। আমি জানোঁ, আপুনি আমাৰ এই কামত কোনো পধ্যেই সম্মতি নিদিব। গতিকে, আমাৰ মাজতে আলোচনা কৰি, এই সিদ্ধান্ত ল'লোঁ।"

"চোৱা, এ'গু‌টোৱেই একমাত্ৰ কথা নহয়, সমানে গুৰুত্বপূৰ্ণ মীনচ্‌ৰ কথাটোও"—

"ছাৰ, আপুনি ভাল মীনচ্‌ৰে কামটো কৰিবলৈ বহুত চেষ্টা কৰিলে। কিন্তু কি ফল হ'ল? চহীৰ কাগজকিখন ফালি পেলাই আপোনাৰ শৰীৰৰ এই অৱস্থা কৰিলে।" এজন কনিষ্ঠ শিক্ষকে ক'লে।

"ৰ'বা, মনে মনে থাকা, চহীৰ কাগজকেখিলা এবাৰ ফালিছে, মই দহবাৰ চহী সংগ্ৰহ কৰিলোহেঁতেন। এশমানুহৰ চহী গোটাইছিলো, এইবাৰ পাঁচশ মানুহৰ চহী গোটালোহেঁতেন। এতিয়া কি হ'ব জানা তোমালোকে? কাইলৈ বেদখলীৰ মোকৰ্দমাত সব জেললৈ যাব লাগিব।"

"যাম আমি, জেললৈ যাব লাগিলে। তথাপি মাটিখিনি নেৰোঁ।"

"তোমালোক কিয় জেললৈ যাবা, মই যাম। মই দায়িত্ব মূৰ পাতি ল'ম। মূৰপাতি ল'ব লাগিব।"

"সেইটোৱেই কথা। এতিয়া পানীত নামিলি যেতিয়া, সাঁতুৰি পাৰ হ'ব লাগিব। এতিয়া বাহুত শক্তি গোটা, আইনৰ শক্তিয়ে পিছত যি কৰিব লাগে কৰিব, ব'ল ব'ল কামত ধৰ।"

প্ৰসন্নই একাষলৈ মূৰ দাঙি চাই দেখে, পিতাক পৰশু মণ্ডলে কথাকেবাৰ ক'লে। ওখই-পাখই বিশাল শৰীৰৰ মানুহজন পৰশু মণ্ডল। প্ৰসন্নৰ কাষত গোটখোৱা ডেকা ল'ৰাৰ দলটোক লৈ পৰশু বাকৰিৰ পিনে আগবাঢ়িল। ইতিমধ্যে ল'ৰা এজনে চকী এখন আনি প্ৰসন্নৰ কাষত থৈছিলহি। মহেন্দ্ৰই প্ৰসন্নক ক'লে, "ককাইদেউ, আপুনি ইয়াতে বহক, গছৰ ছাঁতে। অলপ পাছত ঘৰলৈ যাবগৈ। আমি সকলো কথা পাতিবলৈ সন্ধ্যা অপোনাৰ ওচৰলৈ যাম। মই আহিছোঁ ককাইদেউ।

"যোৱা" প্ৰসন্নই গহীনভাৱে ক'লে। মুখৰ ভিতৰতে বিৰবিৰাই তেওঁ আকৌ ক'লে, "ঘৰলৈ মই যাব নোৱাৰোঁ। অলপ পিছত পুলিচ আহিলে, প্ৰথম মই হেন্দকাক পিন্ধিব লাগিব।" প্ৰসন্নই চকীখনত ধৰি থিয় হৈ বিষন্ন মনে বাকৰিখনলৈ চালে। বিভিন্ন বয়সৰ মানুহ হাইউকমি কৰি গোটেই বাকৰিখনত বিস্তৃত হৈ পৰিছে।

এনেতে পিছপিনৰ পৰা শ্ৰীমতীৰ মাত শুনিলে প্ৰসন্নই। "ককাইদেউ-"

"শ্ৰীময়ী, তুমি।" প্ৰসন্নই ঘূৰি চাই শ্ৰীময়ীলৈ চালে।

"আপুনি অহাৰ পাছতেময়ো এচোৰা বাট দৌৰি দৌৰি আহিলোঁ। আমাৰ স্কুলৰে ল'ৰা এটা চাইকেলত আহিছিল। নাৰিকলৰ ৰছী আনিবলৈ গৈছিল। সৌটো, এছোৰা বাট তাৰ চাইকলৰ পিছপালে উঠি আহিলোঁ।"

শ্ৰীময়ীয়ে প্ৰসন্নৰ কাষত থিয় হৈ সমুখলৈ চালে। সমুখৰ বাকৰি ভৰি পৰিছে মানুহ। প্ৰসন্নইও একেথৰে সেইপিনে চাই আছে।.... পানীত নামিলি যেতিয়া, সাঁতুৰি পাৰ হ'ব লাগিব। বাহুত শক্তি গোটা.... পিতাকৰ গল্‌গলীয়া কণ্ঠৰ শব্দকেটা প্ৰসন্নৰ কাণত আকৌ এবাৰ নামঘৰৰ দবাৰ চাপৰ শুনাৰ দৰে লাগিল।

"শ্ৰীময়ী ব'লাচোন, এবাৰ সেইপিনে গৈ থাকোঁ।"

প্ৰসন্নই শ্ৰীময়ীৰ কান্ধত হাতখন থৈ বকৰাণিৰ ল'ৰা-ছোৱালী আৰু মানুহবোৰৰ পিনে থৰক্‌বৰককৈ আগুৱাই গ'ল।

প্ৰসন্নই হাক-বচন নুশুনে। গদাধৰ মৌজাদাৰৰ দহ বিঘা মাটিত কুঁহিয়াৰণী একে বেলাতে কাটি চাফা কৰি স্কুলৰ কাৰণে মাটি দখল কৰা ঘটনাৰ পিছদিনা দোকমোকালি পুৱাতে প্ৰসন্ন যাবলৈ ওলাল ছমাইলমান দূৰত থকা পুলিচ থানালৈ। শৰীৰৰ জখম লৈ কষ্ট-জৰ্জৰ অৱস্থাৰে গৰুগাড়ীত উঠি তেওঁ থানালৈ যাবলৈ ওলাল। থানালৈ যোৱাৰ উদ্দেশ্য, গদাধৰ শইকীয়াৰ কুঁহিয়াৰণীত অনধিকাৰ প্ৰবেশ কৰি মাটি বেদখল কৰাৰ অপৰাধৰ বাবে সকলো দায়িত্ব নিজে স্বীকাৰ কৰি লোৱা। হালোৱা কণল'ৰাই গাড়ী চলালে। লগত কাষৰ ঘৰৰে ল'ৰা এটাক ল'লে।

পুৱা প্ৰায় আঠবজামানত থানাৰ পদূলিত গাড়ী ৰখাই গাড়ীৰ পৰা নামি আগলৈ খোজ লওঁতেই প্ৰসন্নই দেখিলে, খাকী হেট পিন্ধা থানাৰ ডাৰোগা আৰু বগা পাগুৰীৰ দুজন চিপাহী প্ৰত্যেকেই নিজ নিজ চাইকেলৰ কাষত থিয় হৈ তেওঁৰ পিনে কিছু বিস্ময়ৰ দৃষ্টিৰে চাই আছে।

প্ৰসন্নই লেঙুচিয়াই লেঙুচিয়াই ডাৰোগা চাহাবৰ ওচৰ পায়েই সুধিলে, "ডাৰোগা চাহাব, আপোনালোক কেনিবা যাবলৈ ওলাইছে?"

"আপুনি হেডমাষ্টৰ প্ৰসন্ন সোণোৱাল নহয় জানো?" ডাৰোগাই প্ৰসন্নৰ প্ৰশ্নৰ উত্তৰ নিদি নিজে প্ৰশ্ন কৰিলে।

"হয়, ময়েই।"

"আহক, ভিতৰলৈ আহক।"

থানাৰ ভিতৰত নিজৰ টেবুলৰ নিজ আসনত ডাৰোগা চাহাব বহিল।

"বহক", ডাবোগাই কাষৰ চকীলৈ আঙুলিয়াই প্ৰসন্নক বহিবলৈ ইংগিত দিলে।

প্ৰসন্নই কঁকালত ধৰি অলপ কষ্ট কৰি চকীত বহা আৰু তেওঁৰ শৰীৰৰ ক্ষত চেহেৰালৈ চাই ডাবোগাই ক'লে, "আপুনি ক'ৰবাত....."

"হয়, চাইকেলৰ পৰা পৰি বেয়াকৈ কেবা ঠাইতো দুখ পালো। এতিয়া কোনোৰকমেহে আহিছোঁ।"

ডাবোগাই সহানুভূতিৰে প্ৰসন্নলৈ অলপ সময় চাই থাকি ক'লে, "আমি আচলতে আপোনাৰ তালৈকে যাবলৈ ওলাইছিলোঁ। এটা গোচৰৰ ইনভেষ্টিগেশ্বনৰ কাৰণে। আপুনি নিজেই আহিল, ভালেই হ'ল।"

"গদাধৰ শইকীয়াৰ মাটি বেদখলৰ গোচৰেই নহয় জানো?"

"হয়, গোচৰ সেয়েই। কালি আবেলি মৌজাদাৰৰ পিনৰ পৰা এফ. আই. আৰ এখন দি গৈছেহি।"

"আৰু মই এতিয়া নিজেই মাটি বেদখলিৰ অভিযোগ স্বীকাৰ কৰি, অপৰাধৰ সকলো দায়িত্ব মানি লৈ, আপোনাৰ ওচৰত ধৰা দিছোহি। আপুনি বিহিত ব্যৱস্থা লওক। মাত্ৰ এটা কথা এতিয়াই আপোনাক জনাই থওঁ, এইবাৰ যি আইন ভংগ কৰা পথেৰে গৈ মাটিখিনি দখল কৰি লোৱা হ'ল, সেই অপৰাধৰ বাবে শাস্তি লোৱাৰ পিছতো, এদিন আমি আইনসংগত ভাবে মাটিখিনি আমাৰ, মানে স্কুলৰ দখললৈ আনিম। সেইটো নিশ্চিত।"

"সেইবিলাক পিছৰ কথা। সদ্যহতে আমি এতিয়া আপোনাক আৰু আপোনাৰ স্কুলৰ দুজন শিক্ষকক গ্ৰেপ্তাৰ কৰিব লাগে। আচলতে মই আপোনাৰ গ্ৰেপ্তাৰি ৱাৰেণ্ট লৈয়েই ওলাইছিলোঁ। আপুনি নিজেই আহি ওলালহি। ভাবিছো এতিয়া কি কৰা যায়!"

কিলাকুটিৰে টেবুলখনত ভৰ দি, হাতখনত থুঁতুৰিটোৰে হেঁচা দি ডাবোগাই চিন্তা কৰিলে।

"মোক ইয়াতে গ্ৰেপ্তাৰ কৰি থোৱাৰ বাহিৰে আপোনাৰ আৰু অন্য চিন্তাৰ অৱকাশ নাই, বিশেষকৈ মই যেতিয়া নিজে আহি অপৰাধ স্বীকাৰ কৰি ধৰা দিছোহি।"

"কিন্তু আপোনাৰ স্কুলৰ আৰু দুজন শিক্ষক....." ডাবোগাই বাক্যটো শেষ কৰিবলৈ নৌপাওঁতেই নাটকীয়ভাৱে কোঠাটোত সোমালহি মহেন্দ্ৰ কেওট আৰু পৰেশ চুতীয়া— দেহাপুখুৰী হাইস্কুলৰ দুজন শিক্ষক— যি দুজনৰেই নাম মৌজাদাৰৰ এজেহাৰত প্ৰসন্নৰ নামৰ লগতে সাঙুৰি দিয়া আছে।

মহেন্দ্ৰ আৰু পৰেশে অভাৱনীয়ভাৱে হেডমাষ্টৰ প্ৰসন্নক দেখি আশ্চৰ্য হৈ প্ৰায় চিঞৰি উঠাৰ দৰে মাতিলে, "ছাৰ! আপুনি!!"

"কি আচৰিত! ডাৰোগা বাবু, আপুনি নাম ল'ব খোজোঁতেই বাকী দুজন অচামীও হাজিৰ। বোধকৰোঁ এওঁলোকৰ নামেই এজাহাৰত দিয়া আছে, মহেন্দ্ৰ কেওঁট এইজন, আৰু পৰেশ চুতীয়া আনজন।"

"হয়, সেই দুটা নামেই।" শিক্ষক দুজনে এবাৰ ডাৰোগাৰ মুখলৈ আৰু এবাৰ প্ৰসন্নৰ মুখলৈ চালে। বিস্ময়ত দুয়োৰে চকুকেটা যেন বেছিকৈ মেল খালে।

"ছাৰ আচামী!" ... মহেন্দ্ৰই হেনা-হুঁচাকৈ মাত দিলে।

"ওঁ, কালি গদাধৰ শইকীয়াৰ কুঁহিয়াৰণী মাটি জোৰকৈ বেদখল কৰা আৰু মৌজাদাৰৰ মানুহক প্ৰাণনাশৰ ভাবুকি সৃষ্টি কৰাৰ অপৰাধত মোৰ সৈতে তোমালোক দুজনকো সাঙুৰি আচামী অভিযুক্ত কৰা হৈছে, মৌজাদাৰ শইকীয়াই এফ. আই. আৰ দিছে।"

"চাওক ডাৰেগা বাবু, আমাৰ হেডমাষ্টাৰ ছাৰক এইবোৰৰ মাজলৈ টানি নানিব। তেখেতে আমাৰ পৰিকল্পনাৰ কথা একো গম নাপায়। তেখেতক মৌজাদাৰৰ গুণ্ডাই মৰিয়াই এই অৱস্থা কৰিছে। হাত-ভৰি ভাঙি তেখেতে বিছনাত পৰি আছিল। তেখেতে একোকে গম নাপায়—"

"মহেন্দ্ৰ...." প্ৰসন্নই মাজতে মহেন্দ্ৰৰ কথাত বাধা দিব খুজিছিল। কিন্তু মহেন্দ্ৰই কৈ গ'ল, "ৰ'ব ছাৰ, ক্ষমা কৰিব, মই কথাখিনি কৈ লওঁ। ডাৰোগা বাবু, ছাৰে একো নাজানে, আমিহে গোটেইবোৰ সংগঠন কৰি ছাত্ৰ-ছাত্ৰী, অভিবাৱক সকলোকে এক গোট কৰি মাটিখিনি দখল কৰিছোঁ। মাটি বেদখলিৰ দোষ, অপৰাধ যদি হৈছে, তেন্তে সেই অপৰাধৰ বাবে আমি শিক্ষক দুজনমানহে। বিশেষকৈ মই আৰু এই পৰেশ। ছাৰক আপোনালোকে জগৰীয়া নকৰিব—"

"কিন্তু ডাৰোগা বাবু, স্কুলৰ প্ৰধান শিক্ষক হিচাপে মই এই অপৰাধৰ সকলো দায়িত্ব মূৰ পাতি ল'বলৈ বাধ্য; এইটো নৈতিকতাৰ, নীতিৰ কথা—"

"চাওক সোণোৱাল ডাঙৰীয়া, মই আপোনালোকৰ তৰ্ক-বিতৰ্কৰ মাজত সোমোৱাৰ কথা নাই। কথা হৈছে, মৌজাদাৰ গদাধৰ শইকীয়াই তেওঁৰ মাটি বেআইনীভাৱে তিনিজন মানুহে দখল কৰিছে, তেওঁৰ কুঁহিয়াৰণি ধ্বংস কৰিছে...."

"নহয়, মিছা কথা—, তেওঁৰ এডাল, এটুকুৰাও কুঁহিয়াৰ কোনেও মুখত দিয়া নাই। বৰং তেওঁৰ ইমান প্ৰকাণ্ড কুঁহিয়াৰণি এডৰা কটাৰ খৰচ বাহি গ'ল— আমি গোটেইবোৰ কুঁহিয়াৰ গাড়ীৰে নি দ'ম কৰি তেওঁ চোতালত থৈ আহিছোঁ।

আৰু সেইখিনি একচনীয়া চৰকাৰী মাটি, তেওঁৰ নিগাজী কৰি লোৱাৰ অধিকাৰ নাই....” মহেন্দ্ৰই উত্তেজিত কণ্ঠে কথাখিনি ক'লে।

“সেইবোৰ মই এতিয়া নাজানো। মই এজেহাৰৰ মতেহে আগবাঢ়িম। এজেহাৰ মতে আপোনালোকে মাটি বেদখল কৰিছে, আপোনালোক আচামী, নিজে আহি ধৰা দিছেহি—”

“আমি ক'ত ধৰা দিবলৈ আহিছোঁ—” ধৰা দিয়াৰ কথা উঠাই নাই। আমাৰ মতে আমি মনাটি বেদখল কৰাই নাই, চৰকাৰী মাটিত—”

“আপোনালোকে কিয় আহিছে তেন্তে?”

“আমিও এখন এজেহাৰ লৈ আহিছো —”

“কিহৰ এজেহাৰ?” ডাৰোগা বাবুৱে সুধিলে।

“এইখন পঢ়ি চাওক।” মহেন্দ্ৰই কাগজ এখন ডাৰোগাৰ হাতলৈ আগবঢ়াই দিলে—”

“মহেন্দ্ৰ, কিহৰ এজেহাৰ—?” প্ৰসন্নই এক সন্দেহী কণ্ঠেৰে সুধিলে—

“আপোনাক যে মৌজাদাৰৰ পোহনীয়া গুণ্ডা দুটাই বাটত ধৰি মাৰপিট কৰি আপোনাক এইদৰে ঘুণীয়া কৰিলে, তাৰেই গোচৰ।”

“নাই নাই ডাৰোগা বাবু, সেইখন গোচৰৰ প্ৰয়োজন নাই। মোৰ যি হৈছে হৈছে, দুৰ্বৃত্ত দুটাই যি কৰিছে, সিহঁতৰ কাৰণে কৰা নাই, আনৰ প্ৰৰোচনাত কৰিছে, সেইখন ঘুৰাই দিয়ক।”

“ছাৰ, আপুনি গোচৰ দিয়া নাই নহয়, আমিহে দিছো। আমিহে গুচৰীয়া, আপুনি আপত্তি নকৰিব ছাৰ। দোষীয়ে শাস্তি পাব লাগে ছাৰ।”

“ঠিকেই কৈওঁট, দোষীয়ে শাস্তি পাব লাগে। নহ'লে দোষীয়ে দোষ কৰি গৈ থাকিব, অপৰাধ বৃদ্ধি পাই থাকিব। পিছে আপোনালোকৰ গোচৰৰ তদন্ত হ'ব বাক সময়মতে, তাৰ আগতে আপোনালোকৰ বিৰুদ্ধে অহা গোচৰৰ ব্যৱস্থা মই আগেত ল'ব লাগিব। সেই মতে হেডমাষ্টৰ ডাঙৰীয়া আৰু আপোনালোক দুয়োকে মই এতিয়া গ্ৰেপ্তাৰ কৰি হাজোতত বাখিব লাগে। কাইলৈ বাহুত সদৰ থানালৈ পঠাব লাগে, তাৰ পৰা জেল হাজোতলৈ চালান হ'ব। আৰু শেষত নিৰ্দিষ্ট তাৰিখত হাকিমৰ সমুখলৈ নি বিচাৰ হ'ব, অপৰাধ সাব্যস্ত হ'লে কাৰাদণ্ড হ'ব। সাব্যস্ত নহ'লে মুক্তি পাব। —এইখিনিয়ে মোৰ কৰিবলগীয়া কাম।”

“আপুনি আপোনাৰ কৰ্তব্য মতেই আগবাঢ়ক ডাৰোগা বাবু।”

“কিন্তু সদ্যহতে আমি জামিনত থাকিব নোৱাৰোঁ জানো?” পৰেশে সুধিলে-

"নিশ্চয় পাৰিব, মই আচলতে তাকেইহে ভাবিছোঁ। আচলতে আপোনালোকক জিলা সদৰলৈ নি হাকিমৰ সমুখত উপস্থিত কৰিহে জামিনত দিয়া নিয়ম। কিন্তু মই এখেতৰ কথা চিন্তা কৰিছো। এখেতক শৰীৰৰ এনে অৱস্থাত!" ডাৰোগা চাহাবে চিন্তা কৰিবলৈ ধৰিলে।

"যাব লগা হ'লে, মই যাম। যি কষ্ট হয় হ'ব।"

"ছাৰ আপুনি কেনেকৈ যাব এই দেহাৰে।" মহেন্দ্ৰই অত্যন্ত আবেগেৰে ক'লে।

"ৰ'ব, মই জানিছিলো আমাৰ চাব-ডিপুটি কালেক্টৰ পোদ্দাৰ চাহাব আপোনালোকৰ স্কুল কমিটীৰ সভাপতি।"

"হয়, তেখেত সভাপতি।" প্ৰসন্নই ক'লে।

অযাচিতভাৱেই ডাৰোগা চাহাবে সমস্যাৰ সমাধান কৰিলে। এচ. ডি. চিৰ অফিচ আৰু বাসগৃহ থানাৰ পৰা দুমাইলমান দূৰত। ডাৰোগাই তেওঁলৈ চিঠি এখন লিখি গোটেই সমস্যাটো বুজাই জনালে যে একষ্ট্ৰা অৰ্ডিনাৰী চাৰ্কামচটেন্সত মাটিৰ হাকিমে অভিযুক্তক জামিনত দিব পাৰে। গতিকে তেওঁৰ ওচৰলৈ প্ৰসন্ন সোণোৱালহঁতক লৈ যোৱাৰ অনুমতি দিবনেকি। ডাৰোগা চাহাবে চিঠিখন চিপাহী এজনৰ হাতত দি মাটিৰ হাকিমৰ ওচৰলৈ পঠাই দিলে আৰু বেগাই উত্তৰটো আনিবলৈ হুকুম দিলে।

সুখৰ বিষয়, মাটিৰ হামিক পোদ্দাৰ চাহাবে চিঠিখন পায়েই প্ৰসন্ন সোণোৱালহঁতক তেওঁৰ অফিচলৈ যাবলৈ কোৱাৰ সলনি, নিজেই ঘোঁৰাত উঠি অলপ সময় পিছতে থানাত উপস্থিত হ'লহি। তেওঁ প্ৰসন্ন সোণোৱালৰ মুখত গোটেই কথাবোৰ শুনি অতিকৈ দুখ প্ৰকাশ কৰিলে। লগতে প্ৰসন্নক মৃদুভাৱে দোষাৰোপ কৰিলে ঃ থানালৈ অহাৰ আগতে স্কুল সমিতিৰ সভাপতি হিচাপে, তেওঁৰ ওচৰলৈহে প্ৰসন্ন প্ৰথম আহিব লাগিছিল। প্ৰসন্নই সেই ক্ৰটী স্বীকাৰ কৰি লগতে ক'লে যে গোটেই ঘটনাটোৱে তেওঁৰ বিবেকক এনেদৰে উত্তেজিত কৰি পেলাইছিল যে তেওঁ সোনকালেই আহি অপৰাধৰ দায়িত্ব লৈ থানাত স্বীকাৰোক্তি দিয়াৰ বাহিৰে একো কথাই চিন্তা কৰিব পৰা নাছিল। প্ৰসন্নই পোদ্দাৰ চাহাবক স্কুল সমিতিৰ সভাপতি হিচাপে ক্ষমা খুজিলে।

থানাৰ ডাৰোগাৰ সৈতে আলোচনা কৰি এচ. ডি. চি. চাহাবেই কাগজ-পত্ৰত চহী কৰি হেডমাষ্টৰ আৰু বাকী শিক্ষক দুজনক বেইলত দিয়াৰ ব্যৱস্থা কৰিলে। তেওঁ দুদিনমান পাছতে জিলা সদৰলৈ যোৱাৰ কথা। তেতিয়াই বেইলৰ কাগজখিনি লগত লৈ গৈ ন্যায়াধীশ এজনৰ হতুৱাই চহী কৰাই আনিব।

প্ৰসন্ন সোণোৱালে পোদ্দাৰ চাহাবক মাটিখিনিৰ দুৰ্নীতিয়ত্ন সম্পৰ্কত এতিয়া কি ব্যৱস্থা লোৱা হ'ব সেই বিষয়ে সোধাত পোদ্দাৰ চাহাবে উত্তৰ দিলে, "মাটিখিনিৰ সৈতে গদাধৰ শইকীয়া মৌজাদাৰ ইনভলভ্ হৈ নথকা হ'লে কোনো কথা আছিল, মষেই সকলো নিষ্পত্তি কৰিব পাৰিলোহেঁতেন। একচনীয়া মাটি মষেই স্কুলৰ নামত দখলী দিব পাৰিলোহেঁতেন। কিন্তু গদাধৰ শইকীয়া বৰ প্ৰতাপী মানুহ। এতিয়াৰ ডেপুটি কমিছনাৰজনৰ বৰ আপোন ভক্ত। আগৰ চাইমন চাহাবক পৰা নাছিল। তাতে এতিয়া মাটিখিনি ডিচ্পিউটেড্ হৈ পৰিল। গতিকে কৰ্ট কেছতহে সিদ্ধান্ত হ'ব। কিন্তু শ্বিলঙত ৰেভিনিউ কমিছনাৰে যদি কিবা কৰিব খোজে নিজাববীয়াকৈ তেন্তে হয়তো মাটিখিনি স্কুলৰ নামত দি দিব পাৰিব।"

এচ. ডি. চি. চাহাবৰ দীঘলীয়া মন্তব্যখিনি শুনি উঠাৰ লগে লগেই প্ৰসন্ন সোণোৱালৰ মনৰ ভিতৰত সিদ্ধান্ত এটা হৈ গ'ল। সেই বিষয়ে অৱশ্যে তেওঁ সেই মুহূৰ্তত তেওঁৰ সিদ্ধান্ত প্ৰকাশ নকৰিলে।

তেনেতে মহেন্দ্ৰ কেওঁটে মাত দিলে, "কিন্তু ডাবোগা চাহাব, মোৰ এজেহাৰখনৰ বিষয়ে কি ব্যৱস্থা হ'ব, তদন্ত হ'বনে?"

"মই মহেন্দ্ৰক এই এজেহাৰ উঠাই ল'বলৈ কৈছোঁ।"

"নাই সোণোৱাল বাবু, সেইখন এজেহাৰৰ একশন ল'ব লাগিব ডাৰোগা বাবুৱে। মই গদাধৰ মৌজাদাৰৰ ওচৰত কিছু সমীহ হৈ থাকো, সঁচা কথা। তেওঁৰ অগাধ ধন-সম্পত্তি, প্ৰতিপত্তিৰ কাৰণে চৰকাৰী বিষয়া সকলোকে তেওঁৰ হাত কৰি ৰাখিবলৈ চেষ্টা কৰে. মই বা ডাবোগা বাবুয়েও সেই কথা অস্বীকাৰ কৰিব নোৱাৰোঁ। কিন্তু এইবাৰ সোণোৱাল— আপোনাৰ নিচিনা মানুহ এজনক এনে দুৰ্ব্যবহাৰ কৰাৰ পিছত মই তেওঁক প্ৰশ্ৰয় দিব নোৱাৰিম। আপোনাৰ অৱস্থা দেখি মই অত্যন্ত মৰ্মাহত হৈছো। তাতে মই স্কুল কমিটীৰ সভাপতি। ডাবোগা বাবু আপুনি দুৰ্বৃত্তক গ্ৰেপ্তাৰ কৰাত হেলা নকৰিব।" পোদ্দাৰ চাহাবে কিছু উত্তেজনাসহকাৰেই কথাখিনি ক'লে।

তিনি মাহৰ ভিতৰতে সমস্যাবোৰৰ নিষ্পত্তি হ'ল: থানাৰ পৰা আহিনত ঘূৰি অহাৰ পিচদিনাই প্ৰসন্নই ৰাজধানী শ্বিলঙত থকা শিক্ষা কমিছনাৰ আৰু চাহাবলৈ প্ৰাঞ্জল ইংৰাজী ভাষাত সকেলা কথা সুন্দৰকৈ বৰ্ণাই এখন ব্যক্তিগত চিঠি ডাকত দিলে। পোন্ধৰ দিনৰ পাচতেই জিলাৰ ডেপুটি কমিছনাৰ চাহাবলৈ ৰেভিনিউ কমিচনাৰৰ নিৰ্দেশ আহিল: ডেপুটি কমিচনাৰে যেন ততালিকে

এজন মুন্সিফক পঠিয়াই স্থানীয়ভাৱে গোচৰটো তদন্ত কৰি মাটিখিনি স্কুলৰ নামত দখলি দিয়াত কি অসুবিধা আছে বিচাৰ কৰি চাই, আৰু অসুবিধা নাথাকিলে স্থানীয় এচ. ডি. চিকে সেই মাটি স্কুলৰ নামত ম্যাদীকৈ দখলি দি পট্টা প্ৰদান কৰে। ৰেভিনিউ কমিছনাৰৰ চিঠি মৰ্মেই পোন্ধৰ দিনৰ পাছত জিলা সদৰৰ এজন বৃটিছ ডেকা হাকিম স্থানীয় এচ. ডি. চি. পোদ্দাৰক লগত লৈ দেহাপুখিুৰীৰ আই. বি.ত উঠিলহি।

ডেকা হাকিমে সকলোবোৰ সাক্ষীবাদীৰে ঘটনাটো তদন্ত আৰু বিচাৰ কৰি এই ৰায় দিলে যে যিহেতু মাটিখিনি একচনীয়া গতিকে সেই মাটি অস্থায়ীভাৱে দখল কৰাত কোনো বাধা নাই। কিন্তু কোনোবাই যদি সেই মাটিত একচনীয়া পট্টাত খাজনা দি দখল কৰি আছে তেন্তে সেই এবছৰীয়া ম্যাদ উকলি নোযোৱালৈকে আনে দখলি ল'ব নোৱৰিব। কিন্তু অনুসন্ধান কৰি চিথা বহী আৰু খাজনাৰ জমা বহী চাই দেখা গ'ল সেই মাটিত কাকো একচনীয়া পট্টাৰ অস্থায়ী দখল দিয়া হোৱা নাই। গতিকে স্কুলে মাটিখিনি দখল কৰাত অপৰাধ নাই। দ্বিতীয়তে, মৌজাদাৰৰ কুঁহিয়াৰণিডৰা আচলতে চৰকাৰীভাৱে নিলামতহে দিয়াৰ নিয়ম যদিও, এডালো কুঁহিয়াৰ নষ্ট নোহোৱাকৈ কেৰাগাড়ীও কৰি সমস্ত কুঁহিয়াৰ মৌজাদাৰৰ চোতালত জমা দি থৈ অহা কথাটোত, ডেকা হাকিমে ভঙা ভঙা অসমীয়াত স্কুল কৰ্তৃপক্ষক প্ৰশংসাহে কৰিলে। হাকিমে দুৰ্বৃত্তৰ প্ৰহাৰত স্কুলৰ হেড মাষ্টৰজন এইদৰে আঘাতপ্ৰাপ্ত হোৱাৰ পিছত স্বাভাৱিকতে শিক্ষক, ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱসকল উত্তেজিত হৈ পৰাটো স্বাভাৱিক, তথাপি ভৱিষ্যতে যাতে ডেকাসকল সংযমশীল হয় আৰু যিকোনো অধিকাৰ লাভ কৰিবলৈ হ'লে আইনৰ সহায়তহে আগবাঢ়ে তাৰ বাবে ডেকা হাকিমজনে সাৱধান কৰি দিলে। হাকিমে প্ৰসন্ন সোণোৱাল, মহেন্দ্ৰ কেওঁট আৰু পৰেশ চুতীয়াক অভিযুক্ত কৰি দিয়া গোচৰ খাৰিজ কৰিলে আৰু সকলোৰে উপস্থিতিতে এচ. ডি. চিক স্কুলৰ কাষৰ দহ বিঘা একচনীয়া চৰকাৰী মাটিৰ ম্যাদী পট্টা প্ৰদান কৰি শীঘ্ৰে স্থায়ী দখলি দিবলৈ নিৰ্দেশ দিলে।

শেষত একাষত থিয় হৈ থকা ডাৰোগা চাহাবক ডেকা হাকিমে নিৰ্দেশ দিলে যে হেডমাষ্টৰ প্ৰসন্ন সোণোৱাক শাৰীৰিকভাৱে আক্ৰমণ কৰা দুৰ্বৃত্তক যাতে কৰায়ত্ত কৰি আইনসন্মত সকলো ব্যৱস্থা তৎকালীনভাৱে হাতত লোৱা হয়।

গোচৰ সম্পৰ্কত সাক্ষীবাদী দিবলৈ নাইবা মাটি দখলি সংক্ৰান্তত বিচাৰ কৰিবলৈ জিলা সদৰৰ পৰা হাকিম অহা খুলি জানিয়েই দেহাপুখুৰী আই. বি.ত

বাইজৰো কিছু লোক গোট খাইছিলহি। ডেকা হাকিমে তেওঁৰ ৰায় আৰু নির্দেশনা ঘোষণা কৰাৰ পিছত প্ৰসন্ন সোণোৱালে ডেকা হাকিমৰ সুবিচাৰ আৰু স্কুলৰ প্ৰতি সহানুভূতিসূচক মন্তব্যৰ বাবে ইংৰাজীতে প্ৰশংসাসূচক সুন্দৰ ভাষাৰে এটি চমু ভাষণ দিলে। ইংৰাজীত কৈ উঠি প্ৰসন্নই চমুৱাই অসমীয়াতো কথা কেষাৰ ক'লে যাতে উপস্থিত মানুহখিনিয়ে তেওঁ হাকিমক কিনো ক'লে বুজিব পাৰে। প্ৰসন্নৰ মুখত ইংৰাজী ভাষাৰ এনে দখল দেখি বৃটিছ ই এ চি ডেকা হাকিমে বিস্ময় মানিলে। গাঁৱৰ মানুহখিনিয়েও প্ৰসন্নৰ মুখত সলসলীয়া ইংৰাজী ভাষাৰ কথা শুনি তবধ মানিলে।

কেবামাহ অতিবাহিত হ'ল। প্ৰসন্ন এতিয়া সম্পূর্ণ সুস্থ। তেওঁক আক্ৰমণ কৰা মানুহ দুটাৰ ছমাহকৈ কৰাদণ্ড হ'ল। মৌজাদাৰে ভালকৈ টকা-পইচা দি মানুহ দুটাক হাত কৰি সিহঁতে যাতে জবানবন্দীত কোনো প্ৰকাৰে তেওঁৰ নাম নুলিয়াই তাৰ বাবে সাৱধান কৰি দিলে। মৌজাদাৰৰ পিয়দাইহে যে সিহঁতৰ সেই কাম কৰাত ব্যৱহাৰ কৰিছিল সেই কথা যাতে সিহঁতে ঘুনাক্ষৰেও উল্লেখ নকৰে, তাৰ বাবে ভীতি প্ৰদৰ্শন কৰি থ'লে। মানুহ দুটা সেই মাটৰি এদাঁতিত ঘৰ সাজি আছিল। সেই মাটি এৰিব লগা হ'লে সিহঁতক মৌজাদাৰে বেলেগ ঠাইত বহিবলৈ মাটি দিব বুলিও প্ৰলোভন দেখুৱালে। গতিকে মৌজাদাৰৰ ভীতি-প্ৰদৰ্শন নাইবা অনুগ্ৰহ লাভৰ আশা দুয়োটা কাৰণতে মৌজাদাৰৰ ভেৰোণীয়া দুর্বৃত্ত দুটাই পুলিচৰ হাতত যথেষ্ট পিতন, থকৰামুকৰি খায়ো, সিহঁতৰ দুষ্কৰ্মত মৌজাদাৰ নাইবা তেওঁৰ মানুহ জড়িত থকা কথা কোৱাৰ পৰা বিৰত থাকিল। হেডমাষ্টৰে ৰাইজৰ চহী লৈ মাটিখিনি স্কুলৰ কৰি ল'লে সিহঁত তাৰ পৰা উঠিব লাগিব, সেই আখেজতে হেডমাষ্টৰক আক্ৰমণ কৰি চহীৰ কাগজবোৰ কাঢ়িছিল বুলি সিহঁতে জবানবন্দী দিলে। যদিও অন্তৰালতে মৌজাদাৰৰ হুকুমত পিয়াদাৰ প্ৰৰোচনাতহে সিহঁতে সেই দুষ্কৰ্ম সাধন কৰিছিল।

প্ৰসন্নই সেইদিনা স্কুল চুটীৰ পিছত বহু পৰলৈকে অফিচৰ হিচাপ-পত্ৰ আৰু চিঠি কিছুমান লিখাৰ কাম কৰিলে। বেলি পৰি আহিছিল। কোঠাটোত পোহৰ ক্ষীণ হৈ আহিল। প্ৰসন্নই কাগজ-পত্ৰ সামৰি বাওঁকাষৰ খিৰিকিখন জপাবলৈ গ'ল। বেলি ডুবি শেষ বেঙনিৰ পোহৰখিনি সন্মুখৰ বাকৰিখনত পৰিছে, কেইমাহমান আগেও য'ত কুঁহিয়াৰণি আছিল। এইকেমাহৰ ভিতৰতে বাকৰিখনত ঘাঁহ গজি সুন্দৰ সেউজীয়া হৈ পৰিছে। ঘাঁহনিখনত স্কুলৰ ল'ৰাইতে মাজে মাজে ফুটবল খেলা আৰম্ভ কৰিছে। ইতিমধ্যে বাকৰিখনক খেলপথাৰ নাম দিয়া হৈছেই। বিবৰ্ণ সেউজীয়া ঘাঁহনিখনলৈ চাই প্ৰসন্ন ৰোমাঞ্চিত হৈ

পৰিল। এক বিমল প্ৰশান্তি অনুভৱ কৰিলে তেওঁ। যোৱা কিছুদিনৰ নাটকীয় ঘটনাবোৰ তেওঁৰ মনলৈ আহিল, এটাৰ ক্ৰমত আনটো ঘটনা। খেলপথাৰখনৰ সিপিনে একেবাৰে মূৰত এল. আৰ্হিৰ মজবুতকৈ সজা দীঘলীয়া এটা খেৰৰ ঘৰ। বৰ্ডিং ঘৰ। এলানী কোঠা। দুটা কোঠাত দুজন শিক্ষক থাকে। তিনিটা কোঠাত দুজনকৈ ছাত্ৰ থাকে আৰু এটা কোঠা মেছ কৰি খোৱা-বড়া কৰা হয়-। গোটেই ঘৰটোত এলপেটাৰ্গত এখন বাবাগুা। বেলিৰ শেষ পোহৰকণ মাৰ যাব ধৰোঁতেই লাহে লাহে জোনটো ওলাবলৈ ধৰিলে। আজি পূৰ্ণিমা। বণ্ডা হৈ ওলাইছে, সমুখৰ মুকলি খেলপথাৰখন পাৰ হৈ আৰু বহু দূৰলৈকে অতিক্ৰম দিগন্তত ওলাইছে বণ্ডা জোনটো। এটা বণ্ডা ডাঙৰ ফোঁটৰ দৰে। প্ৰসন্নৰ হঠাৎ শ্ৰীময়ীলৈ মনত পৰিল। আজি অলপ দিনৰ পৰা শ্ৰীময়ীয়ে কঁপালত সেন্দুৰৰ ফোঁট ল'বলৈ আৰম্ভ কৰিছে। ডাঙৰকৈ লয় ফোটটো, সমুখত আকাশৰ ওপৰলৈ উঠি অহা বণ্ডা জোনটোৰ দৰে। ফোঁট লোৱাৰ পৰা শ্ৰীময়ী দেখিবলৈ আগতকৈও ধুনীয়া হৈছে, মোহনীয়া হৈছে। প্ৰসন্ন যেন লাহে লাহে বিভোৰ হৈ পৰিল। মনলৈ কিছুমান ভাবৰ ঢৌ আহিল। একেবাৰে নতুন ধৰণৰ কিছুমান ভাব। একান্ত ব্যক্তিগত। স্কুল পতাৰ নানা সমস্যাৰ মাজত সাঙোৰ খাই পৰি কিছুদিন ধৰি প্ৰসন্নৰ ব্যক্তিগত চিন্তালৈ অৱকাশেই নাছিল। কিন্তু আজি কেদিনমানৰ পৰা তেওঁৰ মনত এটা নতুন ভাবনা, নতুন চিন্তা উপস্থিত হৈছেহি। হয়তো বহুদিনৰ পৰাই তেওঁৰ অৱচেতনত অংকুৰণ হৈ আছিল, শিপা গজিছিল চিন্তাটোৰ, মাজে মাজে হয়তো চেতন মনতো একোবাৰ মৃদু জোকাৰণি তুলিছিল খন্তেকৰ বাবে। চিন্তাটো হৈছে প্ৰসন্নৰ প্ৰতি শ্ৰীময়ীৰ প্ৰগাঢ় উদ্বিগ্নতা। বিশেষকৈ দুৰ্বৃত্তৰ হাতত জখম হৈ শাৰীৰিকভাৱে অসুস্থ হৈ পৰাৰ সময়ত শ্ৰীময়ীৰ যি ঐকান্তিক প্ৰতিপালন, প্ৰসন্নৰ মনক, তাৰ স্মৃতিয়ে এতিয়াও ভৰাই তোলে। প্ৰসন্নৰ বাজহুৱা, ব্যক্তিগত সকলো কথাত, সকলো সমস্যাত শ্ৰীময়ী একান্ত মানসিকভাৱে, সদায় জড়িতহৈ থকাটো কিদৰে অপৰিহাৰ্য হৈ পৰিছে প্ৰসন্নই সেই কথা অনুভৱ কৰিছে। প্ৰসন্নৰ ব্যক্তিগত খোৱা-বোৱা, পিন্ধা-উৰা, দৈনন্দিন কৰ্ম— কাণ্ডবোৰৰ প্ৰতিও শ্ৰীময়ীৰ দৃষ্টি আৰু মনোযোগ প্ৰসন্নই যেন গ্ৰহণ কৰি আহিছে অতি সহজভাৱে, তাৰ কোনো কাৰণ, কোনো অৰ্থ ভবাৰ অৱকাশ নৰখাকৈয়ে। সদায় আবেলি প্ৰসন্ন স্কুলৰ পৰা উভতি ঘৰ পোৱাৰ সময়ত, শ্ৰীময়ী উপস্থিত থকাটো এটা নিয়মিত ঘটনা। প্ৰসন্নৰ প্ৰায়েই সন্ধ্যা হয় ঘৰ পাওঁতে, শ্ৰীময়ী সেই সময়লৈকে অপেক্ষা কৰি থকাটোও সহজ কথা। স্কুলৰ পৰা আহি চাহ-জলপান খাই খাই শ্ৰীময়ীৰ সৈতে দিনটো স্কুলৰ ঘটনাৰাজিৰ আলোচনা কৰা, নাইবা নতুন কিতাপ,

বাঁহী আৰু উষাৰ নতুন সংখ্যা, সমাজৰ দেশৰ নানান কথাৰে প্ৰসন্ন আৰু শ্ৰীময়ীৰ সময় কাটে, কেতিয়াবা দীঘলীয়াকৈ, কেতিয়াবা চমুকৈ, যিদিনা প্ৰসন্ন পলমকৈ ঘৰলৈ ওভতে। কেতিয়াবা সন্ধ্যা পলম হ'লে প্ৰসন্নই শ্ৰীময়ীক আগবঢ়াই থ'বলৈও যাব লগা হয়। কোনোবাদিনা কিবা এবাব নোৱাৰা কাৰণত শ্ৰীময়ী উপস্থিত নাথাকিলে, এক অনাকাংক্ষিত শূন্যতাই যেন অজানিতভাৱে প্ৰসন্নৰ মনটোক কিছু বিষণ্ণ কৰি পেলায়। সেইদিনা সন্ধ্যা কিবা পঢ়িবলৈ, কিবা লিখিবলৈ লৈ মনযোগ আনোতে কিছু সময় লাগে। শ্ৰীময়ীৰ মুখখনে মনত ভুমুকি মাৰেহি। আৰু এটা কথা প্ৰসন্নই অনুভৱ কৰিছে: আজিকালি যেন শ্ৰীময়ী প্ৰসন্নৰ ওচৰত হঠাৎ একোবাৰ চঞ্চল হৈ উঠে, অধীৰ হৈ উঠে। একোটা লঘু মন্তব্য, একোটা অধীৰ আচৰণ, শৰীৰৰ ভংগীমাত হঠাৎ কিছু চপলতা, হঠাৎ চকুৰ চাৱনি একোটা গভীৰ হৈ পৰা, কিবা বিশেষ অৰ্থৰ ব্যঞ্জনাৰে উজ্জ্বল হৈ উঠা, এনেবোৰ লক্ষণ প্ৰসন্নই অনুভৱ কৰিছে কিছুদিনৰ পৰা। অনুভৱবোৰে প্ৰসন্নৰ মনক এক নবুজা আনন্দ দিয়ে, সুখ দিয়ে। মনটো ভাল লাগি যায় প্ৰসন্নৰ। মনত আৰু শৰীৰতো পুলক, শিহঁৰণ অনুভৱ কৰে।

সমুখৰ সেউজীয়া খেলপথাৰৰ সিমূৰত বৰ্ডিং ঘৰটোৰ কেবাখনো খিড়িকীৰে লেমৰ পোহৰ দেখিলে প্ৰসন্নই। তাৰ পৰা বহুত দূৰত আকাশত বগা কোঁটৰ দৰে ওলাই অহা জোনটোৱে এতিয়া কিছু ঢেলা বগৰ হৈ ওপৰলৈ উঠি গোটেইখন নিৰ্মল জোনাকেৰে ওপোচাই পেলাইছে। সমুখৰ সেউজীয়া ঘাঁহনি, তাৰ সিপিনৰ বিস্তীৰ্ণ পথাৰ, উজ্জ্বল জোনটো, আকাশখন, এটাইবোৰ স্পষ্ট, ফট্ফটীয়া হৈ পৰিছে। প্ৰসন্নৰো মনটো সমুখৰ ফটফটীয়া আকাশখনৰ দৰে যেন লাগিল, আৰু তাত যেন স্পষ্ট হৈ, উজ্জ্বল হৈ উঠিছে এটা উপলব্ধি, বিশ্বাস, এটা সত্য: প্ৰসন্ন শ্ৰীময়ীৰ প্ৰেমত পৰিছে। একেদৰে ইও সত্য: শ্ৰীময়ীয়েও প্ৰসন্নক ভাল পায়।

প্ৰসন্নই লবালৰিকৈ খিড়িকীখন জপাই অফিচ কোঠাৰ আৰু আন দুৱাৰ-খিড়িকীও বন্ধ কৰি ঘৰলৈ উভতিল। তেওঁৰ হঠাৎ মনত পৰিল শ্ৰীময়ী চাগৈ ৰৈ আছে। চাইকেলেৰে দুমাইল বাট, অলপ সময় পাছতে ঘৰ পালেগৈ।

প্ৰসন্নই পদূলিৰ নওলা মুখতে শ্ৰীময়ীক লগ পালে। প্ৰসন্নৰ মাকে শ্ৰীময়ীক আগবঢ়াবলৈ আহিছিল নওলামুখলৈ। প্ৰসন্নক দেখি মাকে ক'লে, "অ' বাপ আহিলি? এই শ্ৰীময়ীয়ে কিবা পাঢ়ুবালে কি কৰি তোক চাহপানীৰ লগত দিবলৈ ৰৈ আছিল। তই দেৰী কৰা দেখি যাবলৈ ওলাল। আহি পালিহি যেতিয়া এইক অলপ আগবঢ়াই থৈ আহ বাপ। সন্ধ্যাখন হৈ গ'ল, বাঁহনিখন পাৰ কৰি থৈ আহ।"

"হ'ব আই, চাইকেলখন ইয়াতে থ'লোঁ, পাছত আহি সুমুৱাম।"

প্ৰসন্নই পদুলিৰ নাহৰজোপাতে চাইকেলখন আওঁজাই থৈ, নগুলাদাল লগাই, বাটৰ পিনে খোজ দিলে। শ্ৰীময়ী অলপ দূৰত গৈ ৰৈ আছিল।

"ব'লা।" প্ৰসন্নই শ্ৰীময়ীৰ ওচৰলৈ গৈ ক'লে।

দুয়ো আগলৈ খোজ ল'লে। পূৰ্ণিমাৰ ফৰিংফুটা জোনাক। গাঁৱৰ আলিবাট। দুকাষে বোবোচাবন, মাজত মিহি বলীয়া বাটটো। শৰৎ কাল। কুহমীয়া বতৰ। মাজে মাজে একোছাটি পাতল বতাহ আহি আছে।

"পাণ্টুৱা কৰিবলৈ ক'ত শিকিলা, শ্ৰীময়ী।"

"সিদিনা পূজাৰ সময়ত যে কদমতলি চাহ বাগিচালৈ গৈছিলোঁ। দাইতিহঁতৰ ঘৰলৈ, তাতে শিকিছিলোঁ। দাইতি বাগিচাৰ বৰমহৰী। তেওঁৰ ঘৰৰ কাষতে এঘৰ বঙালী মানুহ আছে। অফিচৰ কেৰেণী। তেওঁৰ ঘৈণীয়েকগৰাকীৰ ৰন্ধা-বঢ়াত বৰ চখ। মোক বৰ মৰম কৰিছিল। তেৱেঁই কেবাবিধো বঙালী ব্যঞ্জন ৰান্ধিবলৈ শিকাইছিল। পাণ্টুৱা কৰিবলৈও তেৱেঁই শিকাইছিল। অপোনালৈ থৈ আহিছোঁ। খাব। ক'ব খাই কেনে লাগিল? আপুনি আজিকালি সদায় স্কুলৰ পৰা ঘূৰোঁতে সন্ধ্যা হৈ যায়।........."

শ্ৰীময়ীয়ে হঠাৎ মন কৰিলে তাই কথা কৈ গৈ আছে, প্ৰসন্নৰ একো মাত-বোল নাই। তললৈ মূৰকৈ খোজ দিছে।

"কি হ'ল, আপোনাৰ দেখোন মাত-বোলহৈ নাই।"

"হঁম্, ওঁ— তোমাৰ কথা শুনি আছোঁ। কাইলৈ ক'ম, পাণ্টুৱা খাই কেনে লাগিল। নিশ্চয় ভাল লাগিব।'

"জানো, ভাল লাগে বা নালাগে।"

"খাই ক'ম নহয়।" দুয়ো নীৰৱে অলপদূৰ গৈ থকাৰ পাছত শ্ৰীময়ীয়ে মাত দিলে, "ককাইদেউ"—

"কোৱা"—

"মই আপোনাক দুটামান কথা ক'ব লগা আছে।"

"ৰ'বা, তুমি কোৱাৰ আগতে মই তোমাক দুটামান কথা কওঁ।"

"কওক, মই বাক পিছতে ক'ম।"

প্ৰসন্নই শ্ৰীময়ীক সেইদিনা গধূলি স্কুলৰ অফিচ কোঠাৰ খিৰিকীৰে আকাশত পূৰ্ণিমাৰ প্ৰথম ৰঙা জোনটো দেখাৰ পৰা তেওঁৰ মনলৈ অহা ভাববোৰ, চিন্তাবোৰৰ কথা ক'লে শ্ৰীময়ীক। সেইখিনি কৈ উঠি শেষত প্ৰসন্নই ক'লে, "আমি দুয়ো দুয়োকে গভীৰভাৱে ভাল পাওঁ— মোৰ এই বিশ্বাস তুমি স্বীকাৰ

নকৰৰকৈ থাকিব নোৱাৰা। এই কথাটো যে সম্পূৰ্ণ সত্য সেইটো সম্পৰ্কে মোৰ অকনো দ্বিধা, অকণো কুণ্ঠা নাই। তোমাৰ শ্ৰীময়ী?

শ্ৰীময়ী নিৰুত্তৰ হৈ থাকিল।

"কি হ'ল? উত্তৰ নিদিলা যে?"

"মই মোৰ কথাহে ক'ব পাৰোঁ।"

"কোৱা, তুমি কি ভাবা।"

"মই আপোনাক ভাল পাওঁ। এতিয়া নতুনকৈ নহয়, বহুত দিন ধৰি, কেবা বছৰ ধৰি।"

'কেবা বছৰ ধৰি!"

"কেবা বছৰেই বুলিব পাৰি। আপুনি এম. এ. ফাইনেল পৰীক্ষা দি ইয়াত নিগাজীকৈ থাকিবলৈ লোৱাৰ পৰাইনেকি। ভনীয়েক নিৰ্মালীৰ সৈতে মই কাণ সমনীয়া। সকৰে পৰা আপোনাক ময়ো ককাইটি বুলিয়েই ভাবিছিলোঁ। কিন্তু কেতিয়াৰ পৰা জানো মই মজনাকৈয়ে ককাইটিজন মোৰ মনৰ মানুহজন হৈ পৰিল। কৃষ্ণ গোসাঁই। মই নিজকে ৰাধিকা বুলি ভাবিবলৈ ধৰিলোঁ।"

"মই কিন্তু এনেকৈ ভবা নাছিলোঁ। নিৰ্মালীৰ দৰে ভনী এজনীয়েই বুলি ভাবি আছিলোঁ, বিশেষকৈ তাই বিয়া হৈ ওলাই যোৱাৰ পিছত, তাইৰ ঠাই তুমি লৈছিলা।"

"তাতে মই স্কুলত নাম লগালোঁ। আপুনি ছাৰ হ'ল। শিক্ষাগুৰু। আগেয়ে তুমি বুলিছিলো, আজি 'আপুনি' হ'ল। মই মনৰ ভিতৰতে ৰাধিকা হৈ কৃষ্ণ গোসাঁইক গুপুতে প্ৰেম যাচি থাকিলোঁ। আজি আপুনি কথাটো উলিয়ালে। মই আৰু লুক-ঢাক কৰিবলৈ নাই। সঁচাই জানে, মই আপোনাক ভাল পাওঁ।"

"কিন্তু মই কৃষ্ণ গোসাঁই নহয়। তেজ-মঙহৰ মানুহ মই। মোৰ প্ৰেমত মন আৰু শৰীৰ একাকাৰ হৈ আছে। মই হঠাৎ অলপ দিনৰ পৰা উপলব্ধি কৰিছোঁ তুমি এজনী অতি সুন্দৰী ছোৱালী, ৰূপৱতী। মই তোমাক পত্নী হিচাপে গ্ৰহণ কৰিবলৈ বিচাৰিছোঁ।"

"ময়ো বিচাৰোঁ তেনেকৈয়ে, কিন্তু.........." শ্ৰীময়ী বৈ গ'ল।

প্ৰসন্নই শ্ৰীময়ীৰ মুখলৈ চালে। শ্ৰীময়ী যেন কিবা এটা ক'বলৈ দ্বিধাগ্ৰস্ত হৈছে।

"কি হ'ল, বৈ গ'লা দেখোন।" প্ৰসন্নই ক'লে।

শ্ৰীময়ীয়ে আৰু অলপ সময় নীৰৱে বৈ ক'লে, 'এটা কথা"—

"কোৱা—"

"মই কিজানি আপোনাক মনতে গুপুতে কৃষ্ণ গোসাঁই কৰিয়েই ৰাখিব লাগিব সদায়। ৰাধিকাজনীও গুপুতেই জীয়াই থাকিব লাগিব।"

"কি কৈছা, মই বুজা নাই।"

"আপুনি মোক পত্নী কৰি লোৱাৰ কথা ভাবিছে। হয়তো সেয়া সম্ভৱ নহ'ব"

"কিয়??"

"আপোনালোক সোণোৱাল কছাৰী, আমাৰ জাত-পাতৰ সৈতে নিমিলে। বিয়া হ'ব নোৱাৰে।"

"কিন্তু বিয়াৰ কথাটো ওলোৱাই নাই।"

"কথা নোলালেও মানুহে বু-বু বা-বা আৰম্ভ কৰিছে।"

"কিহৰ বু-বু বা-বা?"

"মই যে সদায় আপোনালোকৰ ঘৰলৈ আহোঁ, আপানাৰ সৈতে মিলা-মিছা কৰো, কাৰো কাৰো চকুত পৰিছে। কোনোবাই বোলে আমাৰ ঘৰত মাক লগাইছে। মায়ে অলপ দিন আগতে মোক ইংগিত দিছিল। মই যাতে সাৱধান হওঁ। সেউতাই হেনো মাক কৈছিল, এনেয়ে একো আপত্তিৰ কথা নহ'লহেঁতেন। এনে এজন ল'ৰাৰ সৈতে মনৰ মিল হোৱা, নাইবা বিয়া-বাৰু হোৱাটো ভাগ্যৰে কথা হ'লহেঁতেন। কিন্তু জাতৰ আমিল। তেনে হোৱাটো সমাজে নামানিব। গতিকে মই যেন সাৱধান হওঁ। আপানাৰ সৈতে মিলা-মিছা কমাই দিওঁ।"

"কথাবোৰ তেনেকুৱাহেনেকি? মানে আমি নীচ কুলৰ!" ক্ষীণ শব্দ এটা কৰি হাঁহি এটা মাৰিলে প্ৰসন্নই।

শ্ৰীময়ীয়ে হঠাৎ প্ৰসন্নৰ হাত এখন নিজৰ দুহাতেৰে খামুচি ধৰি আবেগেৰে ক'লে, "তেনেকৈ নক'ব, মই জাত-পাত নামানো। আপুনি আমাতকৈ বহুত ওপৰৰ বহুত ওপৰৰ মানুহ।"

মাজবাটতে শ্ৰীময়ীয়ে প্ৰসন্নৰ হাতত ধৰি বৈ থকাত প্ৰসন্নই সামান্য অস্বস্তিবোধ কৰিলে। তেওঁ লাহেকৈ তেওঁৰ গাৰ পৰা শ্ৰীময়ীৰ হাত দুখন এৰুৱাই দিলে।

দুখোজমান গৈয়েই শ্ৰীময়ীহঁতৰ ঘৰৰ পদুলিত উঠিলগৈ দুয়ো। পদুলিৰ পৰা অলপ ভিতৰলৈ শ্ৰীময়ীহঁতৰ ঘৰ। পদুলিৰে সেইপিনে সোমায়েই সৰু বাটটোৰ দুপিনে ছাতিৰ আকাৰত দুজোপা পাতে ভৰি থকা বকুল। বাটটোত ছাঁ পৰি আন্ধাৰ হৈ আছে। চাৰিওপিনৰ উজ্জ্বল জোনাকে আন্ধাৰখিনি সামান্য পাতল কৰি ৰাখিছে। ছাঁখিনিত ভৰি দিয়েই শ্ৰীময়ী বৈ গ'ল, প্ৰসন্নও ৰ'ল।

শ্ৰীময়ীয়ে ক'লে, "আপুনি উভতি যাওকগৈ, আমাৰ ঘৰলৈ যাব নালাগে। এতিয়াৰ পৰা মই আপোনালোকৰ ঘৰলৈ সদায় নাযাওঁ। মাজে মাজে যাম। গ'লেও দিনৰ ভাগতে উভতি আহিম, আপুনি যাতে মোক থ'বলৈ আহিব নালাগে।"

শ্ৰীময়ীয়ে হঠাৎ প্ৰসন্নৰ বুকুত মুখখন গুজি দি উচুপিবলৈ ধৰিলে। প্ৰসন্নই শ্ৰীময়ীক দুবাহুৰ মাজত সাৱটি ল'লে।

চাৰিওপিনে ফৰিংফুটা জোনাকৰ সাগৰ। বকুল গছৰ ছাঁখিনি যেন এটা দ্বীপ। সেই দ্বীপৰ আদিম আন্ধাৰত প্ৰসন্ন আৰু শ্ৰীময়ী লীন হৈ গ'ল।

কেইবাটাও উপলক্ষত বীতাহঁতৰ মূল ঘৰৰ ভিতৰলৈ যোৱাৰ প্ৰয়োজন ঘটিছিল সৌমাৰৰ। তেতিয়া সৌমাৰৰ সৈতে বীতাৰ ঘনিষ্ঠতা সাধাৰণ চিনাকিৰ পৰ্যায়তে আছে। আবেলি আন জুনিয়ৰ কিজন অহাৰ আগেয়েই সৌমাৰ সোনকালে আহি যাব চেম্বাৰত উপস্থিত হয়। আৰু তেওঁ অকলশৰে থকা সুযোগতে বীতাই চাহ বা চৰ্বত দিয়াৰ আচিলাত আহি সৌমাৰৰ সৈতে নিৰ্বাক ভাব বিনিময় কৰেহি। হাঁহি হাঁহি অংগী-ভংগীৰে কিবা ভাব প্ৰকাশ কৰেহি— সৌমাৰে সহানুভূতিৰে তাইৰ সৈতে ভাব-বিনময়ত সহযোগ কৰে। কেতিয়াও সৌমাৰৰ সৈতে বীতাৰ শাৰীৰিক সংস্পৰ্শ হৈ উঠা নাই। যদিও অবচেতন মনত দুয়ো দুয়োৰ শৰীৰৰ প্ৰতি আকৰ্ষিত হোৱাৰ ইংগিত সুস্পষ্ট হৈ উঠিছিল। দুয়োৰে দুয়োৰ সান্নিধ্য ভাল লাগিছিল।

সেই সময়ছোৱাত দুই-এটা সৰু-সুৰা কথাত দুই-তিনিদিনমান সৌমাৰ বীতাহঁতৰ ড্ৰইং কম হৈ ভিতৰ বাৰাণ্ডা নাইবা অন্য কোঠাতো প্ৰবেশ কৰিছিল, প্ৰায়েই বীতাৰ মাকক কিবা ক'বলৈ নাইবা সুধিবলৈ। তেনে এদিন বিয়লি পৰত সৌমাৰ ভিতৰ বাৰাণ্ডাত থিয় দিলেগৈ, আগৰ বছৰৰ পি এম বাগচী পঞ্জিকাখন বীতাৰ মাকৰ পৰা খুজি আনিবলৈ। পুৰণি তাৰিখ এটা চোৱাৰ প্ৰয়োজন হৈছে। বাৰাণ্ডাত থিয় হৈ সৌমাৰে দেখে মাক-জীয়েকৰ তয়াময়া কাজিয়া। বীতা চকী এখনত বহি আছে। সমুখৰ চেন্টাৰপীচ এখনত লুডু খেলাৰ বৰ্ডখন আৰু গুটিবোৰ সিঁচৰিত হৈ মাটিত পৰি আছে। বীতাই হাত দুখন আঁচাৰি মুখেৰে কিবা বকি বকি খঙত থকাৰ দৰে আছে। মাকেও বকি বকি ভিতৰৰ পিনে যাবলৈ ওলাইছে। তেনেতে সৌমাৰ উপস্থিত। উত্তেজিত ঘটনা এটাৰ আভাস পাই সৌমাৰে উপস্থিত সুধিলে, "কি হ'ল মাহী? এওঁ দেখোঁন খঙত আছে।"

"চোৱাচোন সৌমাৰ, তিনি গেম খেলিলো লুডু। মই এতিয়া ওলাব লাগে, এঠাইলৈ যাবলৈ, হাজৰিকানী আহিব, তেওঁৰ লগত। তাই নুশুনে, মই

লুডু খেলি থাকিব লাগে। বাৰু কি হ'ল সৌমাৰ, তুমি আহিলা যে?"

"যোৱা বছৰৰ পঞ্জিকাখন লাগে, ছাৰক।"

খন্তেক পিছতে ৰীতাৰ মাকে পুৰণি পঞ্জিকাখন আনি সৌমাৰক দিলেহি। সৌমাৰে তেতিয়া ৰীতাৰ কাষত বহি লুডুখন ঠিক কৰি থৈ গুটিবোৰ মাটিৰ পৰা বুটলি আছে। ৰীতাৰ মুখখন এপাচি। সৌমাৰে ৰীতালৈ চাই মিচিক মিচিক হাঁহিছে। ৰীতাই সৌমাৰৰ হাত এখনত থাপচ্ থাপচ্কৈ মাৰিছে, আৰু ফেঁকুৰিছে।

সৌমাৰে ৰীতাৰ মাকৰ পৰা পঞ্জিকাখন লৈ ৰীতাক ইংগিতেৰে বুজালে যে পঞ্জিকাখন উকীলখানাত থৈ আহি তেওঁ ৰীতাৰ সৈতে লুডু খেলিব। সৌমাৰৰ ইংগিতৰ কথাখিনি বুজি পাই ৰীতাই হাত দুখন আঁচাৰি আনন্দত হাঁহিবলৈ ধৰিলে।

উকীলখানাত সেই সময়ত বিশেষ কাম নাছিল, কিবা কেচ দুটামান পঢ়ি চোৱাৰ বাহিৰে। তেওঁ অলপ পিচতে ভিতৰৰ বাৰাণ্ডালৈ আহিল, দেখিলে ৰীতাই লুডুখন পাতি গুটিবোৰ সজাই সৌমাৰ অহাৰ পিনে আশাৰে চাই বৈ আছে।

এইদৰে প্ৰথম এদিন লুডু খেলা, তাৰ পিছত কেতিয়াবা কেৰম খেলা, নাইবা মেম চুৰি তাচ খেলা, আৰু পিছলৈ ঘৰৰ সমুখৰ বহল মুকলি বননিত বেডমিণ্টনৰ কৰ্ট পাতি উকীলখানাৰ কামৰ অন্তত বাকী জুনিয়ৰ দুজনৰ লগত ৰীতাকো লগত লৈ বেডমিণ্টন খেলা, এইবোৰৰ মাজেৰে ৰীতাৰ সান্নিধ্য সৌমাৰৰ কাৰণে সহজ আৰু স্বাভাৱিক হৈ পৰিল।

ঠিক তেনে সময়তে এদিন আবেলি উকীলখানাৰ লাইব্ৰেৰীত, আন কোনো উপস্থিত নথকা এক নিৰিবিলি নিৰ্ভয় সময়ত সৌমাৰে কিতাপ এখন ওপৰৰ ৰেকৰ পৰা নমাই অনাৰ পৰত ৰীতা থিয় দিলেগৈ ঠিক সৌমাৰৰ একেবাৰে কাষত। আৰু ঠিক তেনে সময়তে এটা পঁইতাচোৰাই ৰীতাৰ বুকুৰ খোলা অংশটোত পৰিলহি, পাখিত লৈ সেই পৰম মৃত্যুহীন মুহুৰ্ত্তটো, যিটো মুহুৰ্ত্ত ইতিমধ্যেই আহি বৈ আছিল, সৌমাৰ আৰু ৰীতাৰ চেতন মনৰ খোলা-নোখোলা হৈ থকা দুৱাৰৰ দাঁতিত। দুৱাৰখন দুফাল হৈ মুহুৰ্ত্ততে খোল খাই গ'ল, সোমাই আহিল, কোবাল ধুমুহা, চেতনাৰ দুৱাবেদি। প্ৰেমৰ কোবাল ধুমুহাৰ বতাহ। ধুমুহাই জোকাৰি দিলে দুয়োৰে শৰীৰ। দুয়োৰে দুয়োকে প্ৰচণ্ড ভাবে সাবটি ধৰি, দুয়োৰে দুয়োৰে ওঁঠ চকু গাল ভিতিত বলীয়াৰ দৰে চুমা খালে।

সৌমাৰ আৰু ৰীতাৰ সম্পৰ্কক ৰীতাৰ মাক-দেউতাকে কিন্তু বৰ্তমানলৈকে এহাল যুৱক-যুৱতীৰ সহজ, ভাতৃ-ভগ্নী সদৃশ, স্বাভাৱিক আকৰ্ষণ মাত্ৰ বুলিয়েই গ্ৰহণ কৰি আহিছে। অমৰ চৌধুৰীৰ পৰিয়ালৰ এটায়ে সৌমাৰক

নিজৰ ঘৰবে আন এজন বুলি ভাবিবলৈ ধৰিলে। বস্তুত কলিকতাত পঢ়ি থকা বীতাৰ ককায়েক দুজন আহিলে বছৰ দিনকেইটাৰ প্ৰায় সমস্ত সময়খিনি সৌমাৰৰ সৈতে কথা-বতৰা, নানা আলোচনা-বিলোচনা, ফুৰা-চকা, খোৱা-মেলা, ফুৰ্তি-ভাঁমাচা সকলোতে ইমান ঘনিষ্ঠ হৈ পৰে যে সেই নিবিড় সান্নিধ্যৰ আঁৰত সৌমাৰ আৰু বীতাৰ গোপান প্ৰেমৰ স্ৰোতস্বিনী ফল্গু নৈখনৰ অস্তিত্ব সকলোৰে কল্পনাতীত আছিল। বীতাৰ অন্তঃমুখী স্বভাবটো, সৌমাৰৰ বন্ধু নাইবা ভাতৃসদৃশ সান্নিধ্যই যেন বহুখিনি সলনি কৰিছে, তেনে উপলব্ধি হৈছে বীতাৰ মাক-দেউতাকৰ। এজনী বোবা ছোৱালী বুলি বীতাৰ মনত সদায় যি সংকোচ, যি হীনম্মিকাবোধ সি নোহোৱা হৈ পৰিছে বহুখিনি। বীতাৰ সৈতে সৌমাৰৰ সম্পৰ্ক সম্পূৰ্ণ নিৰাপদ, নিষ্কলুষ, ঘৰৰ সকলোৰে মনৰ এই বিশ্বাসক যিমান দিন পাৰি ক'ভো ছিন্ন নপৰাকৈ ৰাখিবলৈ সৌমাৰ আৰু বীতা দুয়ো অতি সচেতন, অতি সাবধান হৈ থাকিল। সৌমাৰ যেন বীতাৰ এজন নিৰাপদ লগৰীয়া— তেনেদেৰেই বীতাৰ মাক-দেউতাকৰ মনত নিজৰ স্থিতিক ৰূপ দিবলৈ প্ৰয়াস কৰিলে সৌমাৰে। সৌমাৰ সেই ক্ষেত্ৰত কৃতকাৰ্যও হ'ল। যদিও বীতাই মাজে মাজে সংযমৰ লক্ষ্মণৰেখা থচকিব খোজে, অসুবিধাত পেলাব খোজে সৌমাৰক। শৰীৰৰ দাবীক সদায় সীমাৰ মাজত ধৰি ৰাখিবলৈ কষ্ট হয় দুয়োৰে। বীতা ভীষণ অস্থিৰ হৈ পৰে, সৌমাৰৰ নিবিড় দুবাহুৰ মাজত, চুমাৰ তীব্ৰ নিষ্পেষণত। সৌমাৰৰ ওঁঠ কামুৰি তেজ উলিয়াই দিয়ে বীতাই, নখেৰে চিকুটি চিন বহুৱাই দিয়ে সৌমাৰৰ বাহুত, গলধনত, গালত। উত্তেজনাত বোবা মাতেৰেই তাই চিঞৰি দিয়ে কেতিয়াবা। কান্দি পেলায় কেতিয়াবা। সদায় আবেলি চৌধুৰীৰ বাৰ লাইব্ৰেৰীৰ নিৰ্দিষ্ট ঠাইত অলপ সময়ৰ বাবে মাত্ৰ দুয়ো মিলিত হয়, কামনাৰ তীব্ৰ অনুৰাগত। সেই সময়খিনিৰ বাবেই দুয়ো আকুল আগ্ৰহেৰে বৈ থাকে। জীৱনৰ সকলো অৰ্থ, সকলো স্বপ্ন, কামনা-বসানা আশা-আকাংক্ষা সেই চুটি সময়খিনিতে যেন প্ৰাণ পাই উঠে। আইনৰ কিতাপবোৰৰ লাইব্ৰেৰীটো যেন এখন অগাধ অৰণ্য। সেই অৰণ্যত সৌমাৰ আৰু বীতাৰ প্ৰাত্যহিক গোপন অতৃপ্ত অভিসাৰ। সিমানেই— সিমানেই মাত্ৰ।

প্ৰায় চাৰিটা বছৰ তেনেকৈয়ে অতিক্ৰম কৰিলে দুয়ো। সৌমাৰৰ কাৰণে বীতা বোবা হোৱা কথাটোৰ ক্ৰমে একো অসুবিধা নোহোৱা হ'ল। বীতাৰ সকলো আচৰণ, অংগী-ভংগীৰে ভাব-বিনিময়, সকলোবোৰ অস্বাভাৱিকতা, এসময়ত সৌমাৰৰ কাৰণে সহজ আৰু স্বাভাৱিক হৈ পৰিল।

কোনো সংঘাতৰ মুখামুখি নোহোৱাকৈ চাৰিটা বছৰ পাৰ হ'ল। সৌমাৰে

মন স্থিৰ কৰি থৈছে উপযুক্ত সময় আহিলেই তেওঁ গোপনতাৰ গুহাৰ কপাট খুলিব। সকলোৰে সমুখত দাণ্ডি ধৰিব বীতা আৰু তেওঁৰ প্ৰেমৰ স্বৰ্ণ পাত্ৰ। তেওঁ ঘোষণা কৰিব, তেওঁ বীতাক বহুদিন ধৰি ভাল পায় আহিছে, বীতাৰ প্ৰতি তেওঁৰ প্ৰেমক বিয়াৰ সম্পৰ্কেৰে স্বীকাৰ কৰি ল'ব খুজিছে। সকলোৰে বিস্ময় মানিব সৌমাৰৰ স্বীকাৰোক্তি আৰু প্ৰস্তাৱৰ কথা শুনি। সৌমাৰৰ দৰে এজন উচ্চশিক্ষিত, সুকান্ত, সকলো পিনৰ পৰা সমৰ্থবান, সুযোগ্য যুৱকে এজনী বোবা ছোৱালীক, ভাল পোৱাই নহয়, বিয়া কৰিবলৈ ইচ্ছা কৰিছে, এই কথাটোৱে নিশ্চয় দুয়ো ঘৰতে প্ৰতিক্ৰিয়া কৰিব। বীতাইঁতৰ ঘৰত হয়তো সেই প্ৰতিক্ৰিয়া শেষ বিবেচনাত সন্তোষজনকেই হ'ব। কিন্তু সৌমাৰৰ নিজৰ ঘৰত কেনে প্ৰতিক্ৰিয়া হ'ব, মাক-দেউতাক নাইবা বায়েক দুগৰাকীয়ে কিদৰে প্ৰস্তাৱটো গ্ৰহণ কৰিব সেই সম্পৰ্কত সৌমাৰ নিশ্চিত হ'ব পৰা নাই। হয়তো বাধা আহিব, মাক-দেউতাকে গ্ৰহণ নকৰিব। হয়তো সংঘাতৰ সৃষ্টি হ'ব। যি হয়, তাৰ সন্মুখ হ'ব সৌমাৰ, এনে এক সিদ্ধান্তৰে সৌমাৰে মনক প্ৰস্তুত কৰি ৰাখিলে। তেওঁ অপেক্ষা কৰিলে মাত্ৰ এটা তাৰিখলৈ : বীতা ওঠৰ বছৰ হোৱা তাৰিখলৈ।

সেই তাৰিখটো আহিল। ছেপ্টেম্বৰৰ চৈধ্য তাৰিখ। বীতাই ওঁঠৰ বছৰ বয়স সম্পূৰ্ণ কৰিলে— এই তাৰিখত। বীতাৰ জন্মদিন আগেয়ে মাক-দেউতাকে বৰ অনুষ্ঠুপীয়াকৈ পাতিছিল। মানুহ-দুনুহ নিমন্ত্ৰণ নকৰিছিল। কিয়নো বীতা মানুহৰ আগলৈ ওলাই নাহে। সংকোচ। মাক-দেউতাকেও জোৰ নকৰে। কিন্তু আচৰিত ধৰণে সৌমাৰৰ সৈতে চিনাকী হোৱাৰ পিছৰ পৰা জন্মদিন উৎসৱত বীতাৰ দ্বিধা-সংকোচ লাহে লাহে নোহোৱা হ'ল। কথা ক'ব নোৱাৰিলেও হাঁহি- স্ফূৰ্তি ৰং-ৰহইচত যোগ দিবলৈ আগবাঢ়ি অহা হ'ল।

এইবাৰ, বিশেষকৈ সৌমাৰে জোৰ দিলে বীতাৰ জন্মদিন আগতকৈও আৰু ধুম-ধামেৰে পতা হওক। ইতিমধ্যে গুৱাহাটীত স্বেইখ ব্ৰাদাৰ্চৰ কটি-বিস্কুট আৰু কেকৰ বেকাৰী হৈছে যদিও সৌমাৰে বীতাৰ দেউতাকক অনুৰোধ কৰিলে এইবাৰ বীতাৰ জন্মদিনৰ কেক কলিকতাৰ ফ্লুৰিজৰ পৰা অনাৰ ব্যৱস্থা কৰক। বীতাৰ জন্মদিন উদ্‌যাপনত সৌমাৰৰ অধিক উৎসাহ দেখি মাক-দেউতাক দুয়ো আনন্দিত হ'ল আৰু সৌমাৰৰ বীতাৰ প্ৰতি মৰম আৰু কৰ্তব্যবোধ দেখি মুগ্ধ হ'ল।

বেছ আড়ম্বৰেৰে বীতাৰ জন্মদিন পালন হ'ল। চৌধুৰী পৰিয়াল আত্মীয়-স্বজন, বন্ধু-বান্ধৱ, চেচন-কৰ্টৰ আলেখিনি প্ৰবীন-নবীন আইনজীৱী আৰু তিনিজন জ্যেষ্ঠ ন্যায়ধীশ— সকলোকে সপৰিয়ালে নিমন্ত্ৰণ কৰা হ'ল। এজন বৃদ্ধি ন্যায়াধীশো

সপত্নীক নিমন্ত্রিত হ'ল। পূজাৰ বন্ধলৈ আৰু এসপ্তাহমান আছিল, গতিকে, সেই এসপ্তাহৰ বাবে কলেজৰ শ্ৰেণী বাদ দি কলিকতাত পঢ়ি থকা বীতাৰ ককায়েক দুজনো আহিল জন্মদিনত যোগ দিবলৈ। তেওঁলোকে বেলেৰে আহি জন্মদিনৰ পুৱাই ঘৰত উপস্থিত হ'লহি। আগবে পৰা দেউতাকে যোগাযোগ কৰি থোৱা অনুযায়ী তেওঁলোকে কলিকতাৰ ফ্লুবিজৰ আইচটপ্ প্ৰকাণ্ড বাৰ্থ ডে' কেক, আইচবক্সত ভৰাই আনিলে নিউ মাৰ্কেটৰ পৰা প্ৰকাণ্ড এথোপা গোলাপ, ৰজনীগন্ধা আৰু বিভিন্নবৰ্ণী কাগজৰ ফুল, বীতাৰ বাবে কলিকতাৰ বৌবাজাৰত থকা প্ৰখ্যাত দৰ্জি মহম্মদ গুলাম হুছেইন টেল'ৰচৰ তাত বিশেষভাবে চিলোৱা এটা জন্মদিনৰ পিংক বৰ্ণী দামী গাউন— এইবিলাকো বীতাৰ ককায়েক দুজনে লগত লৈ আহিল। তেতিয়া কলিকতাৰ পৰা গুৱাহাটীলৈ মণিহাৰী ঘাটেদি বেলেৰে মাত্ৰ বাৰ ঘণ্টাৰ যাত্ৰা। গতিকে কলিকতাৰ পৰা বস্তু অনা বৰ সহজ।

সৌমাৰ সেইদিনা কৰ্টৰ পৰা সোনকালেই আহি বাহিৰে বাহিৰে বীতাহঁতৰ ঘৰত সোমাল আৰু বীতাৰ ককায়েকহঁতৰ সৈতে পূৰ্ণউদ্যমে জন্মদিনৰ দৃশ্যসজ্জাত লাগি গ'ল। মাজৰ প্ৰকাণ্ড বহা কোঠাটোত হাতুৰী, গজাল, ৰছী লৈ কাগজৰ ফুল আঁৰা, ৰজনীগন্ধা আৰু গোলাপৰ থোপাবোৰ টেবুলে টেবুলে সজোৱা ইত্যাদি কামত অতি উছাহেৰে সৌমাৰ ব্যস্ত হৈ পৰিল। মাকেও আহি ক'ত খোৱা বস্তু থাকিব, ক'ত ডিছ, কাটা চামুচ নেপকিন থাকিব, ক'ত কেকটো থাকিব, সেইবোৰ সজোৱাত লাগিল— বনকৰা ল'ৰা দুটাৰ সহায়ত। সিপিনে পাকঘৰত বাব ক্লাবৰ কুক দুজন আনি বহু চিন্তা-চৰ্চা আলোচনা কৰি অতিথিসকলক খুৱাবৰ কাৰণে ঠিক কৰা 'মেনু'ৰ এবিধ এবিধকৈ বন্ধা-বঢ়া আৰম্ভ হৈছে। এইবিলাকৰ মাজে মাজে বীতা অত্যুৎসাহী হৈ মনৰ বুজা-নুবুজা আনন্দত দৌৰাদৌৰি কৰি আছে। ইটো-সিটো সহায় কৰি দিছে। বাতিপুৱাই শুই উঠিয়েই মাকে তাইক কেলেণ্ডাৰৰ ১৪ ছেপ্টেম্বৰ তাৰিখটো দেখুৱাই অংগী-ভংগীৰে বুজাইছিল যে আজি তাইৰ জন্মদিন। দেউতাকেও শোৱাৰ পৰা উঠিয়েই তাইক বুকুৰ কাষলৈ আনি 'হেপী বাৰ্থ ডে' বুলি কৈ তাইৰ কপালত চুমা এটা খাইছিল। বীতাই তেতিয়াই বুজি পাইছিল, তাইক লৈ সদায় বছৰত এই বিশেষ দিনটোত সকলোৱে ফুৰ্তি কৰে, তাইক মানুহে উপহাৰ দিয়ে, তাইক নতুন কাপোৰ পিন্ধিবলৈ দিয়ে। আজি তাইৰ সেই বিশেষ দিনটো। সেই বিশেষ দিনটোৰ বাবে সকলোৱে এইবোৰ আয়োজন কৰিছে। বীতাৰ মনত সেয়ে আজি বৰ ফুৰ্তি।

আয়োজনৰ সকলো কাম সম্পূৰ্ণ হৈ উঠাৰ পিছত সৌমাৰ এপাক ঘৰলৈ গ'ল। কিয়নো তেওঁ উকীলৰ সাজ-পোছাকেৰেই আহিছিল। কাপোৰসাজ সলাই

আহিব লাগিব। চিনিয়বৰ ঘৰৰ উৎসৱ। গতিকে মাকক পিছত দেউতাকৰ লগত আহিবলৈ এৰি থৈ তেওঁ আগতীয়াকৈয়ে আহিল। হুমাহমানৰ আগতে তেওঁৰ জন্মদিনত এগৰাকী বায়েকে দিয়া নতুন গাঢ় নীলা ৰঙৰ চ্যুটযোৰকে পিন্ধি ল'লে। প্ৰথমদিনা সেইযোৰ পিন্ধি গৈ ৰীতাৰ ওচৰত থিয় হওঁতে ৰীতাই ইংগিতেৰে বুজাইছিল, তাই কাপোৰযোৰ ধুনীয়া দেখিছে। তাই কাষত কোনো মানুহ নোহোৱাৰ সুযোগ লৈ কোটটোৰ লেপেল এটাত কোমলকৈ চুমা এটা খাই দিছিল। সৌমাৰৰ গোটেই কথাটো মনত পৰিল। সেই চ্যুটযোৰকে সৌমাৰে পিন্ধিলে। টাই নামাৰিলে। বেছি ফৰমেল হৈ পৰিব, তেওঁ ভাবিলে।

সৌমাৰ ৰীতাহঁতৰ ঘৰ পাওঁতে ঘৰৰ সকলোৰে চখৰ সাজ-পোছাক পিন্ধি অতিথিৰ আগমনৰ কাৰণে অপেক্ষাত আছে। দৃশ্যসজ্জা, পুষ্পসজ্জা একাষত প্ৰকাণ্ড ডাইনিং টেবুলত বিবিধ আহাৰৰ বাবে সাজুকৈ থোৱা বাচন-বৰ্তন, দিচ্ কোৱাৰ্টাৰ প্লেট, চামুচ, ফৰ্ক, কাপপ্লেট, পানীৰ গিলাচ, নেপকিন ইত্যাদি ইত্যাদি। প্ৰকাণ্ড কোঠাটোৰ মাজত এখন হালধীয়া ৰঙৰ নতুন টেবুল ক্লথ পৰা ডাঙৰ ঘূৰণীয়া মেহগণী কাঠৰ মেজত ৰঙা-নীলা ডিজাইন কৰা প্ৰকাণ্ড কেক্‌টো। তাত ৰঙা-নীলা মম খুচি থোৱা আছে। সৌমাৰে মম গণ্তি কৰিলে। মাকে মাত লগালে, "ঠিকেই আছে সৌমাৰ, ওঁঠৰডাল দিয়া আছে। মই আকৌ মম কমাই দি ৰীতাৰ বয়স লুকাম বুলি ভাবিছানেকি?"

"কেনেকৈ লুকাব মাহীদেউ। মই যোৱা বছৰ দিয়া মমৰ হিচাপটো মনত ৰাখি থৈছোঁ নহয়। যোৱাবাৰ সোতৰডাল মম দিছিল।"

ৰীতাৰ মাকে হালধীয়া ৰঙৰ কাপোৰৰ নেপকিন এখন এখনকৈ দিছবোৰৰ ওপৰত দি থোৱা কামটোত ব্যস্ত হ'ল। ককায়েক দুজন বাহিৰৰ বাৰাণ্ডাত কিবা কথাত মছগুল। সৌমাৰে মন কৰিলে ৰীতা ওলাই অহা নাইনেকি। তেওঁ মাকক সুধিলে,

"মাহীদেউ, ৰীতাৰ সাজসজ্জা হোৱাই নাইনেকি? দেখা নাই দেখোন।"

"তাই কেতিয়াবাই ওলাল দেখোন। সকলোতকৈ আগেয়েই পিন্ধি-মেলি সাজু। বাৰ্থ ডে কাপোৰ পাই ভীষণ ফূৰ্তি। সঁচাই বৰ ভাল হৈছে দেখিবলৈ গাউনটোৱে।"

সৌমাৰে লাহেকৈ একাষৰ দুৱাৰেদি উকীলখানাৰ পিনে খোজ ল'লে। ঠিকেই, ৰীতা উকীলখানাত বৈ আছে, ভিতৰৰ সৈতে সংযোগী দুৱাৰখনৰ পিনে চাই থিয় হৈ আছে, স্পষ্ট বুজা গৈছে, সৌমাৰ তালৈকে এবাৰ আহিব— সেই প্ৰতীক্ষাত। তাই পিংক ৰঙৰ এটা চিল্কৰ গাউন পিন্ধিছে : বাহু দুটা আৰু বুকুৰ

অংশটো ফুলি থকাকৈ, কঁকালটো চেপ খোৱাকৈ, আকৌ কঁকালৰ তলৰ পৰা ফুলি থকাকৈ গাউনটো এনে কলাসুলভভাৱে চিলোৱা হৈছে যে ৰীতাৰ শৰীৰটো যে এক মনোৰম শিল্প হৈ উঠিছে। মূৰৰ দীঘল চুলিখিনি মেলি পিঠিত পৰি আছে। মাজে মাজে উৰি আহি মুখত পৰেহি। তাতে পিংক ৰঙৰ চিকুণ ৰিবনৰ দুটা ফুল। কঁকালত এডাল ক'লা পেটি। ভৰিতো পিংক ৰঙৰ এযোৰ হাইহীলৰ জোতা। ঠিক সেই সময়তে কোঠাটোৰ পশ্চিম পিনৰ বেৰৰ ভেণ্টিলেটৰেদি বিয়লিৰ ডুব যাব ধৰা বেলিৰ পোহৰ আহি ৰীতাৰ চুলিত, মুখত চকুত, ডিঙিত, পিংক ৰঙৰ গাউনটোত পৰিছে। অপূৰ্ব। সৌমাৰ ৰীতাৰ পিনে চাই তথা লাগি ৰ'ল। কি অনুপম ৰূপ!

ৰীতাই হাত বাউল দি সৌমাৰক তাইৰ পিনে মাতিলে। সৌমাৰ আগবাঢ়ি গ'ল। ৰীতাই তাইৰ গাৰ গাউনটো আঙুলিৰে দেখুৱালে, ইংগিতেৰে সুধিলে কেনে লাগিছে দেখিবলৈ। সৌমাৰেও ইংগিতেৰে উত্তৰ দিলে, অতি ধুনীয়া লাগিছে। তাই হাঁহিলে। ৰীতাই ইংগিতেৰে সৌমাৰৰ গাৰ চ্যুটযোৰো ধুনীয়া বুলি আকৌ জনালে। সৌমাৰে বাহু দুটা মেলি দিলে। ৰীতা সৌমাৰৰ বুকুৰ মাজত লাহেকৈ সোমাই পৰিল। সৌমাৰে ৰীতাৰ ওঁঠত চুমা দিলে। কাণপালত ওঁঠখন লগাই সৌমাৰে ক'লে, "হেপী পাৰ্থ ডে'। মই তোমাক ভাল পাওঁ।"

ৰীতাই নুবুজিলে, সৌমাৰে কি ক'লে। তাই আবেগেৰে সৌমাৰৰ চকুলৈ চাই ৰ'ল।

সৌমাৰ বাহিৰৰ দুৱাৰেদি বাৰাণ্ডালৈ ওলাই গ'ল। ৰীতাই ভিতৰৰ পিনে খোজ দিলে। কোনেও নাজানিলে সিহঁতৰ গোপন মুহূৰ্তকেটাৰ কথা। তীব্ৰ শিহঁৰণত দুয়োৰে দেহ আৰু মনত দুটামান উত্তাল তৰংগ পাৰ হৈ যোৱাৰ কথা।

সৌমাৰ বাৰাণ্ডাত থিয় হোৱাৰ সময়তে চৌধুৰী উকীলৰ কাৰ খন আহি ঘৰৰ পৰ্চত ৰ'লহি। চৌধুৰীৰ লগতে কাৰখনৰ ড্ৰাইভাৰৰ কাষৰ চীটত বহি থকাৰ পৰা বাৰ ক্লাবৰ অৰ্ডালী এজন নামি আহিল। উৰ্দী পিন্ধা অৰ্ডালীজন আৰু ড্ৰাইভাৰ দুয়ো মিলি কাৰখনৰ পৰা কাগজৰ ভাণ্ডৰ বাকচ দুটামান নমাই আনিলে আৰু চৌধুৰীৰ নিৰ্দেশত ড্ৰইংৰুমৰ কাষতে থকা এটা কোঠাত বাকচ দুটা থ'লেহি। অলপ পিছত দেখা গ'ল চৌধুৰীৰ নিজৰ তত্ত্বাৱধানতে অৰ্ডালীজনে ড্ৰাইভাৰক লগত লৈ কোঠাটোৰ এখন মেজত টেবুল ক্লথ পাৰি তাত স্কচ্ আৰু সুৰভিময় বিলাতী পানীয়, চ'ডা, লাইমকৰ্ডিয়েল, আয়নাৰ গিলাচ আদি সজাইছে। চৌধুৰীয়ে নিজে পানীয় গ্ৰহণ নকৰে, কিন্তু তেওঁৰ বন্ধু-বান্ধৱৰ বহুজনৰেই সেই অভ্যাস আছে। বিশেষকৈ জ্যেষ্ঠ উকীল কেবাজনো আৰু

ন্যায়ধীশ দুগৰাকীয়েও পানীয়ৰ ব্যৱস্থাটো থাকিলে সন্তোষ পাব।

সন্ধ্যা হোৱাৰ লগে লগে নিমন্ত্ৰিত অতিথিসকল, পুৰুষ-মহিলা, ল'ৰা-ছোৱালী, সকলো আহিবলৈ ধৰিলে। সকলোৰে হাতত উপহাৰৰ পেকেট। উপহাৰ লৈ লৈ আনন্দত অধীৰ হৈ পৰিছে ৰীতা।

সাত বজামানত প্ৰায় এটাইখিনি মানুহ আহি গোট খালেহি। কেক কটাৰ পৰ্ব আৰম্ভ হ'ল। ন্যায়ধীশ হেড্‌লী থমপ্‌চন বেছি বয়সীয়া মানুহ নহয়। তেওঁৰ পত্নী মিচেচ থমপ্‌চনক যুৱতী হৈ থকা বুলিয়েই ক'ব পাৰি। মিছেছ থম্পচনেই কেক কটাত আগভাগ ল'লে ঃ ৰীতাক আগলৈ আনি মম নুমাবলৈ দিলে। ৰীতাই জানে, আগেয়ে কৰা অভ্যাস আছে। অলপ আঁতৰৰ পৰা সৌমাৰে লক্ষ্য কৰিলে ৰীতাই ওঁঠৰভাল মম ফুৱাই ফুৱাই নুমাইছে। মম নমুৱা হোৱাৰ লগে লগে হাত চাপৰি বজাই মিছেছ থম্পচনৰ লগে লগে সকলোৱে 'হেপী বাৰ্থ ডে টু ইউ, হেপী বাৰ্থ ডে টু ইউ ৰীতা' গীত গালে। মিছেছ থম্পচনৰ সহায়ত ৰীতাই কেক কাটিলে। নিজে এটুকুৰা খালে আৰু কাষতে থকা মাক-দেউতাকক কেক খুৱালে। তাৰ পাছত ৰীতাই এটুকুৰা কেক লৈ ইফালে সিফালে চাবলৈ ধৰিলে। দেখিলে, একাষত সৌমাৰ থিয় হৈ আছে, ৰীতাই মানুহৰ মাজেৰে গৈ সৌমাৰৰ মুখৰ ওচৰত কেকৰ টুকুৰাটো আগুৱাই ধৰিলে। সৌমাৰ বিব্ৰত হ'ল। কেকটুকুৰা মুখৰ ভিতৰত ল'লে। ৰীতাই কেকৰ আইচ অলপ সৌমাৰৰ গালত সানি দি হাঁহিবলৈ ধৰিলে। সৌমাৰ আৰু বেছি অপ্ৰস্তুত হ'ল। মিছেছ থম্পচনে আমোদ পালে। হাঁহি হাঁহি ৰীতাক এহাতে সাবটি ধৰি কাণৰ কাষত ফুচফুচাই ক'লে, 'বয় ফ্ৰেণ্ড ঃ নাইচ্ গাই।" ৰীতাই একো নুবুজিলে, হাঁহি থাকিল।

মিছেছ থম্পচনে ঘটনাটো যিদৰে উপভোগ কৰিলে গোটখোৱা বাকী মানুহখিনিয়ে সেইদৰে উপভোগ কৰিব পাৰিলে নে নাই বুজা নগ'ল। হয়তো কোনোৱে একোকে নাভাবিলে। আৰু হয়তো দুই-এজনে, বিশেষকৈ মহিলাসকলৰ দুই-একে ভাবিলে আৰু ভাবি মনেত কিছু অসুবিধা পালে।

সাত বজাৰ পৰা দহ বজালৈকে প্ৰায় তিনি ঘণ্টা সময় পূৰ্ণোদ্যমে 'বাৰ্থ ডে পাৰ্টি' উছৱমুখৰ হৈ থাকিল। ৰীতাৰ মাকে অতি যত্ন লৈ বিবিধ ভৱহৰ সুস্বাদু ব্যঞ্জন আৰু আহাৰ বনাইছে। চাহ বাগিচাৰ মালিকৰ জীয়াৰী। কলিকতাতো আছিল কিছুদিন। বৰ্ত্তা-বঢ়াত সকলো পৰা চখ্। কাৰ কাৰণে কেনে আহাৰৰ ব্যৱস্থা কৰিব লাগে জানে। সেইদিনাৰ বিশেষ মেনু আছিল জলদিল আৰু খৰিজৰে গুকানকৈ ভজা পাৰৰ মঙহ, পোৱা হাঁহৰ টুকুৰা, দৈ মছলা দি বনা ছাগলীৰ মঙহ, আৰি মাছৰ কাটলেট, গোটেইগোটে কেটোৱা কণীৰে লেটিয়াই ফুলকবিৰ

ৰোষ্ট, লুচি, চিকেন ফ্লাইড্ ৰাইচ্, মেয়নীজ চালাদ, কেৰামেল কাষ্টাৰ্ড, দুবিধমান উৎকৃষ্ট মিঠাই আৰু কিম্বাকিবি। সকলোৱে অশেষ তৃপ্তিৰে খালে। সংগীতৰো ব্যৱস্থা হৈছিল। হিজ মাষ্টাৰচ্ ভয়েচ্ গ্ৰামোফোনত বীতাৰ ককায়েকহঁতে গানৰ ৰেকৰ্ড বজাইছিল।

এটা কোঠাত জ্যেষ্ঠ পুৰুষসকল বহিছিল। তাত অৰ্ডালীয়ে ট্ৰে এখনত গিলাচ সজাই স্কচ্ হুইস্কি পৰিবেশন কৰিছিল। কনিষ্ঠসকলৰো তালেকেইজনে নিজেই গিলাচ লৈ বাহিৰৰ বাৰাণ্ডাত বহি লৈছিল, কম পোহৰত। মিছেছ্ থম্পচনে হাতত ধৰা বাইনৰ গ্লাচ এটা লৈ ইটো কোঠাৰ পৰা সিটো কোঠালৈ অহা-যোৱা কৰি আছিল। এবাৰ তেওঁ গ্ৰামোফোনটোৰ ওচৰত থকা ৰেকৰ্ডবোৰ চালেগৈ। হঠাৎ তাৰ মাজতে দুখনমান ৱেষ্টাৰ্ণ মিউজিকৰ ৰেকৰ্ড ওলাল। এখন বিথোভেনৰ চিম্ফনী অৰ্কেষ্ট্ৰা আৰু দুখন জাজ সংগীতৰ ৰেকৰ্ড। তেওঁ বীতাৰ ককায়েকৰ সম্মতি সাপেক্ষে অৰ্কেষ্ট্ৰাৰ ৰেকৰ্ডখন লগাই দিলে। আৰু অলপ পিছতে অন্য কোঠাত বহি থকা স্বামীগৰাকীক হাতত ধৰি লৈ আহি ডাঙৰ কোঠাটোত সংগীতৰ লগে লগে বল্‌ডান্স আৰম্ভ কৰিলে। তেওঁলোকৰ লগতে ৰেলৰ এজন এংলো ইণ্ডিয়ান ইঞ্জিনীয়াৰ আৰু বীতাৰ এজন সম্পৰ্কীয় চাহ বাগিচাৰ এছিষ্টেণ্ট মেনেজাৰ সপত্নীক আহি বল ডান্সত যোগ দিলে। মাজতে এবাৰ মিছেছ থম্পচনে বীতা আৰু সৌমাৰক হাতত ধৰি আনি মজিয়াত লগ লগাই নাচিবলৈ দিলে। সৌমাৰে কিছু বিব্ৰতবোধ কৰিলে। তথাপি উপায়ন্তৰ হৈ অনভ্যস্তভাৱেই বীতাৰ কঁকালত হাত থৈ সংগীতৰ তাল মিলাই নচাৰ চেষ্টা কৰিলে। মিছেছ থম্পচনে হাত চাপৰি বজাই উৎসাহ দিলে। উছৱৰ পৰিবেশ শীৰ্ষবিন্দুলৈ আগবাঢ়িল।

সৌমাৰৰ দেউতাক আৰু মাক অলপ পলমকৈ আহি পাইছিলহি। ডি. এছ. পি. চাহাবে অফিচৰ কাম সোনকালে এৰি আহিব নোৱাৰে। তথাপি মাজ সময়তে আহি সকলোৱে মাজত মিলি পৰিল। ডি. এছ. পি. চাহাবক জ্যেষ্ঠসকলৰ কোঠালৈ নিয়া হ'ল আৰু তেওঁৰ পছন্দ মতে স্কচ্ অন ৰকৰ গিলাচ এটা অৰ্ডালীজনে ট্ৰেখনত আগবঢ়াই দিলে। বীতাৰ দেউতাক সুদৰ্শন চৌধুৰীৰ সৈতে ডি. এছ. পি. চাহাবৰ পূৰ্বে সাধাৰণ চা-চিনাকি আছিল যদিও যোৱা কেইবছৰত সৌমাৰৰ চিনিয়ৰ হিচাপে দুয়োখন ঘৰৰ মাজত আহ-যাহ সঘন হৈ দুয়োটা পৰিয়াল ঘনিষ্ঠ হৈ পৰিছিল। সেয়ে বীতাৰ জন্মদিনৰ উৎসৱ শেষ হৈ এটাইবোৰ অতিথিয়ে অতি সন্তোষ আৰু তৃপ্তি-সহকাৰে বিদায় লৈ যোৱাৰ পিচতো সৌমাৰৰ মাক-দেউতাক আৰু অলপ সময় ৰ'ল। ঘৰৰা আৰু একান্তভাৱে জন্মদিনৰ

কথা ওলাল, কোন কোন আহিল, কোন নাহিল, কোনে কি ক'লে, কোনে কি খাই ভাল পালে, কোনজনৰ পেটত হুইস্কী অলপ বেছিকৈ পৰিল, আৰু মিছেছ থম্পচন মানুহজনী কিমান সাদৰী, কিমান বস্তিয়াল ইত্যাদি ইত্যাদি কথাৰ অৱতাৰণা হ'ল, তেওঁলোকৰ মাজত। তেতিয়া কোঠাৰ চোফাকেখনত দুয়োটা পৰিয়ালৰ এটাইকেইজন আৱাৰকৈ বহি লৈছে।

ডি. এছ. পি. চাহাবে এবাৰ হাতৰ ঘড়ীলৈ চাই ক'লে, "এ এঘাৰ বাজিবৰ হ'ল, উঠো। কাইলৈ পুৱাই বেটেলিয়ানৰ পেৰেড চেক আছে।"

ডি এছ. পি. চাহাৰ উঠিবলৈ উদ্যত হ'ল। তেনেতে একাষত নীৰবে বহি থকা সৌমাৰে হঠাৎ মাত লগালে, 'দেউতা, অলপ ৰ'বাচোন, মোৰ কথা এটা আছে।"

"কথা? ইয়াতে ক'ব লগানেকি?" চোফাৰ পৰা উঠিব খোজা ডি. এছ. পি. চাহাব পুনৰ বহি পৰিল।

"হয় দেউতা, ইয়াতে ক'ব লগা। মানে ইয়াতে কথাটো আপোনালোক সকলোৰে সমুখত ক'ব খুজিছো।"

কোঠাটোৰ মানুহখিনিয়ে একে সময়তে চকু ঘূৰাই সৌমাৰলৈ চালে।

সৌমাৰ অলপ সময় তললৈ মূৰকৈ ৰ'ল। যেন কথাটো ক'বলৈ অলপ সাহসৰ প্ৰয়োজন হৈছে তেওঁৰ। কাষৰ মানুহখিনিয়ে যে তেওঁলৈ এক দৃষ্টিৰে চাই আছে, সেই দৃশ্যটো অনুভৱ কৰি তেওঁ মূৰ দাঙিবলৈ শংকিত হৈ পৰিছে যেন।

"ক, কি ক'ব খুজিছ। বৈ আছ কিয়?" দেউতাকে সৌমাৰক ক'লে।

সকলোৰে উৎকণ্ঠাৰে সৌমাৰলৈ চালে আৰু ভাবিবলৈ ধৰিলে, কি কথা হ'ব পাৰে সৌমাৰৰ। সৌমাৰে মূৰটো তুলি সকলোৰে চকুলৈ এবাৰ কেমেৰাই পেন কৰাদি চাই ল'লে। তাৰ পিছত আকৌ তলমূৰ কৰি মুখ খুলিলে, "দেউতা, বীতাৰ আজি ওঠৰ বছৰ হ'ল। চি ইজ্ এডাল্ট্।" সৌমাৰ আধা কোৰাকৈ বৈ গ'ল। মূৰটো তল কৰিলে। দেউতাক আৰু মানুহখিনি উৎকণ্ঠিত। সৌমাৰলৈ তীব্ৰ দৃষ্টিৰে চালে।

"So...?" দেউতাকে মাত দিলে।

সৌমাৰে এইবাৰ মূৰটো দাঙি প্ৰথমে এবাৰ সকলোলৈকে চাই শেষত দেউতাকৰ পিনে দৃষ্টি দি স্পষ্ট উচ্চাৰণেৰে ক'লে, "দেউতা মই বীতাক বিয়া কৰাব খোজো।"

বেৰৰ ঘড়ীৰ কাঁটাৰ শব্দৰ বাহিৰে যেন সমগ্ৰ পৃথিৱীখন নিঃশব্দ হৈ

পৰিল। এইবাৰ ডি. এছ. পি. চাহাব তললৈ মূৰ কৰি ৰ'ল। সৌমাৰৰ মাক আৰু বাকীকেজনে বীতাৰ পিনে চালে। বীতা তেতিয়া মজিয়াৰ কাৰ্পেটত বহি চোফাত বহি থকা মাকৰ কোলাত মূৰ থৈ টোপনি গৈ আছে। মাকে তাইৰ মূৰৰ চুলিত হাত ফুৰাই আছিল। হাত দুখন ৰৈ গ'ল।

ডি. এছ. পি. চাহাব হঠাৎ বহাৰ পৰা উঠিল। তেওঁ সৌমাৰৰ মাকলৈ চাই গহীনাই মাতিলে, "নমিতা, আমি যাওঁ।" তেওঁ কালৈকো নোচোৱাকৈ দুৱাৰমুখৰ পিনে আগবাঢ়িল। হঠাৎ ৰৈ ঘূৰি সৌমাৰৰ পিনে চাই একে গহীন মাতেৰে ক'লে, "তয়ো আহ। ইমান ৰাতি চাইকলত যাব নালাগে। চাইকল থাওক ইয়াতে। মই কাইলৈ নিয়াম।"

সৌমাৰ তললৈ মূৰকৈ নিৰুত্তৰ হৈ আছিল। ডি. এছ. পি. চাহাবে প্ৰায় ৰূঢ় স্বৰে ক'লে, "শুনিছ?"

"ওঁ গৈছোঁ।" সৌমাৰে লগে লগে ক'লে।

ডি. এছ. পি. চাহাব অতি গহীনভাৱে পুলিচী খোজেৰে দুৱাৰখনেদি ওলাই গৈ পৰ্চত ৰৈ থকা কাৰত বহিলগৈ। সৌমাৰৰ মাক আৰু সৌমাৰো বহাৰ পৰা উঠি দুৱাৰৰ পিনে খোজ দিলে। সৌমাৰৰ মাকে এবাৰ ঘূৰি চাই ক'লে, "আহিলোঁ, বীতাৰ জন্মদিন বৰ ভালকৈ হৈ গ'ল।" নিকত্তাপ এবাৰ উক্তি।

তেওঁলোক দুয়ো কাৰত বহিলগৈ। কাৰখন চলিবলৈ ধৰাৰ আগমুহূৰ্তত আগৰ আসনত বহি থকাৰ পৰা সৌমাৰে মুখটো ঘূৰাই চালে। ঘৰৰ ওখ বাৰাণ্ডাত নিথৰ হৈ থিয় দি আছে বীতাৰ মাক, দেউতাক, ককায়েক দুজন আৰু মাকৰ সমুখত বীতা নিজে। তাইৰ চুলিবোৰ মেলা। চকুত কেঁচা টোপনি। তাই নাজানে অলপ আগতে সিহঁতৰ বহা কোঠাত এটা বজ্ৰপাত পৰিছিল।

কাৰখন চলিল। ডি. এছ. পি. চাহাবে সমুখলৈ চাই থকাৰ পৰা এবাৰো মূৰ নলৰালে। সৌমাৰ আৰু মাকে মাত্ৰ এপলক মূৰ ঘূৰাই বাৰাণ্ডাৰ পিনে চালে। বীতাৰ মাক-দেউতাকহঁতৰ কোনেও হাত দাঙি বিদায় দিয়াৰ সৌজন্যতা প্ৰকাশ কৰিবলৈ সাহ নকৰিলে।

সৌমাৰ নিজৰ কোঠাত সোমাই ভৰিৰ জোতা নোখোলাকৈয়ে ওপৰ মূৰকৈ বিচনাত বাগৰ দিলে। তেওঁ ভাবিবলৈ ধৰিলে, বীতাক বিয়া কৰোৱাৰ প্ৰস্তাৱত দেউতাকৰ মনৰ প্ৰতিক্ৰিয়াৰ স্বৰূপটো কি হ'ব পাৰে। তৎকালীন প্ৰতিক্ৰিয়া যে বিৰূপ সেই কথা তেওঁ দেউতাকৰ গহীন নিৰ্বাক আচৰণতে বুজিব পাৰিছে। বীতাহঁতৰ ঘৰৰ পৰা কাৰত আহি থকা গোটেই সময়খিনি দেউতাকে এটা মাত নামাতিলে। একো নুসুধিলে। মাকো মৌন হৈ থাকিল।

তেওঁ ভাবিছিল তেতিয়াই দেউতাকে কিবা মন্তব্য দিব, নিদিলে। ঘৰলৈ আহিও এতিয়ালৈকে তেওঁলোকৰ একো মাত-বোল নাই। মাত্র আগৰ দৰেই নিশা তেওঁলোকৰ শোৱা কোঠাৰ পৰা তাঁহি অহাৰ দৰে গজলৰ সুৰ ভাঁহি আহিছে। হয়তো দেউতাকে গজল শুনি শুনি, হাতত আৰু এটা পানীয়ৰ গিলাচ লৈ সৌমাৰৰ প্ৰস্তাৱটোৰ কথাকে ভাবিছে।

কিন্তু শেষ পৰ্যন্ত কি হ'বগৈ পাৰে? বীতাৰ মাক-দেউতাকৰ মনতেই বা কি প্ৰতিক্ৰিয়া হৈছে! এজনী বোবা ছোৱালীক তেওঁ বিয়া কৰাবলৈ ওলাইছে, কোনেও সহজ স্বাভাৱিক মনোভাবেৰে কথাটো নিশ্চয় গ্ৰহণ কৰিব নোৱাৰিব। কিন্তু শেষ পৰ্যন্ত কি হ'বগৈ। এক জটিল পৰিস্থিতিৰ সমুখত থিয় দিব লাগিব নিশ্চয়। কিন্তু কিমান জটিল হ'ব? সৌমাৰে মুখত অলপ উত্তাপ অনুভৱ কৰিলে। তেওঁৰ পিয়াহ লাগিল। তেওঁ বহি একাষৰ টেবুলত থকা পানীৰ জাগৰ পৰা গিলাচত পানী ঢালিলে। তেনেতে চকু পৰিল টেবুলৰ ওপৰত মুগা ৰঙৰ লেফেফাত বন্ধ এখন চিঠি। ঠিকনা লেখা আখৰকেটা দেখি চিনি পালে: প্ৰসন্নৰ চিঠি।

সৌমাৰে পানী গিলাচ খাই, বিছনাত বহি চিঠিখন খুলিলে। হয় প্ৰসন্নৰ চিঠি।

সৌমাৰে প্ৰসন্নৰ চিঠিখন পঢ়ি উঠি ভাবিলে: প্ৰসন্নইও ভাল পোৱা ছোৱালীজনীক বিয়া কৰোৱাত বাধাৰ সন্মুখীন হ'ব লগা হৈছে। প্ৰসন্নই কি কৰিব সৌমাৰে নাজানে, কিন্তু সৌমাৰ দৃঢ় সংকল্প তেওঁ বীতাক বিয়া কৰাবই- সম্ভাব্য সকলো বাধা প্ৰতিহত কৰি। "কাম্ হোৱাট্ মে'," — সৌমাৰে নিজকে নিজেই ক'লে।

কিন্তু সেই বাধা প্ৰতিহত কৰা সৌমাৰৰ কাৰণে যথেষ্ট কঠিন হ'ল। সেই কঠিনতাৰ প্ৰথম আন্দাজটো সৌমাৰে পালে পিছদিনা পুৱা চাহৰ টেবুলত। সেইদিনা দেওবাৰ আছিল।

দেওবাৰে পুৱা সৌমাৰে মাক-দেউতাকৰ সৈতে একেলগে পুৱাৰ চাহ-জলপান খায়। নহ'লে আনদিনা সৌমাৰ পুৱা সোনকালে উঠিয়েই চিনিয়ৰৰ তালৈ যাব লাগে। তাৰ পিছত উকিলখানাৰ পৰা আহি চাৰে নবজাত ভাত খাই ক'বালৰিকে ক'টলৈ যায়। কিন্তু দেওবাৰে চিনিয়ৰৰ চেম্বাৰ বন্ধ থাকে। গতিকে দেওবাৰে পুৱা সৌমাৰে মাক-দেউতাকৰ লগত একেলগে চাহৰ টেবুলত বহে।

সেইদিনাও পুৱাৰ চাহৰ টেবুলত দেউতাক-মাকৰ সৈতে সৌমাৰ বহিল। আগনিশাৰ গহীন মৌনতা একেদৰেই তেতিয়াও বিৰাজমান। আকাশ এতিয়াও

গোমা হৈ আছে। আকাশ ফাটি ধুমুহা ঢেবেকণি ওলাই অহা নাই। কাপ-প্লেট টিপটৰ টুং-টাং শব্দৰ বাহিৰে কাৰো মুখত একো শব্দ নাই। ডি. এছ. পি. চাহাবে আগদিনা সন্ধ্যা কলিকতাৰ পৰা আহি পোৱা দি. ষ্টেটচ্‌মেন বাতৰি কাকতখনত চকু ফুৰাই ফুৰাই চাহ খাইছে। কাকতখন কলিকতাৰ পৰা বেলত আহি সদায় আচল তাৰিখতকৈ এদিন পিছত পায়হি। ডি. এছ. পি. চাহাবে সদায় শোৱাৰ আগতে হাতত ব্ৰাণ্ডিৰ গিলাচ এটা লৈ গ্ৰামোফোনত শুনা গজল, থুংৰি নাইবা ৰবীন্দ্ৰ সংগীতৰ মূৰ্চনাৰ মাজত বহি বাতৰিকাকতখন পঢ়াৰ নিয়ম। কিন্তু আগনিশা তেওঁৰ মানসিক অৱস্থা বাতৰিকাকত পঢ়াৰ অনকূলে নাছিল। একমাত্ৰ-পুত্ৰৰ বজ্ৰবাণীয়ে তেওঁৰ মনত যি আলোড়ন সৃষ্টি কৰিছে, তাৰ ফলত তেওঁৰ একোতে মন বহা নাছিল, বাতৰিকাকত পঢ়া দূৰতে থাওক। সেয়ে শোৱা কোঠাৰ আৰামী চকীখনৰ কাষত পৰি থকা কাকতখন হাতত লৈ পুৱা চাহৰ টেবুললৈ আহিছিল তেওঁ।

প্ৰয়োজনতকৈ কম সময়তে সৌমাৰে লৰালৰিকৈ ব্ৰেকফাষ্ট খোৱা শেষ কৰিলে। আচলতে যিমান পৰা যায়, দেউতাকৰ পৰা আঁতৰি থকাৰ চেষ্টা তেওঁৰ। সৌমাৰ বহাৰ পৰা উঠিল আৰু ভিতৰ কোঠাৰ দুৱাৰমুখৰ পিনে যাবলৈ ওলাল। দেউতাক ডি. এছ. পি. চাহাবে মুখৰ আগত মেলি ধৰি থকা বাতৰিকাকতৰ পৃষ্ঠাৰ পৰা চকু নাতৰোৱাকৈয়ে মাত লগালে,"বাপ, ৰবি, শুন।"

সৌমাৰ উভতি দেউতাকৰ পিনে চাই থমকি ৰ'ল।

তেওঁ হৃদপিণ্ডত সামান্য চাপ অনুভৱ কৰিলে।

"চাওঁ, এইপিনে আহ"

সৌমাৰ আগুৱাই আহিল।

"বহ"

সৌমাৰ টেবুলৰ কাষৰ চকীখন উলিয়াই বহিল।

"দেওবাৰে তই টিনিয়ৰৰ তালৈ যাব নালাগে নহয় ?"

"কেতিয়াবা কাম থাকিলে যাব লাগে। আজি কাম নাই।"

"তেন্তে আজি নাযাবি"

"নাযাওঁ।"

"যাব লগা থাকিলেও, তোক মই যাবলৈ নিদিলোঁহেঁতেন।"

দেউতাকে কাগজৰ পৃষ্ঠাৰ পৰা মূৰ তুলি সৌমাৰৰ পিনে চালে। সৌমাৰে এক তীব্ৰ অনুসন্ধিৎসাৰে দেউতাকৰ চকুলৈ চালে। দেউতাকৰ দৃষ্টিত সৌমাৰে এনে এক অস্বাভাৱিকতা লক্ষ্য কৰিলে যে তেওঁ দেউতাকক সোধাৰ সাহস

নকৰিলে। তেওঁক কিয় দেউতাকে চিনিয়ৰৰ চেম্বাৰলৈ যাবলৈ নিদিলেহেঁতেন।

"মই কথা বাহুল্য নকৰোঁ। মুঠ কৰি কথাখিনি তোক ক'ব খুজিছোঁ। তই আৰু চৌধুৰী উকীলৰ জুনিয়ৰ হৈ ওকালতি কৰিব নোৱাৰিবি। আচলতে মই তোৰ ইয়াত ওকালতি বন্ধ কৰাৰে সিদ্ধান্ত লৈছোঁ। তই কলিকতালৈ যাব লাগিব।"

"কলিকতালৈ?" সৌমাৰ বহাৰ পৰা জাঁপ মাৰি থিয় হ'ল।

"ওঁ কলিকতালৈ। কলিকতাৰ হাইকৰ্টৰ কেবাজনো চিনিয়ৰ উকীলৰ সৈতে মোৰ চিনাকি । নিৰঞ্জন বেনাৰ্জী বেছ নাম কৰা এডভকেট, মোৰ পুৰণা বন্ধু। মই ক'লে তোক জুনিয়ৰ হিচাপে নোলোৱাকৈ নাথাকে, আই এম চাৰটেন্। মই তোক তেওঁৰ ওচৰত গতাই থৈ আহিম।"

"মা- এইবোৰ কি কথা৷ দেউতাই এইবোৰ সিদ্ধান্ত লোৱাৰ আগতে মোক জানিবলৈ দিব নালাগেনেকি?" সৌমাৰে মাকলৈ চাই যথেষ্ট উত্তেজনাসহকাৰে কথাকেটা ক'লে।

মাকে তেতিয়া টেবুলৰ এদাঁতিত বহি ব্ৰেকফাষ্টৰ পিছত দ্বিতীয় কাপ চাহ সমুখত লৈ তলমুৰকৈ উল গুঠি আছিল। সৌমাৰৰ প্ৰশ্নটোৰ উত্তৰ চিন্তা কৰি থাকোঁতেই দেউতাকে উত্তৰ দিলে— "তই যে চৌধুৰীৰ বোবা ছোৱালীজনীক বিয়া কৰাবলৈ সিদ্ধান্ত ল'লি আমাক এবাৰ জানিবলৈ দিছিলিনে?"

সৌমাৰ মনে মনে ৰ'ল। তেউতাকে মাত দিলে, "হেৰা, পুতেৰাই তোমাকহে প্ৰশ্নটো কৰিছিল— উত্তৰ নিদিয়া কিয়?"

"মই উত্তৰ দিবলৈ কি আছে। আপুনি সিদ্ধান্ত লৈছেই।"

"আৰু মই সদায় সকলো সিদ্ধান্ত সকলোৰে ভালৰ কাৰণে লওঁ। বাপ কলিকতাত থাকিব, হাইকৰ্টৰ উকীল হ'ব, কলিকতাৰ নামী-দামী এডভকেট বেনাৰ্জীৰ জুনিয়ৰ হৈ থাকি এদিন সিও এজন কলিকতা হাইকৰ্টৰ নামজ্বলা উকীল হ'ব, মই কিবা ভুল সিদ্ধান্ত লৈছোনেকি?"

"আপোনাৰ সিদ্ধান্ত ভুল নে শুদ্ধ মই বিচাৰ কৰিবলৈ নাযাওঁ। কিন্তু মই আপোনাৰ সিদ্ধান্ত মানি ল'ব নোৱাৰোঁ। মই এডভকেট চৌধুৰীৰ জুনিয়ৰ হিচাপে ইয়াতে থাকিম, ইয়াতে প্ৰেকটিচ্ কৰিম।"

"সেইখিনিলৈকে মোৰো আপত্তি কৰিবলগীয়া নাই। কিন্তু সেইখিনি মানি লোৱা মানে তোক চৌধুৰীৰ ঘৰলৈ নিতৌ যাবলৈ সুবিধা কৰি দিয়া । আৰু সেই সুবিধাৰে তোক সদায় বীতাক লগ পাবলৈ সুবিধা কৰি দিয়া, আৰু বীতাৰ প্ৰেমত হাবুডুবু খাই এজনী বোবা ছোৱালীক বিয়া কৰাবলৈ আগবঢ়োৱা তোৰ যি ষ্টুপিদ্ প্ৰস্তাব তাক মই মানি লোৱা। That is not going to happen. -- never!"

দেউতাকে কথাকেটা কৈ বহাৰ পৰা হঠাৎ উত্তেজিত হৈ থিয় দিলে।

"বাপ, বাচোন এতিয়া। কথাবোৰ সকলো চালি-জাৰি চাই চিন্তা কৰগে। দেখাই -শুনাই, বংশ-পৰিয়ালে যিমানেই ভাল ছোৱালী নহওক, বোবা ছোৱালী এজনীক আমি বোৱাৰী কৰি কেনেকৈ আনিম বাপ, চিন্তা কৰি চা—।" মাকে বুজাবলৈ চেষ্টা কৰিলে।

"সি আৰু চিন্তা কৰিবলৈ নাই, নমিতা। মই ইতিমধ্যে ষ্টেচনলৈ চিপাহী পঠালোঁৱেই। কাইলৈ দুপৰীয়া কলিকতালৈ যোৱা বেলত দুটা ফাৰ্ষ্ট ক্লাছৰ টিকেট কৰিবলৈ। ইতিমধ্যে এখন টেলিগ্ৰামো পঠাইছোঁ এড্ভোকেট বেনাৰ্জীলৈ, অহা চ'ঠাদিনলৈ পুৰা তেওঁৰ সৈতে এপয়েণ্টমেণ্ট ৰাখি। তোমাৰো আৰু একো চিন্তা কৰিবলৈ নাই নমিতা। মাত্ৰ ইয়াৰ কাপোৰ-কানি, বিছনা-পত্ৰ ঠিক কৰা, আজি দিনটোৰ ভিতৰত।"

ডি. এছ. পি. চাহাব ঘপ্‌ঘপকৈ কোঠাটোৰ পৰা ওলাই গ'ল। সৌমাৰ শিলপৰা চৰাই এটাৰ দৰে থিয় হৈ ৰ'ল।

ক্ৰমান্বয়ে তিনিদিন আবেলি আবেলি বীতা পদুলিমুখত বৈ বৈ সৌমাৰক নহা দেখি চতুৰ্থ দিনা দেউতাকৰ চেম্বাৰত সোমাই বাকী জুনিয়ৰ দুজনৰ পৰা অংগী-ভংগীৰে তাই জানিবলৈ চেষ্টা কৰিলে, সৌমাৰ কিয় অহা নাই। তাই সৌমাৰ বহা চকীখন দেখুৱাই বুজাবলৈ চেষ্টা কৰিলে— তাই জানিব খুজিছে সৌমাৰ ক'লৈ গ'ল। কিন্তু জুনিয়ৰ দুজনেও অংগী-ভংগীৰে জনালে যে তেওঁলোকে সৌমাৰ নহাৰ কাৰণ একো নাজানে। বীতাই মাককো অংগী-ভংগীৰে সুধিলে। মাকে প্ৰথমে একো নুবুজিলে। বীতাৰ দেউতাক তেতিয়াও চেম্বাৰলৈ অহা নাই। তাই মাকক হাতত ধৰি চেম্বাৰলৈ টানি আনি তেওঁকো সৌমাৰ বহা চকীখন কিয় খালী হৈ আছে অংগী-ভংগীৰে সুধিলে। মাকে অংগী-ভংগীৰেই কিছু বুজাবলৈ চেষ্টা কৰিলে যে সৌমাৰ বহু দূৰলৈ ক'ৰবালৈ গুছি গৈছে, সেই চকীত বহিবলৈ আৰু নাহে।

বীতাই চেম্বাৰটোৰ চাৰিওপিনে চকু ফুৰাই এবাৰ চালে। তাৰ পিছত লাহে লাহে অতি বিষণ্ণ আৰু গহীন মনে চেম্বাৰৰ পৰা ওলাই গৈ নিজৰ কোঠাটোত সোমালগৈ। তাই কোঠাটোৰ দুৱাৰ জপাই দিলে। বহুত সময় ধৰি কোঠাটোৰ একাষত খিৰিকী এখনৰ কাষত থিয় হৈ বাহিৰৰ আকাশলৈ চাই থাকিল। সৌমাৰ কিয় অহা নাই— তাই বুজিবলৈ চেষ্টা কৰিলে। মাকে যিদৰে বুজালে তাৰ পৰা তাইৰ ধাৰণা স্পষ্ট নহ'ল। মাত্ৰ সৌমাৰ দূৰলৈ গুচি গৈছে, চকীখনলৈ আৰু নাহে, তেনে এটা আন্দাজ তাই কৰিব পাৰিছে। তাই বিষণ্ণ

মনে ঘৰৰ ইফালে সিফালে ঘূৰি বাহিৰৰ বাৰাণ্ডাত বহিলগৈ। তাৰে পৰা পদূলিলৈ চাই চাই বহি থাকিল বহু সময় ধৰি, সন্ধ্যা লাগি আন্ধাৰ হৈ পৰালৈকে।

পিচদিনা দুপৰীয়া ডি. এছ. পি. চাহাবৰ ঘৰত সৌম্যাৰ মাক নমিতাই আবেলি তিনি বজামানত বাহিৰৰ বাৰাণ্ডাত বহি হাতত ডিটেক্‌টিভ উপন্যাস এখন মেলি পঢ়ি আছে। এবাৰ পঢ়াৰ পৰা মূৰ দাঙি বাটৰ পিনে চাওঁতে হঠাৎ দেখিলে ৰীতা অকলে অকলে বাটেৰে আহি আছে আৰু তেওঁলোকৰ পদূলিৰ লোহাৰ গেটৰ কাষত থিয় দিছেহি। গেটৰ কাষত থকা চেণ্ট্ৰীজনে গেটখন খুলি দিছে, ৰীতা সোমাই আহিছে। নমিতা ৰীতাৰ পিনে আগুৱাই গ'ল। তেওঁ ৰীতাক এহাতেৰে সাবটি ধৰিলে। ৰীতাই নমিতাৰ মুখলৈ চাই কিছুমান শব্দ কৰিলে। তাৰ পিছত তাই ঘৰৰ পিনে আগুৱাই গ'ল। পিছে পিছে নমিতা।

ৰীতা ঘৰৰ ভিতৰত সোমাই পোনেই সৌম্যাৰ কোঠাটোৰ পিনে গ'ল। তাই ইতিমধ্যে ভালেমানবাৰ এইখন ঘৰলৈ আহিছে, আৰু সৌম্যাৰ কোঠাত সোমাই কোঠাটোত ভৰি থকা বিভিন্ন বস্তু— কিতাপ পত্ৰ, কাপোৰ-কানি সেইবিলাকৰ সৈতে চিনাকি হৈ আছে। সেইদিনা তাই সৌম্যাৰ কোঠাটোৰ পিনে আগুৱাই গৈ হঠাৎ দেখিলে কোঠাটোৰ দুৱাৰখন জপাই থোৱা আছে। আগেয়ে তাই যিমান দিন আহিছে কোঠাটোৰ দুৱাৰখন সদায় খোলাই পায়। তাই বন্ধ দুৱাৰখনৰ ওচৰত বৈ দি পিছলৈ এবাৰ ঘূৰি চালে। নমিতা থিয় হৈ আছে। তাই অকণো সংকোচ নকৰাকৈ ওপৰৰ খিলিটো নমাই দুৱাৰখন খুলি দিলে। তাই সোমাই গ'ল। তাই দেখিলে কোঠাটো শূন্য । বিছনাখন টেবুল-চকীবোৰ, আলনাডাল, সকলো শূন্য হৈ আছে। ৰীতা একাষৰ কাঠৰ বাৰড্ৰবটোৰ ওচৰলৈ গ'ল। তাই আলমাৰীটোৰ দুৱাৰ দুপাট খুলি দিলে। লোহাৰ হেঙাৰকেডালৰ ঝন্‌ঝননি এটা উঠিল। আলমাৰিটো শূন্য। সৌম্যাৰ কাপোৰ-কানি, চার্ট-পেণ্টে-কোট একো নাই।

নমিতাই কোঠাটোৰ দুৱাৰখনৰ কাষৰ পৰা ৰীতালৈ চাই আছিল। ৰীতাই উভতি চাই নমিতাক দেখা পালে। তাই নমিতাৰ মুখলৈ-চকুলৈ চালে। নমিতাৰ চাৱনীত যেন তাই নিশ্চিত হৈ পৰিছিল— সৌম্যাৰ এই ঠাই এৰি ক'ৰবালৈ গুচি গৈছে।

ৰীতাই হঠাৎ প্ৰথমে ফেঁকুৰি কান্দিবলৈ আৰম্ভ কৰিলে। নমিতা কাষলৈ আহি ৰীতাক বুকুৰ কাষলৈ চপাই আনিলে। ৰীতাৰ কান্দোন বাঢ়িল। তাই চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে। নমিতাই তাইৰ মূৰত হাত ফুৰাই কিছু সময় সাবটি ধৰি থাকিল। তাৰ পিছত বহা কোঠালৈ তাইক ধৰি লৈ গ'ল। আৰু তাতে

চোফা এখনত বহুৱাই নমিতা পাকঘৰৰ পৰা পানী এগিলাচ আনিবলৈ গ'ল।

পানী গিলাচ আনি তেওঁ দেখিলে বীতা কোঠাটোত নাই। তেওঁ লৰালৰিকৈ সৌমাৰৰ কোঠাটোলৈ গ'ল, কিজানিবা আকৌ তাই তালৈকে গৈছে, তাকে ভাবি। নাই, তাতো নাই। পানী গিলাচ টেবুলতে থৈ তেওঁ আগফালৰ বাৰাণ্ডালৈ আহিল। দেখিলে বীতা গেটৰ বাহিৰলৈ ওলাই বাটেদি বেগাই খোজ লৈছে। নমিতাই চিঞৰি মাতিলে— "বীতা, বীতা"। বীতাই নিৰুত্তৰ হৈ বেগাই খোজ ল'লে।

নমিতাই লৰালৰিকৈ সমুখৰ বাগিচাত ফুল খুচৰি থকা চিপাহী এটাক ড্ৰাইভাৰক মাতি গাড়ী উলিয়াবলৈ ক'লে। ডি. এছ. পি. চাহাবে প্ৰায়েই অফিচলৈ গাড়ী নিনিয়ে। খোঁজাত নাইবা চাইকেলত যায়। সেইদিনাও গাড়ীখন ঘৰতে আছিল।

গাড়ীখনেৰে গৈ নমিতাই জোৰকৈ বীতাক গাড়ীত তুলি ল'লে। বীতাই তেতিয়াও হিকতিয়াই হিকতিয়াই কান্দি আছিল।

ইতিমধ্যে বীতাৰ ঘৰতো বীতা হঠাৎ অন্তৰ্ধানত হুলস্থুল লাগিছে। ঘৰৰ সকলো ঠাইত, ওচৰৰ ঘৰবোৰত, সম্পৰ্কীয় দুই এঘৰ— ক'তো নাই। কৰ্টলৈ দেউতাকৰ ওচৰলৈ মানুহ পঠাইছে, খবৰটো দি। বীতাৰ মাকৰ কান্দো কান্দো অৱস্থা, নানান শংকা। ক'ৰ নোবাৰাকৈয়ে কুঁৱাটো আৰু বাৰীৰ পুখুৰীটোৰ চাৰিওপিনে ঘূৰি আছিল।

এনেতে ঘৰৰ গেটৰ সমুখেদি নমিতাহঁতৰ গাড়ীখন সোমাই আহিল। গেট খোলা আছিল। ঘৰৰ প'ৰ্চত আহি গাড়ীখন ৰ'লহি। গাড়ী ৰোৱাৰ লগে লগেই বীতা গাড়ীৰ পৰা নামি দৌৰি ভিতৰলৈ সোমাই গ'ল। মাকে তাইৰ চেহেৰাটো দেখি প্ৰায় ভয় খাই গ'ল। চুলিবোৰ মেলা, চকু দুটা ৰঙা, কান্দোনত ফুলি উঠিছে। নমিতা গাড়ীৰ পৰা নামি আহিল। বীতাৰ মাকে তেওঁক আগবঢ়াই নি ভিতৰত, ড্ৰইংৰুমত বহুৱালে। বীতা ঘৰৰ পৰা হঠাৎ ইমান সময় নোহোৱা হৈ পৰাত তেওঁলোকৰ কেনে দুশ্চিন্তা হৈছিল জানিবলৈ দিলে বীতাৰ মাকে। নমিতাই বিৱৰি ক'লে, বীতা গৈ কেনেকৈ তেওঁলোকৰ ঘৰ ওলাইছিলগৈ আৰু তাৰ পিছত কি কি ঘটিল। এনেতে বীতাৰ দেউতাকো কৰ্টৰ পৰা বাকী থকা কেচ দুটাৰ নতুন তাৰিখ লৈ বেগাই ঘৰ পালেহি। দুৰ্ভাগ্যজনক ঘটনাটোৰ বাবে বীতাক মাক-দেউতাক দুয়ো দুখ প্ৰকাশ কৰিলে। বীতাৰ দেউতাকে দীঘলীয়াকৈয়ে কিছু কথা ক'লে, "চাওক মিছেছ দত্ত। সৌমাৰক মই অত্যন্ত মৰম কৰিছিলোঁ। আজি চাৰি বছৰৰ আগতে প্ৰথম মই তেওঁক তেওঁৰ বন্ধু এজনৰ সৈতে বেলত লগ পাইছিলোঁ। তেওঁ লৰ ফাইনেল পৰীক্ষা দি কলিকতা

হৈ এলাহাবাদৰ পৰা আহিছিল। বেলত তেওঁৰ সৈতে কথা পাতিয়েই বুজিব পাৰিছিলো যথেষ্ট প'টেঞ্চিয়েল থকা ল'ৰা, হি উইল মেক এ গুদ লয়াৰ। সেই কাৰণে মিঃ দত্তই যেতিয়া এদিন তেওঁক মোৰ জুনিয়ৰ কৰি লোৱাৰ প্ৰস্তাৱ দিলে মই লগে লগেই ল'বলৈ মান্তি হ'লো, আনকি তেওঁৰ ৰিজাল্ট ওলোৱাৰ আগেয়েই। তেওঁ ইমান কম সময়ৰ ভিতৰতে ল সম্পৰ্কীয় সকলো দিশ ইমান দক্ষতাৰে আয়ত্ত কৰিলে, আৰু মোক যিদৰে চাপৰ্ট দিব পাৰিছিল, মই ধৰি লৈছিলোঁ হি উইল চুন বি এবল্ টু ষ্টেণ্ড অন হিজ অ'ওন, এণ্ড ভেৰী কম্পিটেণ্টলী। আনহাতে আমাৰ ঘৰখনত সৌম্যৰ হৈ পৰিছিল একেবাৰে ঘৰৰ ল'ৰা। আমাৰ বাকী দুটা ল'ৰাৰ দৰেই তেৰোঁ আমাৰ আন এটি ল'ৰা হৈ পৰিছিল। এটাইতকৈ ডাঙৰ কথাটো হৈছিল সৌম্যৰে ৰীতাৰ স্বভাৱবোৰ একেবাৰে সলনি কৰি পেলাইছিল— তেওঁ তাইক ক'ম্পেনী দি, তাইৰ লগত অতি আপোনভাৱে মিলামিচা কৰি। আমি ভাবিছিলোঁ বাকী দুজন ককায়েকৰ দৰে তেৰোঁ তাইক ভনী এজনীৰ দৰেই মৰম কৰিছিল। কিন্তু উই উৱেৰ চিম্পলী ষ্টানড্, শকট্, যেতিয়া সৌম্যৰে সিদিনা ৰীতাক বিয়া কৰোৱাৰ প্ৰস্তাৱ দিলে। যিটো কথা আপোনালোকেই নহয় আমিও বিশ্বাস কৰিব নোৱাৰোঁ। আমি একচেপ্ট কৰিব নোৱাৰোঁ— এট্ এনী কষ্ট। বোকা ছোৱালী এজনীক আপোনালোকে কেতিয়াও বোৱাৰী কৰি ল'ব নোৱাৰে, সেই কথা আমি কেতিয়াও অস্বীকাৰ কৰিব নোৱাৰোঁ। কিন্তু কাকো দোষাৰোপ নকৰাকৈ এটা কথাই ক'ব খুজিছোঁ, আৰু তাৰ বাবে মই যথেষ্ট অনুতপ্ত হৈছোঁ, মনোকষ্ট পাইছোঁ যে মোৰ ইয়ালৈ অহাৰ বাবে, ৰীতাৰ সৈতে ঘনিষ্ঠ হৈ পৰাৰ বাবেই আপোনালোকে সৌম্যকক ইয়াৰ পৰা আঁতৰলৈ পঠাব লগা হ'ল। তিমান ড্ৰাষ্টিক ষ্টেপ নোলোৱা হ'লেও হ'লহেঁতেন। আন এজনৰ জুনিয়ৰ হৈ সৌম্যৰে মোৰ ঘৰলৈ অহাটো বন্ধ কৰিলেই হ'লহেঁতেন।"

"জানেই এখেত পুলিচৰ মানুহ। সকলো কথাতে বৰ কাঢ়া। যিকোনো সিদ্ধান্ত লওঁতে আবেগ বা দয়া-মমতাৰে বিবেচনা নকৰে।" নমিতাৰ কথাষাৰে ৰীতাৰ দেউতাকৰ দীঘলীয়া বক্তব্যত যতি পেলালে।

"আপুনি বহক মিছেছ দত্ত। চাহ একাপ খাই যাওক। মই কৰ্টৰ পৰা কামৰ মাজতে আহিলোঁ। আকৌ এবাৰ আহোঁগৈ।"

চৌধুৰী উকীল ওলাই গ'ল। ৰীতাৰ মাক আৰু সৌম্যৰ মাক দুয়ো আলোচনাত বহিল। দুয়ো ল'ৰা-ছোৱালীহালৰ কৰ্মকাণ্ডক লৈ দুশ্চিন্তাত পৰিছে। অৱশেষে লগতে আস্থা প্ৰকাশ কৰিলে যে কিছুদিন ইজনে সিজনক লগ নোপোৱাকৈ থাকিলে আপোনা-আপুনি সমস্যা সমাধান হ'ব। "কথাতে কয়, চকুৰ আঁতৰ

হ'লেই মনবো আঁতৰ হয়," মন্তব্য কৰিলে নমিতাই, সৌম্যৰ মাকে। তেওঁ সেই আশাৰেই বীতাৰ মাকৰ পৰা বিদায় লৈ গাড়ীত উঠিলগৈ।

বীতাৰ মাক বিনীতা বীতাৰ কোঠাটোৰ পিনে গ'ল। বীতাই কোঠাৰ দুৱাৰখন খিলি দি জপাই থৈছে। মাকে বীতাক মাতিলে। বীতাৰ সাৰসুৰ নাই। কেবাবাৰো মাতিলে। সঁহাৰি নাই। দুৱাৰ ঢকিয়ালে কেবাবাৰো। দুৱাৰমান জোৰে দুৱাৰ ঢকিয়াই ঢকিয়াই চিঞৰি বীতা বীতা বুলি মতাৰ পিছত বীতাই লাহেকৈ দুৱাৰখন খুলি দিলে আৰু উভতি গৈ তলমূৰ কৰি বিছনাত বহিল। মাক ওচৰ চাপি গৈ তাইৰ মূৰত হাতটো থৈ মৰম কৰিব খোজোঁতেই তাই মাকৰ হাতখন আচাৰ মাৰি আঁতৰাই দিলে আৰু মুখেৰে কিবাকিবি শব্দ কৰিলে। খঙত তাইৰ মুখখন তীব্ৰ নিস্তুপ হৈ তলমূৰকৈ বহি আছে। তাই আকৌ খঙেৰে মাকৰ হাতখন আঁতৰাই দিলে। হঠাৎ বীতাই আকৌ হুক্‌হুকাই কান্দিবলৈ ধৰিলে। মাকে এইবাৰ তাইক সাবটি বুকুৰ মাজলৈ টানি আনিলে। তাই বাধা দিছিলে। কিন্তু মাকে জোৰকৈ তাইক সাবটি ধৰি মৰম কৰিবলৈ ধৰিলে। বীতাৰ কান্দোন দুগুণে চৰিল। মাকে তাইক বিছনাত শুৱাই দি, নিজেও কাষতে শুই তাইক সাবটি ধৰি থাকিল। তাইৰ মূৰত, চুলিত, পিঠিত হাত বুলাই বুলাই মৰম কৰিবলৈ ধৰিলে। ওঁঠৰ বছৰীয়া সুস্বাস্থ্যৰ গাভৰু ছোৱালীজনীক মাকে সৰু ছোৱালী এজনীৰ দৰে বুকুৰ কাষত সাবটি ধৰি থাকিল। কিছু সময়ৰ পিছত বীতাৰ বোধকৰোঁ কান্দি কান্দি ভাগৰ লাগি টোপনি অহাৰ দৰে হ'ল। মাক লাহেকৈ বিছনাৰ পৰা দুৱাৰখন লাহেকৈ জপাই থৈ ওলাই আহিল।

সেইদিনা নিশালৈকে বীতা কোঠাটোৰ পৰা বাহিৰলৈ ওলাই নাহিল। মাক-দেউতাকে দুৱাৰমান গৈ প্ৰত্যেকবাৰেই সম্পূৰ্ণ একে অৱস্থাতে দেখা পালে। চকু দুটা টটকৈ মেলি চিলিঙৰ পিনে চাই বিছনাত পৰি আছে। সন্ধ্যাৰ চাহ আৰু লগৰ খোৱা বস্তু টেবুলতে আছে, হাত দিয়া নাই। ৰাতি ভাত খাবৰ পৰত মাকে কেবাবাৰো মাতিলেহি। তাই উঠি নাহিল। এবাৰ হাতত ধৰি জোৰ কৰোঁতে তাই মাকৰ গাত খঙেৰে ভুকুৱাবলৈ ধৰিলে। দেউতাকেও আহি জোৰ কৰিও উলিয়াব নিব নোৱাৰিলে। এবাৰত তাই কোঠাটোৰ দুৱাৰখন ভিতৰৰ পৰা খিলি লগাই বন্ধ কৰি দিলে।

ইয়াৰ পিছত দুদিন বীতাই এক অভাবনীয় পৰিস্থিতিৰ সৃষ্টি কৰিলে। তাই অনবৰতে কোঠাটোৰ ভিতৰত সোমাই থাকে। খোৱা-বোৱা সম্পূৰ্ণ বন্ধ কৰিলে। আনকি গা-ধোৱা, কাপোৰ সলোৱা আদিও বাদ দিলে। মাজে মাজে চিঞৰি চিঞৰি কান্দে। মাক বা দেউতাক ওচৰলৈ গ'লে মুখেৰে অদ্ভুত শব্দ

কৰি তেওঁলোকৰ গাত ভুকুৱাবলৈ ধৰে। এবাৰ আনকি মাকৰ হাতত কামুৰিয়েই দিছিল। দুটা দিন তাই এটাও বস্তু মুখত নিদিলে। জোৰকৈ আনি টেবুলত বহুৱালে খোৱাৰ পাত্ৰ দলিয়াই ভাঙিব লগা কৰে। তৃতীয় দিনা তেনে এটা পৰিস্থিতিত দেউতাকে অতিষ্ঠ হৈ ৰীতাক গালত দুটা চৰ মাৰি দিলে। তাই তাৰ পিছত দুঘণ্টামান বিছনাত পৰি থাকি হঠাৎ বাথৰুমলৈ গ'ল। বহুত সময় ধৰি গা ধুলে, ভালকৈ সাজপাৰ পিন্ধিলে আৰু এক প্ৰশান্ত আৰু সৌম্য মূৰ্তিৰে কিছু সময় বাহিৰৰ বাৰাণ্ডাত বহিল। গহীন হৈ মুখত কোনো ধৰণৰ ভাবানুৰাগৰ চিন নোহোৱাকৈ আকৌ নিজৰ কোঠাত সোমাল। প্ৰচণ্ড খং আৰু বিৰাগৰ পৰিবৰ্তে এতিয়া সম্পূৰ্ণ সৌম্য-শান্ত-বিষণ্ণ ৰূপ। কিন্তু কাৰো ওচৰলৈ যোৱা, তাইৰ নিজস্ব ভংগীমাৰে কিবা ভাববিনিময় কৰা আদিৰ পৰা সম্পূৰ্ণ বিৰত থাকিল। ভাত খোৱা নাইবা চাহ-জলপান খোৱা সময়বোৰত টেবুলৰ ওচৰত গৈ বহেগৈ যদিও কেনিও কালৈকো নাচায়, তলমূৰকৈ অলপীয়াকৈ মাত্ৰ আহাৰ লয়, মাক-দেউতাকে জোৰ কৰিলে, তালৈ একো মনকাণ নকৰে। নিজ ইচ্ছাৰে কিবা অলপ মুখত দি, মাজতে উঠি চিঙ্কত হাত ধুই নিজৰ কোঠাত সোমাই পৰেগৈ।

মাক-দেউতাকৰ দুশ্চিন্তাৰ সীমা নোহোৱা হ'ল। ছোৱালীজনী ক্ষীণাই আধা হ'ল। কাচিৎ এবাৰলৈও তাইৰ মুখত আনন্দৰ চিন নুফুটিল, তাই যেন হাঁহিবলৈ পাহৰি পেলালে। অনবৰতে বিষণ্ণ মনে, সম্পূৰ্ণ অকলে অকলে থাকে। দিনটোৰ বেছিখিনি সময় নিজৰ কোঠাটোতে সোমাই থাকে। দেশ-বিদেশৰ ছবি থকা কিছুমান কিতাপ তাইৰ কোঠাটোত আছিল। মাজে মাজে সেইবোৰৰ পাত লুটিয়াই লুটিয়াই সময় কটায়। মাকে লুডু খেলিবলৈ, তাচ খেলিবলৈ লগ লয়। তলমূৰকৈ আঁতৰি যায়। কোঠাটোত সোমাই থকাৰ পৰা সদায় মাত্ৰ এবাৰ আবেলি— যিখিনি সময়ত সৌমাৰ চেম্বাৰলৈ আহিছিল— সেইখিনি সময়ক গেটৰ ওচৰলৈকে গৈ কিছু সময় তাতে বৈ থাকি চেম্বাৰত সোমায়হি। চেম্বাৰত সৌমাৰ বহা চকীখনৰ ওচৰলৈ যায়। চাৰিওপিনে কিতাপৰ ৰেককেইটালৈ চায়। তাই বুকুৰ ভিতৰত কষ্ট অনুভৱ কৰে। অলপ সময় প্ৰকাণ্ড কোঠাটোৰ অটল শূন্যতাত বিলনী হৈ পৰাৰ পিছত জুনিয়ৰ উকীলকেজন অহাৰ আগে আগে তাই চেম্বাৰৰ পৰা ওলাই আহি আকৌ নিজৰ কোঠাত সোমায়হি। তাইৰ দুয়ো চকুৰ তলখিনি ক'লা পৰি গৈছে। নাথাই মাথাই নিটোল শৰীৰটো আধা হৈছে। ৰঙা-বগা তেজাল মুখৰ ৰং শেঁতা পৰি গৈছে। ৰীতাৰ মাক-দেউতাকৰ মন ভয় আৰু দুৰ্ভাৱনাৰে ভৰি পৰিল। উকীল চৌধুৰীৰ সৈতে সদৰ হাস্পাতালৰ চিভিল চাৰ্জন ডঃ মুখাৰ্জীৰ বন্ধুত্ব আছিল। অফিছাৰ্চ ক্লাবৰ ব্ৰীজ খেলাৰ বন্ধু

চৌধুৰীয়ে ৰীতাৰ সম্পৰ্কত ডঃ মুখাৰ্জীৰ সৈতে আলোচনা কৰাৰ কথা ভাবিলে।

ডঃ মুখাৰ্জীয়ে তেওঁৰ চাকত থকা এগৰাকী মেডিচিনৰ বিশেষজ্ঞক তেওঁৰ কোঠালৈ মাতি অনালে। এছিছ্টেণ্ট চিভিল চাৰ্জন ডঃ বৰবৰা। ডঃ বৰবৰাৰ মানসিক চিকিৎসাবো কিছু অধ্যয়ন আছে। ডঃ মুখাৰ্জী আৰু ডঃ বৰবৰাই চৌধুৰী উকীলৰ মুখত ৰীতাৰ 'কেচ হিষ্টৰী' পুংখানুপুংখভাবে আৰু মনোযোগেৰে শুনিলে। দুয়োজন চিকিৎসকে চৌধুৰীৰ তথ্যখিনিৰ সন্দৰ্ভত অধ্যয়ন ভিত্তিক মত বিনিময় কৰাৰ পিছত ডঃ বৰবৰাই মন্তব্য দিলে, "ৰীতাৰ এই বয়সত ছোৱালীবোৰ অত্যন্ত ছেনছিটিভ আবেগপ্ৰৱণ হয়, ইম্‌পাল্‌চিভ্ হয়। বিশেষকৈ বোৱা হোৱা কাৰণে তাইৰ যি অন্তৰ্মুখী, ইন্ট্ৰভাৰ্ট মানসিকতা— তাৰ কাৰণে তাই এতিয়া যি অৱসাদগ্ৰস্ততা— ডিপ্ৰেছন বা মৰবিদিটি ভুগিছে সেই কথাটো মানসিক স্বাস্থ্যৰ বাবে কিছু শংকাজনক। ইট্ মে' লীড্ টু এনী ইভেন্‌চুৱেলটি। এন্টিডিপ্ৰেছনৰ দুই-এটা ঔষধ হয়তো চলাইছে। কিন্তু তাতকৈ পৰিস্থিতিৰ ৰেষ্টোৰেচন বা ৰিহেবিলিটেশ্বনটোহে অধিক কাৰ্যকৰী ব্যৱস্থা হ'ব।"

"এনী এভেন্‌চুৱেলটি মানে? আপুনি কেনে ধৰণৰ কথা ক'ব খুজিছে ডাঃ বৰবৰা?" চৌধুৰীয়ে সুধিলে।

"তেওঁ সম্পূৰ্ণৰূপে ইনচেনিটিত ভুগিব পাৰে আৰু এটা সম্ভাবনা থাকে বিশেষকৈ এই বয়সত সেইটো বিশেষভাৱে সাৱধান হ'বলগীয়া, চুইচাইড এটেম্পট, আত্মহত্যাৰ মনোভাব।"

চৌধুৰীয়ে ভৰিৰ পৰা মূৰলৈকে এটা ভড়িং জোকাৰণি অনুভৱ কৰিলে।

"এইটো বৰ ভয়াবহ সম্ভাৱনাৰ কথা ক'লে ডাঃ বৰবৰা।" চৌধুৰীয়ে ক'লে।

"সেই কাৰণেই প্ৰয়োজন হৈছে চিচুৱেশ্বনেল ৰেষ্টোৰেশ্বন। আগৰ পৰিস্থিতিক ঘূৰাই অনা।" ডঃ মুখাৰ্জীয়ে মাত দিলে।

'সেইটো কেনেকৈ কৰিব পৰা যায় — আপোনাৰ দি চাৰ্কামষ্টেন্‌চেছ্?"

"অতি শীঘ্ৰে সৌমাৰক আপোনাৰ ছোৱালীয়ে লগ পোৱাটো প্ৰয়োজন হৈছে।" ডাঃ বৰবৰাই দিহা দিলে।

"কিন্তু সেইটো কেনেকৈ সম্ভৱ হ'ব মই ভাবি পোৱা নাই।"

"আপুনি ডি. এছ. পি. দত্তক কথাবিলাক বুজাই কওক। সৌমাৰক ইয়ালৈ ঘূৰাই আনক।"

"হি ভাইল বি দি লাষ্ট পাৰ্চন টু চেঞ্জ হিজ ডিচিশ্বন। মই তেওঁক দহ বছৰে জানো, আপোনালোকেও জানে তেওঁৰ চাৰ্কলৈছে।"

"সহজ কথা হ'ব আপোনালোকে বীতাক কলিকতালৈ লৈ যাওক। আপোনাৰ দুয়োটা ল'ৰা কলিকতাতেই আছে। আপোনালোক দুয়ো মাক-দেউতাক বীতাক লৈ তালৈকে যাওক। পৰিয়ালৰ এটাইকেজন একেলগে কটাওকগৈ, ঠাইবো সলনি হ'ব। কলিকতাৰ ইভেন্টফুল পৰিৱেশ। হয়তো তেনেকৈয়ে বীতাৰ মনৰ পৰিবৰ্তন হৈ যাব পাৰে। যদি তেনেকৈ নহয়, তেন্তে ব্যৱস্থা ল'ব লাগিব—বীতাই সৌমাৰক লগ পোৱা। কথাখিনি চিন্তা কৰি চাওক।" ডঃ মুখাৰ্জীয়ে সমস্যা সমাধানৰ এটি পৰামৰ্শ আগবঢ়ালে।

"ধন্যবাদ ডাঃ মুখাৰ্জী, ডঃ বৰবৰা। আপোনালোকৰ পৰামৰ্শখিনি ভালকৈ গমিপিটি চাওঁগৈ। কিবা এটা কৰিবই লাগিব। আমাৰ ছোৱালীজনী অতি মৰমৰ। তাইৰ দুৰ্ভাগ্যৰ জীৱনটোৰ কাৰণে আন দেউতাক-মাকতকৈ আমাৰ কষ্টচাৰ্প বহুত বেছি। মই উঠো তেন্তে।" চৌধুৰী উকীল যাবলৈ ওলাল। তেনেতে ডাঃ বৰবাই দুবিধ ঔষধৰ এখন প্ৰেচ্‌ক্ৰিপশ্যন লিখি দিলে, সাময়িক নিৰাময়ৰ কাৰণে।

এসপ্তাহৰ পিছতে বীতা আৰু পৰিবাৰ বিনীতাক লৈ চৌধুৰী উকীল কলিকতালৈ ৰাওনা হ'ল। তেওঁলোকৰ এই যাত্ৰাৰ কথা সম্পূৰ্ণ গোপনে ৰাখিলে জুনিয়ৰ উকীল দুজনৰ বাদে। জুনিয়ৰ দুজনকো বাৰণ কৰি থৈ গ'ল, যাতে খবৰটো কাকো নজনায়।

কলিকতাত থকা চৌধুৰী উকীলৰ বন্ধু এজনৰ সহযোগত ইতিমধ্যে এটা ভাড়াঘৰ বন্দবস্ত কৰি ৰখা হৈছিল। চৌধুৰীয়ে দুই পুত্ৰকো হোষ্টেলৰ পৰা এমাহৰ চুটী লোৱাই ভাড়াঘৰটোলৈকে লৈ আহিল। এমাহৰ পিছত পৰিস্থিতি চাই তেওঁলোক হোষ্টেললৈ ঘূৰি যাব, আৰু বীতাৰ মনৰ অৱস্থা ভাল হৈ উঠিলে বিনীতাই বীতাক লৈ আকৌ নিজ ঘৰলৈ উভতি যাব। তেনে এক অস্থায়ী ব্যৱস্থাৰে চৌধুৰীয়ে এসপ্তাহ কলিকতাত পৰিয়ালৰ এটাইকেজন একেলগে থাকিল, বীতাক লৈ সদায় আবেলি আবেলি কলিকতাৰ বিভিন্ন ঠাইলৈ উলিয়াই নিবলৈ চেষ্টা কৰিলে। দুই-এখন ঠাইলৈ যায়, কিন্তু তাই বেছিভাগেই ওলাই যাবলৈ আপত্তি কৰিলে। তাই বেছিখিনি সময় কোঠাৰ ভিতৰত নাইবা দুমহলা পকী ঘৰটোৰ চাদৰ ওপৰত বহি বহি সময় পাৰ কৰিবলৈ ল'লে। বীতাৰ মাক-দেউতাক আৰু ককায়েকহঁতৰ দুশ্চিন্তাৰ ওৰ নপৰিল।

এনেতে অতি নাটকীয়ভাৱে, কথাছবিৰ কাহিনীত ঘটাৰ দৰে এটা ঘটনা ঘটিল :

দেউতাকৰ কটুকটীয়া অনুশাসনক প্ৰতিহত কৰিবলৈ ব্যৰ্থ হৈ সৌমাৰ কলিকতালৈ আহি কলিকতা উচ্চ ন্যায়ালয়ৰ নগৰী অধিবক্তা নিবঞ্জন ৰেনাৰ্জীৰ

জুনিয়ৰ হিচাপে কাম আৰম্ভ কৰিছিল। দেউতাকে তেওঁক লগত আনি বেনাৰ্জীৰ সৈতে যোগাযোগ কৰি দি আৰু থকা-মেলা আদিৰ সকলো বন্দবস্ত কৰি দি কেদিনমান আগতে ঘৰলৈ উভটি গৈছে। সৌমাৰ হাইকৰ্টলৈ এতিয়াও যাব পৰা নাই। কাৰণ দৰ্খাস্ত কৰি, ৰেজিষ্ট্ৰেশন পোৱা আদিৰ কাৰণে এমাহমান সময় লাগিব। গতিকে তেওঁ এতিয়া মাত্ৰ পুৱা-গধূলি বেনাৰ্জী উকীলৰ খবৰ চেম্বাৰলৈহে অহা-যোৱা কৰি আছে। পঁচিশ দিন হ'ল তেওঁ আহি কলিকতা পোৱা। কলিকতাৰ নতুন পৰিবেশ, নতুন কৰ্ম ব্যৱস্থাত সম্পূৰ্ণ ব্যস্ত হৈও সৌমাৰে মুহূৰ্তৰ বাবে মনৰ পৰা আঁতৰ কৰিব পৰা নাই বীতাক— বীতাৰ অংগী-ভংগী, মুখৰ হাঁহি, চকুৰ চঞ্চল চাৱনী, মুখৰ লাৱণ্য, ভাস্কৰৰ শিল্পকৰ্মৰ দৰে শৰীৰ। শৰীৰৰ সুঠাম সুদৰ্শন গঠন, অনবৰতে সৌমাৰৰ মনলৈ আহি থাকে। ছবিৰ দৰে। এটা কামৰ কথা তেওঁ সদায় ভাবি আছে, কেনেকৈ এবাৰ বীতাৰ ককায়েক দুজনক লগ ধৰিবগৈ পাৰি, তেওঁলোকৰ মুখৰ পৰা বীতাৰ বিষয়ে কেনেকৈ খবৰ ল'ব পাৰি।

সৌমাৰৰ কাৰণে বীতাৰ ককায়েকহঁতক বিচাৰি উলিওৱাটো বৰ কঠিন কাম নহ'ল। সৌমাৰে আগতেই ডাঙৰজন ককায়েক সুমন্তৰ কলেজ আৰু হোষ্টেলৰ নাম-ঠিকনা জানিছিল। ইতিমধ্যে সৌমাৰ ট্ৰাম আৰু টঙ্গাত উঠি এঠাইৰ পৰা ইঠাইলৈ যোৱাত অভ্যস্ত হৈ উঠিছে। তেওঁ গৈ হোষ্টেলটো উলিয়ালেগৈ। কিন্তু জানিব পাৰিলে সুমন্ত হোষ্টেলত নাথাকে। কেদিনমান হৈছে এটা ভাড়াঘৰত গৈ আছেগৈ, তায়েকৰ লগত। সৌভাগ্যবশতঃ হোষ্টেলৰ মণিটৰজনৰ ওচৰত সুমন্ত বৰ্তমান থকা ঠাইৰ ঠিকনাটো আছে। সৌমাৰে ঠিকনাটো লৈ আকৌ এছোৱা ট্ৰামেৰে আৰু এছোৱা টঙ্গাত উঠি প্ৰায় এঘণ্টামানৰ পিছত ঠিক ঠাইতে গৈ উপস্থিত হ'লগৈ।

ঠিক সেই সময়ত বীতা দুমহলা পকী দালানটোৰ ওপৰৰ ছাদত থিয় হৈ বাটৰ পিনে চাই আছিল। তাই হঠাৎ দেখিলে, সেইটো সৌমাৰ। তাই মুখেৰে কিবা শব্দ কৰি সৌমাৰৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ চেষ্টা কৰিলে। কিন্তু সৌমাৰে সেইপিনে মন নকৰি ঘৰটোৰ দুৱাৰৰ পিনে খোজ ল'লে। খবৰ নম্বৰ, নাম সকলো মিলি গৈছে। সৌমাৰে দুৱাৰখনত টোকৰ দিলে।

ইতিমধ্যে বীতা ছাদৰ পৰা দৌৰি নামি আহিছিল, আৰু সৌমাৰে টোকৰ মৰাৰ মুহূৰ্ততে দুৱাৰখনৰ ওচৰত বৈছিলহি। বীতাই দুৱাৰখন খুলি দিলে।

বীতাই ভীষণ জোৰে হিঞ্জৰি দিবলৈ চেষ্টা কৰিলে। তাই সামান্যও দ্বিধাবোধ নকৰাকে সৌমাৰৰ ডিঙিত যেন ওলমি পৰিব, সেইদৰে সৌমাৰক

সাৰটি ধৰিলে। তাই অনুভৱ কৰিলে তাইৰ শৰীৰটো যেন নিৰ্জাব হৈ পৰিছে! তাই হাঁহি হাঁহি মুখেৰে বিভিন্ন শব্দ কৰিবলৈ ধৰিলে।

ইতিমধ্যে কাষৰ কোঠাতে ডাইনিং টেবুলত চাহ খাই থকা ৰীতাৰ মাক আৰু দুই ককায়েক, সুমন্ত আৰু সুদীপ্তও, দুৱাৰত টোকৰ মৰা, লগতে ৰীতাৰ মুখৰ শব্দ আৰু হাঁহি শুনি বাহিৰৰ কোঠালৈ ওলাই আহিছিল। আৰু আহি দেখিলে সৌমাৰক সাৱটি ধৰি সৌমাৰৰ বুকুত মূৰটো পেলাই দি হাঁহি হাঁহি থিয় হৈ আছে ৰীতা। এক প্ৰগাঢ় বিস্ময়েৰে তেওঁলোকে যুগল দৃশ্যটোলৈ চাই ৰ'ল।

সৌমাৰ আৰু ৰীতাৰ পুনৰ মিলনৰ বাৰ্তাটো ভালেদিন ধৰি গোপনেই আছিল। কিন্তু সেই বাৰ্তা এদিন আৰু গোপনে ৰখা সম্ভৱ নহ'ল। এনে পৰিস্থিতিৰ সৃষ্টি হ'ল যে সৌমাৰে ৰীতাৰে সৈতে তেওঁৰ পুনৰ মিলনৰ বাৰ্তা নিজেই, নিজ হাতেৰেই লিখা এখন টেলিগ্ৰামেৰে পঠিয়াব লগা হ'ল।

টেলিগ্ৰমাৰ বৰ্তাটোৰ ইংৰাজী কথাখিনি আছিল ঃ "দিয়াৰেষ্ট ফাদাৰ এণ্ড মাদাৰ (ষ্টপ) প্লিজ ব্লেচ মি এন্ড ৰীতা (ষ্টপ) উই গট মেৰিড দিছ মৰ্ণিং (ষ্টপ) আই এম কন্‌ভিনচড্ আই হেভ নট মেড এ ক্ৰাইম (ষ্টপ) বাট ইফ ইউ থিংক আই হেভ ডান গ্ৰেট ৰং আই ফাৰভেন্টলী ৰিকুৱেষ্ট ইউ টু ফৰগিভ মি (ষ্টপ) ইওৰ চিড্অবেডিয়েন্ট চন— সৌমাৰ।"

হেডপণ্ডিত যজ্ঞেশ্বৰ সন্দিকৈ খদ্‌মদম্‌কৈ ওলাইছে, স্কুললৈ যোৱাৰ আগতে গদাধৰ মৌজাদাৰৰ তাৰ পৰা আহিবগে লাগে। মৌজাদাৰে আগদিনাই সন্ধিয়া খবৰ পঠাইছে, তেওঁৰ লগত হেডপণ্ডিতৰ জৰুৰী কথা আছে, পুৱাৰ ভাগতে গৈ দেখা কৰিবগে লাগে। দেহাপুখুৰী হাইস্কুলত প্ৰসন্ন সোণোৱাল হেডমাষ্টৰ হোৱাৰ দিনৰ পৰা কিছুদিন আগেয়ে স্কুলখনৰ মাটি দহবিঘা স্কুলৰ নামত দখলী লোৱা সংঘৰ্ষময় কাণ্ডবোৰ সংঘটিত হোৱালৈকে হেডপণ্ডিতৰ যি স্থিতি মৌজাদাৰে লক্ষ্য কৰি আহিছে, আৰু দুই-এবাৰ বাজহুৱা স্থলত মৌজাদাৰে তেওঁৰ প্ৰতি যি বক্ৰোক্তি নিক্ষেপ কৰিছে, সেই কথা মনত পেলাই, মৌজাদাৰে মাতি পঠাইছে বুলি জনাৰ পিছৰে পৰা তেওঁৰ মনত এটা অস্বস্তিবোধ হৈ আছে। কিয়বা মাতিছে! কিবা দায় লাগিছে!

প্ৰকাণ্ড টৌহদেৰে মৌজাদাৰৰ কাঠৰ দুমহলীয়া প্ৰকাণ্ড বঙলা। বঙলাৰ সোঁফালে অলপ দূৰত কাষ গেৰেজ। তাৰ কাষতে প্ৰকাণ্ড প্ৰকাণ্ড দুটা-গুটি ধানৰ ভঁৰাল। তাৰ পিফালে পিচ পিনৰে সামৰি প্ৰায় দহবিঘামান মাটিৰ এখন বাৰী। শাক-পাচলি, তামোল, নাৰিকল বিধি ফলমূলৰ গছ, এটা মাছৰ পুখুৰী,

তাৰ সিপিনে বাঁহনী আৰু এখন কাঠনী।

বাওঁকালে বঙলাৰ গাতে লগা মৌজাদাৰৰ দপ্তৰখানা। মিনি বঙলা আৰ্হিৰ ডাঠকৈ ঘেৰেৰে ঘোৰা চাৰিচকীয়া ঘৰ। তাৰ তিনিটা ভাগ। প্ৰথম ভাগৰ বেৰ নাই। মুকলি চ'ৰাঘৰ। বেত্তেৰে ঘোৰা কাঠৰ প্ৰকাণ্ড এখন আৰামী চকী— মৌজাদাৰৰ বহা আসন। তাৰ পিছৰ পৰা দুইকাষে আৰু সমুখলৈ হেণ্ডেল লগোৱা বেঞ্চ। দুটামান ডাঙৰ ডাঙৰ পহৰ চাল লগোৱা মূৰ্‌ৰাও থোৱা আছে। খুঁটাবোৰত পহু আৰু বনৰীয়া ম'হৰ শিং আঁৰি থোৱা আছে। মৌজাদাৰৰ বহা আসনৰ পিছফালে বেৰত এখন গুকান বাঘৰ চাল আৰু দুটা হাতীদাঁত আছে। কোঠাটোৰ চিলিঙত প্ৰায় মৌজাদাৰৰ আসনৰ ওপৰত এখন বছীৰে টনা পদ্ধতিৰ প্ৰকাণ্ড ডাঠ কাপোৰৰ পাখা আছে। গৰমত মৌজাদাৰ চ'ৰাত থকা সময়ত "চোক্ৰা" এটাই পাখাখন বছীৰে টানি টানি বতাহ বলাই থাকে।

চ'ৰাঘৰৰ বেৰাখনৰ কাষৰ ডাঙৰ কোঠাটো দপ্তৰখানা। তাত দুজন মহৰী আৰু দুজন পীয়াদা বহে। মহৰীৰ বাবে টেবুল চকী। কোঠাটোত আলমাৰি, বেক অৰু তাত ধূলিৰে ভৰা ডাঙৰ ডাঙৰ বহী, ফাইল আদিৰে ঠাহ খাই আছে।

সেইটো কোঠাৰ সিফালে আৰু এটা কোঠা, বঙলাৰ বাৰাণ্ডাৰ সৈতে কৰিড'ৰ এটাৰে সংযোজিত। সেইটো কোঠা মৌজাদাৰৰ মৌজা সম্পৰ্কীয় কাম-কাজৰ বাবে অফিচ। সুন্দৰকৈ সজোৱা, মেহগনী কাঠৰ প্ৰকাণ্ড চেক্ৰেটেৰিয়েট টেবুল, আপহ'লষ্টাৰ চকী, মজিয়াত দামী কাৰ্পেট, দামী দামী আচবাবপত্ৰ, দামী দোৱাট কলম, যাবতীয় বস্তু। কোঠাটোত চামৰাৰ কুচন ঢাকনীৰে দুখনমান চকী।

হেডপণ্ডিত সন্দিকৈ মৌজাদাৰৰ হাউলীৰ পদূলিতে চাইকলৰ পৰা নামিল। পদূলিৰ দুইকাষত দুজোপা বহ বছৰীয়া পুৰণি, বিভিন্ন জ্যামিতিক আকাৰৰ যেৰেঙণীৰে বহতো শাখা-প্ৰশাখা মেলি গুলক ফুল। ফুল ফুলি জাতিষ্কাৰ হৈ আছে। হেডপণ্ডিতে তাৰে এজোপাৰ গাত লাহেকৈ চাইকলখন আওঁজাই থ'লে। পদূলিমুখৰ শাল কাঠৰ প্ৰকাণ্ড গেটখনৰ আধা খুলি থোৱা আছে। হেডপণ্ডিত মৌজাদাৰৰ চ'ৰাৰ পিনে আগুৱাই গ'ল ঃ মনত দুৰ্ভাবনা— অস্বস্তিবোধ। উৎকণ্ঠা, কিয় মাতিছে, গদাধৰ মৌজাদাৰে।

হেডপণ্ডিতে দূৰৰ পৰা দেখিলে, চ'ৰাঘৰত আৰামী চকীত মৌজাদাৰ বহি আছ। তেওঁ সাদিনীয়া অসমীয়া কাকতখন মেলি পঢ়ি আছে। মুখখনৰ ভলফালটো ঢাক খাই আছে। একাষৰ বেঞ্চত দুজনমান গাঁৱৰ মানুহ। মৌজাদাৰ দেউতাই কাগজ পঢ়ি উঠালৈ অপেক্ষা কৰি আছে, তেখেতে বাতৰি পঢ়ি আঁতালেই

তেওঁলোকে আৰ্জি পেচ কৰিব পাৰিব, এনে আশাত।

হেডপণ্ডিতে ভৰিৰ চেণ্ডেলযোৰ পকী বাৰাণ্ডাৰ এমূৰতে থৈ চ'ৰাঘৰৰ মজিয়াত ভৰি দিয়াৰ লগে লগেই মৌজাদাৰে মূৰটো দাঙি তেওঁক দেখা পালে। হাতৰ কাকতখন একলীয়াকৈ ধৰি মৌজাদাৰে প্ৰায় আধে-বেধে মাত দিলে, "অ' সন্দিকৈ, পণ্ডিত, আঁহা আঁহা, মই তোমালৈকে বাট চাই আছোঁ।"

মৌজাদাৰৰ হাঁহিমুখীয়া সাদৰসুৰীয়া মাতটো শুনিবলৈ পায়েই হেডপণ্ডিতৰ মনটো বহুখিনি নিৰ্ভাৰ হৈ পৰিল। আশ্বস্তও হ'ল।

"এৰা অলপ পলমেই হ'ল। একেবাৰে স্কুললৈকে ওলাই আহিলোঁ। গা-পা ধুই দুটিমান খাই-বৈ আহোঁতে সময় ল'লে—।" হেডপণ্ডিতে সমীহভাবে ক'লে, মৌজাদাৰে "বাট চাই আছে" বুলি কোৱা কথাষাৰৰ উত্তৰত যেন হেডপণ্ডিতে কৈফিয়ৎ এটা দিয়া উচিত হ'ব বুলি ভাবিলে।

হেডপণ্ডিত একাষৰ চকী এখনৰ পিনে আগুৱাই যাওঁতেই মৌজাদাৰে ক'লে, "পণ্ডিত, ইয়াত বহিব নালাগে, মোৰ অফিচ কোঠালৈকে যাওঁ ব'লা। তাতেহে কথা পাতিবলৈ সুবিধা হ'ব।"

মৌজাদাৰে হাতৰ বাতৰিকাকতখন চকীখনতে থৈ, চকীৰ বহল হেণ্ডেলডালত থকা ৰূপৰ তামোলৰ টেমাটো হাতত লৈ থিয় হ'ল। একাষত বেঞ্চত বহি থকা গাঁৱৰ মানুহকেজনক আকৌ কিছুপৰলৈ অপেক্ষাৰত কৰি মৌজাদাৰ আৰু পিছে পিছে হেডপণ্ডিত চ'ৰাঘৰৰ পৰা ওলাই ঠেক বাৰাণ্ডাখনেদি মৌজাদাৰৰ অফিচ কোঠাৰ পিনে গ'ল।

অফিচ কোঠাত মৌজাদাৰ নিজৰ চকীত আৰু সমুখৰ চকী এখনত হেডপণ্ডিত বহিল। মৌজাদাৰে তামোলৰ টেমাটো খুলিলে ঃ খনীয়া তামোল, দুজপীয়া গান্ধ পাণ, চূণৰ টেমী, মলমলীয়া গোন্ধেৰে মুখত খোৱা ধঁপাত, সৰু সৰুকৈ কটা কৰ্পূৰৰ টুকুৰা, বিধে বিধে টেমাটোত সজাই থোৱা আছে। মৌজাদাৰে এটাইখিনি হিচাপ মতে গোটেই লৈ তামোল এখন মুখত ভৰাই ল'লে। আৰু টেমাটো হেডপণ্ডিতৰ পিনে আগবঢ়াই দিলে। হেডপণ্ডিতে অলপ আগতে ভাতৰ মুহদি কৰি তামোল খাই আহিছে, এতিয়াই আৰু এখন তামোল খাবলৈ মন যোৱা নাই বুলি মুখেৰে ক'লে যদিও, আচলতে মৌজাদাৰৰ ৰূপৰ টেমাৰ পৰা তামোল লৈ খাবলৈ সংকোচবোধ কৰিলে। মৌজাদাৰে আচল কথাটো কেতিয়া উলিয়াব ভাবি হেডপণ্ডিতৰ উৎকণ্ঠা বাঢ়িবলৈ ধৰিলে।

অৱশেষত মূল কথালৈ নাহিলেও মৌজাদাৰে কথাৰ প্ৰসংগ আৰম্ভ কৰিলে— প্ৰথমে দুই-এটা উপকৰণা প্ৰশ্নৰে ঃ

"পণ্ডিত, তোমাৰ স্কুল কেনে চলিছে? আজিকালিতো এটাইবোৰ চাহাব-মেম হ'বলৈ ওলাইছে, হাইস্কুলত ইংৰাজী পঢ়িবলৈ লৈ, নহয় জানো?"

"উচ্চশিক্ষাৰ সুবিধা এটা পাইছে, পৰাবিনিয়ে সুবিধা লৈছে।"

মৌজাদাৰৰ প্ৰশ্নৰ গৰ্ভৰ সুৰটো যেন ধৰিব নোৱৰাকৈ হেডপণ্ডিতে উত্তৰটো দিলে।

"পিছে তোমাৰ এম. ভি. স্কুলখন বৰ্তি ৰ'বনে শেহলৈকে?"

"একোটো অসুবিধা ঘটা নাই এতিয়ালৈকে চাৰ। দুখীয়া ল'ৰা-ছোৱালী এটাইখিনি এম. ভি. স্কুললৈকে আহে, মাচুল দিব নালাগে যেতিয়া। আৰু দুখীয়া ছাত্ৰ-ছাত্ৰীৰ মাজতো চোকা মগজৰ ল'ৰা-ছোৱালী আছে ছাৰ।"

"পিছে হাইস্কুলৰ হেডমাষ্টৰজনৰ খবৰ কি? আজিকালি বোলে তেওঁ ছাত্ৰ পঢ়োৱাতকৈ ছাত্ৰীহঁতক পঢ়োৱাতহে বেছি মন দিবলৈ ধৰিছে।"

"ছাৰ, ইংগিতটো বুজিবলৈ টান পালোঁ।"

"নিজৰ গাত চিকুটিলেই গম পাবানেকি পণ্ডিত।"

"জানোঁ— ছাৰ।" মৌজাদাৰৰ বক্ৰোক্তিৰ ইংগিত ভালকৈ ধৰিব পাৰিছে। কিন্তু তেওঁ নুবুজাৰ ভাও ধৰিলে।

"বাৰু মই পোনপটীয়াকৈ কথাটোলৈ আহোঁ। তোমাৰ ছোৱালীৰ সৈতে প্ৰসন্নৰ মিলা-মিছাবোৰ মানুহৰ মুখৰোচক খবৰ হৈছে। সিহঁত আৰু অলপ বেছি আগবাঢ়িলেই কথাবোৰ কেনেকুৱা হ'ব। হেডমাষ্টৰজনৰ চৰিত্ৰটোৰ সৈতে হাইস্কুলৰ মান-সন্মান মিলি থকা নাই জানো? এনে হ'বগৈ পাৰে প্ৰসন্নক হেডমাষ্টৰৰ পদৰ পৰা বাইজে আঁতৰাবলৈও চিন্তা বা ইচ্ছা কৰিব। মই প্ৰসন্নক লৈ ভবা নাই। পৰও মণ্ডলৰ পুতেকৰ চৰিত্ৰ জহন্নামে গ'লেও যাওক— কিন্তু হাইস্কুলখনৰ সৈতে, বাইজৰ প্ৰতিষ্ঠান এটাৰ নামৰ সৈতে কেনেকুৱা এটা লগ লাগিব, বাইজে সেইটো কেতিয়াও হ'বলৈ নিদিব।— তুমি শুনিছানে পণ্ডিত মোৰ কথাবোৰ।" অৱনমিত ভাৱে, তললৈ মূৰকৈ থৰ হৈ থকা হেডপণ্ডিতলৈ চাই মৌজাদাৰে সুধিলে।

হেডপণ্ডিতে যেন সম্বিৎ ঘূৰাই পাই ক'লে, "চাৰ শুনিছোঁ, শুনিছোঁ, শুনি মই তবধ মানিছোঁ।"

"তবধ মানিব লগা কথাই। ইমানবোৰ শিক্ষা-দীক্ষা লৈ এতিয়া চৰিত্ৰৰ এই ৰূপটো দেখুৱালে মানুহে তবধ মনাৰে কথা। কিন্তু মই বেছি চিন্তিত হৈছোঁ কিয় জানা?"

হেডপণ্ডিতে মৌজাদাৰৰ মুখলৈ ভেবা লাগি চোৱাৰ দৰে চালে।

"মই চিন্তিত হৈছোঁ, প্ৰসন্নৰ এই কেলেংকাৰীবোৰ ঘটিব খুজিছে তোমাৰ ছোৱালীজনীৰ লগত। তোমাৰ নিমাখিত ছোৱালীটিৰ লগত। তোমাৰ স্কুলৰ মেনেজিং কমিটীৰ মই সভাপতি হৈ থকাৰ দিনৰে পৰা তোমাক মই নিজৰ ভায়েক এজনৰ দৰে ভাবি আহিছোঁ। যদিও কিছুদিনৰ পৰা প্ৰসন্নৰ মায়াত তুমিও মোহ গৈ মোৰ প্ৰতি তোমাৰ আগৰ সেই সম্মান নোহোৱা যেন বোধ হৈছে।

"নহয় ছাৰ, তেনেকৈ কিয় কৈছে? আপোনাৰ প্ৰতি মোৰ সম্মান লাঘৱৰ প্ৰশ্নই উঠিব নোৱাৰে।"

"শুনি ভাল পালো, আশ্বস্ত হ'লোঁ।" মৌজাদাৰে কাষতে মজিয়াত থকা পিকদানিত মুখৰ পিকখিনি পেলাই ল'লে। তাৰ পিছত থিয় হৈ পিঠিৰ পিনৰ খিড়িকীৰ পৰ্দাখন একাষলৈ টানি দিলে। খিৰিকীৰে ব'দ সোমাই আহিল। তেওঁ ঘূৰি আহি আকৌ নিজৰ চকীত বহি ল'লে। তললৈ মূৰ কৰি মৌন হৈ বহি থকা হেডপণ্ডিতলৈ এবাৰ ভালকৈ নিৰীক্ষণ কৰি মৌজাদাৰে ক'লে, "এতিয়া মই তোমাক আচল কথাটো ক'ব খুজিছোঁ— যিটো কথা ক'বলৈ আচলতে তোমাক মই মাতিছিলোঁ।"

"কওঁক ছাৰ", হেডপণ্ডিতে মূৰ দাঙি মৌজাদাৰৰ মুখলৈ চাই ৰ'ল, কথাটো শুনিবলৈ।

"তোমাৰ ছোৱালী এতিয়া যিদৰে প্ৰেমৰ পলসত সোমাই গাভ বোকা লেটিয়াবলৈ আগ বাঢ়িছে, সেই পলসৰ পৰা তাইক উদ্ধাৰ কৰাৰ মই এটা উপায় ভাবিছোঁ।"

মৌজাদাৰ থমকিল। হেডপণ্ডিতে মৌজাদাৰৰ মুখলৈ চায়ে আছে। চাৱনিত উদগ্ৰীৱতা।

"পণ্ডিত, তোমাৰ ছোৱালীজনী মোক দিয়া।" মৌজাদাৰে ক'লে।

"আপোনাক মানে।"

"মোৰ খুলশালী ল'ৰাটোলৈ তাইক বিয়া কৰাই আনিব খুজিছোঁ।"

"তাইৰ বিয়াৰ কথা দেখোন আমি ভবাই নাই।"

"মিছা মাতিছা পণ্ডিত। তাইৰ বিয়াৰ বয়স সম্পূৰ্ণ হৈ গৈছে। তাইৰ লগৰ ছোৱালী কোনজনী এতিয়াও বিয়া নোহোৱাকৈ আছে ভাবাচোন। তাই মেট্ৰিক পাছ, তাইৰ যোগ্য ল'ৰা এটাও পোৱাৰ কথা আছে। প্ৰসন্নই প্ৰেম কৰি তোমাৰ ছোৱালীক বিয়া কৰাই নিয়াৰ কথা ভাবিছে যদিও সেইটো সম্ভৱ হ'ব জানো? সি দেখোন নীচ কুলৰ ল'ৰা, সোণোৱাল কছাৰী। বাইজৰ পৰা একঘৰীয়া হৈ থকাৰ সাহস আছে তোমাৰ? সেইটো জানো উচিত হ'ব?"

"মই ইমানবোৰ কথা একো ভবাই নাই ছাৰ" হেডপণ্ডিতে বিপন্ন মানুহৰ সুৰত ক'লে।

"তেন্তে এতিয়াৰ পৰা, আজিৰ পৰা ভাবা। মোৰ খুলশালী ল'ৰা আই. এ লৈকে পঢ়া আই, এ. পাছ কৰিব পৰা নাই। পাছ নকৰিলেও হ'ব। তাক মই ইয়ালৈ মাতিছোঁ, নিগাজীকৈ থকাকৈ। তুমি জানা পণ্ডিত, মোৰ ল'ৰা নাই, চাৰিওটি সন্তান ছোৱালী। মই খুলশালিটোকে মৌজা গতাই দিম। জোঁৱাইহঁতৰ মৌজালৈ হেঁপাহ নাই এটাৰো। খুলশালিটোক মৌজাদাৰ পাতিম, এইবোৰ সম্পত্তিৰ গৰাকী হ'ব সি। তোমাৰ ছোৱালীক এনে এটা ল'ৰালৈ বিয়া দিয়াত তোমাৰ আপত্তি হ'বই নোৱাৰে বুলি মোৰ বিশ্বাস। কাৰণ তুমি মূৰ্খ নহয় — আপত্তি কৰিবলৈ।"

মৌজাদাৰে হঠাৎ অনুভৱ কৰিলে তেওঁ যেন বহুতপৰ ধৰি কথা কৈ আছে। তেওঁৰ আৰু ক'ব লগা কথা নাই। হেডপণ্ডিতে মাত্ৰ তেওঁৰ "হৈ যাব" বুলি সম্পূৰ্ণ সন্মতি জনোৱা মুহূৰ্তটোতে তেওঁৰ সকলো কথা আহি বৈ গৈছে, আৰু ক'বলৈ নাই।

হেডপণ্ডিত তললৈ মূৰ কৰি নিজৰ ভৰিৰ আঙুলি আৰু নখকেটালৈ চাই শিলপৰা মানুহৰ দৰে থৰ হৈ বৈ আছে। নিৰ্বাক, নিচ্চল।

হেডপণ্ডিতে অৱশেষত মূৰটো ওপৰলৈ তুলিলে। মৌজাদাৰলৈ চাই ক'লে, "ছাৰ মই আজিলৈ উঠিলোঁ।"

হেডপণ্ডিত বহাৰ পৰা থিয় হৈ দুৱাৰমুখৰ পিনে চালে। অৰ্থাৎ তেওঁ যাব খুজিছে।

"মোৰ প্ৰস্তাবটো সম্পৰ্কে তোমাৰ মতামতটো জনাবা পণ্ডিত। যদিও মই "হঁা' বুলিয়েই ধৰি লৈছোঁ।

হঠাৎ হেডপণ্ডিতে শৰীৰৰ বাজহাড়ডাল পোন হৈ মূৰটো ওখ কৰি ওপৰলৈ থিয় হৈ ৰোৱা যেন অনুভৱ কৰিলে। হেডপণ্ডিতে মৌজাদাৰৰ চকু দুটালৈকে পোনাই চাই ক'লে, "ছাৰ, প্ৰস্তাবত সন্মতি নজনাম, মই এনে মূৰ্খ নহয়, আপুনি সেই বুলি ক'লে। কিন্তু ছাৰ, মোক মূৰ্খ হ'বলৈকে দিবনেকি। আপোনাৰ খুলশালি ল'ৰালৈ মোৰ ছোৱালীক বিয়া দি মই জ্ঞানী হ'বলৈ নাযাওঁনেকি ছাৰ। বেয়া নাপাব ছাৰ। মই আহোঁ—"

হেডপণ্ডিত নিজে আচৰিত হ'ল, তেওঁৰ কণ্ঠইদি মৌজাদাৰক উদ্দেশ্যি কোৱা কথাকেটাৰ শব্দবোৰ ইমান স্পষ্টকৈ, ইমান গোটা গোটাকৈ, ইমান গম্ভীৰ্য্যকৈ কেনেকৈ ওলাই আহিল।

সেইদিনা শনিবাৰ আছিল। স্কুল হাফ হয়। হেডপণ্ডিত স্কুলৰ পৰা সোনকালে আহিব পৰা হ'ল। মৌজাদাৰৰ ঘৰৰ পৰা বাহিৰে বাহিৰে স্কুললৈ গৈ হেডপণ্ডিতৰ স্কুলত একোতে মন বহা নাছিল। প্ৰসন্নৰ দৰে এনে মহৎ মনৰ ডেকাল'ৰা এজনক ইমান বেয়াকৈ ভাবিব পাৰে মৌজাদাৰে। আৰু শ্ৰীময়ীক তেওঁৰ খুশালিলৈ বিচাৰিব পাৰে। কিন্তু এটা কথা ঠিক ঃ শ্ৰীময়ীৰ সৈতে প্ৰসন্নৰ মিলামিছা লৈ কথাবোৰ সুখদায়ক নহয়। সকলো পিনৰ পৰা অতি উপযুক্ত হ'লেও প্ৰসন্নলৈ শ্ৰীময়ীক বিয়া দিয়া সম্ভৱ নহ'ব। সমাজে, খেলে মানি নল'ব। শ্ৰীময়ীক ভালকৈ সাৱধান কৰা উচিত হ'ব।

হেডপণ্ডিতে ঘৰলৈ আহিয়েই শ্ৰীময়ীক ওচৰলৈ মাতি আনিলে। পিছ পিনৰ বাৰাণ্ডাত বেঞ্চ এখন আছে, চকী-টেবুল এযোৰো আছে। হেডপণ্ডিতে স্কুলৰ পৰা আহি তাতে বহি চাহ-জলপান খায়। সেইদিনাও চিৰাচৰিতভাৱে জলপানখিনি খাই উঠি হাতত চাহৰ বাতিটো লৈ বহিছে। মাকো কাষতে বেঞ্চত বহি আছে। শ্ৰীময়ী আহি মাত দিলে, "কি হ'ল দেউতা?"

"বহ," দেউতাকে বেঞ্চখনলৈ ইংগিত দিলে।

"বৰ গহীন হৈ বহিবলৈ ক'লা দেখোন দেউতা!" শ্ৰীময়ীয়ে বহাৰ লগে লগে হাঁহি মাৰি ক'লে।

"জৰুৰী কথা দুটামান আছে।"

"কোৱা।"

হেডপণ্ডিতে চাহ এসোহা লৈ ক'লে, "প্ৰসন্নৰ সৈতে তোক লৈ কথাবোৰ বেয়াকৈ ওলাইছে।"

"ওলাইছে, শুনিছোঁ। স্কুলৰ ল'ৰা-ছোৱালীৰ মাজতো কথা ওলাইছে। কেদিনমান আগতে মাজুৱেও কৈছিল, তাক হেনো লগৰ ল'ৰাই কৈছিল হেডমাষ্টাৰ চাৰ তোৰ ভিনীহিয়েৰ হ'ল যেতিয়া তই আৰু পৰীক্ষা পাছ কৰাত চিন্তা নাই।"

"কথাবোৰ শুনিছই যদি, তই নিজেই সাৱধান হ'ব লাগে। মই তোক সকীয়াই থৈছিলোঁৱেই।" বঁটা এখন সমুখত লৈ তামোল কাটি থকাৰ পৰা মাকে অলপ জোৰ দি বাক্য দুটা ক'লে।

"ব'বা, মই আচল কথাখিনি কওঁ।" সেইবুলি হেডপণ্ডিতে পুৱা গদাধৰ শইকীয়া মৌজাদাৰৰ ঘৰত মৌজাদাৰে তেওঁক কোৱা সমগ্ৰ কথা-বতৰাৰ বিশদ বৃত্তান্ত কৈ শুনালে।

কথা শুনি প্ৰথম প্ৰতিক্ৰিয়া জনালে শ্ৰীময়ীৰ মাকে, "আপুনি থিয়াতে

কথাবোৰ নিষ্পত্তি কৰি থৈ নহা হ'লেও হ'লহেঁতেন ; মিছামিছি মৌজাৰৰ সৈতে মনোমালিন্য বঢ়াই কি লাভ?"

"মনোমালিন্য নবঢ়াই, দেউতাই তেন্তে কৈ থৈ আহিব লাগিছিল, দিন-বাৰ ঠিক কৰক, আপোনাৰ খুলশালিলৈ মোৰ ছোৱালীৰ বিয়াৰ ৰভাপৰলি দিয়াৰ মই আয়োজন কৰোঁ।"

"ৰ'বিচোন, মই সেইদৰে ভাবি কথাটো কোৱা নাই, পিছেপৰেও ভাবি-চিন্তি উত্তৰটো দিলেই হ'লহেঁতেন।" মাকে নিজৰ স্থিতিৰ ব্যাখ্যা দিলে।

"দেউতা, তুমি ভাল কৰিছা, লগে লগে কথা ছিঙি থৈ আহিছা।" শ্ৰীময়ীয়ে প্ৰশংসাৰ সুৰত উৎসাহপূৰ্ণভাৱে ক'লে।

"মৌজাদাৰৰ সমুখত কথা চিঙি থৈ আহিলোঁ হয়, কিন্তু সমস্যা তাতে শেষ হোৱা নাই। তোক শ্ৰীময়ী সেইবাবেহে মাতিছোঁ।"

"ময়ো বুজিছোঁ, সমস্যা শেষ হোৱা নাই, সমস্যা আৰম্ভহে হৈছে।"

"তই যদি কথাটো বুজিছই, তই নিজে কি কৰা উচিত বুলি ভাবিছ, সমস্যা আৰু আগ নাবাঢ়িবৰ কাৰণে?

"তাই কি ভাবিবলৈ আছে! সোনকালে উপযুক্ত ল'ৰা এটা চাই আমি শ্ৰীময়ীৰ বিয়াখন পাতিব লাগে।" মাকে একে আষাৰতে সমস্যা আগ নবঢ়াৰ দিহা দিলে।

"কিন্তু দেউতা, উপযুক্ত ল'ৰা মোৰ কাৰণে এজনেই আছে। প্ৰসন্ন সোণোৱাল।" শ্ৰীময়ীয়ে অতি দৃঢ়তাৰে কথাষাৰ ক'লে।

অলপ সময় পৰিবেশ সম্পূৰ্ণ নীৰৱ হৈ পৰিল, চোতালত পৰি থকা পাৰ হালৰ কৰুৰনিৰ বাহিৰে।

হেডপণ্ডিত অতি শান্ত-শিষ্ট মানুহ। খং ৰাগৰ প্ৰতিক্ৰিয়া কাচিৎহে দেখা যায়, স্কুলত উদণ্ড ছাত্ৰক শাস্তি দিব লগা হ'লে। কেতিয়াবা ছাত্ৰক বেত্ৰাঘাত কৰি দিনটোলৈ তেওঁ মনত অশান্তি পায় থাকে। মুখৰ আগতে শ্ৰীময়ীয়ে তেনেকৈ উক্তিষাৰ প্ৰকাশ কৰাত হেডপণ্ডিতে সেয়া তাইৰ অস্পৰ্ধা হৈছে বুলি খং এটা উঠি আহিছিল, খন্তেকৰ বাবে। কিন্তু লগে লগে ভাব হ'ল শ্ৰীময়ী এতিয়া আগৰ সৰু ছোৱালী নহয়, পঢ়া-শুনা কৰি, বিশেষকৈ প্ৰসন্নৰ সান্নিধ্য আৰু উদগনিত বহুতো কিতাপ-পত্ৰ পঢ়ি তাইৰ এটা পৰিপক্ক বুদ্ধিপুষ্ট ব্যক্তিত্ব হৈছে। গতিকে তাইৰ কথাক, মন্তব্যক আগৰ দৰে উলাই কৰা নাযায়।

হেডপণ্ডিত শ্ৰীময়ীৰ মন্তব্যত একো হয়-নহয় নামাতি মৌন হৈ তলমূৰকৈ বহি থকা দেখি মাকে মাত লগালে, "শুনিলেনে ছোৱালীয়ে কি ক'লে? মনে মনে ব'ল দেখোন।"

"বাস্তৱ দিশটো নাভাবিলে, জাত-পাতৰ নিয়ম-নীতিৰ কথা নাভাবিলে শ্ৰীময়ীৰ কথাষাৰ অলপো ভুল হোৱা নাই। প্ৰসন্নতকৈ তাইৰ কাৰণে দ্বিতীয় উপযুক্ত পাত্ৰ হ'ব নোৱাৰে।"

"কিন্তু বাইজৰ, খেলৰ নিয়ম-নীতি নমনাকৈ ছোৱালী বিয়া দিব পাৰিব?" মাকে ক'লে।

"জাত-পাতৰ নিয়ম-নীতি মানিবলৈ গৈ যদি প্ৰসন্ন ককাইদেউৰ সৈতে মোৰ বিয়া নহয়, তেন্তে মোৰ আৰু কেতিয়াও বিয়া নহয়, আন কাৰো সৈতে বিয়া নহয়।"

"ঘৰবুঢ়ী হৈ থাকিবি?"

"থাকিম— বিয়া নোহোৱাটো একো ডাঙৰ কথা নহয়।"

"জানোঁ, পঢ়া-শুনা কৰি, কিতাপসোপা পঢ়ি তইঁতৰ বহুত জ্ঞান হৈছে, আমি ঢুকি নাপাওঁ।"

"হ'ব ৰ'বা, তুমি উত্তেজিত হৈ নাথাকিবা। মই কথাবোৰ চাৰিওকোণ চালি-জাৰি চিন্তা কৰি চাওঁ, কিজানিবা কিবা সমাধান ওলায়েই। চাওঁ, আমোল এখন দিয়া। তোক মাত্ৰ শ্ৰীময়ী এটা কথা জনাও থওঁ, তই প্ৰসন্নৰ সৈতে— "

"সেইটো মই কৰিছোঁৱেই। আজিকালি মই তেওঁলোকৰ তালৈ সদায় নাযাওঁ, গ'লেও দিনৰ ভাগতে যাওঁ। কিন্তু স্কুললৈ লাইব্ৰেৰীৰ কিতাপ আনিবলৈ গ'লে তেওঁক মাত দি আহোঁ। স্কুললৈ যোৱাটো মই বাদ নিদিওঁ, লাইব্ৰেৰীৰ কিতাপ পঢ়া মই বাদ দিব নোৱাৰোঁ— যিয়েই যি কওক।"

শ্ৰীময়ী বহাৰ পৰা উঠি চোতাললৈ নামি গ'ল, চোতালৰ একাষত ডাঙত শুকাবলৈ মেলি থোৱা কাপোৰবোৰ আনিবলৈ। চোতালৰ পাৰ দুটাই তাইক বাট এৰি দিলে।

শ্ৰীময়ী স্কুললৈআহিছে লাইব্ৰেৰীৰ কিতাপ নিবলৈ।

শ্ৰীময়ীৰ ভায়েক দুটা। এটা ক্লাছ নাইনত পঢ়ে, শ্ৰীধৰ, ঘৰৰ নাম মাজু। আৰু আনটো ক্লাছ চিক্সত পঢ়ে, নাম শ্ৰীকান্ত, ঘৰৰ নাম সৰু। স্কুল ছুটীৰ লগে লগে সৰু ভায়েক শ্ৰীকান্ত ঘৰলৈ খোজ ল'লে। আনটো ভায়েক শ্ৰীধৰ পিছপিনৰ খেল পথাৰলৈ গ'ল, ভলিবল খেলিবলৈ। স্কুল ছুটিৰ পিছত ক্লাছ এইটৰ পৰা টে'নলৈকে আগ্ৰহী ছাত্ৰখিনিয়ে ফুটবল আৰু ভলীবল খেলে, সদায়, এঘণ্টা-ডেৰঘণ্টামানৰ বাবে। "গেম ছাৰ" আৰু ডেকা শিক্ষক দুজনমানো ল'ৰাবোৰৰ মাজত সোমাই খেলত নামি যায়।

শ্ৰীময়ীয়ে ভায়েক মাজুৰ সৈতে বন্দবস্ত কৰি থৈছে, তাই লাইব্ৰেৰী নাইবা

হেড্ছাৰৰ কোঠাত বহি থাকিব, সি ঘৰলৈ যাবৰ সময়ত যাতে তাইক মাতি লৈ যায়। স্কুলৰ পিছফালে খেলি থকা ছাত্ৰ আৰু শিক্ষক তিনিজনৰ বাহিৰে স্কুলৰ বাকী ল'ৰা-ছোৱালী আৰু শিক্ষকসকল ঘৰাঘৰি গ'ল। গোটেই কোঠাবোৰ খালী হৈ আছে, চকীদাৰে এফালৰ পৰা দুৱাৰ-খিৰিকীবোৰ জপাই আহিছে।

হেডমাষ্টৰৰ কোঠাত প্ৰসন্ন আৰু হাতত পদ্মনাথ গোহাঁইবৰুৱাই সাধনী আৰু চাৰ্লছ লেম্বৰ টেলছ অৱ্ চেকছপীয়েৰ কিতাপ দুখন লৈ শ্ৰীময়ী একাষৰ বেঞ্চ এখনত বহি আছে। প্ৰসন্নই সমুখৰ ডাঙৰ বহীখনত হিচাপ কৰি থকা কামটো আধাতে এৰি বহীখন জপাই থ'লে। "থাওক, পিছত কৰিম। তোমাক সমুখত ৰখৱাই থৈ টকা অনা পইচাৰ হিচাপ কৰি থকাৰ-দৰে আনৰোমাণ্টিক কাম কৰি থকা নাযায়।" প্ৰসন্নই মূৰ তুলি শ্ৰীময়ীৰ মুখলৈ চাই হাঁহি এটা মাৰি ক'লে।

"আপুনি কিমান ৰোমাণ্টিক বুজি পাইছোঁ।"

"কিবা সন্দেহ আছেনেকি?"

"সন্দেহ কৰিব লগাই হৈছে।"

"কিয়?"

"ময়েহে সদায় আপোনালোকৰ ঘৰলৈ গৈ আপোনাক লগ ধৰোঁগৈ। ৰোৱা কেদিনমান মই যোৱা নাই। কিয় যোৱা নাই, মৰিলোঁনে আছোঁ, খবৰ কৰিছে জানো। শেষত ভাবিলোঁ, আমাৰ মান অভিমানবোৰ কি মূল্য আছে। সেয়ে, নিজেই আহি ওলাইছোঁহি।

"অ' সেই কথা। মই দেখোন শ্ৰীধৰক সুধি আছোঁ, সদায়, তুমি ভালেই আছা বুলি কৈছে।"

"দেহাটোৱে ভালে থাকিলেই ভাল হয়নেকি? মনটোৰো খবৰ নাথাকে জানো?"

"থাকে, সেই খবৰ সদ্যহতে একেই। তোমাৰ মনৰ খবৰেই মোৰো মনৰ খবৰ। তোমাৰ প্ৰতি মোৰ ভালপোৱা মোৰ সমস্ত হৃদয় ভৰি উঠিছে। সেই ভালপোৱাৰেই তোমাক মই বিয়া কৰাবলৈ দৃঢ়ভাৱে মনস্থিৰ কৰিছোঁ। মই নীহকুলীয়া কাৰণেই তোমাক মই বিয়া কৰাব নোৱাৰিম— এই যুক্তি মানি ল'ৰলে মই সাজু নহয়। মই সোণোৱাল কছাৰীৰ যুৱতী অধ্যয়ন কৰিছোঁ, মইনো কিমান নীহকুলৰ জানিবলৈ।"

"আপুনি নিজকে এইদৰে নীহকুলৰ বুলি কৈ নাথাকিব, মোৰ মনত বৰ কষ্ট হয়। ইপিনে শুনক, গদাধৰ মৌজাদাৰে কি কাণ্ড কৰিব খুজিছিল। পৰহি

শনিবাৰে দেউতাক মাতি নি....." সেই বুলি শ্ৰীময়ীয়ে হেডপণ্ডিত আৰু মৌজাদাৰৰ মাজত সংঘটিত কাণ্ডটোৰ বিশদ বৰ্ণনাখিনি দিলে।

কথাখিনি শুনি উঠি প্ৰসন্নই পাতল সুৰত ক'লে, "ঠিকেই আছিল কথাটো, জাত-পাতৰ সমস্যা নাই, আগলৈ মৌজাদাৰ হৈ অগাধ ধন-সম্পত্তিৰ ওপৰত ভৰি দি বহি থাকিব পাৰিলাহেঁতেন। আৰু মই শৰৎ চেটাৰ্জীৰ অমৰ নায়ক দেবদাস হৈ হাঁ প্ৰেম হাঁ প্ৰেম কৰি থাকিলোঁহেঁতেন— নাইবা পাপৰি কৰি গণেশ গগৈৰ দৰে হাঃ হাঃ হাঃ" প্ৰসন্নই কথা কৈ কৈ ডাঙৰকৈ হাঁহিবলৈ ধৰিলে।

শ্ৰীময়ীয়ে হঠাৎ ফেঁকুৰি কান্দিবলৈ ধৰিলে। প্ৰসন্নই হাঁহি বন্ধ কৰি গহীন হৈ পৰিল। অলপ সময় নীৰৱে শ্ৰীময়ীৰ পিনে চাই থাকি তেওঁ লাহেকৈ বহাৰ পৰা উঠিল, আৰু শ্ৰীময়ীৰ ওচৰলৈ আগুৱাই গ'ল। তেওঁ শ্ৰীময়ীয়ে ফেঁকুৰি মুখ ঢাকি ৰখা হাত দুখন ধৰিবলৈ নিজৰ সোঁহতখন আগুৱাই নিব খোজোঁতেই, কাষৰ কোঠাটোৰ খিৰিকী বন্ধ কৰাৰ শব্দ শুনা গ'ল। চকীদাৰ বতুৱে কোঠাটো বন্ধ কৰিবলৈ আহিছে। তাৰ পিছতে হয়তো এইটো কোঠালৈ আহিব। প্ৰসন্ন আকৌ উভতি নিজৰ চৰীখনৰ ওচৰত থিয় হ'লহি। তেওঁ ক'লে, "শ্ৰীময়ী, নাকান্দিবা, চকুপানী মচা, চকীদাৰ ইয়ালৈ আহিব এতিয়া"

শ্ৰীময়ী লৰালৰিকৈ চকুপানী মচি থিয় হ'ল, আৰু স্বাভাবিক হ'বলৈ যত্ন কৰিলে।

"দুখ নকৰিবা শ্ৰীময়ী। মই ধেমালিহে কৰিছোঁ। মই জীৱনত কোনো ধৰণৰ নেতিবাচক, নিগেটিভ চিন্তাক প্ৰশ্ৰয় নিদিওঁ। স্বাভাবিকভাৱে, সহজভাৱে যদি নহয়ও, যিকোনো বিকল্প অথচ গ্ৰহণযোগ্য উপায়ে তোমাৰ লৈতে মোৰ বিয়া হ'ব। তুমি নিশ্চিত থাকা শ্ৰীময়ী। তুমি এতিয়া যোৱা। স্কুললৈকে আহি থাকিবা, লাইব্ৰেৰীৰ কিতাপ নিবলৈ যেতিয়াই আহা, মোক লগ ধৰি যাবা সকলোৰে সমুখত। আমাৰ লুক-ঢাক কৰিবলৈ একো নাই। এই স্কুলৰ প্ৰাক্তন ছাত্ৰী হিচাপে লাইব্ৰেৰীৰ কিতাপ নিবলৈ অহা, স্কুলৰ হেডমাষ্টৰক মাত এষাৰ দি যাব পাৰা, তোমাৰ একো সংকোচ কৰিবলৈ নাই, ভয় কৰিবলৈ নাই। তুমি আহিবা। বাকী মই কি চিন্তা কৰিছো অহাবেই জানিব পাৰিবা। যোৱা শ্ৰীময়ী ভালে থাকিবা—"

শ্ৰীময়ীয়ে গোটেই সময়খিনি তলমূৰকৈ থকাৰ পৰা মূৰ তুলি প্ৰসন্নৰ মুখলৈ চালে। তাইৰ চলচলীয়া সেমেকি থকা চকুৰ মণি দুটা গভীৰ আবেগত উজ্জ্বল হৈ উঠিল। তাই প্ৰসন্নৰ চকুলৈ তেনেদৰে নিষ্পলক দৃষ্টিৰে কিছু সময় চাই ৰল।

"যোৱা শ্ৰীময়ী" — প্ৰসন্নই আকৌ ক'লে।

শ্ৰীময়ী লাহে লাহে হাতৰ কিতাপ দুখনেৰে কোঠাৰ পৰা ওলাই গ'ল।

প্ৰসন্নই দূৰৰ পৰা শ্ৰীধৰে চিঞৰি কোৱা শুনিলে, "বাইদেউ, যাবিনে? ব'ল।"

অভাবনীয়ভাৱে দ্ৰুতগতিত ঘটনাক্ৰম এক নাটকীয় পৰিণতিত উপস্থিত হ'লগৈ।

প্ৰসন্নই যেতিয়া প্ৰথম মাক-দেউতাকৰ ওচৰত শ্ৰময়ীক বিয়া কৰোৱাৰ ইচ্ছাটো প্ৰকাশ কৰিলে দেউতাক পৰশু মণ্ডলে অতি সুচিন্তিতভাৱে তেওঁৰ মন্তব্যখিনি দাঙি ধৰিলে : এইজনী ছোৱালীক আমাৰ বোৱাৰী কৰি আনিব পৰাৰ নিচিনা সৌভাগ্যৰ কথা আন এটা হ'ব নোৱাৰে। আই নিৰ্মালীৰ সৈতে কাণসমনীয়াকৈ ডাঙৰ-দীঘল হৈছে, আমাৰ বাকী দুজনীয়েও তাইক নিজৰ ভনীয়েকৰ দৰে জ্ঞান কৰে। কামে-কাজে সকলো পিনৰ পৰা কোনেও পেলাব নোৱাৰে। পঢ়াই-শুনাইও তোৰ সৈতে অৰ-গতি মিলিব। আমি ভালেই পাইছোঁহেঁতেন। কিন্তু আমাৰ বাইজ আৰু তেওঁলোকৰ বাইজৰ খেল নিমিলে। তেওঁলোকে আমাক তল শ্ৰেণীৰ বুলি গণ্য কৰে। গহীনকৈ মনৰ মিল হৈ বহুতে জোৰকৈ আনি ইখৰে- সিঘৰে আপত্তি সত্ত্বেও ঘৰ সোমায়াছি। সেইবিলাক আমাৰ অশিক্ষিত লোকৰ কাম। তাতে মই অঞ্চলটোৰ মণ্ডলেই নহয়, মোক সকলোৱে সন্মানেৰে জ্ঞান কৰে। মানুহৰ সন্মানক নেওচা ভাল নহয়। গতিকে, তোক, বিশেষকৈ ইমান শিক্ষিত হ'বাটোক, তাতে এখন হাইস্কুলৰ হেডমাষ্টৰক মই দিহা দিব নোৱাৰোঁ, ছোৱালীজনীক তেওঁলোকৰ ঘৰৰ বাইজৰ অমান্তিতে লৈ আহ, আমাৰ ঘৰ সুমুৱাহি।"

প্ৰসন্নই হেডপণ্ডিতৰ ওচৰত প্ৰস্তাবটো উত্থাপন কৰিলে। তেওঁৰ মন্তব্য হ'ল তেওঁ খেলৰ মুখীয়াল এটাইকেজনৰ সৈতে ইতিমধ্যে কথাটো আলোচনা কৰিলে। এটায়েই সহানুভূতিশীল, কিন্তু সমাজৰ ৰীতি-বহিৰ্ভূত কাম এটা কৰিবলৈ তেওঁলোকে সন্মতি দিব নোৱাৰে।" সাধাৰণভাৱে বাইজৰ কি মতামত জনোৱাৰ পিছত হেডপণ্ডিতে অলপ সময় নীৰৱে থাকি প্ৰসন্নক দুটামান অতি গুৰুত্বপূৰ্ণ কথা ক'লে, যিকেইটা কথাই হঠাৎ প্ৰসন্নক যেন এটা উপায়ৰ ইংগিত দিলে : প্ৰসন্নক অতি আদৰ কৰা বয়োজ্যেষ্ঠ এজন মুখিয়াল লোকে হেডপণ্ডিতক আন কোনেও নজনাকৈ দিহা দিলে যে প্ৰসন্নই ছোৱালীজনীক ঘৰৰ পৰা উলিয়াই নি গাঁৱৰ বাহিৰত কৰবাত বিয়া পাতক আৰু নিজৰ কাষলৈ যাওক বুলিহে প্ৰসন্নৰ বাপেকৰ আপত্তি নাথাকে। তাৰ পিছত বাইজৰ মেল বহিব, মেলত হেডপণ্ডিতে জবানবন্দী দিব যে তেওঁৰ আৰু পৰিয়ালৰ অজ্ঞাতত ছোৱালী নিজেই গৈ বিয়া

সোমাইছে। তেতিয়া ৰাইজে হেডপণ্ডিতক কিছু জৰিমনা কৰিব, কিন্তু একঘৰীয়া নকৰে, যদিহে হেডপণ্ডিতে ছোৱালী আৰু জোঁৱায়েকৰ লগত ভৱিষ্যতে সম্পৰ্ক ছেদ কৰা বুলি ৰাইজৰ সমুখত প্ৰকাশ্যে ঘোষণা কৰে। ভৱিষ্যতে হেডপণ্ডিতৰ ঘৰত যিকোনো উছৱ-পাৰ্বণত জী-জোঁৱাই উপস্থিত থাকিব নোৱাৰিব। মুঠতে, হেডপণ্ডিতে আকৌ অলপ থমকি বৈ ক'লে, "চোৱা প্ৰসন্ন, মোৰ সমুখত এতিয়া শ্ৰীময়ীক তোমালৈ বিয়া দিয়াৰ দুয়া উপায় : মই নিয়মীয়াকৈ এখন বিয়া পতা, যিখন বিয়ালৈ ৰাইজৰ কোনো নাহিব, আৰু বিয়াখনৰ পিছত মই একঘৰীয়া হ'ম। দ্বিতীয়তে শ্ৰীময়ীক গোপেন তোমাৰ হাতত গতাই মোৰ অমান্তিত শ্ৰীময়ী ঘৰৰ পৰা ওলাই গৈছে বুলি ঘোষণা কৰা, আৰু তাৰ পিছত সামাজিকভাৱে শ্ৰীময়ীৰ সৈতে সম্পৰ্ক ছেদ কৰা।

হেডপণ্ডিতে আৰু কথা দীঘল নকৰিলে। কাৰণ তেওঁৰ স্কুললৈ যাবৰ সময় হৈছে, প্ৰসন্নৰো স্কুলৰ সময় হৈছে।

ঠিক এমাহৰ পিছতে ঘটনাক্ৰম চূড়ান্ত পৰিণতিত উপস্থিত হ'ল। স্কুলৰ চৌহদৰ গাতে লগাকৈ তিনি কঠামান কঠীয়াতলীৰ এটুকুৰা মাটি কিনিলে প্ৰসন্নই। তাতে আটোম-টোকাৰিকৈ, খেৰৰ হ'লেও পকী মজিয়া আৰু আধুনিক সা-সুবিধাৰে সকলোখিনি থকাকৈ চাৰিকোঠালীয়া লগতে বাৰাণ্ডা সংলগ্ন কৰি পাকঘৰ এটাৰে এটা বাসগৃহ সজালে। পিছ চোতালৰ এমূৰে এটা কুঁৱাও খন্দা হ'ল। মানুহক ক'লে, ঘৰটো সজাৰ উদ্দেশ্য : তেওঁ হেডমাষ্টাৰ হিচাপে কাষতে থাকিলে স্কুলৰ ব্যৱস্থাপনাৰ সকলো দিশতে সকলো সময়তে চকু দিব পাৰিব। আৰু এটা বিশেষ অতি গুৰুত্বপূৰ্ণ উদ্দেশ্যও নথকা নহয়। সেইটো অৱশ্যে তেওঁ নিজে আৰু তেওঁৰ ঘৰত দেউতাক আৰু মাকে মাত্ৰ জানিব পাৰিছিল। তেওঁলোকৰ কোনেও অন্য কাকো সেই কথা জানিবলৈ দিয়া নাছিল। এদিন ঘৰটো সম্পূৰ্ণ হৈ ঘৰৰ ভিতৰৰ আচবাব-পত্ৰ-বৰ্তন যাবতীয় সা-সৰঞ্জাম আদি সকলো বন্দৱস্ত হৈ উঠাৰ পিছত স্কুলৰ ডেকা শিক্ষককেইজনক প্ৰসন্নই জানিবলৈ দিলে আচল উদ্দেশ্য। আৰু সেই উদ্দেশ্যৰ বাস্তৱ ৰূপটো সকলোৱে দেখা পালে, যেতিয়া ডেকা শিক্ষককেইজনৰ সহায় আৰু সহযোগত নকৈ সজা ঘৰখনৰ পদূলিত দুজোপা কলপুলিৰ মাজেৰে সেন্দুৰ লগাবো আমপাতৰ তলত থিয় দিলেহি নৱদম্পতী প্ৰসন্ন আৰু শ্ৰীময়ী। কাষতে বৈ থকা স্কুলৰ ওপৰ শ্ৰেণীৰ ছোৱালীকেইজনীয়ে উৰুলি দিলে। ডেকা শিক্ষককেইজন আৰু জ্যেষ্ঠ ছাত্ৰকেইজনমানে সমস্বৰে মিলি হৈ-হাল্লা কৰি, দৰকইনাক জোৰকৈ মেলি এক অত্যন্ত আনন্দ পৰিবেশত দৰা-কইনাক সমুখৰ ঘৰটোলৈ আগবঢ়াই নিলে।

সেইদিনা দুপৰীয়া দহ মাইল দূৰত থকা এটা শিৱমন্দিৰত ডেকা শিক্ষককেজনৰ সহযোগত প্ৰসন্ন আৰু শ্ৰীময়ীৰ গোপন বিবাহৰ খবৰটো হেডপণ্ডিত যজ্ঞেশ্বৰ সন্দিকৈ আৰু পৰশুমণ্ডল দুয়ো ঘৰৰে কোনেও নাজানে বুলি মানুহে জানিলে। মানুহে দেখা পালে, দৰা-কইনাৰ কাষত দুয়োটা পৰিয়ালৰ কোনো এজন আত্মীয়ও উপস্থিত নাই।

ভালেমান বাধা-বিঘিনিৰ মাজেৰে দুই বন্ধু সৌমাৰ আৰু প্ৰসন্নৰ বিবাহ সম্পন্ন হ'ল। কাকতলীয়াভাৱে, দুয়ো বিয়াৰ পিছত মাক-দেউতাকৰ ঘৰৰ পৰা বিচ্ছিন্ন হৈ সুকীয়া সুকীয়া ঘৰত সংসাৰ পাতি থাকিব লগা হ'ল। সৌমাৰে ৰীতাক বিয়া কৰাই মাক-দেউতাকৰ সৈতে সম্পৰ্ক প্ৰায় ছেদ কৰি কলিকতাত ভাড়াঘৰ লৈ বাস কৰিবলৈ ল'লে। প্ৰসন্নইও শ্ৰীময়ীক সমাজৰ অমতত বিয়া কৰাই নিজৰ ঘৰৰ পৰা আঁতৰত স্কুলৰ কাষত বেলেগে ঘৰ সাজি থাকিবলৈ ল'লে।

সময় যেন বাঁহী। তাৰ অনলস বোৱতী সুৰে মানুহৰ মনৰ ৰাগ-বিৰাগ, মান-অভিমান, খং-ক্ষোভ উটাই লৈ যায়, সময়ৰ সুৰৰ ঢৌত জাহ নিয়ায়।

প্ৰসন্নৰ বিয়াৰ এবছৰ পিছতে শ্ৰীময়ীৰ এটি অতি মৰম লগা পুত্ৰ সন্তান জন্ম হ'ল, প্ৰসন্নই ল'ৰাৰ নাম থ'লে প্ৰশান্ত। জন্মৰ ছমাহৰ পিছত ল'ৰাৰ অন্নপ্ৰাসন ধুম্‌ধামকৈ পতা হ'ল প্ৰসন্নৰ ঘাই ঘৰত, পৰশু মণ্ডলৰ ঘৰৰ চোতালত ৰভা-পৰলি দি। ককাক-আইতাকে কোলাত বহুৱাই মোমায়েকৈ শ্ৰীধৰৰ হতুৱাই অন্ন খুৱালে নাতিয়েকক। হেডপণ্ডিত আৰু পণ্ডিতনীও আহিল অন্নপ্ৰাসনলৈ। মিহিকৈ এডাল সোণৰ চেইন পিন্ধালে নাতিয়েকৰ ডিঙিত। দুপৰীয়া মণ্ডলৰ গাঁৱৰ ৰাইজ আহিল, ভোজ খাবলৈ। হেডপণ্ডিতৰ পিনৰ ৰাইজৰ কাকো নিমন্ত্ৰণ কৰা হোৱা নাছিল। ৰাইজে নজনা নহয়— পণ্ডিত-পণ্ডিতনী অন্নপ্ৰাসনলৈ আহিছিল। কিন্তু ৰাইজে আৰু জেং ধৰি নাথাকিল। সময়ৰ পানীৰ সোঁতে কলংক উটুৱালে।

কথাবোৰ সহজ হৈ পৰিল। স্বাভাৱিক হৈ পৰিল পূৰ্বৰ দৰে। লাহে লাহে ইঘৰ সিঘৰৰ মাজত আহ-জাহ হ'বলৈ ধৰিলে। প্ৰসন্ন আৰু শ্ৰীময়ীয়ে অৱশ্যে স্কুলৰ কাষৰ ঘৰতে থাকিবলৈ ল'লে। এদিন গদাধৰ মৌজাদাৰো সপত্নীক আহি শ্ৰীময়ীৰ কেঁচুৱা চাই মহাৰাণী ভিক্টোৰীয়াৰ মোহৰ থকা নগদ টকা ৰূপ কুৰিটা শ্ৰীময়ীৰ হাতত তুলি দিলে।

শিশুটিক লৈ প্ৰসন্ন আৰু শ্ৰীময়ীৰ সুখৰ অন্ত নাই। দুয়োৰে দুয়োৰ প্ৰতি হৃদয় উপচি থকা প্ৰেম মূৰ্ত হৈ উঠিল, শিশুটিৰ দুচকুৰ মধুৰ বিস্ময়তাত, দুই ওঁঠৰ মিলিক মিলিক হাঁহিৰ অৰ্থময়তাত।

ইপিনে কলিকতাত বিয়াৰ পিছতে সৌমাৰে ৰীতাক এখন প্ৰখ্যাত কলা-বোবা প্ৰশিক্ষণ কেন্দ্ৰত নাম লগাই দিলে। হাইক'টলৈ যাওঁতে ৰীতাক কেন্দ্ৰটোত সৌমাৰে নমাই থৈ যায় আৰু উভতি আহোঁতে লগত লৈ আহে। তাতে দুবছৰীয়া 'লিপচ্ ৰিডিং' ক'ৰ্চ এটা আৰম্ভ কৰিলে ৰীতাই। তাৰ উপৰি ৰীতাৰ ছবি অঁকাৰ প্ৰতি কিছু আগ্ৰহ আছিল সৰুৰে পৰা। প্ৰশিক্ষণ কেন্দ্ৰত পদ্ধতিগতভাৱে ৰীতাই ছবি আঁকিবলৈ শিকিলে, সেই দিশত তাই অতি সোনকালে পাৰদৰ্শিতা দেখুৱাব পৰা হ'ল। প্ৰেমৰ উত্তাল জোঁৱাৰত, যৌৱনৰ অদমনীয় বাসনাত সিহঁত দুয়ো সদায় সচেতন আছিল ঃ যাতে দুই-তিনিটা বছৰলৈ, ৰীতাৰ প্ৰশিক্ষণবোৰ শেষ নোহোৱালৈকে সিহঁতে শৰীৰৰ দাবীক সহাঁৰি দিয়াত কিছু সাৱধান হয়। ৰীতাই প্ৰায়েই স্নায়ুৰ প্ৰচণ্ড শিহঁৰণত, ৰক্তপ্ৰবাহৰ তীব্ৰ তাড়নাত অত্যন্ত বিহ্বল হৈ পৰি ভুল কৰি পেলাব খোজে যদিও সৌমাৰৰ সচেতনতাই সিহঁতক পিচলি পৰাৰ পৰা ধৰি ৰাখে।

প্ৰায় আঢ়ৈ বছৰ পিছত এদিন দুপৰীয়া। ডি. এছ. পি. দত্ত চাহাব সেইদিনা অফিচৰ পৰা অলপ সোনকালে আহিছে। দুপৰীয়া ভাত খোৱাৰ আগেয়ে পৰিবাৰ অনিতাৰ সৈতে সেইদিনা তেওঁ অলপ দূৰৰ শিৱমন্দিৰলৈ যাব লাগে। সেইদিনা দত্ত দম্পতীৰ বিবাহ বাৰ্ষিকী, এই দিনটোত সন্ধ্যা বন্ধু-বান্ধৱকেজনমানৰ সমাবেশ এটা হয়। কিন্তু দিনত শিৱ মন্দিৰলৈ এপাক যোৱাটো নিৰ্ধাৰিত নিয়ম।

দত্ত চাহাব গাড়ীৰ পৰা নামি হাতত কাগজেৰে মেৰিওৱা প্ৰকাণ্ড ফ্ৰেমৰ ছবি এখন আৰু মধ্যম আকাৰৰ ফটো এখন আনি বাৰাণ্ডাত সাজি-কাচি মন্দিৰলৈ যাবলৈ ৰৈ থকা পৰিবাৰ অনিতাক দিলেহি। অনিতাই একাষৰ বাৰাণ্ডাৰ চেণ্টাৰ টেবুলখনত ফ্ৰেম দুটা নমাই নিজে বেতৰ চকীখনত বহি ফ্ৰেম দুটা চাবলৈ ল'লে। প্ৰথমেই চকু পৰিল ডাঙৰ ফ্ৰেমটোত। তাত এখন অয়েল পেণ্টিংৰ পৰ্টেট অঁকা আছে, একেলগে তেওঁৰ আৰু দত্ত চাহাবৰ। ছবিখনৰ তলত আঁকোতাৰ নাম লিখা আছে 'ৰীতা'। অত্যন্ত সুন্দৰ ৰঙৰ চেহেৰাৰ এক বিন্দুও খুঁত নথকাকৈ হুবহু ৰূপত দত্ত-দম্পতীৰ পৰ্ট্ৰেটখন অঁকা হৈছে। সৌমাৰৰ হাতত মাক-দেউতাক একেলগে থকা এখন ফটোগ্ৰাফ আছিল। সেইখনকে চাই ৰীতাই দুয়োৰে পৰ্ট্ৰেটখন আঁকিছে। বিস্ময় নেত্ৰে ডাঙৰ ফ্ৰেমটো চোৱাৰ পিছত অনিতাই সৰু ফ্ৰেমটো চালে। কেইমহীয়ামান বয়সৰ এটি কন্যা শিশুৰ ছবি। বগা-বগা হুবহু ৰীতাৰ মুখখন। চকু দুটা সৌমাৰৰ চকুৰ দৰে হৈছে, অনিতাই অধিক বিস্ময়েৰে মূৰ দাঙি চালে। দত্ত চাহাবে এখন চিঠি অনিতালৈ আগবঢ়াই দিলে। অনিতাই পঢ়িলে ঃ শ্ৰদ্ধাস্পদেষু মা আৰু দেউতা,

আৰু এসপ্তাহৰ পিচত আপোনালোকৰ বিবাহ-বাৰ্ষিকী। সেইদিনাই পোৱাকৈ এখন উপহাৰ পঠালোঁ। জানি সুখী হ'ব, পৰ্ট্ৰেটখন যোৱা এসপ্তাহ ধৰি দিনে-নিশাই আঁকি উলিয়াইছে ৰীতাই। ৰীতাই কেঁচুৱাও চাব লাগে, তাৰ মাজতে ছবিখন আঁকিলে। ইয়াৰ কেবাখনো আৰ্ট এক্‌জিহিবিশ্যনত ৰীতাৰ ছবিয়ে অতি প্ৰশংসা লাভ কৰিছে।

লগতে আমাৰ কন্যাৰ কেদিনমান আগতে তোলা ফটো এখন পঠাইছোঁ। তাইৰ ছমাহেই হ'বৰ হ'ল। নাম সুমিতা দিছোঁ। অনবৰতে হাঁহি থাকে। আপোনালোকে তাইৰ হাঁহিটো চাবলৈ বৰ ভাল পালেহেঁতেন।

ৰীতা আৰু মই আপোনালোক দুয়োলৈকে সেৱা জনাইছোঁ। ইতি

আপোনালোকৰ মৰমৰ

সৌমাৰ (বাপা)

অনিতাই চিঠি পঢ়ি হুকহুকাই কান্দিবলৈ ধৰিলে। চিঞঁৰি চিঞঁৰি ক'লে, "নিষ্ঠুৰ, পাষাণ। চোৰ ডকাইত, হত্যাকাৰীৰ লগত থাকি আপুনি পশু হ'ল। আপুনি নালাগে। মই অকলেই কাইলৈ কলিকতালৈ যাম। সিহঁতক ইয়ালৈ লৈ আহিমগৈ।"

"তুমি অকলে যাব নালাগে। ময়ো যাম। কাইলৈ আছাম—বেংগল ট্ৰেনৰ টিকট কৰি আনিছোঁ। ৰীতাৰ দেউতাককো খবৰটো দি আহিছোঁ। সিহঁতক লগতে লৈ আহিম। সৌমাৰে আকৌ ইয়াৰ কৰ্টতে প্ৰেক্‌টিছ কৰিব। ব'লা এতিয়া মন্দিৰলৈ যাওঁ। মন্দিৰৰ পৰা আহি হ্যাৰ ডিনাৰৰ ব্যৱস্থা কৰোঁহি।"

কথাকিটা কৈ দত্ত চাহাব ভিতৰলৈ গ'ল আৰু লৰালৰিকৈ গাৰ ইউনিফৰ্ম সলাই অনিতাই সাজু কৰি থোৱা ধুতি আৰু পাতৰ পাঞ্জাবী এটা পিন্ধি আহিল। ডিঙিত এখন পাতৰ চাদৰ।

দুয়ো শিৱ মন্দিৰলৈ বুলি গাড়ীত উঠিল। অনিতাৰ কোলাত নাতিনীয়েকৰ ফটোখন।.... নাতিনীয়েক অমৃতা.... তাইৰ ওঁঠৰ হাঁহিটো।.....

# দ্বিতীয় অধ্যায়

নিজে প্ৰতিষ্ঠা কৰি লোৱা দেহাপুখুৰী উচ্চ মাধ্যমিক বিদ্যায়ৰ প্ৰধান শিক্ষক হৈয়ে থাকিল প্ৰসন্ন সোণোৱাল। মাজতে এবছৰৰ কাৰণে ডেপুটেশ্যনত যোৰহাত বি. টি প্ৰশিক্ষণ লৈ আহিলৈগ। কেবাটাও চৰকাৰী পদলৈও তেওঁক বিচৰা হৈছিল। কিন্তু সোণোৱালে স্কুলৰ দায়িত্ব এৰি যাবলৈ মান্তি নহ'ল। একাণপতীয়াকৈ স্কুলখন গঢ়ি তোলাৰ সংকল্পকে বুকুত সাবটি লৈ তেওঁ ক'লৈকো আঁতৰি নগ'ল। তেওঁৰ সংকল্পৰ বাস্তৱ ৰূপায়ণেই সমগ্ৰ অসমৰ ভিতৰতে অন্যতম শ্ৰেষ্ঠ এখন বিদ্যালয় হৈ পৰিল দেহাপুখুৰী উচ্চ মাধ্যমিক বিদ্যালয়। স্কুলখনক কেন্দ্ৰ কৰিয়ে এক বিৰাট অঞ্চল জুৰি স্কুলীয়া শিক্ষাই বহুল প্ৰসাৰ লাভ কৰিলে। ইতিমধ্যে দশমমানলৈকে প্ৰতি শ্ৰেণীত দুই-তিনিটা চেকশ্যন খুলিব লগা হ'ল। আগৰ দীঘলীয়া স্কুল ঘৰটোৰ এমূৰে সংলগ্ন কৰি ইংৰাজী এল আখৰটোৰ আৰ্হিৰে নতুনকৈ কেবাটাও কোঠা নিৰ্মাণ কৰা হ'ল। শিক্ষকৰ সংখ্যাও ভালেকেইজনলৈ বৃদ্ধি পালে। নিয়মীয়া পাঠদানৰ উপৰিও স্কুলৰ ছাত্ৰ-ছাত্ৰীৰ মাজত সাহিত্য-সংস্কৃতি-ক্ৰীড়াৰ চৰ্চা আৰু উৎকৰ্ষৰ ওপৰত যথেষ্ট গুৰুত্ব প্ৰদান কৰা হ'ল। কেবাজনো ডেকা শিক্ষকে এনেবোৰ অনুশীলনত যথেষ্ট মনযোগ দিলে। বহুতো ছাত্ৰ-ছাত্ৰীয়ে এইবোৰ দিশত নিজ প্ৰতিভা বিকাশৰ সুবিধা পাবলৈ ধৰিলে। এইদৰেই প্ৰসন্ন সোণোৱাল এজন অতি কৃতি শিক্ষাবিদ আৰু শিক্ষা সংগঠক ৰূপে সদৌ অসমত জনাজাত হৈ পৰিল। প্ৰতি বছৰে প্ৰবেশিকা পৰীক্ষাৰ ফলাফল অতি উচ্চমানৰ হৈ আহিছে। প্ৰায় বছৰেই শতকৰা শতাংশ ছাত্ৰই কৃতকাৰ্য লাভ কৰিছে। প্ৰতি বছৰেই উত্তীৰ্ণ হোৱা ছাত্ৰৰ মাজত প্ৰথম বিভাগত স্থান পোৱা দুই-তিনিজন ছাত্ৰ থাকেই। লে'টাৰ, ষ্টাৰ নম্বৰ পোৱা ছাত্ৰও প্ৰতি বছৰে থাকে। তেতিয়া অসম, উৰিষ্যা আৰু বংগদেশৰ আটাইবোৰ হাইস্কুলৰ প্ৰবেশিকা পৰিক্ষা কলিকতা বিশ্ববিদ্যালয়ৰ তত্ত্বাবধানত পৰিচালিত হৈছিল।

সেই সময়তে ভাৰতীয় জাতীয় কংগ্ৰেছৰ আহ্বানত সমগ্ৰ দেশৰ জনসাধাৰণ স্বাধীনতা আন্দোলনত অংশ ল'বলৈ একান্ত চিত্তে আগবাঢ়ি আহিল। দেহাপুখুৰী অঞ্চলৰ বাইজৰ মাজতো স্বৰাজ আন্দোলনৰ প্ৰভাব সম্পূৰ্ণৰূপে পৰিল। সেই

সময়ৰ কংগ্ৰেছৰ নেতাসকলে প্ৰসন্ন সোণোৱালক কংগ্ৰেছৰ সদস্য হৈ আন্দোলনৰ নেতৃত্ব গ্ৰহণ কৰিবলৈ সময়ে সময়ে বৰকৈ খাটনি ধৰিছিল। যদিও সোণোৱালে পোনপটীয়াভাৱে কংগ্ৰেছত যোগ দিয়াৰ পৰা বিৰত আছিল, স্কুলখনৰ স্বাৰ্থত। স্বাধীনতাৰ আদৰ্শ, নাইবা মহাত্মা গান্ধী, জবাহাৰলাল নেহৰু, বল্লভভাই পেটেল, আব্দুল কালাম আজাদ, অসমৰ নবীন চন্দ্ৰ বৰদলৈ, চন্দ্ৰনাথ শৰ্মা, তৰুণৰাম ফুকন আদি নেতাসকলৰ প্ৰতি শ্ৰদ্ধা আৰু বিশ্বাস গভীৰভাৱে হৃদয় ভৰি আছিল। সেই মহান ব্যক্তিসকলৰ বিষয়ে, তেওঁলোকৰ আদৰ্শৰ বিষয়ে, সমকালীন ভাৰতৰ স্বাধীনতা আন্দোলনৰ বিষয়ে, বিশ্বৰ বিভিন্ন গণমুক্তিৰ বিপ্লৱবোৰৰ বিষয়ে তেওঁ ওপৰ শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰী আৰু শিক্ষকসকলৰ মাজত সদায় বহলভাৱে আলোচনা কৰিছিল। ছাত্ৰ-ছাত্ৰীসকলৰ মনত বিশেষকৈ দেশপ্ৰেমৰ মনোভাৱ সঞ্চাৰ হোৱাৰ দিশটোত তেওঁ গুৰুত্ব দিছিল আৰু শিক্ষক সকলকো সেই কথাটো সঁকীয়াই দিছিল। স্কুলৰ লাইব্ৰেৰীলৈ বিভিন্ন বিষয়ৰ কিতাপৰ উপৰি বিশ্ব সাহিত্যৰ দেশপ্ৰেমমূলক কিতাপ কিনি অনাটো তেওঁৰ নিয়মীয়া অভ্যাস আছিল। বিশ্ব ইতিহাসৰ স্বাধীনতা সংগ্ৰামৰ বিভিন্ন মহান নেতাসকলৰ লগতে ভাৰতবৰ্ষৰ স্বাধীনতা সংগ্ৰামৰো নেতাসকলৰ বিষয়ে প্ৰকাশিত ছপা কিতাপ তেওঁ লাইব্ৰেৰীলৈ আনিছিল আৰু ছাত্ৰসকলক সেইবিলাক পঢ়িবলৈ উদগনি দিছিল।

কিন্তু সোণোৱালে পোনপটীয়াকৈ কংগ্ৰেছত যোগ দিয়াৰ কথা কোনোদিনে চিন্তা কৰা নাছিল। যদিও ব্যক্তিগতভাৱে কংগ্ৰেছৰ ৰাজ্যিক আৰু জিলা পৰ্যায়ৰ আটাইখিনি নেতাৰ সৈতে তেওঁৰ ভাল পৰিচয় আছিল।

এটা মসয়ত ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ প্ৰভাৱ ভাৰতীয় সমগ্ৰ জনসাধাৰণৰ মনত ইমান ব্যাপক, গভীৰ আৰু তীব্ৰ হৈ পৰিল যে কোনেও সংগ্ৰামত অংশ নোলোৱাকৈ নীৰৱ দৰ্শক হৈ থকা কঠিন হৈ পৰিল। বিশেষকৈ ১৯৪২ খৃষ্টাব্দত ভাৰতীয় জাতীয় কংগ্ৰেছৰ আহ্বানত ভাৰত-ত্যাগ আন্দোলনৰ যি কাৰ্যসূচী আৰম্ভ হ'ল তাত যোগাদান দিয়াৰ পৰা চৰকাৰী অফিচৰ কৰ্মচাৰী-বিষয়া আৰু চৰকাৰী স্কুল-কলেজৰ ছাত্ৰ-ছাত্ৰী-শিক্ষকসকলৰ বাহিৰে কোনো আঁতৰি থাকিব নোৱাৰিলে।

এনে পৰিস্থিতিতেই এদিন প্ৰসন্ন সোণোৱালে, স্কুলৰ শিক্ষকসকল আৰু ব্যৱস্থাপনা সমিতিৰ সদস্যসকলক এক গোট কৰি ঘোষণা কৰিলে যে তেওঁ ইতিমধ্যে কংগ্ৰেছত যোগদান কৰিছে আৰু পিছদিনা পুৱা ১০ বজাত স্থানীয় থানাৰ চোতালত যুদ্ধ-বিৰোধী ভাষণ প্ৰদান কৰি আৰু ইংৰাজক ভাৰত ত্যাগৰ আহ্বান জনাই পুলিচৰ হাতত গ্ৰেপ্তাৰ হ'ব। সেই সময়ত বৃটিছ চৰকাৰৰ বিৰুদ্ধে

প্ৰতিবাদ জনাবলৈ মহাত্মা গান্ধীৰ আহ্বানত জাতীয় কংগ্ৰেছে এনে এটা কাৰ্যসূচী গ্ৰহণ কৰিছিল। সেই কাৰ্যসূচীত অংশ লৈ বহুতো কংগ্ৰেছী নেতা আৰু জ্যেষ্ঠ সদস্যই স্ব-ইচ্ছাই কাৰাবাস গ্ৰহণ কৰিছিল। প্ৰধান শিক্ষক সোণোৱালে আবেগ-প্ৰৱণ হৈ ছাত্ৰ-ছাত্ৰী আৰু শিক্ষকসকলক জনালে যে তেওঁ আৰু কিমানদিনৰ পিছত জেলৰ পৰা স্কুললৈ ঘূৰি আহিব পাৰে সি সম্পূৰ্ণ অনিশ্চিত। কিন্তু তেওঁৰ অনুপস্থিতিত স্কুলৰ সকলো কাম সদায় নিয়মীয়াভাৱে সম্পূৰ্ণ একেদৰেই চলি থাকিব লাগিব। সহকাৰী প্ৰধান শিক্ষক নবীন চন্দ্ৰ শইকীয়া অস্থায়ীভাৱে প্ৰধান শিক্ষকৰ দায়িত্বত থাকিব। আৰু এটা কথা তেওঁ স্পষ্ট কৰি দিলে : স্বাধীনতা সংগ্ৰামৰ কাৰ্যসূচীত ভালেমান স্কুলৰ ছাত্ৰ-ছাত্ৰী আৰু শিক্ষকে সক্ৰিয়ভাৱে যোগদান কৰিছে বুলি তেওঁ জানিবলৈ পাইছে। কিন্তু তেওঁ এনে কাৰ্যৰ সম্পূৰ্ণ বিৰোধিতা কৰে। স্বাধীন ভাৰতৰ ভৱিষ্যৎ নাগৰিক হিচাপে নিজকে সুযোগ্য কৰি তোলাৰ বাবে ছাত্ৰ-ছাত্ৰীসকলৰ বিদ্যা আৰু জ্ঞান আহৰণত কোনো ধৰণৰ ক্ষতিসাধন হোৱাটো তেওঁ নিবিচাৰে। বৰঞ্চ নিজৰ স্বাধীন দেশখনৰ কথা চিন্তা কৰি ছাত্ৰসকলে পঢ়া-শুনাত অধিক নিষ্ঠাৰে আৰু অধ্যৱসায়েৰে মনোনিবেশ কৰা উচিত। ছাত্ৰসকলৰ পঢ়া-শুনাত ব্যাঘাত নহ'বলৈকে শিক্ষকসকলেও সক্ৰিয় ৰাজনীতিত যোগদান দিয়াটো তেওঁ নিবিচাৰে। প্ৰশ্ন উঠে, তেন্তে সোণোৱালে নিজে কংগ্ৰেছত যোগ দি আন্দোলনৰ পথত কিয় নামিবলৈ সিদ্ধান্ত ল'লে। তাৰ উত্তৰত তেওঁৰ বক্তব্য হৈছে, প্ৰধান শিক্ষক ৰূপে তেওঁৰ দায়িত্ব হৈছে স্কুলৰ ব্যৱস্থাপনা আৰু প্ৰশাসনীয় দিশবোৰ চোৱা। এই ক্ষেত্ৰত যোৱা বাৰ বছৰে তেওঁ স্কুলখনক এনে এক পৰ্যায়লৈ তুলি আনিছে যে তেওঁৰ অবিহনেও এতিয়া স্কুলৰ বাকী শিক্ষকসকলে, বিশেষকৈ কেবাজনো ডেকা শিক্ষকে স্কুলখন অতি নিয়াৰীকৈ পৰিচালিত কৰিব পাৰিব বুলি তেওঁৰ দৃঢ় বিশ্বাস আছে। তাৰ প্ৰমান, এবছৰ স্কুল এৰি বিটি পঢ়িবলৈ যোৱাৰ সময়তে তেওঁ পাই থৈছে। এতিয়াও এবছৰ বা ডেৰ বছৰৰ কাৰণে তেওঁ জেলত থাকিব লগা হ'লে শিক্ষকসকলে স্কুলখন চলাব পাৰিব বুলি তেওঁৰ প্ৰত্যয় হৈছে। স্কুলখনৰ একো ক্ষতিসাধন নহয় বুলি প্ৰত্যয় গৈয়েই দেশৰ এই মহৎ আৰু চৰম আহ্বানত এক নৈতিক কৰ্তব্য আৰু দায়বদ্ধতাৰ বোধেৰে প্ৰবুদ্ধ হৈয়েই তেওঁ এই পদক্ষেপ গ্ৰহণ কৰিছে বুলি তেওঁ স্কুলৰ ব্যৱস্থাপনা সমিতি আৰু শিক্ষকসকলক জানিবলৈ দিলে।

পিছত সোণোৱালে স্কুলৰ প্ৰতিটো শ্ৰেণী কক্ষলৈ গৈ ছাত্ৰ-ছাত্ৰীসকলকো তেওঁৰ অনুপস্থিতিত যাতে স্কুলখন নিয়াৰীকৈ চলি থাকে তাৰ প্ৰতি মন দিয়ে, আৰু দেশপ্ৰেমেৰে উদ্বুদ্ধ হৈ পঢ়া-শুনাকে ধৰি তেওঁলোকৰ স্বকৰ্তব্য সম্পন্ন

কৰাৰ মাজেৰে নিজক আদৰ্শ নাগৰিকৰূপে গঢ়ি তুলিবলৈ যত্ন পৰ হয়, সেই কথা সোঁৱৰাই দিলে। শিক্ষক -ছাত্ৰ সকলোৱে সজল নয়ন, উচুপনিৰ দৃশ্যই সোণোবালক অভিভূত কৰিলে।

পিছদিনা পুৱা ছয় বজাতে থানাৰ দাৰোগা বিমলকান্ত সোম আৰু দুজন ৰঙা পাগুৰিৰ চিপাহী প্ৰসন্ন সোণোবালৰ ঘৰৰ চোতালত উপস্থিত হ'লহি। দাৰোগা সোম ছ'ৰাঘৰত বহাৰ পিছত সোণোবালৰ সৈতে তেওঁৰ কিছু গুৰুত্বপূৰ্ণ কথা-বতৰা হ'ল। দাৰোগাই সোণোবালক সুধিলে, "সোণোবাল ডাঙৰীয়া, আমি জানিব পাৰিছোঁ, আপুনি আজি আমাৰ থানাত সত্যাগ্ৰহ কৰিব।"

"হয়, ঠিকেই জানিবলৈ পাইছে।"

"দহ বজাত প্ৰগ্ৰেম ৰাখিছে।"

"হয়, দহ বজাত।"

"আমি আৰু জানিব পাৰিছো, আপোনাৰ সত্যাগ্ৰহৰ সময়ত গাঁৱৰ বহুত মানুহ আহি গোট খাব, আপোনাৰ স্কুলৰ চব ল'ৰা-ছোৱালী-মাষ্টৰ আহি তাত গোট খাব। বহুত ডাঙৰ সভা হ'ব, থানাৰ সন্মুখত, প্ৰচেচন হ'ব।"

"হয় নেকি? মইতো তেনে কথা শুনা নাই। আমাৰ আয়োজন মতে কংগ্ৰেছৰ অলপ সদস্য গোট খাব। মই এটা বাক্যত নিৰ্ধাৰিত কথাখিনি ঘোষণা কৰিম, লগে লগে আপোনালোকে মোক গ্ৰেপ্তাৰ কৰিব।" সোণোবালে কিছু উদ্বিগ্নভাৱে ক'লে।

"তেনে হ'লেতো আমাৰ বিশেষ অসুবিধা নাছিল। আমি আপোনাক এৰেষ্ট কৰি লগে লগে জিলা সদৰলৈ চালান কৰিলোঁহেঁতেন। কিন্তু এতিয়া যদি হাজাৰ হাজাৰ মানুহ আহি থানাৰ সন্মুখত ল এণ্ড অৰ্ডাৰৰ সমস্যা কৰে তেতিয়া আমি ব্যৱস্থা ল'বলৈ বাধ্য হ'ম। তাতে আমাৰ থানাত মিলিটেৰী ফ'ৰ্চ মোতায়েন কৰা আছে।" দাৰোগাই কিছু সংকটজনক পৰিস্থিতিৰ সম্ভাৱনাৰ ইংগিত দিলে।

"মই আশা কৰিছো, ৰাইজৰ সমাৱেশ হ'লেও কোনেও শান্তি ভঙ্গ হোৱা কাম নকৰিব।"

"কিন্তু আপোনাৰ ভাষণ শুনি মানুহ উত্তেজিত হ'লে—"

"মই তেনে উত্তেজনাপূৰ্ণ ভাষণ নিদিওঁ, আপোনাক কথা দিছোঁ"—

দাৰোগা সোম ক্ষন্তেকৰ বাবে মৌন হৈ ৰ'ল। তাৰ পিছত গহীনাই ক'লে, "সোণাবাল ডাঙৰীয়া, আমি ঠিক কৰিছোঁ, আপোনাক এতিয়াই আমি থানাত লৈ যাওঁ।"

"এতিয়াই থানালৈ লৈ যাব। মানে?" সোণোবালে আশ্চৰ্য প্ৰকাশ কৰি দাৰোগাৰ মুখলৈ চাই ৰ'ল।

সোণোৱালৰ পত্নী শ্ৰীময়ী ভিতৰৰ দুৱাৰমুখত থিয় দি ইমানপৰে কথাবোৰ শুনি আছিল। তেওঁ এখোজ আগবাঢ়ি আহিল, "এতিয়া থানালৈ!!" শ্ৰীময়ীৰ কণ্ঠত এটা কঁপনি বাগৰি গ'ল।

"হয়, সোণোৱাল ডাঙৰীয়াক আমি এতিয়াই এৰেষ্ট কৰিম।"

"সেইটো কেনেকৈ হ'ব। তেখেতে গা-পা ধোৱাই নাই, চাহ জলপানো একো খোৱা নাই।" শ্ৰীময়ীৰ মাতষাৰ কঠোৰ হৈ ওলাল।

"কিন্তু মই এতিয়াও ইংৰাজ বা চৰকাৰবিৰোধী কোনো বক্তব্য প্ৰকাশ কৰা নাই। মই এতিয়াও সত্যাগ্ৰহ কৰা নাই। মোক আপুনি কিহৰ ভিত্তিত এৰেষ্ট কৰিব?" প্ৰসন্ন সোণোৱালে দাৰোগা সোমক প্ৰশ্ন কৰিলে।

"আৰু কেইঘন্টামান পিছতে আপুনি সেই কাম কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিছে, আনুষ্ঠানিকভাৱে, যিহৰ ফলত আইন শৃঙ্খলা ভঙ্গ হোৱাৰ সম্ভাৱনা হৈছে। আপুনি জানে, থানাৰ চৌপাশে গোটেই ঠাইখিনিত ১৪৪ ধাৰা দিয়া আছে। আপুনি কৈছে, আপুনি এতিয়াও সত্যাগ্ৰহ কৰা নাই। ঠিক আছে আপুনি থানালৈ ব'লক আৰু তাত লিখিতভাৱে আমাক জনাই দিয়ক, আপুনি আজি সত্যাগ্ৰহ নকৰে।"

"সেই প্ৰশ্ন উঠা নাই। মোৰ কথা হৈছে, মই এতিয়াও সত্যাগ্ৰহ কৰা নাই, গতিকে এই মুহূৰ্ত্ততে মোক কেনেকৈ এৰেষ্ট কৰিব?" সোণোৱালে আকৌ সুধিলে।

"আপুনিতো বাতৰিকাকত পঢ়ে সোণোৱাল ডাঙৰীয়া। যোৱা ৯ আগষ্টত বোম্বাইত কংগ্ৰেছৰ সভাত ভাৰত ত্যাগৰ প্ৰস্তাৱহে লোৱা হৈছিল, কোনেও তেতিয়ালৈকে সত্যাগ্ৰহ  কৰা নাছিল। কিন্তু সেই ৰাতিয়েই দেখোঁন মহাত্মা গান্ধীকে ধৰি এটাইবোৰ নেতাকে এৰেষ্ট কৰিলে। অসমতো একে সময়তে এটাইবোৰ নেতাক জেলত সুমালে। গতিকে, আমাৰ হাতত আইন আছে। আপুনি এজন গণ্য-মান্য মানুহ কাৰণেহে আপোনাৰ সৈতে কথা পাতিছোঁ, নহ'লে কথা পতাৰ প্ৰয়োজন নাই, আপোনাক মই এৰেষ্ট কৰি নিবলৈ আহিছোঁ, ব'লক এতিয়া।" দাৰোগা সোমে এইবাৰ সম্পূৰ্ণ পুলিচী সুৰত কথাকেইষাৰ কৈ সোণোৱালক গ্ৰেপ্তাৰ কৰিবলৈ উদ্যত হ'ল।

"ৰ'ব, দাৰোগা, তেখেতক ওলাবলৈ অলপ সময় দিব লাগিব। গাটো ধুই চাহ-জলপানখিনি খাবলৈ দিয়ক।" শ্ৰীময়ীয়ে দাবী কৰাৰ সুৰত ক'লে।

"ঠিক আছে, পোন্ধৰ-বিশ মিনিট সময়ত ওলাওক। এতিয়া সাত বাজিবৰ হৈছে, আঠ বজাত এখন বাছ জিলালৈ যাব, সেই বাছত মই এখেতক পঠাই দিব লাগিব।"

বিশ মিনিটৰ ভিতৰতে সোণোৱালৰ ওলোৱা সম্পূৰ্ণ হ'ল। জেলত হয়তো কয়দীৰ সাজ পিন্ধি থাকিব লাগিব। তথাপিও শ্ৰীময়ীয়ে কেইযোৰমান খদ্দৰৰ কাপোৰ আৰু লাগতিয়াল বস্তু কেইপদমান চামৰাৰ সৰু ছুটকেচ এটাত ভৰাই দিলে। সোণোৱালে লগত ৰাচেল আৰু হাক্সলীৰ দুখন কিতাপ, উপনিষদ সমগ্ৰৰ বাংলা অনুবাদ, গীতাঞ্জলি আৰু স্বামী কৃষ্ণানন্দৰ মন্তগ্ৰবতগীতাখন আৰু সদ্যহতে পঢ়ি থকা কাৰণে আমটি্‌ গুৰ দি হিস্ট্ৰী অৱ গদখন বাকচটোত ভৰাই ল'লে।

বাকচটোৰ কাষতে বিছনাখনত তেতিয়াও শুই আছে তেওঁলোকৰ এবছৰীয়া শিশুটি। প্ৰশান্ত। কেঁচুবাটিৰ পিনে চাই, বিছনাতে বহি, হঠাৎ শ্ৰীময়ীয়ে ফেঁকুৰিবলৈ ধৰিলে। চকুলোৰে সৈতে শ্ৰীময়ীয়ে ক'লে, "এবছৰীয়া কেঁচুবাটোৰ সৈতে আপুনি মোক অকলে এৰি থৈ যাবলৈ ওলাইছে। কেতিয়াবা অসুখ-বিসুখ হ'লে কি কৰিম। পোনাকণ অলপ ডাঙৰ-দীঘল হোৱাৰ পিছতো আপুনি দেশসেৱাত নামিব পাৰিলেহেঁতেন।"

সোণোৱালে তেতিয়া কাপোৰ সলাবলৈ লৈছিল। শ্ৰীময়ী আৰু কেঁচুবাটোলৈ চাই তেওঁ ক'লে, "ৰ'বা শ্ৰীময়ী, নাকান্দিবা, শুনা। অগ্নিগৰ্ভ পৰিস্থিতি। আৰু পলম কৰিব নোৱাৰি। তুমি একো চিন্তা নকৰিবা। মই সকলোবোৰ বন্দবস্ত কৰি থৈছোঁ দেখোঁন। মোৰ দৰ্মহাৰ পইচাখিনি এতিয়া আৰু নাথাকিব। কিন্তু পিতাইয়ে খা-খৰছৰ সকলো দায়িত্ব ল'ব। আমাৰ খেতি-বাতিৰ মাটি যথেষ্ট আছে। তাৰেই চলিব। তোমাৰ মা-দেউতাৰাইতো আছে। দুয়োটা পৰিয়ালে তোমাক চাব। অলপ পিছতে আই আহি আজিৰ পৰা ইয়াত তোমাৰ লগত থাকিবহি। পিতাইও অহা-যোৱা কৰি থাকিব। অসুখ-বিসুখ হ'লে দেহাপুখুৰী বাগিচাৰ হাস্পাতালৰ মুৰব্বী ডাক্তৰ সেনগুপ্তাক খবৰ দিবা। তেওঁৰ হাততে আমাৰ প্ৰশান্তৰ জন্ম হৈছিল। তেওঁ আমাৰ বন্ধু হৈ পৰিছে। কাষতে স্কুলৰ বৰ্ডিঙত কেবাজনো শিক্ষক আৰু ছাত্ৰ আছে। যেতিয়াই প্ৰয়োজন হয় তেওঁলোকৰ কাৰোবাক মাতি পঠাবা। আৰু এটা কথা। তুমি প্ৰাইভেটে আই. এ. পৰীক্ষা দিয়াৰ কথা চিন্তা কৰিছিলা নহয়? কিতাপ-পত্ৰ আনি থোৱাই আছে। এতিয়া পোনাকণ অলপ ডাঙৰ হৈছে। কেঁচুবাৰ জঞ্জাল কমিব। আৰু আই আহিলে তেওঁ কেঁচুৱা চাব পাৰিব। গতিকে তুমি আহৰি সময়ত আই, এ পৰীক্ষাৰ বাবে পঢ়া-শুনা কৰিবা। স্কুলৰ লাইব্ৰেৰীৰ পৰাও কিতাপ-পত্ৰ আনিবা। ঘৰতো আলমাৰীভৰা বিভিন্ন কিতাপ আছে। সেইবোৰ পঢ়িবা। মোৰ কিমানদিন কাৰাবাস হয় নাজানো। হয়তো সুদীৰ্ঘদিনো আমি লগ নোহোৱাকৈ থাকিব লগা হ'ব পাৰে।"

শ্ৰীময়ী জাঁপ মাৰি উঠি সোণোৱালৰ বুকুত সোমাই হুকহুকাই কান্দিবলৈ ধৰিলে।

বাহিৰত দাৰোগা সোমৰ গহীন কণ্ঠত মাত শুনা গ'ল, "সোণোৱাল ডাণ্ডৰীয়া, যাব পৰা হৈছেনে? আৰু সময় দিব নোৱাৰি। আঠ বজাত বাছ।"

সৌমাৰৰ মাক-দেউতাকে ৰীতাক বোৱাৰীৰূপে গ্ৰহণ কৰি কলিকতাৰ পৰা ল'ৰা-বোৱাৰী আৰু নাতিনী কন্যাক গুৱাহাটীৰ নিজ ঘৰলৈ লৈ অহাৰ পিছত পৰিয়ালটোলৈ আকৌ স্বাভাৱিক আনন্দ আৰু প্ৰাণোচ্ছলতা ঘূৰি আহিল। ডি. এছ. পি. দত্ত চাহাবে ৰীতাক এজনী বোবা ছোৱালী বুলি হেয় ভাব দেখুৱাই বোৱাৰী কৰিবলৈ আপত্তি দৰ্শোৱা কাৰ্যৰ বাবে শেহান্তৰত যি বিবেক-দংশন হৈছিল সেই পীড়নৰ পৰা লাঘৱ পাবলৈকে ৰীতাৰ প্ৰতি যেন প্ৰয়োজনতকৈও অধিক মনযোগ দিবলৈ আৰম্ভ কৰিলে। নাইবা ৰীতাৰ এনে কিছুমান গুণ আছে, তেওঁৰ শিশুসুলভ সৰলতা, প্ৰাণচাঞ্চল্য, গভীৰ সৌন্দৰ্যবোধ, হাস্যময়ী ব্যৱহাৰ, ঘৰৰ সকলো কামতে আগভাগ লোৱা, এনেবোৰ গুণে পুলিচ চাহাব দত্তৰ দৰে কঠোৰ মনৰ মানুহজনৰো মন কোমলালে। ৰীতাৰ বাকক্ষমতা নোহোৱা সত্ত্বেও সকলোৰে সৈতে, বিশেষকৈ কেঁচুৱাটিৰ সৈতে তাই কিবা-কিবি কথা কৈয়ে থাকে। কলিকতাত থাকোতে স্পিছ থেৰাপী লোৱাৰ পিছত এতিয়া অস্পষ্টভাৱে কিছু কথা প্ৰকাশ কৰিবও পৰা হৈছে ৰীতাই। কেঁচুৱাৰ নাম দিয়া হ'ল, সুমিতা, ঘৰৰ মতা নাম সুমি (চুমি)। মাক-জীয়েক দুয়ো দুয়োৰ মুখলৈ চাই হাঁহি হাঁহি নিজ নিজ ভাষাত কথা পাতি থকা দৃশ্যই সকলোকে আমোদ দিয়ে। ঘৰখনত যেন দুটা কেঁচুৱা ঃ ৰীতা আৰু সুমিতা।

কেঁচুৱাৰ কাম আইতাকে কৰিবলৈ আগবাঢ়ি আহে। ৰীতাৰ খং উঠে— দিব নোখোজে। ভোৰভোৰাই শাহুৱেকক বকে। শাহুৱেকে বোৱাৰীয়েকৰ খং চাই ভাল পায়। তেনেকৈ খং উঠিলে অলপপৰ পিছতে তাইৰ মানভঞ্জন কৰি শাহুৱেকে এৰি দিয়ে। তেওঁ অনবৰতে ৰীতাক দিহা দি থাকে, কেঁচুৱা কেনেকৈ ডাঙৰ কৰিব লাগে।

ৰীতাৰ কোলাত তাইৰ কন্যা সুমিতা লহপহকৈ ডাঙৰ হ'বলৈ ধৰিলে। শহুৰেক দত্তৰ এটা বক্স কেমেৰা আছিল। ৰীতাই সেইটোৰে জীয়েকৰ ফটো তুলি থাকে। শহুৰেকে পিছত আগৰ পুৰণি কেমেৰাটোৰ ঠাইত নতুন বিদেশী ভাল কেমেৰা এটা আনি ৰীতাক জন্মদিনত উপহাৰ দিছিল। কেমেৰাৰ ৰীল শেষ হ'লে ৰীতাই শহুৰেকৰ পৰা খুজি ল'ব লাগে বুলি জানিছিল। তাইৰ সকলো আবদাৰ, প্ৰয়োজনীয় সামগ্ৰীৰ চাহিদা পূৰণ কৰিব লাগে শহুৰেক-শাহুৱেকে। তাই সৌমাৰৰ ওচৰ নাচাপে। ভাগে ভাগে কিছুমান শহুৰেকৰ আৰু কিছুমান শাহুৱেকৰ দায়িত্ব। তেওঁলোকৰ ওচৰ চপাত তাইৰ কোনো সংকোচ বা দ্বিধা

নাই। কেঁচুবাৰ আঁজ মৰাৰ উপৰিও বীতাই শাহুৱেকক ঘৰৰ কামত সহায় কৰে। ঘৰ সজোৱা, প্ৰত্যেকটো কোঠাৰ প্ৰতি পদ বস্তু চকুত লগাকৈ থোৱা কামত তাইৰ আগ্ৰহ দেখি আৰু তাইৰ সৌন্দৰ্যবোধ, নান্দনিকতাবোধ দেখি শাহুৱেক মাজে মাজে অভিভূত হৈ পৰে। সেইবোৰ কামত কেতিয়াবা হেতাওপৰা লাগিলে তাই শাহুৱেকক ওলোটাই শাসনহে কৰে।

এইবিলাকৰ মাজত, সময় উলিয়াই বীতাই ছবি আঁকা অভ্যাসো এৰি দিয়া নাই। কেঁচুৱা অকণমানি হৈ থাকোঁতে কিছুদিন বাদ পৰিছিল যদিও এবছৰমানৰ পিছৰ পৰা বীতাই ছবি আঁকাতো আকৌ মন দিলে।

এবাৰ ডি. এছ. পি. চাহাবে নতুনকৈ বদলি হৈ অহা এছ. পি. উইলিয়াম ৰীড চাহাবক ঘৰলৈ সপত্নীক নিমন্ত্ৰণ জনাইছিল চাহ মেলৰ আয়োজন কৰি। চাহ মেলালৈ আহি ৰীড চাহাবৰ পত্নী এমিলীয়ে বিস্ময় মানিছিল বীতাই আঁকা ছবি আৰু বিভিন্ন ছাঁ-পোহৰৰ খেলাবে তোলা ফটোৰ ব্ল'আপ দেখি। বীতাক শহুৰেকে এটা সুকীয়া কোঠাৰ ব্যৱস্থা কৰি দিছিল, ষ্টুডিঅ'ৰ দৰে ব্যৱহাৰ কৰিবলৈ। ছবি আৰু ফটোগ্ৰাফ চাই ওলাই আহিবৰ সময়ত এমিলীয়ে বীতাক মৰমতে সুদীৰ্ঘ সময় ধৰি সাবটি ধৰি আছিল : তেওঁ যেন বীতাক বুকুৰ মৰমখিনি, উমখিনি, মনৰ প্ৰশংসাখিনি উজাৰি শেষ কৰি দিব! তেওঁ যেন বীতাক বুকুত সাবটি ধৰি থকাৰ পৰা ওলাই যাবলৈকে নিদিব!

ড্ৰইং ৰুমত বীতাই তোলা ফটোৰ কথা ওলাওঁতে দত্ত চাহাবে জেপৰ পৰা পাৰ্চটো উলিয়াই খালি কৰি বীতাৰ ফটোবোৰলৈ আঙুলিয়ালে। আৰু ভঙ্গীমাৰ ধেমালীকৈ বুজালে যে বীতাৰ ফটোৰ কাৰণে তেওঁ ফটুৰ হোৱাৰ উপক্ৰম হৈছে। বীতা হঠাৎ গহীন হৈ উঠি গৈ শহুৰেকৰ কাষত কেমেৰাটো বন্ধ কেচটোৰে থপচ্কৈ থৈ ভঙ্গীৰে বুজাবলৈ চেষ্টা কৰিলে যে তাই আৰু আগলৈ কেমেৰা নোচোৱে, শহুৰেকে খৰচ হোৱা বুলি কোৱা কাৰণে তাই বেয়া পাইছে। তাই মুখ ওফোন্দাই বহি থাকিল।

ডি. এছ. পি. চাহাবে বোৱাৰীয়েকৰ অভিমান ভাঙিব লগা হ'ল। তেওঁ ধেমালিহে কৰিছে বুলি ক'লে, আগলৈও যিমান ৰীল লাগে, ডেভেলপ কৰিবলৈ যিমান খৰছ হয়, তেওঁ দিব বুলি শপত খালে। বীতা তেতিয়াও গপ লাগি বহি থকা দেখি, দত্ত চাহাব উঠি গৈ কেমেৰাটো চামৰাৰ কেচটোৰ পৰা উলিয়াই বীতাৰ ডিঙিত আঁৰি দি ক'লে, "ওঁ এতিয়া আমাৰ সবৰে দুখনমান ফটো তোলা?"

বীতা তেতিয়াও গহীন হৈ থকা দেখি দত্ত চাহাবে, কেমেৰাটো বীতাৰ ডিঙিৰ পৰা উলিয়াই লৈ নিজেই ফটো তুলিবলৈ সাজু হ'ল। উপস্থিত

এটাইকেইজনকে ফ্ৰেমৰ ভিতৰত পাবৰ কাৰণে বিহিত ব্যৱস্থা কৰি ফটো তুলিবলৈ সাজু হওঁতেই ৰীতা একাষত গহীন হৈ বহি থকাৰ পৰা জাঁপ মাৰি উঠিল। তেওঁ বেগাই আগুৱাই গৈ শহুৰেকৰ হাতৰ পৰা কেমেৰাটো থাপ মাৰি আনি নিজৰ হাতত ল'লে। তেওঁ শহুৰেকক কাঢ়াভাৱে ইংগিত দিলে শাহুৰেকৰ কাষত থকা চকীখনত বহিবলৈ। দত্তই হাঁহি হাঁহি নিৰ্দিষ্ট আসনত বহিলগৈ।

ফটো উঠিবলৈ সাজু হোৱা এটাইকেইজনৰে ওঁঠত হাঁহি উপচি পৰিল আৰু তেনেকৈ হাঁহি থাকোঁতেই ৰীতাই কেমেৰাৰ ক্লিক্ কৰিলে।

ৰীতাই আৰু কেইখনমান ফটো তুলি শেষ স্নেপটোৰ কাৰণে কেমেৰাটো সৌমাৰৰ হাতত দি তেওঁক হাতত ধৰি শহুৰেক বহি থকা চকীখনৰ ওচৰলৈ আনিলে আৰু ইংগিতেৰে দেখুৱালে যে তেওঁ শহুৰেকৰ কাষত বহিব, সৌমাৰে স্নেপটো মাৰি দিব। ৰীতা গৈ শহুৰেকৰ কাষত বহি ল'লে, হাত এখনেৰে শহুৰেকৰ বাহুত ধৰি ল'লে। সৌমাৰে কেমেৰাৰ লেঞ্চত ফকাচ স্থিৰ কৰি ল'লে। ক'লে "স্মাইল প্লীজ'। ৰীতাই দুইপাৰি দাঁত উলিয়াই হাঁহি ৰ'ল। ক্লিক — কেমেৰাৰ শব্দ হ'ল।

সেই সন্ধ্যাৰ পিছদিনা এছ. পি. চাহাবৰ গাড়ীৰ ড্ৰাইভাৰজনে এখন প্ৰকাণ্ড পকাবন্ধা কিতাপ আনি ডি. এছ. পি. চাহাবৰ ঘৰত দিলেহি। ৰাফেল, মাইকেল এঞ্জেলো, লিওনাৰ্ড' ডা ভিন্সি আদি পৃথিৱীৰ বিখ্যাত চিত্ৰশিল্পীসকলৰ ছবিসমূহৰ বৰ্ণনা আৰু অনেক ছবিৰে সৈতে ধুনীয়াকৈ বন্ধোৱা এখন বৃহৎ গ্ৰন্থ। কিতাপখন মিছেচ এমিলী ৰীডে ৰীতালৈ উপহাৰ দিছে।

ইয়াৰ পিছদিনা পুৱা ডি. এছ. পি. চাহাব আৰু সৌমাৰ অফিচলৈ যাবলৈ ওলাইছে। আজিকালি ডি. এছ. পি. চাহাবে সদায় কাৰখন লৈ যায়, কিয়নো সৌমাৰো একেলগে যাব পাৰে। তেওঁলোক দুয়ো গাড়ীত বহিবলৈ ওলাই অহাৰ সময়তে হঠাৎ বাৰান্দাত ৰীতা আহি উপস্থিত, হাতত এখন কাগজেৰে মেৰিয়াই ডাঙৰ পেন্টিং আৰু ডাঙৰ এথোপা গোলাপ। তেনেতে শাহুৰেক ওলাই আহি বুজালে তেওঁক কেঁচুৱা গতাই ৰীতা যাবলৈ ওলাইছে, এছ. পি. চাহাবৰ মেডামক এখন ছবি উপহাৰ দিবলৈ যাব। ডি. এছ. পি. চাহাব আৰু সৌমাৰক নমাই থৈ গাড়ীখনতে তাই এছ. পি. চাহাবৰ বঙলালৈ যাব। কাৰো আপত্তি নাই। ৰীতা ডাঙৰ পেন্টিংখন হাতত লৈ গাড়ীত বহিল।

এমিলী ৰীডৰ সৈতে ৰীতাৰ এক অতি গভীৰ সম্পৰ্ক গঢ়ি উঠিল। এমিলীয়ে গাড়ী পঠিয়াই ৰীতাক কেঁচুৱা সুনীতাৰ সৈতে তেওঁৰ বঙলাত দিনটো থকাকৈ লৈ যায়। ৰীতাক উল গোথাঁ, কুৰ্চাৰ কাম কৰা, কাপোৰত ফুল তোলা,

নানান ডিজাইন কৰা শিকায়। ৰীতাৰ হতুৱাই ফটোগ্ৰাফ তোলাই এমিলী ৰীডে ইংলণ্ডত থকা তেওঁৰ জীয়ৰকলৈ পঠায়। জীয়েকে এবছৰ আগতে মেট্ৰিকুলেশ্যন পৰীক্ষা পাছ কৰি এতিয়া কম্পেনী চেক্রেটেৰীৰ কৰ্ম কৰি আছে। এমিলীয়ে জীয়েকলৈ সপ্তাহে সপ্তাহে লিখা চিঠি ৰীতাৰ কথাৰেই ভৰি থাকে। এবাৰ প্ৰায় এসপ্তাহ একেৰাহে এমিলীৰ বঙলালৈ অহা-যোৱা কৰি ৰীতাই এমিলীৰ এখন প্ৰকাণ্ড পৰ্টেট আঁকিলে। সেই পৰ্টেট দেখুৱাবলৈ উইলিয়াম ৰীড চাহাবে ডেপুটি কুমচনাৰ নিকলচন চাহাবকে ধৰি ওচৰৰ চাহ বাগিচাৰ বিদেশী প্লেণ্টাৰসকল আৰু জাহাজ কোম্পানীৰ মুৰব্বী বিষয়াসকলক নিজৰ বঙলালৈ নিমন্ত্ৰণ কৰি এটা ডাঙৰ ককটেল পাৰ্টিৰ আয়োজন কৰিলে। সেই সন্ধ্যা অতিথিসকলৰ সকলোৰে আকৰ্ষণৰ মধ্যমণি হৈ পৰিছিল ৰীতা। সকলোৰে ভূয়সী প্ৰশংসাত ৰীতা হৈ পৰিছিল বিব্ৰত। তাই সেইদিনা ৰঙা চিফনৰ এখন শাৰী পিন্ধিছিল। ডিঙি আৰু কাণত পাৰ্ল আৰু অন্যান্য বিভিন্ন ৰঙী দামী ষ্টনৰ জুয়েলাৰী নিজৰ বাকচৰ পৰা উলিয়াই এমিলীয়ে ৰীতাক পিন্ধাই দিছিল। অপূৰ্ব সুন্দৰী হৈ পৰিছিল ৰীতা। ওখ-পাখ বৃটিছ মহিলাসকলৰ সৈতে মিলি যোৱাকৈ ৰীতাও সমানেই ওখ। তাইৰ গাৰ ৰঙো কেঁছা গোলাপৰ পাহিৰ ৰঙৰ দৰে। সন্তান জন্মৰ পিছত শৰীৰত সামান্য মেদ বৃদ্ধি হৈ দেখিবলৈ আৰু অধিক আকৰ্ষণীয় হৈছে। তাইৰ বাক্‌হীনতাই, মৌনতাই যেন ৰীতাক আৰু বেছি সুন্দৰী কৰি তুলিছে। ৰীতাৰ মাক-দেউতাক, সৌমাৰ আৰু সৌম্যৰৰ মাক-দেউতাকো পাৰ্টিলৈ নিমন্ত্ৰিত হৈছিল। দুয়োটা পৰিয়ালৰে ৰীতাক লৈ গৌৰৱৰ যেন অন্ত নাই।

ৰীতা আৰু সৌমাৰৰ কন্যা সুনীতাও ৰীতাৰ দৰেই অতি ধুনীয়া চেহেৰাৰ হৈছে। এপাহ গুলপীয়া থল পদ্মৰ দৰে মখমলগা মুখখনি তাইৰ। ইকোলা-সিকোলা কৰি ফুৰিছে, অতিথি মহিলাসকলৰ কোলাত।

ডেৰ বছৰৰ পিছত জেলৰ পৰা আহি প্ৰসন্ন সোণোৱালে আকৌ দেহাপুখুৰী উচ্চ মাধ্যমিক বিদ্যালয়ৰ প্ৰধান শিক্ষকৰ দায়িত্ব গ্ৰহণ কৰিলে। দৰাচলতে এই ডেৰ বছৰো তেওঁ জেলৰ পৰাই সময়ে সময়ে নানান দিহা-পৰামৰ্শ দি স্কুলৰ পৰিচলনা আৰু বিদ্যায়তনিক কাৰ্যসূচীত সহায় কৰি আছিল, বিভিন্ন প্ৰকাৰে জড়িত হৈ আছিল।

উনৈছ শ সাতচল্লিছ চনত দেশ স্বাধীন হ'ল। দেশৰ স্বাধীন চৰকাৰে পূৰ্বৰ ৰাষ্ট্ৰ শাসনৰ নীতিসমূহৰ আমূল পৰিবৰ্তন সাধিলে। বিদেশী চৰকাৰে উন্নতিৰ নামত নগৰকেন্দ্ৰিক ধ্যান-ধাৰণাৰ মাজতে কামৰ আঁচনিসমূহ আবদ্ধ ৰাখিছিল। স্বাধীন জাতীয় চৰকাৰে উন্নয়নৰ আঁচনিসমূহ ব্যাপকভাৱে গাঁওসমূহলৈ

পৰ্যবসিত কৰিলে। প্ৰথম পঞ্চবাৰ্ষিক পৰিকল্পনা আৰম্ভ হ'ল, গাঁও পঞ্চায়ত আঁচনি গ্ৰহণ কৰা হ'ল। এনে পৰিকল্পনা আৰু আঁচনিসমূহক বাস্তৱায়ন কৰাৰ ক্ষেত্ৰত বহুতো সমাজসেৱী জড়িত হৈ পৰিব লগা হ'ল। প্ৰসন্ন সোণোৱালো তেনে সমাজসেৱীসকলৰ মাজত এজন জ্যেষ্ঠ নেতৃস্থানীয় আদৰ্শ ব্যক্তি হৈ পৰিল।

দেহাপুখুৰী উচ্চ মাধ্যমিক বিদ্যালয় এতিয়া অসমৰ এখন আগশাৰীৰ চৰকাৰী সাহায্যপ্ৰাপ্ত আদৰ্শ বিদ্যালয়ৰূপে সুপ্ৰতিষ্ঠিত। জীৱনৰ ছয়ত্ৰিশ বছৰ কাল দেহ-মন প্ৰাণ সৰ্বস্ব উচৰ্গি সোণোৱালে বিদ্যালয়খনক এতিয়া যি পৰ্যায়ত প্ৰতিষ্ঠিত কৰিলেহি এই পৰ্যায়ত তেওঁ এদিন ভাবিলে-- তেওঁ এতিয়া আনন্দ-মনে, নিশ্চিত মনে বিদ্যালয়ৰ পৰা বিদায় ল'ব পাৰে, অৱসৰ ল'ব পাৰে। আচলতে সহকাৰী প্ৰধান শিক্ষকজনক পদোন্নতিৰ সুযোগ দিবলৈ তেওঁ দুবছৰ আগতেই এবাৰ অৱসৰ লোৱাৰ প্ৰস্তাৱ তুলিছিল। কিন্তু পৰিচালনা সমিতি, অভিভাৱক, শিক্ষকসকল আনকি ছাত্ৰ-ছাত্ৰীহঁতেও এনেদৰে আপত্তি দৰ্শালে যে সোণোৱালে প্ৰস্তাৱ উঠাই ল'ব লগা হ'ল। কিন্তু এইবাৰ ষাঠি বছৰ বয়স পূৰ্ণ হোৱাৰ লগে লগেই, তেওঁ দৃঢ় সিদ্ধান্ত ল'লে, তেওঁ বিদ্যালয়ৰ পৰা অৱসৰ ল'ব, অন্ততঃ আনুষ্ঠানিকভাৱে। তাৰ উপৰি এজন জ্যেষ্ঠ নেতৃস্থানীয় ব্যক্তি হিচাপে আঞ্চলিক সমাজখনৰ উন্নতিৰ হকে সেৱা কৰা কামত একাণপতীয়াকৈ আত্মনিয়োগ কৰাৰ প্ৰতি এক অধিক দায়িত্ববোধ অনুভৱ কৰিলে তেওঁ।

প্ৰসন্ন সোণোৱালে স্কুলৰ পৰা বিদায় লোৱা দিনটোৰ দৃশ্য বহুদিনলৈকে সেই অঞ্চলৰ মানুহে পাহৰা নাছিল। তেওঁ বিয়াৰ পিছতে শ্ৰীময়ীক লৈ থাকিবলৈ সাজি লোৱা ঘৰটো স্কুলৰ প্ৰধান শিক্ষকৰ বাসস্থান হিচাপে এৰি দি স্কুলৰ পৰা অৱসৰ লোৱা দিনটোৰ পৰাই তেওঁলোকৰ ঘাই ঘৰলৈ পুনৰ উভতি যোৱাৰ সিদ্ধান্ত লৈছিল তেওঁ। স্কুলৰ বিদায় সভাত ছাত্ৰ-ছাত্ৰী, শিক্ষক সকলোৱে হুকহুকাই কান্দিলে। তাৰ পিছতো সমগ্ৰ স্কুলৰ ছাত্ৰ-ছাত্ৰী, শিক্ষক আৰু অভিভাৱক লগ লাগি প্ৰায় এহেজাৰমান মানুহে প্ৰসন্ন সোণোৱাল আৰু শ্ৰীময়ীক সমুখত লৈ ঢোল-খোল বজাই বিৰাট সমদল কৰি ঘৰলৈকে আগবঢ়াই থ'বলৈ যাওঁতেও তেওঁলোকৰ চকুৰ পানীৰ অন্ত পৰা নাছিল।

স্কুলৰ পৰা অৱসৰ ল'লে যদিও সোণোৱালৰ কামৰ পৰা অৱসৰ লাভৰ নহ'ল। তেওঁ যেন সমাজৰ কামত অধিক ব্যস্তহে হৈ পৰিল। পত্নী শ্ৰীময়ীও এগৰাকী সুগৃহিণীৰ সকলো কাম চলোৱাৰ পিছত সমাজসেৱাত ব্ৰতী হ'ল। তেওঁ ইতিমধ্যেই ঘৰতে পঢ়া-শুনা কৰি প্ৰাইভেট বি. এ. পৰ্যন্ত পৰীক্ষা পাছ কৰি

থৈছিল। মাজে মাজে তেওঁ স্বামীৰ সৈতে আলোচনা কৰে, অঞ্চলটোত ছাত্রীৰ সংখ্যা ক্রমে বাঢ়ি যোৱাৰ লক্ষ্য কৰি ছোৱালীবিলাকৰ কাৰণে এখন সুকীয়া ছোৱালী হাইস্কুল পাতিব পাৰি দেখোন। সোণোৱালৰ মাক-দেউতাক দুয়োৰে ইতিমধ্যে দেহাৱসান হৈছে। তেওঁলোকৰ একমাত্র সন্তান প্ৰশান্তই ইতিমধ্যে দেহাপুখুৰী হাইস্কুৰ পৰাই ষ্টাৰ নম্বৰ লৈ মেট্রিক পাছ কৰি গুৱাহাটীৰ কটন কলেজত পঢ়িবলৈ গৈছে। শ্ৰীময়ীৰ ঘৰত তেনেকৈ কামৰ জঞ্জাল নাই। গতিকে ছোৱালী হাইস্কুল এখন পতাৰ বিষয়টোত তেওঁ মনোযোগ দিব পাৰে। শ্ৰীময়ীয়ে স্বামীৰ ওচৰত মনৰ ভাব প্ৰকাশ কৰিলে।

সৌমাৰৰ দেউতাক ডি. এছ. পি. দত্তচাহাবে এসময়ত প্ৰমোচন পাই এচ. পি. পদবী লৈ দুখনমান জিলা সদৰত পুলিচৰ মুৰব্বী বিষয়া হৈ থাকিল। তাৰ পিছত অৱসৰ পাই গুৱাহাটীৰ নিজৰ ঘৰত থাকিবলৈ লোৱাৰ অলপ দিন পিচতে এদিন হঠাৎ হৃদৰোগত আক্রান্ত হৈ খন্তেক পৰতে দত্তচাহাবৰ মৃত্যু হ'ল। সৌমাৰে গুৱাহাটীৰ চেচন আদালতত ওকালতি কৰাৰ সময়তে এজন বৃটিছ জিলা ন্যায়ধীশৰ বিশেষ মনযোগ আকৰ্ষণ কৰিছিল। তেওঁ ৰাজধানী শিলঙত থকা আইন বিভাগৰ আয়ুক্তলৈ চিঠি দি সৌমাৰক মুন্সীপ পদত ভৰ্তি হোৱাৰ সুযোগ কৰি দিলে। সৌমাৰ মুন্সীপ হৈ অসমৰ বিভিন্ন জিলা সদৰলৈ বদলি হৈ যাব লগা হ'ল। তেওঁ ৰীতা আৰু জীয়েক সুমিতাকো লগত লৈ ফুৰিব লগা হ'ল। বিধবা মাক গুৱাহাটীৰ মূল ঘৰত থাকে, যদিও প্ৰায়েই সৌমাৰহঁত য'ত থাকে তালৈকে অহা-যোৱা কৰি থাকিবলৈ ল'লে। কিন্তু পিছলৈ তেওঁ বাত বিষত ভুগি অকলে মূল ঘৰত থকাত অসুবিধা হোৱাত সৌমাৰহঁতৰ লগতে থাকিবলৈ ল'লে।

সৌমাৰ আৰু ৰীতাৰ ছোৱালী সুমিতা ডাঙৰ হৈ আহিল। সৌমাৰ গুৱাহাটীৰ পৰা অন্য জিলা সদৰলৈ বদলি হোৱাত সুমিতাৰ পঢ়া-শুনাৰ কিছু অসুবিধা হ'ল। প্ৰাথমিক শিক্ষাখিনি কিছু ঘৰতে আৰু কিছু বিদ্যালয়ত দি সম্পূৰ্ণ কৰা হ'ল। কিন্তু হাইস্কুলৰ শিক্ষা দিয়াৰ সময়ত সমস্যাই দেখা দিলে। জিলা সদৰবিলাকত তেতিয়াও ছোৱালীৰ বাবে ভাল স্কুল গঢ়ি নাই। এনেতে সৌমাৰ শিলঙলৈ বদলি হোৱাৰ লগে লগে সমস্যাৰ সমাধান হ'ল। শিলঙত মিছনেৰি হাইস্কুল এখনত ভৰ্তি হৈ তাই ক্লাছ চিক্সলৈকে মাক-দেউতাক আৰু আইতাকৰ লগত ঘৰতে থাকি পঢ়িব পাৰিলে। এনেতে আকৌ চাৰি বছৰ শিলঙত চাকৰি সম্পূৰ্ণ কৰাৰ পিছত সৌমাৰক সহকাৰী জিলা ন্যায়ধীশ পদলৈ পদোন্নতি দি

শিৱসাগৰলৈ বদলি কৰিলে। আকৌ সুমিতাৰ স্কুলৰ সমস্যাই দেখা দিলে। শ্বিলঙৰ স্কুলখনত ভাল বৰ্ডিংঙৰ ব্যৱস্থা আছিল। সেয়ে উপায়ন্তৰ হৈ সুমিতাক স্কুলৰ বৰ্ডিঙত ৰখাৰ ব্যৱস্থা কৰিলে- মাক-দেউতাকে। পৰিয়ালৰ, বিশেষকৈ ৰীতাৰ ভীষণ মনোকষ্ট হৈছিল প্ৰথম অৱস্থাত। পিছলৈ কিছু সহজ আৰু স্বাভাৱিক হৈ পৰিল যদিও বৰ নিঃসংগ অনুভৱ কৰিবলৈ ধৰিলে। ছবি আঁকা, উল গোঁঠা, কাপোৰত ডিজাইন কৰা, ফুলৰ বাগিচাত ব্যস্ত থকা আৰু শাৰীৰিক অসুস্থ শাহুৰেকৰ যত্ন লোৱাৰ মাজেৰে সময় অতিবাহিত কৰিবলৈ ল'লে ৰীতাই।

সুমিতাই এসময়ত মেট্ৰিক পাছ কৰিলে, প্ৰথম বিভাগত। তেওঁক উচ্চ শিক্ষাৰ কাৰণে পঠোৱা হ'ল কলিকতাৰ বেথুন কলেজলৈ। সুমিতা কলেজৰ দ্বিতীয় বাৰ্ষিকত থকা সময়তে সৌমাৰ বদলি হৈ এইবাৰ গুৱাহাটীলৈ আহিল আৰু এইবাৰ অৱসৰ ল'বলৈ থকা শেষ বছৰকেটা গুৱাহাটীৰ নিজৰ ঘৰতে থাকি কটাই দিব পাৰিব বুলি তেওঁ আশা কৰিলে। শিৱসাগৰত থাকোঁতেই ৰিউমেটিক হাৰ্ট ৰোগত আক্ৰান্ত হৈ সৌমাৰৰ মাকৰ দেহাৱসান হৈছিল।

সৌমাৰহঁত গুৱাহাটীলৈ অহাৰ এমাহমাৰ পিচতে এদিন দেওবাৰে পুৱা তেওঁলোকৰ ঘৰত উপস্থিত হ'লহি প্ৰসন্ন সোণোৱালৰ ল'ৰা প্ৰশান্ত সোণোৱাল। তেতিয়া প্ৰশান্ত কটন কলেজৰ চতুৰ্থ বাৰ্ষিকৰ ছাত্ৰ, আৰু দুমাহৰ পিছতে বি. এ. ফাইনেল পৰীক্ষা দিব। এতিয়া বৰদনিৰ বন্ধ চলি আছে, বন্ধ দীঘলীয়া নহয়, গতিকে এইকেদিন ঘৰলৈ নগৈ হোষ্টেলতে থাকি পৰীক্ষাৰ কাৰণে পঢ়াত বিশেষবাৰে মনোযোগ দিব। দুদিন আগতে দেউতাকে চিঠিৰে প্ৰশান্তক জনাইছিল যে তেওঁৰ বন্ধু ন্যায়ধীশ সৌমাৰ দত্ত এতিয়া গুৱাহাটীৰ নিজ ঘৰত আছে, প্ৰশান্তই যেন গৈ তেওঁক লগ ধৰি চিনাকি দিয়ে।

সেইদিনা দেওবাৰ, বন্ধৰ দিন। প্ৰশান্তই সৌমাৰ দত্তৰ ঘৰলৈ গৈ নিজৰ চিনাকি দিলেগৈ, প্ৰসন্ন সোণোৱালৰ ল'ৰা বুলি আৰু কটন কলেজৰ চতুৰ্থ বাৰ্ষিকত পঢ়ি থকা বুলি। সৌমাৰে প্ৰশান্তক সাবটি ধৰি আলৌআদৌ কৰি, ভিতৰলৈ মাতি বহিবলৈ দিলে। দুই-চাৰি আষাৰ কথা সুধিয়েই তেওঁ ৰীতাক মাতি আনিলে, আৰু ৰীতাৰ লগতে ওলাই আহিল সুমিতা। সুমিতা বৰদনিৰ বন্ধত কলিকতাৰ পৰা ঘৰলৈ আহিছিল।

প্ৰশান্তই থিয় হৈ প্ৰথমে ৰীতালৈ চালে। এগৰাকী ওখ-পাখ গোসাঁনীৰ চেহেৰাৰ মহিলা, মুৰৰ সমুখৰ পিনে দীঘল দাঠ চুলিকোচাৰ দুডালমান পকিছে। চকুৰে-মুখে এটা মিঠা হাঁহি লাগি আছে। গাটোত, বয়সৰ কিছু মেদ জমা হৈছে যদিও দেখাত আটিল হৈ আছে। দেখিলেই এজনী বৰ মৰমীয়াল মানুহ যেন

লাগে। প্ৰশান্তৰ মুৰটো যেন আপোনা-আপুনি দোঁ খাই গ'ল। প্ৰশান্তই তাৰ পিছত মুৰ দাঙি চালে সুমিতালৈ, হুবহু মাকৰ চেহেৰা। শৰীৰৰ একে গঠন, গাৰ একে বং, নাক-মুখ-চকুৰ একে ৰূপ। প্ৰশান্তই জীৱনত এতিয়ালৈকে— দ্বিতীয় একে এজনী সুন্দৰী যুৱতী দেখা মনত নপৰিল। প্ৰশান্তৰ মনটোত দুটামান শিহঁৰণৰ মৃদু ঢৌ যেন বাগৰি গ'ল।

পায়জামা-পাঞ্জাবী পিন্ধা প্ৰশান্তৰ পিন্ধন-উৰণত কিছু গ্ৰাম্য আভাস থাকিলেও হৃষ্টপুষ্ট, আটিল, পেশীৰে এক পুৰুষসুলভ শৰীৰ আৰু কমনীয়তাই সুমিতাৰ দৃষ্টি প্ৰশান্তৰ প্ৰতি বিশেষভাৱে আকৰ্ষণ কৰিলে। তাই প্ৰশান্তৰ বিষয়ে ভালকৈ জানিবলৈ আগ্ৰহী হ'ল, যদিও তৎকালেই সেই ভাব প্ৰকাশ কৰিবলৈ দ্বিধাবোধ কৰিলে।

প্ৰশান্তৰো প্ৰথম অৱস্থাত মনত যথেষ্ট দ্বিধা আৰু সংকোচবোধ হৈছিল। প্ৰকাণ্ড ড্ৰইং ৰুমটোৰ চাকচিক্য, আচবাব পত্ৰ, চোকা চকী কাৰ্পেট, বেৰৰ বং, খিড়িকীৰ দামী পৰ্দা, দামী ডাঙৰ ডাঙৰ পিতলৰ, ৰঙীন গ্লাচৰ ফ্লাওৱাৰ ভাচত সজীৱ গোলাপ, তগৰ, ৰজনীগন্ধা, গ্ৰে'ডলিয়াৰ আদি ফুলৰ ডাঙৰ ডাঙৰ থোপা ইত্যাদিৰে এক আধুনিক, চহকী আৰু আভিজাত্যৰ জকমকীয়া পৰিবেশ প্ৰকাণ্ড কোঠাটোত বিয়পি আছিল। এনে পৰিবেশৰ সৈতে প্ৰশান্ত বৰ অভ্যস্ত নাছিল। সেই পৰিবেশক আৰু বেছি সজীৱ কৰিছিল সৌমাৰ, ৰীতা আৰু বিশেষকৈ সুমিতাৰ কথা-বতৰা, চাল-চলন আৰু বেশভূষাই। সুমিতাৰ আচৰণ আৰু কথা-বাৰ্তাত পশ্চিমীয়া ঠাঁচৰ প্ৰভাৱ অতি স্পষ্ট। হয়তো সৰুৰে পৰা ক্ৰিশ্চিয়ান মিছনেৰি স্কুলত আৰু এতিয়াও তেনে কলেজত পঢ়া, মিছনেৰি বৰ্ডিঙত থকা-তেনেবোৰ কাৰণতে সুমিতাৰ পিন্ধন-উৰণ কথা-বাৰ্তাত পশ্চিমীয়া প্ৰভাৱ যথেষ্ট পৰিছে।

ভৰিৰ কলাফুললৈকে দীঘল এটা ক'লা চাটিনৰ স্কাৰ্ট, ওপৰত এটা বগা ব্ৰকেডৰ চাৰ্ট, বব কৰা চুলি, কাণত পাথৰৰ টপ, চকচকীয়া বগা ভৰিত হাইহীলৰ বঙা ষ্ট্ৰেপ শু, কথা-বাৰ্তাত বেছিভাগ ইংৰাজী শব্দ আৰু বাক্যৰ ব্যৱহাৰ। এনে এজনী সুমিতাৰ সৈতে সহজ আৰু স্বাভাৱিক হৈ পৰিবলৈ প্ৰথম অৱস্থাত প্ৰশান্তৰ কিছু অসুবিধা হৈছিল যদিও সুমিতাৰ কিশোৰীসুলভ চপলতা আৰু ব্যৱহাৰে প্ৰশান্তক অলপ সময়ৰ ভিতৰতে পৰিবেশৰ সৈতে মিলি যোৱাত সহায় কৰিলে।

সেইদিনা প্ৰশান্তই সৌমাৰহঁতৰ ঘৰতে দুপৰীয়াৰ সাজ খাই দেওবাৰীয়া বন্ধৰ দিনটো তাতে কটাই যোৱাৰ বন্দবস্ত হ'ল। প্ৰথমে তেওঁ অলপ আপত্তি কৰিছিল যদিও, বিশেষকৈ সুমিতাৰ তাগিদাত প্ৰশান্ত থাকিবলৈ মান্তি হ'ল। দবাচলতে প্ৰশান্তই

কল্পনাই কৰিব পৰা নাছিল— অলপ সময়ৰ ভিতৰতে ৰীতা আৰু সুমিতাই তেওঁক ইমান আপোন কৰি পেলাব পাৰে। প্ৰশান্তই অনুভৱ কৰিলে, তেওঁ যেন এই ঘৰখনৰ সৈতে বহুদিনৰ চিনাকি। প্ৰশান্ত আছিল ইংৰাজী সাহিত্যৰ ছাত্ৰ। সেই বিষয়ত অনাৰ্চ আছে। পঢ়া-শুনাত প্ৰশান্ত অতি মেধাৱী ছাত্ৰ বুলি জনাৰ উপৰি কলেজীয়া পাঠ্যক্ৰমৰ বাহিৰেও অন্যান্য সকলো বিষয়তে তেওঁৰ প্ৰগাঢ় জ্ঞান থকাৰ আভাস পালে সুমিতাই। সুমিতা নিজেও বুদ্ধিমতী ছোৱালী। মেট্ৰিকুলেশ্বন প্ৰথম বিভাগত পাছ কৰিছিল। গতিকে তাইক প্ৰশান্তৰ মেধা আৰু বুদ্ধিৰ ইংগিতে প্ৰশান্তৰ প্ৰতি কম সময়তে গভীৰভাৱে আকৰ্ষিত কৰিলে।

সুমিতাই হাতত ধৰি ধৰি প্ৰশান্তক প্ৰকাণ্ড ঘৰটো ইটো কোঠাৰ পৰা সিটো কোঠালৈ ফুৰালে। প্ৰতিটো কোঠাত বহি বহি দুয়ো আড্ডা মাৰিলে, মাকৰ ষ্টুডিঅ'লৈ নি মাকে আঁকি থোৱা ছবিবোৰ, প্ৰ'ৰ্টেটবোৰ, ফটোগ্ৰাফবোৰ দেখুৱালে। ককাক-আইতাকৰ শূন্য কোঠাটোলৈ নি তেওঁলোকৰ স্মৃতি ধৰি থকা বস্তুবোৰ দেখুৱালে ঃ পুলিচৰ সাজ, টুপী, বন্দুক, বেৰত বাঘৰ ছাল, মহৰ শিং, দুখনমান পুৰণা মেমচাহাবৰ ফটো, এঠাইত ৰীতাই আঁকা দুখন সুমিতাৰ ককাক-আইতাকৰ প'ট্ৰেট, আলমাৰিত মদৰ ধুনীয়া গিলাচকেটামান, মেহগণী কাঠৰ ক'লা ৰং দিয়া কুন্দত কটা চকী, গোল মেজ, প্ৰকাণ্ড এখন পালেং, তাত লোহাৰ স্প্ৰিঙৰ ওপৰত নাৰিকলৰ জাবৰৰ এহাত ডাঠ মেট্ৰেচৰ বিছনা, আৰু একাষত এখন ৰেকত এটা পিতলৰ হৰ্ণ লগোৱা ডাঙৰ গ্ৰামোফোন আৰু কাষতে দ'ম কৰি থোৱা কিছুমান ৰেকৰ্ড। ৰবীন্দ্ৰ সংগীত, নজৰুল গীত, বাংলা কীৰ্তন, তাৰ মাজতে অসমীয়া গীতৰ ৰেকৰ্ডো কেখনমান ওলাল। গণেশ গগৈৰ 'দক্ষযজ্ঞ' আৰু জ্যোতিপ্ৰসাদ আগৰৱালৰ 'জয়মতী'ৰ পাল্লাও আছে.

"কেতিয়াবা আহি এইবিলাক শুনিবহি লাগিব, বৰ ভাল কালেকশ্বন আছে।"

"এইবিলাক শুনিবা প্ৰশান্ত? all trash! মই কিন্তু ৱেষ্টাৰ্ণ মিউজিকহে ভাল পাওঁ— জাজ্, ৰক।"

দুখন সম্পূৰ্ণ বিষম ঘৰ, পৰিয়াল আৰু সমাজৰ পৰা অহা এহাল যুৱক-যুৱতী। প্ৰশান্তৰ জন্ম গাঁৱত— মধ্যবিত্ত সাধাৰণ এখন ঘৰত ডাঙৰ-দীঘল হৈছে, গাঁৱৰ এখন সমাজৰ সাংস্কৃতিক পটভূমিত তেওঁৰ ৰুচিবোধ দৃষ্টিভংগী মানসিকতাৰ স্বৰূপ নিৰ্মিত হৈছে। তাৰ বিপৰীতে সুমিতাৰ জন্ম নগৰত, এখন চহকী আত্মবন্ত আভিজাত্য ঘৰত ডাঙৰ-দীঘল হৈছে, আধুনিক, বহুখিনি পাশ্চাত্য শিক্ষা-সংস্কৃতি আৰু প্ৰমূল্যৰ প্ৰভাৱত তেওঁৰ ৰুচি আৰু জীৱনবোধ, তেওঁৰ মানসিকতা গঢ় লৈ উঠিছে। এনে বিপৰীত অৱস্থাত থকা সত্ত্বেও প্ৰশান্ত আৰু

সুমিতা মাত্র এবেলাৰ সান্নিধ্যত দুয়ো দুয়োৰ প্ৰতি গভীৰভাৱে আকৰ্ষিত হৈ পৰিল। এই আকৰ্ষণ হয়তো বহুখিনি প্ৰথম যৌৱনৰ আবেগেৰে আচ্ছন্ন। তথাপি, সুমিতাই যেতিয়া সেইদিনা ৰাতি শুবৰ সময়ত প্ৰশান্তৰ কথা ভাবিলে ল'লে, নিজৰ মনতে ব্যাখ্যা বিচাৰিলে কিয় প্ৰশান্তক তাইৰ ভাল লাগিছে, তাই বিশেষ একো ব্যাখ্যা নাপালে। প্ৰশান্তৰ পিন্ধা-উৰা চাল-চলনত গ্ৰাম্যতা। সুমিতাইঁতৰ ঘৰৰ পৰিবেশত তেওঁৰ সংকোচবোধ, হীনমন্যতা সুমিতাৰ চকুত মণৰাকৈ থকা নাই। কিন্তু কিয় ভাল লাগিছে ল'ৰাজনক? পঢ়া-শুনাত বৰ চোকা ল'ৰা প্ৰশান্ত। বহুত কথা জানে। সকলো বিষয়ৰ কথা সলসলাই কৈ যাব পাৰে। হ'ব পাৰে সেইটো এটা কাৰণ। চেহেৰাত চফিষ্টিকেশ্যন, চাকচিক্য নাই অলপো, কিন্তু শৰীৰটো সুপুৰুষ, সুনিৰ্মিত। ওখ। বাহু দুটা, বুকুখন বহল সুঠাম, শোভনীয়। সেই কাৰণেইনে? সুমিতাই নিশ্চয়কৈ একো থিৰাং কৰিব নোৱাৰিলে— ল'ৰাজনক তাইৰ কিয় ভাল লাগি গ'ল। হয়তো এনেয়ে। মূঠতে টোপনি যোৱাৰ আগলৈকে তাইৰ প্ৰশান্তৰ কথা ভাবি থাকি ভাল লাগিল।

প্ৰশান্তইও সেইদিনা নিশা শোৱাৰ আগেত সদায় কিতাপ এখন হাতত লোৱাৰ অভ্যাস অনুক্ৰমে আধা-পঢ়া বালজাকৰ লা কমেডিয়া হিউমেইন কিতাপখনৰ পৃষ্ঠা মেলি পঢ়িবলৈ আৰম্ভ কৰিছিল। যদিও অলপ পিছতে তেওঁৰ অজানিতেই অৱলীলাক্ৰমে, কিতাপখন বুকুৰ ওপৰত মেলা অৱস্থাতে, মনলৈ ভাঁহি আহিল সেইদিনা দিনটোৰ ঘটনাবোৰ। সৌম্যৰ দেউতাক খুড়া আৰু বীতাক খুড়ী বুলি সম্বোধন কৰিছিল প্ৰশান্তই। অলপ সময়ৰ ভিতৰতে দুয়ো সম্পূৰ্ণ আপোন কৰি লৈছিল তেওঁক। দত্তই নৱেগমে লগা বহুদিনীয়া বন্ধু প্ৰসন্ন সোণোৱালৰ সৈতে তেওঁৰ নিবিড় সম্পৰ্কক লৈ পুৰণি দিনৰ কথা কৈ কৈ যেন শেষ নহয়।

স্পষ্টকৈ প্ৰকাশ কৰিব নোৱাৰিলেও হাতৰ অংগীভংগীৰেই বীতাই প্ৰশান্তক বহুত কথা জনালে। তেওঁৰ ছবিবোৰ, ফটোগ্ৰাফী, টাব-সজ্জা আৰু ফুলনিখন দেখুৱালে। প্ৰকাণ্ড খোৱা টেবুলত চকুত লগাকৈ সজাই-পৰাই, নিজে বাঢ়ি-বাঢ়ি বহুবিধ সুস্বাদু মেনুৰে দুপৰীয়াৰ সাজ জোৰ কৰি কৰি খুৱালে। আবেলিৰ চাহ-জলপানো খুৱালে বঢ়িয়াকৈ। সন্ধিয়া পৰত সুমিতাক লগত লৈ বীতাই প্ৰশান্তক গাড়ীত তুলি হোষ্টেলত নমাই থৈ অহাৰ সময়ত বাৰে বাৰে জনালে, প্ৰশান্ত যেন তেওঁলোকৰ ঘৰলৈ আহি থাকে। সুমিতাই লগতে মনত পেলাই দিলে, তাই বছৰ শেষত কলিকতালৈ উভতি যোৱাৰ আগতে অৰ্থাৎ পিছৰ দেওবাৰেই বনিটত পিকনিক পতাৰ বন্দবস্ত হৈ আছে, কেমিলী পিকনিক।

প্ৰশান্তও পিকনিকলৈ আহিব লাগিব, নিমন্ত্ৰণ থাকিল।

দিনটোৰ ঘটনাবোৰ, কথা-বাৰ্তাবোৰ দুনাই মনলৈ আহিল প্ৰশান্তৰ। তেনেকৈয়ে ক্ৰমান্বয়ে প্ৰশান্তৰ মনত স্থিতি ল'লেহি সুমিতাই। মাক বীতাৰ পিছে পিছে আহি ড্ৰইংৰুমত প্ৰশান্তৰ সমুখত থিয় দি প্ৰশান্তৰ চকুলৈ নিশ্চল হৈ চাইছিল সুমিতাই। এক চমক, এক পৰম বিস্ময় যেন মূৰ্তিমতী হৈ থিয় দিছিল সুমিতা প্ৰশান্তৰ সমুখত। এনে ৰূপৱতী হ'ব পাৰে এজনী ছোৱালী, এনে সুগঢ়ী হ'ব পাৰে এটি শৰীৰৰ গঠন। প্ৰথমে যথেষ্ট সংকোচবোধেৰে সুমিতাৰ সৈতে কথা-বাৰ্তা চলন-ফুৰণ আৰম্ভ হৈছিল যদিও কিছু সময় পিচতে সহজ হৈ পৰিল সুমিতাৰ সান্নিধ্য। প্ৰথম দৃষ্টিৰ বিস্ময় আৰু চমক ক্ৰমে ধূসৰিত হ'বলৈ ধৰিলে। তাইৰ চপলতা, কথা কোৱাৰ ভংগী, এতিয়াও তাইৰ দেহে-মনে লাগি থকা কৈশোৰৰ শেষ ৰংখিনি প্ৰশান্তৰ ভাল লাগিল। গোটেইদিনটো অনবৰতে তাইৰ লগে লগে ঘূৰি, খাই-বৈ কথাপাতি, আড্ডা মাৰি প্ৰশান্তৰ ইমান বেছি ভাল লাগিল, সেই ভাল লগাৰ অভিজ্ঞতা জীৱনত প্ৰথম ঘটিল প্ৰশান্তৰ। প্ৰশান্তক সুমিতাইঁতৰ ঘৰলৈ গৈ থাকিবলৈ কৈছে। তালৈ যাবলৈ, সুমিতাক আকৌ লগ পাবলৈ তাৰ ভাল লাগিব, সি ভাবিলে..........

প্ৰশান্তই বুকুৰ ওপৰত মেলি পেলাই থোৱা বালজাকৰ প্ৰেমৰ গল্পৰ সংকলনটো তুলি লৈ আধা পঢ়ি থোৱা পৃষ্ঠাটোত মন দিবলৈ ধৰিলে। দুটামান বাক্য পঢ়াৰ পিছতে প্ৰশান্তই অনুভৱ কৰিলে, বালজাকৰ গল্পৰ কথাতকৈ সুমিতাৰ সৈতে দিনটো কটোৱা কথাবোৰ ভাবি ভাবিহে যেন বেছি ভাল লাগে। তেওঁ বালজাকক গাৰুৰ কাৰত নমাই থৈ চকু দুটা মুদি শুবলৈ ল'লে, আৰু ভাবিবলৈ ধৰিলে সুমিতাৰ কথা।

তিনি মাহৰ পিছত প্ৰশান্তৰ বি. এ. ফাইনেল পৰীক্ষা সম্পূৰ্ণ হ'ল, তাৰ দুমাহৰ পিছত পৰীক্ষাৰ ফলাফল ওলাল। প্ৰশান্তই ইংৰাজী বিষয়ৰ অনাৰ্চত দ্বিতীয় শ্ৰেণীৰ প্ৰথম স্থান লৈ সুখ্যাতিৰে পাচ কৰিছে। প্ৰথম শ্ৰেণীত কোনো উত্তীৰ্ণ হোৱা নাইছিল। পৰীক্ষাৰ খবৰ ওলোৱাৰ কুৰিদিন পিছতে প্ৰশান্তই কলিকতা বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগত নামভৰ্ত্তি কৰিলেগৈ। দৰাচলতে বিভাগৰ অধ্যাপকসকল প্ৰশান্ত আহি শ্ৰেণীত ভৰ্ত্তি হোৱালৈ আশা কৰি বৈয়ে আছিল। তেওঁলোকে প্ৰশান্তৰ সৈতে কথা-বাৰ্তা পাতি অতি সুখী হ'ল। বিশ্ববিদ্যালয়ৰ হোষ্টেলতে প্ৰশান্ত থকাৰ বন্দৱস্ত হ'ল। এসময়ৰ কলিকতাৰ পুৰণি 'টিনিন্নবৰ' পুত্ৰ বৰ্তমান এডভোকেট জেনেৰেল কিশোৰ কুমাৰ চেটাৰ্জী সৌম্যৰ দত্তৰ প্ৰিয় বন্ধু। দত্তই প্ৰশান্তক তেওঁৰ ঘৰতে থাকি এম. এ. পঢ়াৰ বন্দৱস্ত কৰি দিব

খুজিছিলে। থকা-মেলাৰ বাবে খা-খৰচো দিব নালাগিলহেঁতেন, আৰু ঘৰ এখনত থকাৰ দৰে থাকিব পাৰিলেহেঁতেন। কিন্তু প্ৰশান্তৰ দেউতাকে কথাটো গ্ৰহণযোগ্য বুলি নাভাবিলে, আপত্তি কৰিলে। তাৰ উপৰি বিশেষকৈ আপত্তি কৰিলে সুমিতাই। সুমিতাই আপত্তি কৰাৰ বিশেষ কাৰণ আছিল, বিশেষ স্বাৰ্থ আছিল। সেইটো হৈছে, 'চেটাৰ্জী আংকলৰ' ঘৰত থাকিলে প্ৰশান্তক তেওঁ মুকলিকৈ লগ পোৱাত বাধা থাকিব। প্ৰশান্ত কলিকতাত এম. এ. পঢ়িবলৈ আহিব বুলি জনা মুহূৰ্তৰে পৰা সুমিতাই দিনে-নিশাই সপোন দেখিছে, কল্পনাত বুৰ গৈ আছে, কেনেকৈ হৃদয় উজাৰি প্ৰশান্তক তাই লগ পাব, প্ৰশান্তৰ লগত প্ৰতিদিনে বহি বহি কথা পাতিব, প্ৰশান্তৰ লগত ফুৰিব, ঘূৰিব, কলেজৰ ক্লাছ শেষ হ'লেই সদায় তাই গৈ ইউনিভাৰ্চিটি হোষ্টেলত প্ৰশান্তৰ ওচৰ পাবগৈ, নাইবা প্ৰশান্তক ক'ব, তেওঁ আহি কলেজৰ ক্লাছৰ শেষত তাইক লগ ধৰিবহি। তাৰ পিছত কলিকতাৰ মুকলি আকাশৰ তলত সিহঁত দুয়ো ঘূৰি ফুৰিব ঃ ময়দান, ভিক্টোৰীয়া মেমেৰীয়েল, বোটানিকেল গাৰ্ডেন, ধাকুৰীয়া লে'ক, গংগাৰ পাৰ। তাৰ উপৰি পাৰ্ক ষ্ট্ৰীট, চৌৰংগী. নিউ মাৰ্কেট, ৰংমহলত থিয়েটাৰ, নিউ এম্পায়েৰত চিনেমা, কেথে'ত চাইনীজ... মাত্ৰ তাই আৰু প্ৰশান্ত, প্ৰশান্ত আৰু তাই.....

প্ৰশান্ত বিশ্ববিদ্যালয়ৰ হোষ্টেলত থকাৰে বন্দবস্ত হ'ল যদিও— নামভৰ্তিৰ প্ৰক্ৰিয়া সম্পূৰ্ণ হয় মানে প্ৰথম কেইটামান দিন চেটাৰ্জীৰ ঘৰতে থাকিব লগা হ'ল। প্ৰশান্ত প্ৰথমবাৰলৈ কলিকতালৈ আহিছে। কলিকতা মহানগৰ। সম্পূৰ্ণ এখন জাকজমকীয়া — চকুত চমক লগা নতুন ঠাই। প্ৰশান্তই তাৰ কাকো ক'তো চিনি নাপায়। সুমিতাই অৱশ্যে চিঠিৰে ইতিমধ্যে জনাইছে— "প্ৰশান্ত, তুমি একো চিন্তা কৰিব লগা নাই। মই আছোঁ।" কিন্তু সৌমাৰ দত্তই "বন্ধুপুত্ৰক" সহায় কৰাটো তেওঁৰ এক বিশেষ দায়িত্ব বুলি ভাবি এডভোকেট জেনেৰেল চেটাৰ্জীলৈ দীঘলীয়া চিঠি দিলে যাতে তেওঁ প্ৰশান্তৰ সকলো খবৰ লয়। তেওঁৰ প্ৰস্তাৱ অনুসৰি চেতাৰ্জীৰ ঘৰত থাকি পঢ়াৰ বন্দবস্ত নহ'ল যদিও— প্ৰশান্তৰ স্থানীয় অভিভাৱকৰ দায়িত্ব যেন চেটাৰ্জীয়ে লয়, আৰু প্ৰথম ষ্টেচনৰ পৰা নি তেওঁৰ ঘৰতে ৰাখেগৈ, সেই অনুৰোধ কৰিলে সৌমাৰ দত্তই।

সেই মতেই নিৰ্দিষ্ট দিনত আচাম-বেংগল এক্সপ্ৰেছ যোগে আহি পোৱালৈ বাট চাই শিয়ালদহ ষ্টেচনত পুৰা আঠ বজাত অপেক্ষা কৰিলেগৈ চেটাৰ্জীয়ে নিজে আৰু লগতে তেওঁৰ জ্যেষ্ঠ কন্যা শৰ্বানীয়ে। শৰ্বানীয়ে ষ্টেচনতে প্ৰশান্তক লগ ধৰিবলৈ অহাৰ উৎসাহবোধৰ বিশেষ কাৰণটো হ'ল, এইবাৰ কলিকতা বিশ্ববিদ্যালয়ৰ স্নাতক শ্ৰেণীৰ ইংৰাজী বিষয়ত দ্বিতীয় বিভাগৰ দ্বিতীয়

স্থানটো লাভ কৰিছিল শৰ্বানীয়ে। সেয়ে তেওঁতকৈ ওপৰত প্ৰথম স্থান লাভ কৰা প্ৰশান্তক ষ্টেচনতে গৈ লগ পোৱাৰ প্ৰতি উৎসাহী হ'ল শৰ্বানী।

ৰেল আহি ষ্টেচনত সোমালহি।

ষ্টেচনৰ প্ৰধান গেটত চেটাৰ্জীৰ ড্ৰাইভাৰে কাগজত প্ৰশান্ত সোণোৱাল লিখা কাগজ এখন হাতত লৈ থিয় হৈ আছিল। কাষতে অপেক্ষা কৰি ৰ'ল চেটাৰ্জী আৰু শৰ্বানী। যথাসময়ত প্ৰশান্ত আহি তেওঁৰ নাম লিখা কাগজখন দেখি সেইপিনে হাঁহি আগুৱাই আহিল। প্ৰশান্তই দেখিলে কাগজখন ধৰি থকা মানুহটোৰ কাষতে এজন থূলন্তৰ চেহেৰাৰ মানুহ আৰু এজনী শাৰী পিন্ধা বেণী গোঁঠা মিঠা বৰণীয়া ছোৱালী। প্ৰশান্তই বুজি পালে সেইজনেই এডভোকেট জেনেৰেল কিশোৰ কুমাৰ চেটাৰ্জী আৰু লগত সেইগৰাকী নিশ্চয় চেটাৰ্জীৰ কন্যা শৰ্বানী, যিটো নাম তেওঁ ইতিমধ্যেই সৌমাৰ দত্তৰ মুখত শুনি থৈছিল। তেওঁলোকো তেওঁলোকৰ পিনে হাঁহি আগুৱাহি অহা সুপুৰুষ প্ৰশান্তৰ পিনে চাই হাঁহি হাঁহি আগুৱাই গ'ল।

এনেতে, উধাতু খাই প্ৰায় দৌৰি আহি প্ৰশান্তৰ সমুখত ৰ'লহি সুমিতা। তাই অজাচিতেই সাবট মাৰি ধৰিলে প্ৰশান্তক। প্ৰশান্ত কিছু বিব্ৰত হ'ল। তেওঁ চেটাৰ্জীহঁতৰ পিনে চাই লাহেকৈ সুমিতাৰ হাত দুখন গাৰ পৰা এৰুৱাই দিলে। সুমিতাই পিছলৈ ঘূৰি চালে। দেখিলে চেটাৰ্জী আৰু শৰ্বানী।

"অ' আংকল্ আহিছে।" সুমিতাই এটা সেমেকা হাঁহি মাৰি ক'লে, সুমিতাই শৰ্বানীলৈ চালে। ভাবিলে, এওঁ আহিব লগা হ'ল কিয়।

হুন্ড অল, কিতাপেৰে ঠাহ-খাই থকা ক'লা ডাঙৰ এটা ট্ৰাঙ্ক, চুটকেচ্, বেগ সমেত প্ৰশান্তক লৈ চেটাৰ্জী, শৰ্বানী আৰু লগতে সুমিতাও আহি টালিগঞ্জৰ গল্ফ ক্লাব ৰোডৰ এটা প্ৰকাণ্ড পকী দালান, চেটাৰ্জী-আলয়ত উঠিলহি। চেটাৰ্জীৰ চিক্‌চিকীয়া ক'লা ৰঙৰ প্ৰকাণ্ড এমেৰিকান চেভ্ৰলেট গাড়ী। এনে এখন ডাঙৰ আৰামী বিলাসী বিদেশী মটৰ কাৰত উঠাৰ অভিজ্ঞতা প্ৰথম হ'ল প্ৰশান্তৰ। উৰ্দী পিন্ধা ড্ৰাইভাৰ আৰু চৌহদৰ বাগিচা চাফা কৰি থকা মালী আহি প্ৰশান্তৰ ট্ৰাঙ্ক, চুটকেচ গাড়ীৰ ডিকিৰ পৰা নমাই ভিতৰলৈ নিলে।

চেটাৰ্জী চাহাব ঘৰত সোমায়েই লগে লগে প্ৰশান্তৰ পৰা বিদায় লৈ চেম্বাৰত সোমাল, বহুতো জৰুৰী ফাইল চাবলৈ আছে, দহ বজাত অফিচ। চেটাৰ্জী আৰু জীয়েক শৰ্বানীৰ উপৰি পৰিয়ালত আৰু তিনিজন মানুহ : শৰ্বানীৰ এজন ককায়েক — শৰ্দেন্দু। ইংলেণ্ডত বেৰিষ্টাৰী পঢ়ি, তাতেই এখন ল ফাৰ্মত উচ্চপদবীৰ চাকৰি কৰি আছে। ভায়েক শুভেন্দুয়ে এইবাৰ

মেট্রিক পৰীক্ষা দিব। আৰু মাক। প্রশান্তই কল্পনা কৰি থৈছিল, বহল ৰঙা পাৰীৰ শাৰীৰ আঁচলৰ আগত একোচা চাবি বান্ধি, হাতত পাণ-চুণৰ কাপৰ টেমা এটা লৈ এগৰাকী হৃষ্টপুষ্ট, শৰীৰত প্ৰয়োজনাধিক মেদ বহন কৰা ভব্যগব্য বাঙালী গিন্নিৰ ৰূপত, শৰ্বানীৰ মাক ওলাই আহিব, যেনে এগৰাকী বঙালী মহিলাৰ বৰ্ণনা তেওঁ ইতিমধ্যে পঢ়ি থৈছে শৰৎচন্দ্ৰ উপন্যাসবোৰত। কিন্তু প্রশান্তই তেনে ৰূপত দেখা নাপালে শৰ্বানীৰ মাকক। তাৰ বিপৰীতে দেখা পালে চৌখীন অথচ মাৰ্জিত ৰুচিৰ আধুনিকতাৰ চাপ। কথা কওঁতে স্বাভাৱিকভাৱে দুই-এটা ইংৰাজী শব্দ বা বাক্য কনভেণ্টত শিকা উচ্চাৰণেৰে ওলাই আহে। প্ৰশান্তই পাছত জানিব পাৰিছিল শৰ্বানীৰ মাক শান্তিছায়া চেটাৰ্জী এলাহাবাদৰ উচ্চ ন্যায়ালৰ তেতিয়াৰ দিনৰ এগৰাকী ন্যায়াধীশৰ কন্যা, এলাহাবদ বিশ্ববিদ্যালয়ৰ ইংৰাজী বিষয়ৰ এম. এ., আৰু বিয়াৰ পাছত কলিকতাৰ স্বামীগৃহলৈ আহি স্থানীয় বঙ্গবাসী কলেজৰ ইংৰাজী বিষয়ৰ অধ্যাপিকা হোৱাৰ সুযোগ প্ৰায় আৰু তেতিয়াৰে পৰা সেই কলেজত চাকৰি কৰি আছে। প্রশান্তৰ দেউতাক প্ৰসন্ন সোণোৱালো এলাহাবাদ বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ ছাত্ৰ আছিল বুলি ইতিমধ্যেই জানিছিল শান্তিছায়াই। গতিকে প্রশান্তৰ প্রতি তেওঁৰ প্রথমতেই এক স্বাভাৱিক আত্মীয়তাৰ ভাব গঢ়ি উঠিছিল।

দুমহলীয়া প্ৰকাণ্ড পকী দালানটোৰ ওপৰ মহলাৰ এটা ডাঙৰ কোঠাত প্রশান্তক থাকিবলৈ দিয়া হ'ল। ঘৰটোৰ প্ৰত্যেক অংশই বিৰাট বিৰাট। দালানৰ খুঁটাবোৰ একোটা একোটা স্তম্ভ আকাৰৰ। বাৰান্দাবোৰ, কোঠাবোৰ, দুৱাৰ-খিৰিকী, অলীন্দ সকলোবোৰৰে আকাৰ বিৰাট। চকী-মেজ, আলমাৰি-পালেং মেহগনি কাঠৰ, প্ৰকাণ্ড প্ৰকাণ্ড।

শৰ্বানীৰ আজো ককাক কৰুণাময় চেটাৰ্জী কলিকতা উচ্চ ন্যায়ালৰ মুখ্য ন্যায়াধীশৰ পেস্কাৰ আছিল। তেতিয়া মুখ্য ন্যায়াধীশসকল সদায় আছিল ইংৰাজ। শৰ্বানীৰ ককাক কৈলাশ কুমাৰক বি. এ. পাছ কৰাৰ পিছত সেই সময়ৰ ইংৰাজ মুখ্য ন্যায়াধীশজনৰ পৰামৰ্শ আৰু সহায়ক্ৰমে লণ্ডনত বেৰিষ্টাৰী পঢ়িবলৈ পঠোৱা হ'ল। লণ্ডনৰ পৰা আহি কৈলাশ কুমাৰ চেটাৰ্জীয়ে কলিকতাৰ হাইকোৰ্টত ওকালতি আৰম্ভ কৰিলে আৰু অলপ দিনৰ ভিতৰতে ওকালতিত বিখ্যাত হৈ পৰিল। সেই সময়তে সৌমাৰ দত্তই কলিকতাত আহি কৈলাশ কুমাৰ চেটাৰ্জীৰ জুনিয়ৰ হৈ ওকালতি আৰম্ভ কৰিছিল। একে সময়তে দেউতাকৰ জুনিয়ৰ হৈ ওকালতি আৰম্ভ কৰিছিল কিশোৰ কুমাৰ চেটাৰ্জী। পিছত এতিয়া কিশোৰ কুমাৰ চেটাৰ্জী এডভোকেট জেনেৰেল আৰু সেই পুৰণি বন্ধুত্বৰ আপাহতে সৌমাৰ দত্তৰ

আন এজন প্ৰিয় বন্ধু প্ৰসন্ন সোণোৱালৰ ল'ৰা প্ৰশান্তক চেটাৰ্জীৰ ঘৰত থাকি কলিকতাত প্ৰথম থিতাপি লোৱৰ ব্যৱস্থা কৰি দিলে সৌমাৰ দত্তই।

এই প্ৰকাণ্ড দুমহলীয়া দালানটো নিৰ্মাণ কৰাইছিল শৰ্বানীৰ ককাক বেৰিষ্টাৰ কৈলাশ কুমাৰ চেটাৰ্জীয়ে। দালানটোৰ নাম দিছিল "চেটাৰ্জী আলয়।"

চেটাৰ্জী পৰিয়ালৰ এনে ধৰণৰ কিছু প্ৰাথমিক কথা তথ্য প্ৰশান্তই জানিবলৈ পাইছিল দুপৰীয়া ভাত খোৱাৰ পিছত প্ৰশান্তৰ কোঠাত সুমিতা আৰু শৰ্বানীৰ সৈতে যি আড্ডা বহিছিল সেই সময়ত। শৰ্বানীৰ দেউতাক হাইকৰ্ট, মাক কলেজলৈ আৰু ভায়েক স্কুললৈ ওলাই যোৱাৰ পিছত প্ৰশান্তক লৈ সুমিতা আৰু শৰ্বানী ব্যস্ত হৈ পৰিল ঃ সুমিতাই অহৰহ কথা পতাত, আৰু শৰ্বানীয়ে প্ৰশান্তৰ সোধ-পোছ কৰাত, খোৱা-বোৱা, থকা-মেলাৰ তদাৰক কৰাত।

সুমিতাই সেইদিনা কলেজলৈ যোৱা বাদ দি আহিছে। চুপাকৰ অনুমতি লৈ আহিছে। তাই এতিয়া তৃতীয় বাৰ্ষিকৰ ছাত্ৰী, এমাহৰ আগতে আই. এ. পৰীক্ষাৰ খবৰ ওলাইছে। তাই প্ৰথম বিভাগতে পাছ কৰিছে। বুৰঞ্জীত অনাৰ্চ লৈ ইতিমধ্যে বেথুন কলেজতে নামভৰ্তি কৰিছে। কলিকতাত পঢ়িবলৈ অহাৰে পৰা শৰ্বানীহঁতৰ ঘৰখন সুমিতাৰ ভাতঘৰ। শৰ্বানীৰ মাক সুমিতাৰ লোকেল গাৰ্জেন। শৰ্বানীৰ সৈতে সুমিতাৰ যথেষ্ট আত্মীয়তা। শৰ্বানী বয়সত ডাঙৰ যদিও দুয়োৰে মাজত বন্ধুত্বৰ ব্যৱহাৰ। সুমিতা কিছু চঞ্চল, শৰ্বানী গহীন, ধীৰ-স্থিৰ। সেয়ে শৰ্বানীয়ে প্ৰায়েই সুমিতাক শাসনো কৰিবলগীয়া হয়। সুমিতাইও শাসন গ্ৰহণ কৰে। এইবাৰ খ্ৰিষ্টমাচৰ বন্ধত গুৱাহাটীলৈ গৈ ঘূৰি অহাৰ পিচত সুমিতাৰ মুখত প্ৰায় সঘনাই প্ৰশান্তৰ বিষয়ে প্ৰশংসাসূচক মন্তব্য শুনিছিল শৰ্বানীয়ে। সুমিতা আৰু প্ৰশান্তৰ মাজত নিয়মীয়াকৈ চিঠিৰ আদান-প্ৰদান হোৱাৰ কথাও সুমিতাই শৰ্বানীক কৈছিল।

সুমিতাই প্ৰশান্তলৈ ভালেকেইখন চিঠি দিছে ইতিমধ্যে। উত্তৰো পাইছে প্ৰশান্তৰ পৰা। তাই অসমীয়াত ভালকৈ লিখিব নোৱাৰে, প্ৰাথমিক স্কুললৈকেহে অসমীয়া পঢ়িছিল। কিছু অভ্যাস কৰি সহজ অসমীয়া পঢ়িব পাৰে। সেয়ে তাই প্ৰশান্তলৈ চিঠি ইংলিছত লিখে, আৰু প্ৰশান্তই অসমীয়াত লিখে। কিন্তু প্ৰশান্তৰ চিঠিৰ কথাবোৰ অতি গহীন ভাবৰ। সেইবোৰ তাৰ প্ৰকাশৰ ভাষাও জটিল। প্ৰশান্তৰ অসমীয়া তাই ভালকৈ বুজিব নোৱাৰে বুলি অনুৰোধত প্ৰশান্তই তাইলৈ ইংৰাজী অসমীয়া মিহলাই লিখিবলৈ ল'লে। কেজিয়াবা গোটেইখন চিঠিয়েই ইংৰাজীতে লিখিছিল। প্ৰশান্তই ইংৰাজীও ইমান সুন্দৰ লিখিব পাৰে, সুমিতাই তবধ মানিছিল। তেওঁ ব্যক্তিগত কথা কমেই লিখে। ইংৰাজী সাহিত্যৰ কথা,

নতুনকৈ পঢ়ি শেষ কৰা কিতাপৰ কথা, সামাজিক ঘটনাবোৰত তেওঁৰ দৃষ্টিভংগীৰ কথা— তেওঁৰ গাঁৱৰ নানান সুন্দৰ সুন্দৰ বৰ্ণনা— ইত্যাদি ইত্যাদি। তাৰ মাজতে এটা বা দুটা বাক্য লিখে, তাই পঢ়া-শুনা ভালকৈ কৰিছেনে নাই, তেওঁৰ মৰম পাবলৈ হ'লে পৰীক্ষাত ভাল কৰিব লাগিব, নাইবা— তেওঁৰ সুমিতালৈ মনত পৰি থাকে, তাইৰ চিঠিলৈ বাট চাই থাকে, তাইৰ আখৰবোৰ ইমান ভাল, তাইৰ দুই-এষাৰ প্ৰশংসাৰ কথা। সুমিতাই প্ৰশান্তৰ চিঠিৰ গহীন কথাবোৰ ওপৰে ওপৰে চকু ফুৰাই থৈ ব্যক্তিগত, তাইৰ মনক স্পৰ্শ কৰা যিকেটা কথা থাকে— তাকে ঘূৰাই ঘূৰাই পঢ়ে আৰু মনৰ সুখত অধীৰ হৈ পৰে।

সুমিতাৰ চিঠিবোৰত বৰ বেছি গহীন কথা নাথাকে। প্ৰথমে কলেজৰ কথা, হোষ্টেলৰ কথা, লগৰ বান্ধৱীহঁতৰ কথা, চিনেমাৰ কথা, দুই-এখন কিতাপৰ কথা আৰু পিছলৈ কিছু আবেগৰঞ্জিত ভাষাৰে, কিছু ৰহস্যঘনভাৱে মনৰ গোপন বাৰ্তাৰ ইংগিত ক্ৰমে যেন অধিক স্পষ্ট, উজ্জ্বলতৰ হৈ উঠিবলৈ ধৰিছিল। শেষ কথাষাৰ কৈ দিয়াৰ আগলৈকে যিমানখিনি নিজক বুজাব পাৰি সেইখিনি সুমিতাৰ চিঠিৰ কথাত, ভাষাত দ্ব্যৰ্থহীনভাৱে প্ৰকাশ পাইছিল।

প্ৰশান্তই কিন্তু নিৰ্বোধৰ দৰে, বুৰ্বক এটাৰ দৰে অভিনয় কৰিছিল। সুমিতাৰ চিঠিৰ বৰ্ণিত তাইৰ মনৰ ইংগিতবোৰত, between the lines কথাখিনিত, ইচ্ছাকৃতভাৱে গুৰুত্ব নিদিয়াকৈ আছিল।

প্ৰশান্তৰ উপস্থিতিয়ে সুমিতাৰ মনত হঠাৎ কিদৰে এক তীব্ৰ শিহঁৰণ আৰু আবেগ সঞ্চাৰিত কৰিছে— শৰ্বানীয়ে তাৰ আভাস পাবলৈ বেছিপৰ নালাগিল। প্ৰশান্তক যেন সুমিতাই এক মুহূৰ্তৰ বাবেও চকুৰ আঁৰ হ'বলৈ নিদিব! অবিৰত কথাৰ স্ফুৰণ, হাঁহিৰ মূৰ্ছনা।

প্ৰশান্তক কাষত পাই সুমিতা আনন্দত অধীৰ। প্ৰশান্তৰ প্ৰতি সুমিতাৰ গভীৰ আবেগিক আকৰ্ষণৰ ইংগিত সুমিতাই ইতিমধ্যেই শৰ্বানীক দি থৈছিল। এতিয়া প্ৰশান্তৰ উপস্থিতিত সুমিতাৰ তীব্ৰ চঞ্চলতা আৰু মনৰ অধীৰ আনন্দ দেখি শৰ্বানীৰ বুজিবলৈ বাকী নাথাকিল সুমিতাই প্ৰশান্তক গভীৰভাৱে ভাল পায়। আৰু হয়তো প্ৰশান্তইও সেই ভালপোৱাৰ সঁহাৰি দিছে। তিনিওৰে কথা-বাৰ্তাৰ মাজত দুই-এষাৰ প্ৰশান্ত আৰু শৰ্বানী কিবা গহীন বিষয়ৰ আলোচনালৈ ধাবিত হওঁতে সুমিতাৰ উপস্থিতিৰ গুৰুত্ব হ্ৰাস পোৱা যেন হ'লেই সুমিতাই সেই আলোচনাৰ গতি ব্যাহত কৰি নিজৰ কথালৈ প্ৰশান্তৰ মনোযোগ টানি আনে। শৰ্বানীয়ে কথাটো লক্ষ্য কৰি মনতে আনন্দ পালে আৰু পিচলৈ সংযেনেৰে আচৰণ কৰিবলৈ ল'লে। এসময়ত শৰ্বানীয়ে থিৰ হৈ বঙালীতে ক'লে, "আমি

কিশ্বেনে যাই, দেখি মা দুপবেৰ খাবাৰ কি ব্যৱস্থা কৰে গেছে, বাবুৰ্চীকে বলি খাবাৰ দেবাৰ। সুমি, তোমাৰ মানুষটিকে তোমাৰ কাসে ৰেখে গেলাম...."

শৰ্বানী কোঠাৰ পৰা ওলাই বাৰান্দাত ভৰি দিওঁতেই সুমিতা বেগাই আহি শৰ্বানীৰ সমুখত থিয় হৈ তেওঁৰ বাহুদুটাত দুই হাতেৰে ধৰি ক'লে "Absolutely-- শৰ্বানী। Prasanta is my man, My Prince charming! Are you jealous?"

"Of course, I am! why me alone, তুমি দেখো Universityৰ অনেক মেয়ে ওকে প্ৰেম দিতে পাগল হৈয়ে উঠবে। তাই তোমাকে সাবধান কৰে দিচ্ছি, তুমি প্ৰশান্তকে এমন ভালবাসা দিতে হ'বে, তাকে যেন তোমাৰ কাস থেকে কেউ ছিনিয়ে নিতে নাপাৰে। আমাকেও সাবধান। বুঝলে?" সেই বুলি শৰ্বানীয়ে হাঁহি হাঁহি সুমিতাক বুকুৰ পিনে টানি আনি সাবটি ধৰমকৈ এটা চুমা খালে আৰু সাবটি ধৰাৰ পৰা আঁতৰাই সুমিতাৰ মুখলৈ চাই হাঁহি এটা মাৰি ক'লে, "এখন যাও বেবী, প্ৰশান্ত একা বসে আছে। গুড লাক্।"

শৰ্বানীয়ে আগলৈ খোজটো দিওঁতেই সুমিতাই পিছপিনৰ পৰা শৰ্বানীৰ পিঠিত লাহেকৈ ভুকু এটা মাৰি হাঁহি হাঁহি ক'লে, "থেঙ্ক ইউ।"

বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ ছাত্ৰ-ছাত্ৰীখিনিৰ উপৰিও অন্য বিভাগৰ ভালেমান ছাত্ৰ-ছাত্ৰী আৰু বিশেষকৈ হোষ্টেলৰ ছাত্ৰখিনিৰ সৈতে সোনকালেই পৰিচয় হ'ল, আৰু বহুতৰে সৈতে বন্ধুত্ব গঢ়ি উঠিল প্ৰশান্তৰ। প্ৰশান্তই অতি সোনকালেই বাংলা ভাষাটো ক'বলৈ শিকি পেলালে। শিকাটো সহজ হ'ল মূলতে শৰ্বানীৰ সহায়ত, বিশেষকৈ উচ্চাৰণ শিকাত? লিখিত ভাষাটো প্ৰশান্তৰ ইতিমধ্যে ভালদৰে আয়ত্ত কৰা আছিল। স্কুলৰ পঢ়ি থাকোঁতেই ক্লাছ এইট্-নাইনটতে বাংলা উপন্যাস পঢ়াৰ অভ্যাস হৈছিল। কাৰণ দেউতাকে মাকৰ কাৰণে জিলা সদৰৰ পৰা ৰবি ঠাকুৰ, শৰৎ চট্টোপাদ্যায়, বঙ্কিম চট্টোপাধায়, বিভূতিভূষণ বন্দোপাধ্যায়ৰ উপন্যাস কিনি আনি দিছিল। তেতিয়াই প্ৰশান্তই সেইবিলাকৰ দুই-এখন পঢ়িছিল। দেউতাকে শিশুৰ সাথী নামে শিশু আলোচনী এখন নিয়মীয়াকৈ তেওঁক পঢ়িবলৈ দিছিল। তাৰ পিছত কলেজত আহি ইংৰাজী ভাষাৰ কিতাপৰ লগতে বাংলা ভাষাৰো বিখ্যাত কিতাপবোৰ পঢ়িছিল, তেওঁৰ সৈতে বন্ধুত্ব গঢ়ি উঠা দুজনমান বঙালী ছাত্ৰ-বন্ধুৰ সহযোগত। তাৰ উপৰি প্ৰশান্তৰ কিতাপ কিনাৰো এটা নিয়মীয়া অভ্যাস আছিল। বিখ্যাত ইংৰাজী কিতাপৰ লগতে দুই-এখন গুৰুত্বপূৰ্ণ বাংলা কিতাপো কিনিছিল তেওঁ। শ্বেইক্সপীয়েৰৰ নাটক, শ্বেলী কীট্‌চ বায়ৰণ ব্ৰাউন আদিৰ কবিতাৰ লগতে ৰবি ঠাকুৰৰ গীতাঞ্জলি আৰু সঞ্চয়িতাৰ পৰা নিৰ্বাচিত

কবিতা মুখস্থ কৰিছিল। গতিকে শৰ্বানীৰ সহায়ত উচ্চাৰণৰ পাৰঙ্গতাখিনি সহজেই আয়ত্ত কৰিলে প্ৰশান্তই। ছাত্ৰ সমাজখনৰ আগশাৰীলৈ প্ৰশান্তক আগবঢ়াই দিয়াত শৰ্বানীয়ে নিজে নজনাকৈয়ে এক কৰ্তব্যবোধ অনুভৱ কৰিছিল। আনকি বিশ্ববিদ্যালয়ৰ ছাত্ৰ সভাৰ সাহিত্য শাখাৰ প্ৰশান্ত সম্পাদক নিৰ্বাচিত হ'ল বিনা প্ৰতিদ্বন্দ্বিতাৰে।

শৰ্বানীয়ে অতি উৎসাহেৰে প্ৰশান্তক সেই নিৰ্বাচনত সহায় কৰিছিল। প্ৰতিদ্বন্দ্বিতা নহ'বৰ বাবে কৌশল ৰচনা কৰিছিল তেৱেঁই। প্ৰশান্তই নিজে সম্পাদক হোৱাৰ কথা কল্পনাই কৰা নাছিল, আৰু ইচ্ছাও কৰা নাছিল। কিন্তু শৰ্বানীৰ উদগনি আৰু অত্যুৎসাহতে প্ৰশান্তই সিদ্ধান্ত ল'ব লগা হ'ল।

দুয়ো ইংৰাজী বিষয় লৈছিল যদিও নামভৰ্তিৰ সময়ত শেষ মুহূৰ্তত স্পেচিয়েল পেপাৰ হিচাপে শৰ্বানীয়ে ইংৰাজী ভাষাতত্ত্ব আৰু প্ৰশান্তই ইংৰাজী সাহিত্য বাছি লৈছিল।

প্ৰায়েই তিনি বজাৰ পিছত প্ৰশান্ত আৰু শৰ্বানীৰ ক্লাছ শেষ হয়। তাৰ পিছত দুয়ো কফি হাউচত আহি ৰহেহি। তেওঁলোক তাত বহি কফি চাহ খাই থাকোঁতেই সুমিতাই ক্লাছ শেষ কৰি আহি তেওঁলোকক লগ ধৰেহি। অলপ সময় তিনিও বহি আড্ডা দিয়াৰ পিছত শৰ্বানী ঘৰলৈ যাবলৈ উঠে। প্ৰশান্ত আৰু সুমিতা একেলগে ওলাই যায়। দুয়ো ফুৰে, বজাৰ কৰে, কিতাপ-আলোচনী কিনে, চিনেমা-থিয়েটাৰ চাই, ৰেষ্টোৰাত খায় আৰু শেষত প্ৰশান্তই সুমিতাক হোষ্টেলত থৈ সন্ধিয়া ছয়-সাত বজাত হোষ্টেললৈ উভতে, নাইবা প্ৰায়েই ওভতাৰ পথত লাইব্ৰেৰীত বহে। সপ্তাহৰ দেওবাৰ নাইবা অন্য বন্ধৰ দিন বাদ দি প্ৰশান্তৰ এইখিনিয়েই সাধাৰণভাৱে নিয়ম। বন্ধৰ দিনত প্ৰশান্ত শৰ্বানীহঁতৰ ঘৰলৈ যোৱা, দুপৰীয়া তাতে খোৱা-বোৱা কৰাৰ বাবে শৰ্বানীৰ মাক-দেউতাকে নিয়ম কৰিছিল। শৰ্বানীয়েও বন্ধৰ দিনত প্ৰশান্তৰ সান্নিধ্যখিনি পাবলৈ অজানিতেই এক বিশেষ শিহঁৰণেৰে অপেক্ষা কৰিছিল। একে নিয়ম সুমিতাৰ বাবেও ৰখা হৈছিল।

বেথুনত নাম লগোৱাৰ পিছৰ প্ৰথম কেমাহমান সুমিতাই নিয়মীয়াকৈ বন্ধৰ দিনত "চেটাৰ্জী আঙ্কলৰ" ঘৰলৈ অহাটো কৰিছিল। কিন্তু ক্ৰমে পিছলৈ অন্তৰংগ বান্ধৱীৰ সৈতে হোষ্টেলৰ বাহিৰত বন্ধৰ দিন কটোৱাৰ প্ৰতি অধিক আগ্ৰহী হ'ল। শৰ্বানীহঁতৰ ঘৰলৈ অহাটো কমিছিল তাইৰ। কিন্তু প্ৰশান্ত কলিকতালৈ অহাৰে পৰা প্ৰশান্তক লগ পোৱাৰ সুযোগ ল'বলৈকে সুমিতাই দেওবাৰে শৰ্বানীহঁতৰ ঘৰলৈ আকৌ অহা-যোৱা কৰিবলৈ ল'লে।

কিন্তু সুমিতাই অনুভৱ কৰিলে শৰ্বানীৰ উপস্থিতিত প্ৰশান্তৰ সান্নিধ্য তাইৰ কাৰণে সম্পূৰ্ণ হৈ নুঠে। প্ৰশান্তৰ সৈতে তায়েই বেছিখিনি সময় কটায়, তায়েই বেছি কথা পাতে। কিন্তু কম সময়, আৰু কম কথাৰেই শৰ্বানীয়ে প্ৰশান্তৰ সমগ্ৰ চিত্ত যেন অধিকাৰ কৰি পেলায়। ইমান গভীৰ, চিন্তাসিদ্ধ কথাত দুয়ো সম্পূৰ্ণ অবহিত হৈ পৰে, কেতিয়াবা কিবা তাত্বিক নাইবা বৌদ্ধিক বিতৰ্কত ভাগ লৈ শৰ্বানীয়ে এনেদৰে নিজ যুক্তি আৰু ব্যাখ্যা দাঙি ধৰে, এনে সুন্দৰকৈ ইংৰাজী আৰু বাংলাৰ সংমিশ্ৰণত কথাবোৰ কৈ যায়, সেই সময়ত সুমিতাই অনুভৱ কৰে শৰ্বানীৰ বুদ্ধি আৰু চিন্তাৰ গভীৰতাত প্ৰশান্ত যেন সম্পূৰ্ণৰূপে ডুবি গৈছে, নদীৰ পাৰত থিয় হৈ থকাৰ পৰা তাই যেন অনুভৱ কৰিছে প্ৰশান্ত নদীৰ অটল তলিলৈ গৈ আছে, আৰু ক্ৰমে নদীৰ বুকুত বিলীন হৈ পৰিছে। নদীখন শৰ্বানী। আৰু তাইৰ পাৰত থিয় হৈ এজনী মাত্ৰ দূৰৰ দৰ্শক। তাইৰ বৌদ্ধিক দৈন্যক লৈ তাই অস্থিৰ হৈ উঠে। সুমিতাই যেন হঠাৎ নদীত জাঁপ মাৰি দি পানীৰ খলকনি তুলি প্ৰশান্তক গভীৰ তলিৰ পৰা নদীৰ পাৰত তাইৰ কাষলৈ তুলি আনে। শৰ্বানী আৰু প্ৰশান্তৰ আত্মমগ্নতাৰ মাজতে কিবা এটা কথাৰে সুমিতাই প্ৰশান্তৰ মনযোগ তাইৰ পিনে ঘূৰাই আনে। শৰ্বানীয়ে বুজি পায়। তেওঁ লাহেকৈ আঁতৰি যায়, নাইবা নীৰৱ হৈ পৰে। এনে পৰিস্থিতিৰ পৰা আঁতৰি থাকিবলৈকে সুমিতাই পিছলৈ দেওবাৰবিলাকত কিবা নহয় কিবা এটা কামত প্ৰশান্তৰ সহায় বিচাৰি নাইবা ক'ৰবালৈ "আউটিঙৰ" আছিলা কৰি প্ৰশান্তক শৰ্বানীহঁতৰ ঘৰলৈ যোৱাৰ পৰা বিৰত কৰিবলৈ ধৰিলে, আৰু দিনটো প্ৰশান্তৰ সৈতে নিবিড় আৰু একান্ত সান্নিধ্যৰে কটোৱাৰ ব্যৱস্থা কৰি ল'লে।

এদিন এটা সোমবাৰত শেষৰ ক্লাছটো কেনচেল হোৱাত প্ৰশান্ত আৰু শৰ্বানী সোনকালে আহি কফি হাউচত বহিলহি। কফিৰ কাপ সমুখত লৈ শৰ্বানীয়ে প্ৰশান্তক সুধিলে, "কাল দুপুৰে আমাদেৰ বাৰীতে তোমাৰ আসাৰ কথা ছিল। এলেনা যে?"

"As usual; সুমিতাৰ নিউ মাৰ্কেটত কাম ওলালা, চপিং আছিল। তাৰ পিছত আবেলি, গল্‌ফ ক্লাব ব'দৰে তেওঁৰ এগৰাকী বন্ধুৰ তালৈ লগত যাব লগা হ'ল....'

"ঠিক আছে, এত explanation দৰকাৰ নেই। কেৱল মা-বাবা একটু আশা কৰে। মাৰ আগ্ৰহটা একটু বেছি। স্পেচাল ৰান্নাৰ ব্যৱস্থা কৰে তুমি আসবে ব'লে। বিকেল যখন মা বলে, "ছেলেটা আজও এল না"— তখন ওৰ কণ্ঠটা যেন একটু emotion য়ে ভাপসা হৈয়ে উঠে। আমাৰ নিজেৰ অৱশ্যি কোনো

আসে যায়না, তুমি এলে কি না এলে।"

"Thank you for your sarcasm আচলতে শৰ্বানী, দেওবাৰে তোমালোকৰ তালৈ যাবলৈ মোৰ খুবেই ইচ্ছা তাকে। মই সুমিতকা কওঁ। কিন্তু তেওঁ এনেকুৱা scene কৰি পেলায়– I have to give in"

"What a pity! ঠিক আছে, আমি মাকে ব'লব, she should not expect you any more on sundays. I will explain to her your helplessness."

"নাই নাই, সেইবিলাক নক'বা। মই যাম, মই যাম। মোৰো তেখেতক লগ পাবলৈ মন যায়। I am very eanger to meet her." প্ৰশান্তই সামান্য উত্তেজিত হৈ ক'লে।"

"তাই নাকি?" শৰ্বানীয়ে মৃদু হাঁহিৰে সুধিলে। প্ৰশান্তই গহীনভাবে আকৌ ক'লে, "মোৰ মা গাঁৱৰ মহিলা। কিন্তু যথেষ্ট enlightened. গাঁৱত থাকে যদিও she reads a lot. Private student হিচাপে ঘৰতে পঢ়ি B.A. Pass কৰিছে। মালৈ মোৰ মনত পৰি থাকে। সেইবাবেই হয়তো মাসীমাক লগ পাবলৈ মোৰ আগ্ৰহ যথেষ্ট।" (প্ৰশান্তই শৰ্বানীৰ মাকক মাসীমা বুলি মাতে।)

"ঠিক আছে, যখন পাববে আসবে। May be not for my sake, atleast for মা। she is your local guardian মনে ৰেখো। আমি এখন উঠি।"

"কিয়? আজি ইমান সোনকালে কিয়?"

"কয়েকদিন লাইব্ৰেৰীত যাওৱা হয়নি। লাইব্ৰেৰীতে যাই। এমনিও আমি ভাবছি, ক্লাছ শেষ হবাৰ পৰে তোমাৰ সঙ্গে আড্ডা না দিয়ে অল্প-চল্প পড়া-শুনা কৰব লাইব্ৰেৰীত গিয়ে। এই আড্ডাৰ অভ্যেসটা ছাড়তে হ'বে।"

"তুমি মাত্ৰ আড্ডাৰ কাৰণেই ইয়ত মোৰ ওচৰত বহাহিনেকি?" কণ্ঠস্বৰ সামান্য উচ্চ কৰি প্ৰশান্তই সুধিলে।

"আৰ কিসেৰ জন্য?" ইচ্ছাকৃতভাবে আবেগশূন্যভাবে শৰ্বানীয়ে উত্তৰ দিলে প্ৰশ্ন এটাৰে।

"নাই নাই, মই অন্য একো ভবা নাই!' প্ৰশান্তৰ কথাবাৰত বিব্ৰতবোধ।

"কফি হাউসে লোকতো আড্ডাৰ জনেই বসতে আসে।"

"হাঁ হা, ঠিকেই;"

"আসি প্ৰশান্ত।" শৰ্বানী থিয় হৈ কিতাপৰ বেগখন কান্ধত ওলোমাই ল'লে। হঠাৎ প্ৰশান্তও থিয় হ'ল।

"মৰো লাইব্ৰেৰীলৈ যাওঁ। ব'লা।"

"তুমি কেন যাবে এখন, কফি হাউচ ছেড়ে? সুমিতা আসবে যে কিছুক্ষণ পড়েই।"

"আহিলে আহিব। মোৰ লাইব্ৰেৰীত কাম আছে।"

"তুমি যাবেনা প্ৰশান্ত। ব'স।" শৰ্বানীয়ে প্ৰশান্তৰ কান্ধত হেঁচা দি বহুৱাই দিলে। "তোমাৰ কফিও শেষ হয়নি, পুড়ো কাপেই আছে। কফিটা শেষ কৰ আস্তে আস্তে চুমু দিয়ে। সুমিতা এসে পৰলেই, আড্ডা জমিয়ে উঠবে, সেতো বেছ আড্ডাবাজ। তোমাৰ লাইব্ৰেৰীতে যাবাৰ প্ৰয়োজন থাকবে না আজ। এখন চুপটি কৰে বস, আৰু কফি খেয়ো।" শৰ্বানীয়ে প্ৰশান্তৰ মুৰৰ চুলিবোৰ জোকাৰি দি দুৱাৰৰ পিনে হাঁহি হাঁহি খোজ ল'লে।

প্ৰশান্তই কফিৰ কাপ সন্মুখত লৈ ভাবিবলৈ ধৰিলে ঃ ইমানদিনে তেওঁৰ কোনো ছোৱালীৰ কোনো ধৰণৰ আবেগিক সান্নিধ্যলৈ অহাৰ সুযোগ অহা নাছিল। কটন কলেজত ক্লাছত মাত্ৰ পাঁচজনী ছোৱালী আছিল। তেওঁলোক শ্ৰেণী কোঠাত বেলেগে এখন বেঞ্চত বহে। প্ৰফেচাৰ কোঠালৈ নহালৈকে বাৰাণ্ডাত থিয় হৈ থাকে। ক্লাছ শেষ হোৱাৰ লগে লগে প্ৰফেচাৰৰ পিছে পিছে ওলাই যায়। ল'ৰাখিনিৰ লগত ছোৱালীবোৰৰ একো যোগাযোগ নহয়। অনাৰ্চৰ ক্লাছত এজনী ছোৱালী আছিল, দুমাহমান ক্লাছ কৰিয়েই এৰি দিলে। গাঁৱৰ স্কুলত পঢ়োঁতে, পঢ়া-শুনা লৈয়েই সদায় ব্যস্ত থকা প্ৰশান্তই ছোৱালীৰ সৈতে বন্ধুত্ব কৰাত কোনো গুৰুত্বই দিয়া নাছিল। তাৰ উপৰি গাঁৱৰ ল'ৰা-ছোৱালীবোৰ কিশোৰ বয়সত সহজ-সৰলভাৱে মিলা-মিছা কৰে, প্ৰায় ভাই-ভনীৰ দৰে। গতিকে প্ৰশান্তই জীৱনত প্ৰথম ইমান ওচৰত— আৰু সম্পূৰ্ণ এক সুকীয়া মানসিক ভৱত ছোৱালীৰ অস্তিত্ব অনুভৱ কৰিলে। ই এক সম্পূৰ্ণ অভিনৱ অভিজ্ঞতা প্ৰশান্তৰ কাৰণে। এতিয়া প্ৰশান্ত এজন সম্পূৰ্ণ যুৱক। কোনো যুৱতীৰ সান্নিধ্যৰ সুযোগ যদি এতিয়া জীৱনলৈ আহে সেই সান্নিধ্যক স্বাভাৱিকভাৱে স্বীকাৰ আৰু গ্ৰহণ কৰাই নিয়ম। ই এক জৈৱীক, ৰসায়নিক সম্পৰ্ক ৰচনাৰ কথা। এই ৰাসায়নিক সম্পৰ্কত মন আৰু শৰীৰ দুয়োটাৰে স্থিতি অতি গুৰুত্বপূৰ্ণ।

প্ৰশান্তই এইবোৰ কথাকে ভাবি ভাবি হঠাৎ অনুভৱ কৰিলে কিছুদিনৰ পৰা যেন তেওঁৰ মন আৰু শৰীৰটোৰ অস্তিত্বক এক সুকীয়া স্বৰূপত, সুকীয়া অৰ্থত, সুকীয়া ভাষাত দেখা পাবলৈ লৈছে। তেওঁৰ মনত, তেওঁৰ স্নায়ু-প্ৰবাহত শৰীৰৰ সেই বিশেষ অস্তিত্বক লৈ তেওঁ আজিকালি সচেতন হৈ পৰিছে। দুগৰাকী যুৱতীৰ স্থিতি সম্পূৰ্ণ বিপৰীত মেৰুত। সুমিতা অপৰূপা অতুলনীয়া সুন্দৰী, চঞ্চলা, স্মাৰ্ট, প্ৰায়েই পশ্চিমীয়া আদব-কায়দাৰ বেশভূষা পিন্ধাত অভ্যস্ত। অতি

আধুনিকা, প্ৰগল্‌ভা। আহাৰৰ মেঘশূন্য দুপৰীয়াৰ প্ৰখৰ ৰ'দ ভাই। শৰ্বানী— দীৰ্ঘাঙ্গী তন্বী, গাৰ বৰণ শ্যামল, কোমল মাটিৰ দৰে। সৌম্য, স্বল্পভাষী, বুদ্ধিদীপ্ত। জনান্তিক অৰণ্যৰ মাজত থকা হ্ৰদ শৰ্বানী। ধীৰস্ৰোতা, গভীৰ। অৰণ্যৰ মাজলৈ গৈ আবিষ্কাৰ কৰি ল'ব লাগে, শৰ্বানীৰ বিমল সৌন্দৰ্য্য। আঢ্যবন্ত অভিজাত আধুনিক পৰিয়ালৰ ছোৱালী হৈও শৰ্বানী এগৰাকী বঙালী যুৱতী।

প্ৰেমৰ চিৰন্তন ত্ৰিকোণ পৰিক্ৰমাৰ একোণত নিজৰ স্থিতি নিৰ্ণয় কৰি লৈ প্ৰশান্তৰ দিন পাৰ হয়। কেতিয়াবা সৰু সৰু একোটা ঘটনাকে কেন্দ্ৰকৰি সুস্মিতাই সমস্যাৰ সৃষ্টি কৰে। সংকট সৃষ্টি হয়। শৰ্বানীয়ে অতি কৌশলেৰে, সংবেদনেৰে নিজৰ উপস্থিতিক গুৰুত্বহীন কৰি পেলায়; দৃশ্যপটৰ পৰা আঁতৰি সুস্মিতাক সম্পূৰ্ণ নিৰ্ভয় দিয়ে।

প্ৰশান্তৰ মাজে মাজে নিজ কৰ্তব্যবোধ সজাগ হৈ উঠে। এম. এ. ফাইনেলত প্ৰথম শ্ৰেণীৰ স্থান ল'বই লাগিব। সেই সংকল্প মনত দৃঢ় হৈ আছে। কিন্তু সুস্মিতাৰ সৈতে প্ৰেমৰ সম্বন্ধ গঢ়ি উঠাৰ পিছত মাজে মাজে ভাব হয় তাৰ অধ্যয়নৰ প্ৰতি একাগ্ৰতা বাধাপ্ৰাপ্ত হৈছে নেকি। বিশেষকৈ মাকৰ চিঠিত প্ৰায়েই যেতিয়া বিশ্ববিদ্যালয়ৰ অন্তৰ্বৰ্তী পৰীক্ষাবোৰত তেওঁ শীৰ্ষস্থান পাই আছেনে নাই, সেই বিষয়ে এম. এ. চূড়ান্ত পৰীক্ষাত প্ৰথম বিভাগৰ প্ৰথম স্থান পাবই লাগিব সেই প্ৰত্যাশাৰ বিষয়ে বাৰে বাৰে লিখি জনাই থকা পঢ়িবলৈ পায় তেতিয়া প্ৰশান্তৰ বুকুখন কঁপি উঠে, তেওঁৰ চেষ্টাৰ সামান্যও ত্ৰুটী কৰা নাইতো। সেই সময়ত প্ৰশান্তই সুস্মিতাক প্ৰয়োজনতকৈও অধিক গুৰুত্ব দি পঢ়া-শুনাত ভালদৰে মন দিবলৈ বুজিনি দিয়ে। প্ৰশান্তই কয়, "সুস্মিতা, আমি দুইটাই, তুমি বি. এ. আৰু মই এম. এ. খুব ভাল ৰিজাল্ট কৰিব লাগিব। তেতিয়াহে মানুহে ক'ব, ইহঁতৰ ভালপোৱা সাৰ্থক।"

"মই আকৌ কি ভাবো জানা প্ৰশান্ত? মানুহে ভাবিব, ইহঁতে যদি ইমান ভাল ৰিজাল্টেই কৰিব পাৰিলে, তেন্তে দুবছৰে ইহঁতেনো কি প্ৰেম কৰিলে? কিতাপহে পঢ়ি থাকিল দেখোঁন।" সুস্মিতাই খিলখিলাই হাঁহি আৰু যোগ দিলে, "মই কিন্তু যদি তোমাৰ প্ৰেমত পৰি বেয়া ৰিজাল্ট কৰো, even if I fail to pass-- I'll not regret at all, I will vouch it as my trump"--

শৰ্বানীয়ে কিন্তু সদায় উৎসাহিত কৰিছিল প্ৰশান্তক। সান্নিধ্যৰ এক ব্যৱধানৰ পৰা হ'লেও তেওঁ প্ৰশান্তক অধ্যয়নৰ ক্ষেত্ৰত কিতাপ-পত্ৰ, আলোচনী, ন'টচ এইবিলাকৰ যোগান ধৰি, লাইব্ৰেৰীত প্ৰশান্তৰ সৈতে একে টেবুলত বহি, পাঠ্য বিষয়ৰ ওপৰত দুয়ো সদায় একেলগে আলোচনা কৰি, শৰ্বানী আৰু প্ৰশান্তই

দুয়ো দুয়োকে পাঠ্যজ্ঞানৰ পৰিপূৰণ কৰিছিল। শৰ্বানীয়ে এদিন প্ৰশান্তক কৈছিল, "প্ৰশান্ত, মাজে মাজে আমাৰ শংকা হয়, তুমি যেন সুমিতাৰ প্ৰেমে ডুবে পড়া-শুনাই খাৰাপ কৰে বসো। That will be most unforunate. প্ৰেম মানুষকে achieve কৰতে সহায় কৰে। প্ৰেৰণা দেয়। তোমাৰ যেন সেটা হয়। তা না হয়ে যদি result খাৰাপ হয়, বৰ দুঃখৰ কথা হ'বে। আমাকে কথা দাও, তা যেন না হয়।" শৰ্বানীয়ে প্ৰশান্তৰ হাতখনৰ ওপৰত নিজৰ হাতখন থৈ এটা হেঁচা দিলে।

"তুমি নিঃসন্দেহ থাকা শৰ্বানী— পৰীক্ষা মোৰ ভাল হ'ব। কিন্তু এইবাৰ তুমি ফাৰ্ষ্ট পজিশ্যনত থাকিবা, মই তোমাৰ পিচলৈ আহিম।"

"No No-- সেটা হচ্ছেনা। That'll be my great tragedy. আমাৰ সমস্ত হৃদয় দিয়ে আমি চায় তুমি আমাৰ ওপৰে, বহু ওপৰে, থাকো। আমি চায় তুমি আমাৰ গৰ্বেৰ মানুষ। আমাৰ একজন আপন বন্ধু হিচেবে, I am proud of you.

শৰ্বানী হঠাৎ যেন আবেগিক হৈ পৰিব খুজিছিল। কথা কেটাত হঠাৎ শিহঁৰণৰ মৃদু কঁপনি ভাঁহি উঠিছিল।

"আমি চলি, তুমি note টা তৈৰী কৰে ফেল।"

শৰ্বানী হঠাৎ থিয় হৈ কিতাপৰ মোনাখন কান্ধত ওলোমাই দুৱাৰমুখৰ পিনে নীৰবে, গহীনভাবে খোজ ল'লে।

প্ৰশান্তই শৰ্বানী গৈ থকাৰ পিনে চাই থাকিল। প্ৰশান্তই অনুভৱ কৰিলে এখন যেন নদী বৈ গৈছে, ক্ৰমে দূৰলৈ।

শৰ্বানী নদী, ফল্গু

ডেৰ বছৰ অতিবাহিত হ'ল। সুমিতা, শৰ্বানী আৰু প্ৰশান্ত, তিনিও ফাইনেল পৰীক্ষাৰ কাৰণে প্ৰস্তুতিৰ ক্ষেত্ৰে বিশেষ মনোযোগ দিবলগীয়া হোৱাত সময় কেনেকৈ পাৰ হ'ল কোনেও যেন গমেই নাপালে। সুমিতাৰ ইতিমধ্যে বি. এ.ৰ ফাইনেল পৰীক্ষাও দিয়া হৈ গ'ল। পৰীক্ষা ভালেই হৈছে। কিন্তু তাই মূলতে যিমান মেধাৱী সেই হিচাপে পৰীক্ষাৰ ফলাফল সদায় তিমান ভাল কৰিব নোৱাৰে। তাৰ কাৰণ হৈছে, তাই বৰ কম পঢ়ে। শ্ৰেণীকোঠাত অধ্যাপকৰ পাঠখিনি মন দি শুনাৰ বাহিৰে দৰাচলতে হোষ্টেলত পাঠ্যপুথি হাতেৰে নোচোৱেই বুলি ক'ব পাৰি। হোষ্টেলত সন্ধ্যা পাঠ পঢ়াৰ সময়ত তাই প্ৰেমৰ উপন্যাস পঢ়ি থাকে ঃ জেন অষ্টিন, এমিল জোলা, ডাফ্‌নে, ম'ৰভিয়া, টলষ্টয়ৰ আনা কেৰেনিনা ইত্যাদি। নাইবা শ্বেইক্সপীয়েৰৰ ৰোমিঅ' জুলিয়েটৰ সংলাপ আৰু বৰ্ডছৱৰ্থ,

শ্বেলী, কীটচ্, বায়ৰণ, ব্ৰাউনিঙৰ প্ৰেমৰ কবিতাৰ পংক্তি মুখস্থ কৰে, নাইবা প্ৰশান্তলৈ প্ৰেমৰ চিঠি লিখে। বন্ধুবোৰৰ কোঠালৈ গৈ পঢ়ি থকা দুই-এজনীৰ বিচনাত বহি সিহঁতৰে কিতাপ আৰু নোটচ্ চাই পাঠৰ আলোচনা কৰে, তাইৰ নিজৰ ব্যাখ্যা দাঙি ধৰে আৰু কিছু সময়ৰ পিছত আড্ডাত বহি পৰে। দুজনীমান বিশেষ বন্ধুৰ সৈতে প্ৰশান্তৰ সৈতে হোৱা তাইৰ প্ৰেমৰ টুকুৰা খবৰ দিয়ে। তাই পঢ়া প্ৰেমৰ উপন্যাসৰ কাহিনী কয়, প্ৰেমৰ কবিতাৰ বছা বছা শাৰীবোৰ মাতি শুনায়। প্ৰশান্তই তাইলৈ লিখা গহীন ভাবৰ গহীন চিন্তাৰ প্ৰেমৰ চিঠিত থাকে প্ৰেমৰ কবিতাৰ উদ্ধৃতি আৰু প্ৰথম যৌৱনে আমনি কৰিবলৈ লোৱা মন আৰু শৰীৰৰ উগ্ৰ ৰসায়নৰ ইংগিত, আবেগ আৰু ৰোমাঞ্চে ভৰা নানা ফেণ্টাচীৰ দ্বিধাহীন বৰ্ণনা। তাই ভাল ইংৰাজী লিখিব পাৰে, ক'বও পাৰে। সুমিতাই ভাল পশ্চিমীয়া সংগীত জানে, গাব পাৰে। লগৰ ছোৱালীয়ে পঢ়ি থকাৰ সময়ত, তাই চিএবি জাজ সংগীত, পপ সংগীত গায়। এলভিছ্ প্ৰীছ্লী, বব ডাইলেনৰ ৰচনা। তাই হাঁহিলে সদায় ডাঙৰ ডাঙৰকৈ হাঁহে। সুমিতাৰ এনেবোৰ অনিয়ম উচ্ছৃংখল কৰ্মকাণ্ডৰ বাবে হোষ্টেলৰ মণিটৰ আৰু ছুপাৰৰ পৰা তাই বহুদিন ককৰ্থনা আৰু সাৱধানী শুনিবলগীয়া হৈছে। দুই-এবাৰ কলেজৰ পৰা অভিভাৱকলৈ অভিযোগ কৰি চিঠিও গৈছে। লোকেল গাৰ্জেন শৰ্বানীৰ মাক শান্তিছায়া চেটাৰ্জী। 'শান্তি আণ্টিয়ে' কেবাবোৰো তাইক টানকৈ ক'ব লগা হৈছে, ভালকৈ নপঢ়িলে অনাৰ্ছ একবাই দিব। সুমিতাই তেতিয়া "প্ৰমিজ্' কৰে : I'll be serious in study. I promise aunty. I'll be a good girl."

কিন্তু সুমিতাই দুদিনৰ পিচতে নিজৰ ৰূপ লয়।

ইমান কম পঢ়িও, কম চেষ্টা কৰিও সুমিতাই পৰীক্ষাৰ ফলাফলত উচ্চ স্থান নাপালেও সদায় প্ৰথম বিভাগত থাকে। সকলোৰে কাৰণে সুমিতাৰ পৰীক্ষাৰ খবৰ বিস্ময়ৰ কাৰণ। পৰীক্ষাৰ আগে আগে লগৰ ছোৱালীৰ কোঠালৈ গৈ সিহঁতৰ নোটচ্‌বোৰকে খুজি লৈ তাতেই বহি বহি এবাৰ এবাৰ পঢ়ি লয়। সেয়েই হৈ যায়। সকলোৰে কয়, সুমিতাই আন ল'ৰা-ছোৱালীৰ দৰে যদি মন দি কষ্ট কৰি পঢ়িলেহেঁতেন তাই সদায় টপ্ কৰিলেহেঁতেন।

নিয়মমতে, পৰীক্ষাৰ শেষ হোৱাৰ লগে লগে সুমিতা গুৱাহাটী নিজ ঘৰলৈ গুচি যাব লাগে। কিন্তু ইতিমধ্যে ছমাহমান আগতে পিয়ানো বজাবলৈ শিকা আৰম্ভ কৰিছিল তাই। কিন্তু পৰীক্ষাৰ মাহটো পাঠ লোৱা বন্ধ ৰখাৰ কাৰণে আৰু এমাহমান বিশেষ অনুমতি লৈ হোষ্টেলতে থাকি পিয়ানোৰ প্ৰাথমিক পাঠখিনি সম্পূৰ্ণ কৰি যোৱাৰ ইচ্ছা প্ৰকাশ কৰিলে। পৰীক্ষাৰ ফলাফল ওলাবলৈ

কমেও আৰু তিনিমাহ লাগিব। তাৰ উপৰি এম. এ. পঢ়া হয় নে নহয়, নাইবা পঢ়িলেও কলিকাতেইবা পঢ়া হয় নে নহয়। গতিকে অন্ততঃ আৰু কেটামান দিন কলিকতাত থকাৰ ইচ্ছা তাইৰ। এইবুলি সুমিতাই চিঠিৰে জনাই থৈছিল। শৰ্বানীৰ মাক শান্তিছায়াই কিন্তু সুমিতাক হোষ্টেলৰ পৰা আহি তেওঁলোকৰ ঘৰত থকাৰ কথা কৈছিল। কিন্তু এমিলী জনচন নামৰ পিয়ানো শিকোৱা মহিলাগৰাকীৰ ঘৰ সুমিতাৰ হোষ্টেলৰ পৰা অলপ দূৰতে, আৰু তালৈ অহা-যোৱাৰ সুবিধা বেছি ভাল হব বুলি কাৰণ দেখুৱাই সুমিতাই হোষ্টেলতে থকাটো নিশ্চিত কৰি ল'লে।

আচলতে সুমিতাৰ পিয়ানো শিকা, হোষ্টেলত থকা, এইবোৰ কিছুমান আছিলা, তাইৰ পাং। সুমিতাৰ আচল উদ্দেশ্য হৈছে তা আৰু কেদিনমান কলিকতাত আৰু হোষ্টেলতে থাকিব পাৰিলে প্ৰশান্তক আৰু কেদিনমান লগ পাব পাৰিব। সেই কথাটো শৰ্বানীয়ে কফি হাউচত প্ৰশান্তক কৈছিল, "প্ৰশান্ত, সুমিতাৰ পিয়ানো শেখাৰ জন্য কলকাতায় থাকাৰ, পিয়ানো টিচাৰেৰ বাড়ী হোষ্টেলেৰ পাশে হওয়ায় আমাদেৰ বাড়িতে সে না থাকাৰ excuse, এসব bull sheet, আসলে সে তোমাকে ছেৰে যেতে চায়না। একটা বাহানা কৰে আৰ কিছুদিন কলকাতায় থাকবে। That's her real intention.

"তুমি কেনেকৈ জানিলা?"

"A woman's intuition. পুৰুষ-নাৰীৰ বিলেস্যনেৰ পাৰ্চপেক্টিভেৰ ব্যাপাৰে a woman's mind is very quick to make the correct focus. আমি emotional world য়ে তোমাৰ কিছু পাশে আছি।"

"কিছুটা কিয়? সম্পূৰ্ণ ওচৰলৈ আহিব নোৱাৰিনেকি?"

"You know, that's not possible"

"I want to make it possible"

"তুমি প্ৰশান্ত এমন কৰে কথাটো বলেছ যেন বোটানিকেল গাৰ্ডেনৰ বেঞ্চে তোমাৰ কাছে তোমাৰ বুকে মুখ গুঁজে বসে থাকা সুমিতাকে বললে, 'তুমি এখানে থেকে সৰে পড়ো, আৰ তাৰ পৰ আমাকে ডেকে বললে "এস শৰ্বানী আমাৰ কাছে এসে বস।' আমাকে তোমাৰ কাছে বসিয়ে তোমাৰ বুকে আমাৰ মুখ গুঁজে দিলে। বেচাৰী সুমিতা odd girl out! ব্যাপাৰটা এত সহজ।

প্ৰশান্ত মৌন হৈ তলমূৰকৈ থাকিল।

"কি ভাবছ প্ৰশান্ত? ভাববাৰ কি আছে! সুমিতা তোমাকে ভালবাসে! she is mad for you. আৰ তুমিও ওকে ভালবাস। It's as simple as that."

"It's not that simple শৰ্বানী।"

"এখানে আৰ কিসেৰ non-simple ৰ কথা থাকতে পাৰে।" শৰ্বানীয়ে প্ৰশান্তৰ মুখলৈ চাই ৰ'ল।

প্ৰশান্তই ক'লে, "আছে। তুমি জানা শৰ্বানী, সুমিতা সকলো কথাতে frank and outspoken. এইবাৰ গৰম বন্ধত গুৱাহাটীলৈ যাওঁতে সুমিতাই দেউতাকক খোলাখুলিকৈ ক'লে, তেওঁ মোক ভাল পায়, আৰু তেওঁৰ যেতিয়া বিয়া হ'ব, মোৰ লগতেহে হ'ব। মাককো আকাৰে ইংগিতে বুজাই-জনাই দিছে যে I will be her future husband. মাক আনন্দত হেনো জঁপিয়াই উঠিছিল। সুমিতাৰ দেউতাকে মোৰ দেউতালৈ চিঠিৰে সকলো জনাই যথা সময়ত মোৰ সৈতে সুমিতাৰ বিয়া পতাৰ ইচ্ছা কৰিছে। দেউতাই লগে লগে মোলৈ চিঠি দিছে : মই কি কৰো নকৰো সেইটো মোৰ কথা, কিন্তু he is dead against the very idea of my marrige with Sumita if marriage means a knot not only between two individuls but also between two families. দেউতাই ভাবে culturally আমাৰ দুয়ো পৰিয়াল সম্পূৰ্ণ ভিন্ন স্থানত অৱস্থিত। তেওঁ ভাবে ছোৱালীজনীক আমি এক সম্ভাব্য stupendous disillusion" ৰ পৰিস্থিতিলৈ লৈ যোৱাৰ অধিকাৰ নাই। "We will be then only prisoners of conscience seeing that the girl suffer. এইবোৰ দেউতাৰ ইংৰাজীত লিখা চিঠিৰ পৰা মই উদ্ধৃত কৰিছো। মায়ে চুটিকৈ তেওঁৰ চিঠিখনত লিখিছিল : "তোমাৰ জ্ঞান, বিবেক, চিন্তা কৰাৰ ক্ষমতাৰ ওপৰত মোৰ সদায় গভীৰ আস্থা। মই মাত্ৰ সদায় তোমাৰ সুখ কামনা কৰো। কিন্তু জানিবা, তোমাৰ সুখ আনৰ সুখৰ ওপৰত নিৰ্ভৰশীল। আনৰ সুখৰ কাৰণে তুমি অসুখী হ'লেও, তোমাৰ সুখৰ কাৰণে আনক অসুখী কৰাৰ নৈতিক অধিকাৰ তোমাৰ নাই। আন বুলি কৈ, আগলৈ জীৱনত তুমি যিগৰাকী ছোৱালীক পত্নী হিচাপে গ্ৰহণ কৰিবা তেওঁৰ কথা হে কৈছো। ভুল নুবুজিবা।" এইখিনি মাৰ চিঠিৰ কথা। চুটি চিঠি। That's her style. Precise and pragmatic."

অলপ সময় নীৰৱে ৰ'ল দুয়ো। এঢোক এঢোক কফি খাই ল'লে। শৰ্বানীয়ে হাঁহি হাঁহি ক'লে, So, Shakespeare arrives-- One act after the other, one scene after another....। কেতিয়া পেলে বাবা-মাৰ চিঠি?"

"দুসপ্তাহ হ'ল।"

"উত্তৰ দিলে?"

"দিলো।"

"কি লিখলে?"

"মা-দেউতালৈ একেখন চিঠিতে উত্তৰ দিলো। লিখিলোঁ, মই এতিয়া বিয়া কৰোৱাৰ প্ৰশ্ন উঠা নাই। মোৰ বয়সো হোৱা নাই, পঢ়াই শেষ হোৱা নাই। গতিকে আগলৈ কাক বিয়া কৰাম সেই চিন্তা কৰাৰ অৱকাশ এতিয়া নাই। কিন্তু সুমিতাৰ সৈতে মোৰ হৃদয়ৰ এক সম্পৰ্ক গঢ়ি উঠাটো সঁচা। এক স্বাভাৱিক আৰু স্বঃপ্ৰণোদিতভাৱে গঢ়ি উঠা সম্পৰ্ক। সেই সম্পৰ্কৰ সৈতে মোৰ ভৱিষ্যৎ বিয়াৰ কথাটো মই একে লগ কৰি চোৱাৰ চিন্তা কৰা নাই। চিন্তা কৰাৰ সময় হ'লে, আপোনালোক দুয়োৰে চিঠিৰ কথাখিনি মই চিন্তা কৰিব লাগিব। বিবেচনা কৰিব লাগিব। সেই কাম মই কৰিম, কথা দিছোঁ।"

"তুমি চিঠিতে মা-বাবাকে যা জানালে তাৰ মানে তুমি সুমিতাকে বিয়ে নাও কৰতে পাৰ?"

"মই নাজানো।"

"তুমি যে সুমিতাকে ভালবাস সেটা কি সত্য নয়?"

"সত্য হয়, but not the whole truth."

"Whole truth টা কি?"

"ৰবি ঠাকুৰৰ লাৱণ্য। মোৰ জীৱনতো এগৰাকী লাৱণ্য লগ পাইছো। সেই লাৱণ্যক বাদি দি মোৰ জীৱন সম্পূৰ্ণ নহয়।"

শৰ্বানীয়ে কেইমুহূৰ্তমান নীৰৱে প্ৰশান্তৰ চকুলৈ চাই ৰ'ল। তাৰ পিছত খিল্‌খিলাই ডাঙৰকৈ হাঁহিবলৈ ধৰিলে। হাঁহি যেন ৰ'বই নোখোজে। হঠাৎ শৰ্বানী সচেতন হৈ মন কৰিলে, কাষৰ টেবুলকেখনৰ মানুহবোৰে মূৰ দাঙি তেওঁলৈ উৎসুক হৈ চাইছে। সকলোৰে দৃষ্টিত প্ৰশ্ন: কিহৰনো ইমান হাঁহিৰ বগৰ? শৰ্বানীয়ে হঠাৎ গাড়ীত ব্ৰেক ধৰাৰ দৰে হাঁহি বন্ধ কৰি দিলে।

প্ৰশান্তই কিছু অপ্ৰতিভাভাৱে আৰু সামান্য বিৰক্তিৰে শৰ্বানীলৈ চালে। তেওঁ গহীন হৈ ক'লে,

"Incredible! এনেকৈ কিয় হাঁহিছা?"

"তুমি হাঁসালে যে।"

শৰ্বানী খন্তেক ৰ'ল। তাৰ পিছত টেবুলৰ ওপৰত প্ৰশান্তৰ প্ৰসাৰিত হাত এখনৰ ওপৰত নিজৰ আলসুৱা কোমল দীঘল দীঘল আঙুলিৰ হাতখন লাহেকৈ থৈ শৰ্বানীয়ে ক'লে, "Look প্ৰশান্ত, 'লাৱণ্য' মেয়েটা ৰবি ঠাকুৰে উপন্যাসেই হাতে পাৰে। সে এক সাহিত্য-ভাৱনা, সাহিত্যেৰ অক্ষয় ভাস্কৰ্য। কিন্তু তোমাৰ জীৱনেৰ বাস্তৱেৰ একমাত্ৰ সত্য– "the whole truthটা হ'ল 'কেতকী'– মানুষেৰ ৰক্ত দিয়ে গড়া। যাৰ অন্য নাম, সুমিতা।'

শৰ্বানীয়ে আকৌ খন্তেক বৈ প্ৰশান্তৰ হাতখন এইবাৰ নিজৰ দুয়োখন হাতৰ মাজত সুমাই লৈ ক'লে, "এখন শোনো, "শেষের কবিতাকে' কিছুদিনের জন্য তোমার বিছানার মেট্রেছের নিচে ঘুমোতে দাও। চার মাসের পরেই আমাদের ফাইনেল পৰীক্ষা।"

এই বুলি শৰ্বানীয়ে হঠাৎ নিজৰ দুহাতৰ হাতৰ মাজত ধৰি থকা প্ৰশান্তৰ ডাঙৰ ডাঙৰ আঙুলিৰ কঠিন হাতখন জোৰে খামুচি ধৰিলে। শৰ্বানীয়ে হঠাৎ অনুভৱ কৰিলে তেওঁৰ হাতৰ মুঠিৰ মাজত এজন পুৰুষ। অনুভৱ কৰিলে, পুৰুষজনৰ গ্ৰাম্যতা। Rusticity শৰ্বানী শিহঁৰিত হৈ উঠিল।

প্ৰশান্তইও জীৱনত প্ৰথম অনুভৱ কৰিলে এগৰাকী যুৱতীৰ হাতৰ স্পৰ্শ। হাতখন, আঙুলিবোৰ ইমান কোমল, মসৃণ sophisticate। প্ৰশান্তই তীব্ৰ শিহঁৰণ অনুভৱ কৰিলে।

প্ৰশান্ত আৰু শৰ্বানীৰ পৰীক্ষা শেষ হ'ল। দুয়ো পৰীক্ষা ভাল হৈছে বুলিয়েই ভাবিছে। কলিকতা বিশ্ববিদ্যালয়ত ইংৰাজীত ফাৰ্ষ্ট ক্লাছ পোৱা বৰ সহজ নহয়। কিন্তু চেকেণ্ড ক্লাছৰ উচ্চ স্থানত নাম থাকিব বুলি দুয়ো একপ্ৰকাৰ নিশ্চিত। পৰীক্ষা শেষ হোৱাৰ এসপ্তাহৰ পিছতে প্ৰশান্ত ঘৰলৈ উভতি যোৱাৰ দিন ঠিক কৰিলে। ট্ৰেনত উঠাৰ আগদিনাই শৰ্বানীৰ মাক-দেউতাকৰ অনুৰোধ ক্ৰমে প্ৰশান্ত বাকচ-বিছনা লৈ শৰ্বানীহঁতৰ ঘৰত থাকিবলৈ আহিল। পিছদিনা পুৱাই ৰেল ধৰিব লাগিব।

সেইদিনা সন্ধ্যা শৰ্বাণীৰ মাক শান্তিছায়া চেটাৰ্জীৰ কলেজত বাৰ্ষিক সাংস্কৃতিক অনুষ্ঠান আছিল। শান্তিছায়া ছাত্ৰী একতা সভাৰ সভানেত্ৰী। ইপিনে আকৌ শৰ্বানীৰ দেউতাকৰো মাহেকীয়া লায়নচ্ ক্লাবৰ সভা। কোনোবা এজন বিশেষ আমন্ত্ৰিত অতিথি আহিব। গতিকে সেই সভাত উপস্থিতি থাকিব লাগিব। এইদৰে শৰ্বানীৰ মাক-দেউতাক দুয়ো সন্ধ্যা ঘৰত থাকিব নোৱৰা অৱস্থা এটা হ'ল। মাকে বাবুৰ্চিক ৰন্ধা-বঢ়াৰ সকলো দিহা দি শৰ্বানীক কৈ গ'ল প্ৰশান্তক যাতে চোৱা-মেলা কৰে। তেওঁ প্ৰশান্তক বাৰে বাৰে ক'লে, প্ৰশান্তই যেন বেয়া নাপায়, তেওঁ সন্ধ্যা ঘৰত থাকিব নোৱৰা বাবে। মাকৰ শিষ্টাচাৰ জ্ঞানৰ আধিক্যৰ প্ৰতি লক্ষ্য কৰি শৰ্বানীয়ে ক'লে, "মা তুমি এত এপলজিটিক হওয়ার কি আছে? আমি আছিতো বাড়ীতে।"

সন্ধ্যা ছয়বজাৰ কিছু আগে আগে শৰ্বানীৰ মাক-দেউতাক দুয়ো একেলগে ঘৰৰ পৰা ওলাই গ'ল, নিজ নিজ কাৰ্যসূচী লৈ। দুই-তিনি ঘন্টামানৰ পিছতহে তেওঁলোক ঘুৰিব পাৰিব।

প্ৰশান্ত অলপ সময় ড্ৰইং ৰুমত আৰু অলপ সময় ডাইনিং ৰুমৰ টেবুলৰ কাষত চাহ খাই বহাৰ পিছত শৰ্বানীয়ে ক'লে, "চল, সন্ধ্যা হচ্ছে, উপরে চাদে গিয়ে দুজনে ঠাণ্ডা হাওয়ায় বসি।"

প্ৰশান্ত আৰু শৰ্বানী চেটাৰ্জী-আলয়ৰ প্ৰকাণ্ড বহল ছাদৰ ওপৰলৈ গৈ এখন বেটৰ চোফাত দুয়ো ওচৰা-ওচৰিকৈ বহিল। কৃষ্ণা দ্বিতীয়াৰ জোনটো ওলাইছে, ছাদখনত জোনাক। বিৰ্‌বিৰ্‌কৈ, মাজে মাজে জোৰে একোছাটি বতাহ আহি আছে। ছাদখনত বহি বেছ ভাল লাগিছে দুয়োৰে। উপভোগ্য পৰিবেশটো। প্ৰশান্তই ক'লে, "বৰ সুন্দৰ বতাহ আহি আছে।"

"Wind of the Southern sea." শৰ্বানীয়ে ক'লে।

"Blow gently over my garden
Wind of the Southern sea
In the hour my love cometh
And colleth me" প্ৰশান্তই ধীৰে ধীৰে কবিতা ফাঁকি মাতিলে।

"আবাৰ শেষেৰ কবিতা। ৰবি ঠাকুৰ বুড়োটাকে তুমি ছাড়তে পাৰছনা দেখছি প্ৰশান্ত?"

"তুমিয়ে দেখোঁন আৰম্ভ কৰিলা, Wind of the southern sea বুলি কৈ।"

"আৰ ভুল কৰবনা। ৰবি ঠাকুৰকে আৰ আমাৰ মাঝখানে আসতে সুযোগ দেৰনা।"

প্ৰশান্তই হঠাৎ শৰ্বানীৰ হাত এখন নিজৰ হাতৰ মুঠিত সুমাই ল'লে। প্ৰশান্তই কঠিন ডাঙৰ ডাঙৰ আঙুলিৰ মাজত শৰ্বানীৰ কোমল পাঁজীসেৰীয়া আঙুলিৰ হাতখন। এইবাৰ কফি হাউচৰ বিপৰীত অভিজ্ঞতাৰে দুয়ো শিহঁৰিত হ'ল। কফি হাউচত শৰ্বানীৰ হাতৰ মুঠিৰ মাজত প্ৰশান্তৰ হাতখন আছিল। প্ৰশান্তই ক'লে, "তুমি ভুল নকৰাৰ কথা ভাবিছা শৰ্বানী। কিন্তু মই কি ভাবিছোঁ জাঁনা?"

"কি ভাবছ?" শৰ্বানীয়ে প্ৰশান্তৰ চকুলৈ চাই সুধিলে।"

"আজি সন্ধ্যা আমি কিছুমান ভুল কৰি পেলাওঁ।" সেই বুলি প্ৰশান্তই শৰ্বানীৰ হাতখন চেপি ধৰিলে। শৰ্বানীয়ে লাহেকৈ মূৰটো প্ৰশান্তৰ বাহুত পলাই দিলে। তেনেকৈয়ে অলপ সময় থাকি শৰ্বানীয়ে ক'লে, "প্ৰশান্ত, আমৰা Mills and Boons য়েৰ বয়স পেৰিয়ে আসছি।"

"মিলচ্ এণ্ড বুনচ্ নহয়, ৰবি ঠাকুৰো নহয়, আজি মাত্ৰ তুমি আৰু মই, প্ৰশান্ত আৰু শৰ্বানী।" এই বুলি প্ৰশান্তই শৰ্বানীৰ মুখখন দুহাতৰ মাজত লৈ নিজৰ ওঁঠৰ ওচৰলৈ তুলি ধৰিলে। শৰ্বানী প্ৰশান্তৰ দুবাহুৰ মাজত নিবিড় হৈ

সোমাই পৰিল। একেলগে ইটোৰ পিছত ইটোকৈ জোৰে বতাহৰ ঢৌ আহি প্ৰশান্ত আৰু শৰ্বানীৰ গাৰ ওপৰেদি বাগৰি গ'ল।

দুয়ো দীঘলকৈ দুটামান নিশ্বাস পেলাই নীৰৱে খন্তেক বহি ৰ'ল।

"এই এটা ভুল কৰিলোঁ। জীৱনত প্ৰথম এগৰাকী নাৰীৰ ওঁঠত চুমা দিলোঁ।" প্ৰশান্তই ক'লে।

"শুধুই একজন নাৰী। Just a woman?"

"No, not any woman. তেওঁ মোৰ প্ৰিয়তমা।"

'এ ভুল যে আজ আমিও জীবনে প্ৰথম কৰলাম।'

শৰ্বানীয়ে মুহূৰ্ত সময় বৈ আকৌ ক'লে, "তবে সত্যিইকি আমৰা ভুল কৰলাম?"

প্ৰশান্তই শৰ্বানীক আকৌ লাহেকৈ দুবাহুৰ মাজলৈ আনি মূৰটো বুকুত পেলাই লৈ চুলিত আঙুলি বুলাই ক'বলৈ ধৰিলে, "শৰ্বানী, ভুল কৰা নকৰা সংস্কাৰৰ perceptionৰে বিচাৰ কৰা হয়। কিন্তু এই মুহূৰ্তত আমাৰ মন আৰু শৰীৰ পৃথিৱীৰ সকলো সংস্কাৰৰ পৰা মুক্ত। এতিয়া এই মুহূৰ্তত আমাৰ কোনো জাগতিক, কোনো সামাজিক পৰিচয় নাই। আমি দুটা মাত্ৰ অস্তিত্ব। সেই অস্তিত্বৰ প্ৰাণশক্তি হৈছে প্ৰেম। এই অস্তিত্বৰ কোনো অতীত নাই, ভৱিষ্যত নাই.... মাত্ৰ বৰ্তমানৰ এঘণ্টা বা দুঘণ্টাৰ সীমিত এই অস্তিত্বৰ জীৱনকাল। এই সীমিত জীৱনত আমি যি কৰিম, তাতকৈ অধিক শুদ্ধ, অধিক সত্য কাম আমি আৰু জীৱনত দ্বিতীয় এটা কৰা নহ'ব। আমি দুয়ো এতিয়া এটা অস্তিত্ব,,এটা সত্য। জীৱনৰ মহত্তম সত্য। What is happening now is the greatest truth our life-- for both of us."

প্ৰশান্তই আকৌ শৰ্বানীক দুবাহুৰ মাজত সাৱটি ধৰি শৰ্বানীৰ ওঁঠত নিজৰ দুই ওঁঠেৰে যেন কিবা সন্ধানৰ যাত্ৰাত নামিল। গভীৰ অৰণ্যৰ প্ৰচণ্ড ধুমুহা নামিল দুয়োৰে শৰীৰত। এক বিস্ফোৰণত দুয়োটা শৰীৰ চূৰ্ণ-বিচূৰ্ণ হ'ব খুজিলে।

শৰ্বানী এবাৰ জোৰে প্ৰশান্তৰ দুবাহুৰ মাজৰ পৰা ওলাই আহি চোফাত বহি হঠাৎ হুকহুকাই কান্দিবলৈ ধৰিলে। প্ৰশান্ত কিছু বিব্ৰত হৈ পৰিল। সুধিলে, "কি হ'ল শৰ্বানী, কান্দিছা যে?"

শৰ্বানীয়ে একো উত্তৰ নিদি লাহে লাহে কান্দোন বন্ধ কৰিলে। মুখখনৰ ওপৰত পৰি থকা চুলিবোৰ ঠিক কৰি খুলি যোৱা খোপাটো ভালকৈ বান্ধি ল'লে, আৰু দূৰৰ আকাশৰ পিনে চাই মৌন হৈ বহি ৰ'ল। প্ৰশান্তৰ মনটো সংকোচেৰে ভৰি পৰিল। এড্ৰেনেলীনৰ বেৰোমিটাৰৰ পাৰা যেন হঠাৎ নামি

আহিল। অলপ সময় বৈ প্ৰশান্তই আকৌ মাত দিলে, "শৰ্বানী, কি ভাবিছা?"

"প্ৰশান্ত আমি একটা চিঠি মনেৰ ভেতৰে compose কৰে ফেলেছি।"

"চিঠি? কিহৰ চিঠি?"

"চিঠিটাৰ এখন প্ৰয়োজন নেই। তবে কিছুদিন পৰে তোমাৰ আৰ সুমিতাৰ যখন বিয়ে হ'বে, তখন সুমিতাকে আমি কিছু solid gift নাদিয়ে একটা চিঠি লেখব। সেই চিঠিটা আজ এক্ষুনি হৃদয়ে লিখে ৰাখলাম।"

"চিঠিৰ কথাখিনি জানিব পাৰোনে?"

"নিশ্চয়। চিঠিতে লেখা থাকবে, স্নেহেৰ সুমিতা। তোমাৰ বিয়েতে আমাৰ যাওয়া হ'লনা। তবে তোমোকে দেবাৰ জন্য আমি একটা gift অনেকদিন থেকে সঞ্চিত কৰে ৰেখেছিলাম। সে হচ্ছে একটি মানুষ। নাম প্ৰশান্ত সোণোৱাল। আমাৰ মানুষটিকে তোমাকে আমি উপহাৰ দিলাম। প্ৰশান্তকে তুমি এত ভালবাসা দিও সেই ভালবাসাৰ স্ৰোতে শৰ্বানী বলে একটি মেয়েৰ নাম flatsam হ'য়ে নদীৰ তীৰে যেন নিশ্চিহ্ন হ'য়ে যায়।"

প্ৰশান্তই হঠাৎ শৰ্বানীৰ মুখখনত হাতেৰে হেঁচা মাৰি ধৰিলে। ক'লে, "হৈছে হৈছে, enough"। প্ৰশান্তই শৰ্বানীক লাহেকৈ ধৰি নিজৰ কোলাত শুৱাই লোৱাৰ দৰে শৰ্বানীৰ মূৰটো থ'লে আৰু শৰ্বানীৰ ওঁঠত আঙুলি দুটা থৈ ক'লে, "For God's sake, hold your toungue and let me love",

প্ৰশান্তই আকৌ শৰ্বানীৰ ওঁঠৰ পিনে নিজৰ ওঁঠ দুটা নমাই আনিলে।

শৰ্বানী প্ৰশান্তৰ কোলাতে মূৰ দি কিছুপৰ নীৰৱ হৈ ৰ'ল।

আকাশৰ জোনাকলৈ চাই থাকিল। এবাৰ লাহেকৈ মাত দিলে, "তুমি কাল চলে যাবে।"

প্ৰশান্তই একো নামাতিলে। মাত্ৰ দেখা পালে, শৰ্বানীৰ দুই চকুৰেদি লোতক বাগৰি আহিছে। জোনাকত জিলিকিছে চকুলোৰ টোপাল।

"I'll terribly miss you।" শৰ্বানীয়ে থোকাথুকি কণ্ঠেৰে ক'লে।

"ময়ো।"

"আমি আৰ কোন দিন তোমাকে কাছে পাবনা। I can't believe it!" অলপ বৈ শৰ্বানীয়ে ক'লে, "সুমিতাৰ সঙ্গে তোমাৰ বিয়ে হ'বে, তোমাৰ সুখেৰ সংসাৰ গড়ে উঠবে, ছেলেপুলে হবে...

"তোমাৰ জীৱনলৈও আহিব কোনোবা এজন শোভনলাল। তেওঁৰ লৈতে তোমাৰ বিয়া হ'ব ঘৰ-সংহাৰ হ'ব..."

"এক গণ্ডা ছেলেপুলে হবে" সেইবুলি শৰ্বানীয়ে খিলখিলাই হাঁহিবলৈ

ধৰিলে। হঠাৎ হাঁহি বন্ধ কৰি শৰ্বানীয়ে প্ৰশ্ন কৰিলে, "আচ্ছা প্ৰশান্ত, তোমাৰ সাথে আমাৰ বিয়ে হ'তে পাৰেনা?"

প্ৰশান্ত মৌন হৈ থাকিল। নিৰুত্তৰ। আকাশলৈ চাই থাকিল।

"পাৰেনা না?"

প্ৰশান্ত মৌন।

"কিছুবল" শৰ্বানীয়ে ক'লে।

"তুমি সৰোবৰ, তোমাক মই নিতৌ পুখুৰীৰ পৰা তোলা গাগৰিৰ পানী কৰিব নোখোজো।

"বাঃ কি যে superb romanticisation! দাড়িৱালা বুড়োটা দেখছি ভূত হ'য়ে তোমাৰ মাথায় ঢুকে গেছে। সুযোগ পেলেই তাৰ fantacyৰ কথাগুলি তোমাৰ মুখে বসিয়ে দেয়।"

শৰ্বানীয়ে লাহেকৈ গাটো অলপ দাঙি প্ৰশান্তৰ বুকুত মূৰটো থ'লে, প্ৰশান্তৰ হাত এখন বুকুৰ ওপৰত নিজৰ দুহাতৰ মাজত লৈ শৰ্বানীয়ে অনুচ্চ কণ্ঠে ক'লে, "আজ এই সন্ধ্যায় তোমাৰ বুকেৰ মাঝে নিজেকে সম্পূৰ্ণ সঁপে দেয়ে যেটুকু আমাৰ পৰম প্ৰাপ্তি হ'লে, সেটুকু প্ৰাপ্তি নিয়েই আমি সাড়ী জীৱন বেঁচে থাকতে পাৰব প্ৰশান্ত। জীৱনে আমি আৰ কিছু চাইনা।"

এই বুলি শৰ্বানীয়ে প্ৰশান্তৰ বুটাম খোলা চাৰ্টিৰ মাজেৰে উদং নোমাল বুকুখনত নিজৰ মুখখন গুজি দিলে। প্ৰশান্তই দুহাতেৰে শৰ্বানীৰ মূৰটো, মুখখন নিজৰ বুকুত জোৰে সাবটি ধৰিলে।..........

..... শৰ্বানীয়ে হাতৰ ঘড়ীটো চাই ক'লে, "মা বাবা আসাৰ সময় হয়েছে, চল নীচে যাই।"

দুয়ো বহাৰ পৰা উঠিল। প্ৰশান্ত ছাদৰ একাষলৈ গৈ পকী হাফৱালৰ কাষত থিয় হৈ সমুখৰ বহু দূৰলৈকে চাই ৰ'ল। চিক্‌মিক পোহৰত দেখা সন্ধিয়াৰ কলিকতাৰ দৃশ্য। মনোৰম। শৰ্বানীও প্ৰশান্তৰ কান্ধত হাত এখন থৈ কাষত থিয় হ'লগৈ। ঠাণ্ডা বতাহ একোছাটি আহি আছে। বতাহত ভাঁহি আহিছে চেটাৰ্জী-আলয়ৰ পদূলিত ফুলি থকা কাঞ্চন দুজোপাৰ ফুলৰ মিঠা গোন্ধ। কৃষ্ণা দশমীৰ উজ্জ্বল জোনাক, যেন আজলি কৰি হাতত ল'ব পাৰি। প্ৰশান্তই একান্ত মনে দূৰলৈ চাই বিভোৰ হৈ থকা যেন দেখি শৰ্বানীয়ে সুধিলে, "হঠাৎ ভাবুক হ'য়ে পৰলে যে প্ৰশান্ত?"

"কাইলৈ কলিকতা এৰি যামগৈ নহয়। দুবছৰে এই চহৰখন মোৰ বৰ আপোন হৈ উঠিছিল।"

"তোমাৰ আপনজন এখানে থাকে যে।"

"হয়তো সেই বাবেই। কাইলৈৰ পৰা মোৰ বাবে কলিকতা উজ্জয়িনীলৈ ৰূপান্তৰ হ'ব।"

"কালিদাস ছাড়। যদি ইচ্ছা কৰো একটা বাংলা কবিতা শোনাতে পাৰ। পৰিবেশটা কবিতা শোনাৰ মত হয়েছে। তুমি ভাল কবিতা আবৃত্তি কৰতে পাৰ। তোমাৰ বেছ নাম হ'য়েছে।"

"জীবনানন্দ, নীৰেন চক্ৰবৰ্তী, সুভাষ মুখোপাধ্যায়ৰ কবিতা মুখস্থ আছে। তোমাক আগেয়ে শুনাইছোঁ। আজি কিন্তু এই মুহূৰ্তত শেষেৰ কবিতাৰ পৰা বিশেষ দুশাৰীমান মাতিম— কাৰণ সেই শাৰীকেটা ৰবি ঠাকুৰে আজি এই মুহূৰ্তত তোমাক মাতি শুনাবৰ কাৰণেই পঁচিশ বছৰৰ আগেয়ে মোৰ কাৰণে লিখি থৈ গৈছিল। শতকোটি ধন্যবাদ গুৰুদেৱ।"

"আমি জানি শেষেৰ কবিতা ছাড়া তোমাৰ কণ্ঠে এই মুহূৰ্তে কোনো কবিতাৰ লাইন ধ্বনিত হবেনা। শোনাও।"

"তব অন্তৰ্ধান পটে হেৰি তব ৰূপ চিৰন্তন,
অন্তৰে অলক্ষ্য লোকে তোমাৰ অন্তিম আগমন।
লভিয়াছি চিৰ স্পৰ্শ মণি,
আমাৰ শূন্যতা তুমি পূৰ্ণ কৰি গিয়েছ আপনি।
জীৱন আঁধাৰ হ'ল, সেইক্ষণে পাইনু সন্ধান
সন্ধ্যাৰ দেউলদীপ চিত্তেৰ মন্দিৰে তব দান
বিচ্ছেদেৰ হোমবহ্নি হতে
পূজামূৰ্তি ধৰি প্ৰেম দেখা দিল দুঃখেৰ আলোতে।"

শৰ্বানীয়ে প্ৰশান্তৰ কান্ধত ইমূৰটো পেলাই কবিতা শুনিছিল। তেওঁৰ চকু দুটা সেমেকি উঠিল। দুটোপাল চকুলো নিগৰি আহিল। শৰ্বানীয়ে মূৰটো তুলি ক'লে, "প্ৰশান্ত আমাৰো তোমাকে কবিতাৰ দুটো লাইন শোনাতে ইচ্ছে কৰছে।"

"That will be great! কি শুনাবা।"

"কি আৰ শোনাব। তোমাৰ সেই Old man গুৰুদেৱেৰ কাছেই হাত পাততে হবে। প্ৰেমৰ বাইবেল শেষৰ কবিতা থেকেই শুনাব।" শৰ্বানীয়ে মূৰটো প্ৰশান্তৰ বুকুখনত পেলাই ল'লে আৰু কবিতাশাৰী মাতিলে,

"কোনোদিন কৰ্মহীন পূৰ্ণ অবকাশে
বসন্ত বাতাসে অতীতেৰ তীৰ হতে যে ৰাত্ৰে বহিবে দীৰ্ঘশ্বাস,

ঝৰা বকুলেৰ কান্না ব্যথিবে আকাশ,
সেইক্ষণে খুঁজে দেখো, কিছু মোৰ পিছে ৰহিল সে
তোমাৰ প্ৰাণেৰ প্ৰান্তে; বিস্মৃত প্ৰদোষে
হয়তো দিবে সে জ্যোতি,
হয়তো ধৰিবে কভু নামহাৰ স্বপ্নেৰ মুৰতি।
তবু সেতো স্বপ্ন নয়,
সবচেয়ে সত্য মোৰ, সেই মৃত্যুঞ্জয়—
সে আমাৰ প্ৰেম।
তাৰে আমি ৰাখিয়া এলেম
অপৰিবৰ্তন অৰ্ঘ তোমাৰ উদ্দেশ্যে।"

শৰ্বানী বৈ গ'ল আৰু প্ৰশান্তৰ বুকুত মুখ গুজি আকৌ হুকহুকাই কান্দিবলৈ ধৰিলে। তেনেকৈ থকাৰ পিছত প্ৰশান্তই মুৰটো দুহাতেৰে তুলি ধৰি শৰ্বানীৰ দুচকুৰ চকুপানী ওঁঠ দুটাৰে মচিবলৈ ল'লে।

চেটাৰ্জী-আলয়ৰ গেটৰ সমুখত হেডলাইটেৰে প্ৰকাণ্ড ক'লা গাড়ীখন ৰ'লহি। গাড়ীৰ হৰ্ণ বাজিল। চকীদাৰ গেটৰ পিনে দৌৰি গ'ল।

প্ৰশান্ত আৰু শৰ্বানী চিৰিয়েদি ছাদৰ পৰা তললৈ নামি গ'ল। শৰ্বানীৰ মাক শান্তিছায়াই মন কৰিলেনে নাই ক'ব নোৱাৰি, কিন্তু তলত নিয়ন লাইটৰ উজ্জ্বল পোহৰত স্পষ্ট ধৰিব পৰা হৈ আছিল, শৰ্বানীৰ দুয়ো চকুৰ পাহি সেমেকি আছিল, চকু দুটা কান্দোনত ৰঙা পৰি আছিল, বহু সময় পিছলৈকে।

পিছদিনা পুৱা শৰ্বানী আৰু মাক-দেউতাক দুয়ো নিজেই প্ৰশান্তক ৰেলত তুলি থৈ আহিবলৈ গ'ল। প্ৰশান্ত অতি আপোনা হৈ পৰিছিল শৰ্বানীৰ মাক-দেউতাকৰ। ৰেলৰ উকিৰ লগে লগে প্ৰশান্ত ডবাত উঠিবলৈ যোৱাৰ আগমুহূৰ্তত শৰ্বানীয়ে নিজৰ বেগৰ পৰা উলিয়াই এটা পেকেট প্ৰশান্তৰ হাতত দি ক'লে, "সুমিতাৰ জন্য একটা কিছু পাঠিয়েছি, গিয়ে দেবে।"

ৰেল চলিবলৈ ধৰিলে। শৰ্বানীয়ে প্ৰশান্তৰ মেলি থকা হাতখনত এবাৰ খামুচি এৰি দিলে।

শৰ্বানী আৰু মাক-দেউতাকে হাত জোকাৰি বিদায় জনালে। প্ৰশান্তইও নেদেখা হোৱালৈকে হাত জোকাৰি থাকিল।

শৰ্বানীৰ হৃদপিণ্ডৰ চাৰিওপিনে যেন শৰীৰৰ এটাইবোৰ তেজ জমা হৈ হেঁচিবলৈ ধৰিলে।

ৰেলৰ দবাত নিজৰ আসন লৈ প্ৰশান্তই হাতৰ পেকেটটো চালে। এটা ডাঙৰ লেফেফা, বন্ধ কৰা নাই। প্ৰশান্তই মুখখন খুলি ভিতৰত কি আছে চালে। এখন ফটো। উলিয়াই আনিলে। প্ৰশান্তৰ ফটো। সোণালী ফ্ৰেমেৰে সুন্দৰকৈ বন্ধা। দুদিনমানৰ আগতে শৰ্বানীৰ ভায়েক শুভেন্দুৱে তুলিছিল, ককায়েকে ইংলণ্ডৰ পৰা পঠোৱা কেমেৰাৰে। বৰ সুন্দৰ হৈছে। প্ৰশান্তৰ ব্যক্তিত্ব উদ্ভাসিত হৈছে। ফটোখনৰ লগত বন্ধ নকৰা এটা সৰু এনভেলাপত এখন চিঠি। প্ৰশান্তই খুলি চালে পঢ়িলে। ইংৰাজীত লিখা চিঠি ঃ

Sumita, my darling,

Here I am sending you the most precious gift of my life : Your Prince Charming! (A photograph of course). I have not kept any copy of the photograph with me not even the negative; because it's all yours alone! I have taken all care for Prasant's safe return journey (Unto you)

Love and love only.
yours,
Sarbani

প্ৰশান্তই চিঠিখন এনভেলাপত সুমাই থওঁতে মন কৰিলে, হয় ফটোৰ নিগেটিভখনো লগত দিছে। তাৰ মানে শৰ্বানীয়ে প্ৰশান্তৰ একো চিন লগত ৰাখিব খোজা নাই।

প্ৰশান্ত এদিন বা দুদিন গুৱাহাটীত থাকি গাঁৱৰ ঘৰলৈ যোৱাৰ কথা আছিল। এম. এ. ফাইনেল পৰীক্ষাৰ প্ৰস্তুতিৰ বাবে এই বছৰ পূজাৰ বন্ধতো প্ৰশান্ত ঘৰলৈ অহা নাছিল। পুতেকক বহুত দিন লগ নোপোৱাকৈ থকা বাবে মাক-দেউতাকেও আশা কৰি আছে প্ৰশান্ত কেতিয়া আহি ঘৰ পায়হি। তাতে প্ৰসন্ন সোণোৱালে মনতে ভাবি থৈছে, প্ৰশান্তৰ পৰীক্ষাৰ খবৰ ওলাবলৈ কমেও তিনিমাহ সময় আছে। তাৰ পিছতো এম. এ. পাছ কৰি উঠি চাকৰি এটাৰ বন্দবস্ত হোৱালৈকে প্ৰশান্তৰ তেনে কাম-কাজ নাথাকিব। গতিকে দেউতাকে ভাবি থৈছে, এই সময়খিনি প্ৰশান্ত স্কুলখনতে সোমাই থাওক। স্কুলত ল'ৰা-ছোৱালী বাঢ়িছে, চেক্‌চনো বাঢ়িছে আৰু দুজনমান শিক্ষকৰো প্ৰয়োজন আছে। গতিকে সদ্যহতে প্ৰশান্তয়েই অলপ দিন কাম কৰকচোন। তেওঁ কথাটো বৰ্তমানৰ হেডমাষ্টৰৰো কাণত পেলাই থৈছে। হেডমাষ্টৰে লগে লগে বৰ আগ্ৰহ প্ৰকাশ কৰিছে। কথাবোৰ আলোচনা কৰি, সোণোৱালে হাঁহি এটা মাৰি প্ৰশান্তৰ মাকক ক'লে, "আচলতে বুজিছা শ্ৰীময়ী, মইতো ভাবো প্ৰশান্ত স্থায়ীভাবেই স্কুলতে সোমাওক। মই গঢ়ি

তোলা স্কুল, সেইখনৰ ভৱিষ্যৎ বিকাশৰ ক্ষেত্ৰত, মোৰ ল'ৰাতকৈ আৰু কাৰ দায়িত্ব বেছি হ'ব পাৰে।"

"হ'ব হ'ব, গাঁৱত থাকি দেশসেৱা কৰি, সমাজ সেৱা কৰি নেতা হৈ নিজে যি কৰিছে, ল'ৰাটোকো সেইবাটে টানিব নালাগে।"

সোণোৱালে মূৰটো ঘূৰাই এবাৰ শ্ৰীময়ীৰ পিনে চালে। তাৰ পিছত ক'লে, "শ্ৰীময়ী, তুমি পাহৰিলা, এম. এ. পাছ কৰাৰ খবৰ ওলোৱাৰ অলপ দিন পিছতে শিলচৰৰ দেৱৰয় কলেজত চৰকাৰী চাকৰি পাইছিলোঁ। সেই চাকৰিত যোগ নিদিয়াৰ মোৰ সিদ্ধান্তৰ মূল নিৰ্ণায়ক কোন আছিল? পাহৰিলা? তাৰ পিছতো হাকিম মুন্সিপৰ চাকৰিৰ বাবে একাধিক সুযোগ আহিছিল। সেইবোৰলৈ যোৱা হ'লে, সৌমাৰ নাইবা মোৰ আন বন্ধুহঁতৰ দৰে এতিয়া কোনোবা এখন নগৰত অগাধ ধন-সম্পত্তিৰ গৰাকী হৈ থাকিলোঁহেঁতেন। তেনে নোহোৱাৰ বাবে মই কেতিয়াবা এক মুহূৰ্তও আক্ষেপ কৰা দেখিছা। গোটেই জীৱনটো এটাই মাত্ৰ স্বপ্ন বুকুত সুমাই লৈ থাকিলোঁ— এখন উৎকৃষ্ট স্কুল গঢ়ি তোলা। সেই স্পপ্নই বাস্তৱ ৰূপ পালে। What else I want? আৰু গাঁৱত থাকি মই নেতা হোৱা নাই। নেতা হ'বলৈ মই কেতিয়াও ৰাজনীতি কৰা নাই। হয়, দেশ সেৱা কৰিছোঁ। এসময়ত স্বাধীনতাৰ যুদ্ধত দেশৰ প্ৰতিজনেই সৈনিক হৈ কাম কৰা, সেৱা আগবঢ়োৱা এটা নৈতিক দায়িত্ব হৈ পৰিছিল। সেই দায়িত্ব ময়ো পালন কৰিছিলোঁ। জেল খাটিছিলোঁ। কিন্তু নেতা নহ'লো কোনো দিনেই..."

শ্ৰীময়ীয়ে হঠাৎ নিজৰ হাত এখনেৰে সোণোৱালৰ মুখত সোপা দি ধৰি ক'লে, "হৈছে হৈছে, লেক্‌চাৰ বহুত হ'ল। মোৰ মুখত কিবা ভাবি কিবা ওলাল, তাতে একেবাৰে মানুহজনে মস্ত ভাষণ আৰম্ভ কৰি দিলে।"

সোণোৱালে মুখৰ পৰা শ্ৰীময়ীৰ হাতখন এৰুৱাই, বাওঁহাতেৰে শ্ৰীময়ীৰ কঁকালত সাৱটি ধৰি নিজৰ বুকুৰ কাষলৈ চপাই আনিলে। তাৰ পিছত শ্ৰীময়ীৰ মুখখন নিজৰ মুখৰ কাষত ধৰি সোণোৱালে ক'লে, "মুখত কিবা ভাবি কিবা ওলাবলৈ নিদিবা, মুখত মাত্ৰ মাজে মাজে কি ওলাবলৈ দিবা জানা?"

"কি?" শ্ৰীময়ীয়ে সোণোৱালৰ উজ্জ্বল চকু দুটালৈ চাই সুধিলে।

"চুমা।"

সেই বুলি সোণোৱালে শ্ৰীময়ীৰ মুখত নিজৰ নুখুৱোৱা আধাপকা ডাড়িৰে মুখখন হেঁচি ধৰি ওঁঠত চুমা খাবলৈ ধৰিলে। শ্ৰীময়ীয়ে অলপ সময় পাছতে জোৰকৈ সোণোৱালৰ বুকুৰ পৰা আঁতৰি আহি কাষৰ বিছনাত বহিল আৰু ক'লে, "ক'তে মৰো মই। এই বুঢ়াটোৰ আজি হ'ল কি।"

দুয়ো ডাঙৰ ডাঙৰকৈ হাঁহিবলৈ ধৰিলে। কিছু সময় ধৰি, প্ৰশান্ত দুই-এদিনতে কলিকতাৰ পৰা আহি পোৱাৰ কথা, আহি পালে পুতেকক কি বান্ধি খুৱাব— বজাৰৰ পৰা কি কি আনিব লাগিব— তেনেবোৰ সৰু কথাৰ পৰা প্ৰশান্তৰ ভৱিষ্যতৰ কথা, পি. এইচ. ডি. কৰিবনেকি— চাকৰি কি কৰিব, তাৰ পিছত বিয়া-বাৰুৰ কথা আৰু শেষত জীয়েক সুমিতাক প্ৰশান্তলৈ বিয়া দিবলৈ সৌমাৰ দত্তই আগবঢ়োৱা প্ৰস্তাৱৰ কথা, তেওঁলোকে সেই প্ৰস্তাৱ অগ্ৰাহ্য কৰাৰ কথা, সুমিতাৰ সৈতে প্ৰশান্তৰ মনৰ মিলৰ কথা— এনেবোৰ সংশয় আৰু কিছুমান অনিশ্চয়তাৰ দুৰ্ভাৱনাৰ কথা, ইত্যাদি গহীন আলোচনাত দুয়ো মগ্ন হৈ পৰিল।

এবাৰ শ্ৰীময়ীয়ে মন কৰিলে, কাষৰ টেবুলখনত থকা লেমটোৰ ফিটাডাল পুৰি ৰঙা হৈ পৰিছে, ধোঁৱা ওলাই চিমনিত লাগিছে।

"লেমত তেল শেষ হ'ল। এতিয়া আকৌ তেল ভৰাম জানো? নিশা ভালেখিনি হৈছে। শোৱকহিয়েই, কিতাপ পঢ়িব নালাগে। লেমটো নুমাই থওঁ।"

টেবুলৰ কাষতে এখন আৰামী চকীত দীঘল দি বহি সোণোৱালে ইমানপৰে কথা পাতিছিল। বুকুতে এখন কিতাপ— ৰাধা কিষণ আয়োগৰ শিক্ষা নীতিৰ প্ৰতিবেদনখনৰ সংক্ষিপ্ত সংস্কৰণ।

সোণোৱাল বহাৰ পৰা উঠিল। কিতাপখন টেবুলৰ ওপৰত থ'লে, "হ'ব দিয়া, এতিয়া আৰু লেমত তেল ভৰাব নালাগে, মই নপঢ়ো। শোঁৱেই। লেমটো নুমাই দিয়া।"

গাঁৱৰ ঘৰত মাক-দেউতাকে নিতৌ পদুলিলৈ চাই পুতেক আহি পোৱালৈ অধীৰ হৈ অপেক্ষা কৰি আছে যদিও আৰু প্ৰশান্তইও সেই কথা উপলব্ধি নকৰাকৈ থকা নাই যদিও প্ৰশান্ত গুৱাহাটীত সুমিতাহঁতৰ ঘৰত এসপ্তাহ ধৰি থাকিব লগা হ'ল। তাৰ কাৰণ হ'ল সুমিতাৰ নেৰানেপেৰা অনুৰোধ আৰু তাৰ উপৰি সুমিতাৰ মাক বীতাৰো একান্ত ইচ্ছা, ইমান দিনৰ মূৰত প্ৰশান্তক লগ পাই তেওঁক এৰি দিবৰ মন যোৱা নাই। বিশেষকৈ বীতাই প্ৰশান্তৰ এখন প'ৰ্ট্ৰেট আঁকি উপহাৰ দিয়াৰ কথা বহুত দিনৰ পৰা ভাবি আছে। আজি কালি বীতাৰ ছবি অঁকা কমি গৈছে; ইচ্ছাৰ অভাব নহয়, কাৰণটো হৈছে কিছুদিনৰ পৰা তেওঁৰ পিঠিত এটা বিষ আৰম্ভ হৈছে। মাজে মাজে সহিব নোৱৰা হৈ পৰে বিষটো। হট ৱাটাৰ বেগেৰে সেক দিয়া আৰু ডাক্তৰে লিখি দিয়া পিল খাই বিষটো কমাই ৰখা হয়, কিন্তু বিষটো সমূদায় এৰাই যোৱা নাই। সেই কাৰণেই বীতাৰ ছবি অঁকা প্ৰায় বন্ধই হৈছে। এনে অৱস্থাৰেই যেতিয়া বীতাই প্ৰশান্তৰ ছবি এখন অঁকাৰ আগ্ৰহ

প্ৰকাশ কৰিলে, প্ৰশান্তই আৰু আপত্তি নকৰিলে। এসপ্তাহমান বৈ যোৱাৰ সন্মতি জনালে।

প্ৰথম দুদিন পুৱাবেলা দুঘণ্টামানকৈ প্ৰশান্ত ৰীতাৰ ষ্টুডিঅ'ত বহিল। প্ৰশান্তৰ প'ট্ৰেট অঁকা আৰম্ভ কৰলে। দুঘণ্টাতকৈ বেছি সময় ৰীতাই ল'বও নোৱাৰে, কাৰণ আঁকিবলৈ লোৱাৰ অলপ পিচতে পিঠিৰ বিষটো আৰম্ভ হয় আৰু পিছলৈ অসহ্য হৈ পৰে। দ্বিতীয় দিনা প্ৰশান্ত আৰু সুমিতাই জোৰকৈ দুঘণ্টাৰ পিছতে ছবি অঁকা বন্ধ কৰালে।

তৃতীয় দিনা ৰাতিপুৱা চাহ-জলপানৰ পিচতে ৰীতাই বিষৰ পিল খোৱাটো সৌমাৰ দত্তই লক্ষ্য কৰিলে। পিল সদায় খাবলৈ মানা কৰা আছে। বিষ বেছি হ'লে খাব লাগে। দত্ত ৰীতাৰ ওচৰলৈ গৈ ৰীতাৰ পিঠিত হাত এখন থৈ সুধিলে, বেছি বিষাইছে নেকি। ৰীতাই মূৰ জোকাৰিলে, "নমাই বিষোৱা"। সুমিতাই মাত দিলে,

"নহয় দেউতা, মায়ে প্ৰশান্তৰ প'ট্ৰেট আঁকিবলৈ লৈছে, পিঠিৰ বিষ উঠিছে। আমি কৈছোঁ, প'ট্ৰেট আঁকিব নালাগে, No, She would not listen."

"ময়ো কৈছোঁ, কষ্ট কৰিব নালাগে।" প্ৰশান্তই ক'লে।

ৰীতাই সুমিতাইঁতে কি কৈছে ভালদৰে নুবুজিলেও অনুমান কৰিলে প্ৰশান্তৰ ছবি অঁকা কথাই পাতিছে আৰু কামটো ভাল হোৱা নাই, তাকে আলোচনা কৰিছে।

ৰীতাই দুবাৰমান মূৰ জোকাৰিলে আৰু মুখেৰে দুটামান শব্দ কৰি অলপ ক্ষোভৰ ভাব প্ৰকাশ কৰিলে। তাৰ পিছত হঠাৎ থিয় হৈ প্ৰশান্তৰ হাত এখনত ধৰি টানি বহাৰ পৰা উঠালে আৰু ঘৰৰ এমূৰত থকা তেওঁৰ ষ্টুডি'ৰ কোঠাটোলৈ প্ৰশান্তক লৈ গ'ল। ৰীতাই প্ৰশান্তক নিৰ্দিষ্ট চকীখনত বহিবলৈ দি হাতত তুলিকা লৈ সমুখৰ ব'ৰ্ডত আধা অঁকা প'ট্ৰেটখনত মনোযোগ দিবলৈ ধৰিলে।

আগৰ দুদিন ৰীতাই ছবি অঁকাৰ সময়ত সুমিতা প্ৰশান্তৰ কাষতে বহি তাচ খেলি নাইবা অন্যান্য কথা পাতি পাতি প্ৰশান্তৰ সৈতে আড্ডা মাৰি বহি আছিল। ৰীতাৰ চেষ্টা— কিমান সোনকালে মাকৰ ষ্টুডিঅ'ত বহি থকাৰ পৰা প্ৰশান্তক আঁতৰাই নি নিজৰ কোঠাত গৈ নাইবা ঘৰৰ অন্য ঠাইত একান্তভাৱে তাই প্ৰশান্তৰ সৈতে সময় কটাব পাৰে। তৃতীয় দিনাও, চাহৰ টেবুলৰ পৰা আহি ৰীতাই প্ৰশান্তক একাষত বহুৱাই ছবি আঁকিবলৈ লৈছে। সুমিতাই প্ৰশান্তৰ সমুখৰ চেণ্টাৰপিছ টেবুল এখনত লুডু ব'ৰ্ড এখন পাতি দুয়ো খেলি আছে। কিছুসময় ছবি অঁকাৰ পিছত ৰীতাৰ পিঠিৰ বিষ আৰম্ভ হ'ল। মুখেৰে কষ্ট পোৱা শব্দ

দুটামান কৰিলে। এবাৰ বীতাই সুমিতাৰ বাহুত হাতখন থৈ একাষত থকা হট্ বাটাৰ বেগটো দেখুৱাই তাত গৰম পানী আনিবলৈ অংগী-ভংগীৰে বুজালে। সুমিতা আৰু প্ৰশান্তই বীতাক ছবি আঁকা বন্ধ কৰিবলৈ ক'লে। বীতাই চকু পোন্দোৱাই ধৰি গৰম পানীৰ বেগটো দেখুৱাই তাত বেগাই পানী আনিবলৈ ইংগিত দিলে। সুমিতা বেগটো লৈ পাকঘৰৰ পিনে গ'ল। অলপ পিছতে গৰম পানী লৈ ঘূৰি আহোঁতে অফিচলৈ যাবলৈ ওলাই অহা দেউতাকে সুমিতাক দেখা পালে। সুমিতাই ক'লে, "দেউতা, মাক কিবা কৰি ষ্টুডিঅ'ৰ পৰা আনা। প্ৰশান্তই খুব বেয়া পাইছে, মায়ে কষ্ট কৰি প'ট্ৰেট আঁকি থকা দেখি please stop her doing all these humbug!"

"হামবাগ বুলি নক'বা সুমি। ছবি আঁকা তেওঁৰ জীৱন। But she must know her limit. পিঠিৰ বিষটো লৈ তেওঁ ছবি আঁকি থকা উচিত নহয়। she should stop it." সেই বুলি দত্ত বীতাৰ ষ্টুডিঅ'ৰ পিনে খোজ দিলে।

ষ্টুডিঅ'ত সোমায়েই দত্তই বীতাৰ ওচৰলৈ বীতাৰ হাতৰ পৰা তুলিকাডাল এৰুৱাই আনিবলৈ চেষ্টা কৰিলে। বীতাই বাধা দিলে। বীতাই খঙেৰে মুখত কিবা শব্দ কৰি দত্তৰ বুকুত ভুকুৱাবলৈ ধৰিলে। দত্তই জোৰকৈ বীতাক গাত ধৰি ষ্টুডিঅ'ৰ পৰা উলিয়াই শোৱা কোঠালৈ লৈ আহিল। বীতাই বিছনাত গাৰুত মূৰ দি কান্দিবলৈ ধৰিলে। তেনেতে প্ৰশান্ত আৰু সুমিতা সোমাই আহিল। দত্তই বীতাৰ পিঠিত হাত বুলাই সান্ত্বনা দিবলৈ ধৰিলে। তাৰ পিছত এবাৰ উঠি গৈ অলপ দূৰত আলমাৰি এটাৰ ওপৰত থাক বিফ্লেক্স্ কেমেৰাটো আনি বীতাক অংগী-ভংগীৰে বুজালে যে প'ট্ৰেট অঁকাৰ সলনি বীতাই প্ৰশান্তৰ এখন ডাঙৰ ফটোগ্ৰাফ তোলক— Blow up. বীতাই কেমেৰাটো বিছনাৰ একাষলৈ ঠেলা মৰি দিলে। তাৰ পিছত দত্তক গাত ধৰি ঠেলি কোঠাৰ পৰা উলিয়াই দিলে আৰু ইংগিতেৰে বুজালে যে তেওঁ ক'টলৈ ওলাই যাওক। ক'টলৈ যোৱাৰ সময় পলম হৈছে।

বীতাই দত্তক কোঠাৰ পৰা উলিয়াই কোঠাটো ভিতৰৰ পৰা বন্ধ কৰি দিলে। প্ৰশান্ত আৰু সুমিতাই থিয় হৈ বীতাৰ কৰ্মকাণ্ড উপভোগ কৰি আছিল। বীতাই প্ৰশান্তক হাতত ধৰি কোঠাটোৰ এখন খোলা খিৰিকীৰ কাষলৈ লৈ গ'ল। খিৰিকীৰে বাহিৰৰ আকাশ দেখা যায়। প্ৰশান্তক খিড়িকীৰ গ্ৰিলৰ কাষত থিয় হৈ বাহিৰৰ আকাশলৈ চাই থাকিবলৈ দিলে। তাৰ পিছত বীতাই কেমেৰাটো লৈ, Close upৰ পৰা প্ৰশান্তৰ profileৰ এটা সুন্দৰ শ্বট্ ল'লে।

দুদিন পিছত নিজেই কলেজ ষ্টুডিঅ'লৈ গৈ প্ৰশান্তৰ ফটোগ্ৰাফখন বীতাই

লৈ আহিলগৈ। হাঁ-পোহৰৰ কলাসুলভ প্ৰয়োগেৰে অত্যন্ত সুন্দৰ এখন blow up photograph হৈছে প্ৰশান্তৰ। সন্ধ্যা দত্ত ক'টৰ পৰা উভতি অহাৰ পিছত বীতাই প্ৰশান্তৰ ফটোখন তেওঁক হাঁহি হাঁহি দেখুৱালে আৰু ইংগিতেৰে বুজালে যে তেওঁ ফটোখনৰ পৰাই নিতৌ ষ্টুডিঅ'ত কম সময়কৈ বহি প'ট্ৰেটখন সম্পূৰ্ণ কৰিব।

কিন্তু বীতাৰ প'ট্ৰেটখন অঁকা সম্পূৰ্ণ নহ'ল।

সৌমাৰ দত্তই সেইদিনা ৰাতি শোৱাৰ আগতে বীতাৰ পিঠিত গৰম পানীৰ বেগটোৰে সেক দি থাকোঁতে মনতে ঠিক কৰিলে পিছদিনাই তেওঁ বীতাক ডঃ ভুবনেশ্বৰ বৰুৱাৰ ওচৰলৈ নিব। আজি তিনিমাহে বীতাৰ পিঠিৰ বিষটো ভাল হোৱা নাই। চাই থকা ডাক্তৰজনে স্পণ্ডেলাইটিচ্ বুলি কেটামান ব্যায়াম আৰু বিষৰ পিল দিছে। মূৰ তললৈ কৰি ছবি আঁকি থকাৰ বাবে স্পণ্ডেলাইটিচ্ হৈছে বুলি ভাবিছে ডাক্তৰজনে। অলপ দিন আগতে জৰায়ুৰ কিছু অসুবিধা হৈছিল। তেতিয়া গাইন'কলজীৰ ডাক্তৰ এজনক দেখুওৱা হৈছিল। ডাক্তৰে এণ্টিবায়টিক দি সেই অসুবিধা কমালে। সেইজন ডাক্তৰেই পিল দিলে আৰু পিঠিৰ বিষো লাহে লাহে ভাল হৈ যাব— ব্যায়াম কৰি থাকিলেই, সেই বুলি ক'লে। কিন্তু বিষটো বাঢ়িহে গৈছে। দত্তই ঠিক কৰিলে পিছদিনা পুৱাই ডঃ বৰুৱাক ফোন কৰি appointment লৈ বীতাক দেখুৱাবলৈ লৈ যাব। আচলতে ডঃ বৰুৱা যোৱা পোন্ধৰ দিন অসমৰ বাহিৰত আছিল, ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিবেশনত যোগ দিবলৈ গৈছিল। দুদিন আগতে আহি পাইছেহি।

ডঃ বৰুৱাই যথেষ্ট সময় ধৰি বীতাক পৰীক্ষা কৰিলে। সৌমাৰ দত্তৰ সৈতে ডঃ বৰুৱাৰ কটন কলেজত পঢ়া দিনৰে পৰা চিনাকি আছিল। দত্ত বৰুৱাতকৈ দুশ্ৰেণী তলত আছিল। ডঃ বৰুৱাই বীতাক বৰ মৰমেৰে ব্যৱহাৰ কৰিলে। বীতাক ইতিমধ্যে চিকিৎসা কৰি থকা ডঃ দাসক তেতিয়াই টেলিফোন কৰি ডঃ বৰুৱাই বীতাৰ আগৰ অসুখৰ বিষয়ে ভালদৰে জানি ল'লে। কিছু সময়ৰ পিছত কিছু গহীনভাবে ডঃ বৰুৱাই দত্তক এনেদৰে দিহা দিলে : বীতাক সোনকালেই ডিব্ৰুগড় মেডিকেল কলেজলৈ নিব লাগিব আৰু তাত ডঃ সুৰেন শৰ্মাৰ দ্বাৰা পৰীক্ষা কৰিব লাগিব। সেই পৰীক্ষাত যদি, ভগবানে নকৰক, পজিটিভ কিবা হয় তেন্তে সোনকালেই কলিকতা বা বোম্বাইলৈ যাব লাগিব। ডঃ বৰুৱাই বীতাৰ চিকিৎসাৰ কাৰণে ডিব্ৰুগড় মেডিকেল কলেজৰ অধ্যক্ষ কেপ্টেইন হেম বৰুৱালৈ এখন চিঠি লিখি দত্তক দিলে।

দুদিন পিছতে দত্তই বীতাক লৈ ৰেলেৰে ডিব্ৰুগড়লৈ যাত্ৰা কৰিলে।

বেলত শুই যাব পাৰিব। নিজৰ কাৰত কষ্ট হ'ব। সেইদিনাই প্ৰশান্তও ঘৰলৈ ৰাওনা হ'ল। সুমিতাক দত্তই সবিশেষ কোৱা নাই। মাত্ৰ ক'লে যে মেডিকেল কলেজত heat therapy ৰ নতুন ব্যৱস্থা আছে, দুদিনমান সেই therapy ল'লে ৰীতাৰ পিঠিৰ বিষ ভাল হ'ব। সুমিতাই তাকে বিশ্বাস কৰি থাকিল। সুমিতাক দত্তই লগত নিনিলে, আইতাক অৰ্থাৎ ৰীতাৰ মাক আহি সুমিতাৰ লগত থাকিলহি।

ডঃ বৰুৱাই যদিও ভগৱানে নকৰক বুলি মনৰ ইচ্ছা প্ৰকাশ কৰিছিল, ভগৱানে কিন্তু ৰীতাৰ অদৃষ্ট ইতিমধ্যে নিৰ্ণয় কৰিয়েই থৈছিল। ডঃ সুৰেন শৰ্মাই biopsy আৰু অন্যান্য সকলো পৰীক্ষা কৰি পোৱা ফলাফল অনুসৰি ৰীতাৰ জৰায়ুত কৰ্কত ৰোগ আৰম্ভ হৈ বিয়পি ৰাজহাড়ত ধৰিছেগৈ। অতিশীঘ্ৰেই ইউটেৰাচ remove কৰি cobultৰ therapy আৰম্ভ কৰিব লাগিব। ডঃ শৰ্মাই কলিকতাৰ চিত্তৰঞ্জন কেন্সাৰ ইনষ্টিটিউৰ তেওঁৰ চিনাকি cobult ray বিশেষজ্ঞ এজনলৈ এখন চিঠি লিখি সৌমাৰ দত্তৰ হাতত দিলে। দত্তই ৰীতাক লৈ গুৱাহাটীলৈ আহি ডঃ বৰুৱাক সকলো কথা জনালে। ডঃ বৰুৱাই কিন্তু দত্তক বোম্বাইৰ টাটা মেমৰীয়েল কেন্সাৰ হাস্পতাললৈ ৰীতাক লৈ যাবলৈ পৰামৰ্শ দিলে, আৰু তাৰ অনক'লজী বিভাগৰ মুৰব্বী অধ্যাপকলৈ এখন চিঠি লিখি সৌমাৰ দত্তৰ হাতত দিলে।

সেইদিনা নিশা ভাত-পানী খাই উঠি ৰীতা শোৱা কোঠালৈ যোৱাৰ পিছত সৌমাৰ দত্ত সুমিতাৰ কোঠালৈ সোমাই আহিল আৰু শাহুৱেককো তালৈকে মতাই আনিলে। দত্তই শাহুৱেকক অৱশ্যে ইতিমধ্যেই সকলো কথা জনাইছিলেই। সুমিতাৰ অগোচৰে যোৱা দুদিন তেওঁ অনবৰত চকুপানী টুকিয়েই আছে।

আইতাক সুমিতাৰ কাষত আহি বিছনাত্ বহাৰ পিছত দত্তও সুমিতাৰ কাষত বহিল আৰু সুমিতাৰ হাত এখন নিজৰ হাতত তুলি ল'লে। সুমিতাই দেউতাক আৰু আইতাকৰ মুখলৈ চকুলৈ চাই অলপ বিস্ময় আৰু অলপ সন্দেহেৰে সুধিলে, "দেউতা – Is anythig wrong? তোমালোক ইমান গহীন হৈ মোৰ কাষলৈ আহিছা কিয়?"

"Yes সুমি, something is terribly worng. But you have to face it. –অৱশ্যে, ভাল হৈ যাব, চিন্তা নাই।

"দেউতা, কি ভাল হৈ যাব, কিহৰ চিন্তা নাই?" সুমিতাই টটকৈ চকু মেলি দেউতাকলৈ থৰ হৈ চাই ক'লে। তাই লাহেকৈ হেনাচ্চাকৈ অনুচ্চ মাতেৰে সুধিলে– "দেউতা মাৰ কিবা..."

"yes সুমি, তোমাৰ মাৰ কেন্সাৰ হৈছে।"

ইতিমধ্যে আইতাকে উচুপিবলৈ আৰম্ভ কৰিলে। সুমিতাই আইতাকলৈ অলপ সময় চাই হঠাৎ আইতাকৰ বুকুৰ মাজত সোমাই পৰিল আৰু হুকহুকাই কান্দিবলৈ দৰিলে।

অলপ সময় পিছত সুমিতা হঠাৎ থিয় হৈ চকুপানীবোৰ মচি লৈ বেগাই মাকৰ কোঠাৰ পিনে গ'ল। কোঠাটোত সোমাই দেখিলে মাকে গাঢ় নীলা ৰঙৰ চাটিনৰ নাইটি এটা পিন্ধি ড্ৰেচিং আয়নাৰ কাষত পিঠিৰ পিনে দীঘল ডাঠ চুলিখিনি মেলি মূৰ ফণিয়াই আছে। সুমিতাই দুৱাৰমুখৰ পৰা মাতিলে, "মা—'

বীতাই কোনো সঁহাৰি নিদিলে। সুমিতাই জানে মাকে শুনা নাই। মাকে নুশুনে। বধিৰ।

সুমিতা মাকৰ ওচৰলৈ গ'ল। মাকৰ সমুখত থিয় দিলেগৈ। বীতাই হাঁহি এটা মাৰি ইংগিতেৰে সুধিলে, কি হ'ল। সুমিতাই একো সঁহাৰি নিদি মাকৰ মুখলৈ চাই থাকিল। ইমান সুন্দৰী তাইৰ মাক। দুই কাণৰ কাষৰ মিহি পাতল চুলিখিনি অলপ পকিছে। ক'লা-বগা মিহলি হৈ পৰিছে। বাকী মুখখন একেই আছে। তাইৰ মনত পৰাৰ দিনৰে পৰা মাকক যেনে ধুনীয়া দেখি আহিছে সদায় একেই আছে। only an angel can be so beautiful-- তাই মনতে ভাবিলে। সুমিতাৰ চকু দুটা আকৌ জিপ্‌জিপিয়া হ'ল। বীতাই হঠাৎ সুমিতাৰ মুখখন করুণ হৈ উঠা আৰু চকু দুটা ভিজি উঠা লক্ষ্য কৰিলে। বীতাৰ মুখৰ হাঁহি থকা মুখখন গহীন হৈ পৰিল। ইংগিতেৰে সুমিতাক সুধিলে, কি হৈছে? সুমিতাই কি উত্তৰ দিব। কেনেকৈ বুজাব কি হৈছে। তাই মাত্ৰ কান্দিবলৈ ধৰিলে। বীতাই সুমিতাক গাত ধৰি বিছনালৈ লৈ গ'ল। বিছনাত কাষতে বহুৱাই অংগি-ভংগীৰে সুধিলে দেউতাকে কিবা খং কৰিছেনেকি। সুমিতাই মূৰ জোকাৰি নহয় বুলি জনালে। আইতাকে? নাই আইতাকেও একো কৰা নাই। সুমিতাই মাত্ৰ হুকহুকাই কান্দিবলৈ ধৰিলে। বীতাই একো তৎ ধৰিব নোৱাৰি সুমিতাক বিছনাত নিজৰ বুকুৰ কাষতে শুৱাই দি মুখত চুলিত আঙুলি বুলাই মৰম কৰিবলৈ ধৰিলে। কপালত মাজে মাজে চুমা খালে।

এনেতে দত্ত কোঠাটোলৈ সোমাই আহিল। বীতাই দত্তক দেখিয়েই ইংগিতেৰে সুধিলে সুমিতাৰ কি হ'ল। দত্তই একো নাজানো বুলি ভংগীৰে উত্তৰ দিলে। বীতাই দত্তক ইংগিতেৰে জনালে যে দত্ত অন্য কোঠাত শুবলৈ যাওক। কাৰণ সেইনিশা সুমিতা বীতাৰ লগত শুব।

অলপ পিছতে দত্ত অন্য এটা কোঠাত শুবলৈ গ'ল। সুমিতাই বহু পৰলৈকে ফেকুৰি ফেকুৰি মাকৰ বুকুৰ মাজত মুখখন গুজি আৰু এহাতেৰে মাকক জোৰে

সাবটি ধৰি এসময়ত টোপনি গ'ল। বীতাইও এসময়ত কাষৰ টেবুল লেম্পটোৰ চুইচ্ অফ কৰি শুবলৈ ল'লে। বীতাই বহুনিশালৈকে ভাবি ওৰ নাপালে সুমিতাই কান্দিছে কিয় ?

আজিকালি দেহাপুখুৰীলৈ অসম পৰিবহণ বিভাগৰ বাছ চলা আৰম্ভ হৈছে। উত্তৰপাৰৰ ট্ৰাংকৰোডটো সম্পূৰ্ণ পকী হ'ল আৰু ডাঙৰ ডাঙৰ নৈবোৰৰ ওপৰত পকী দলং হ'ল। কিছুদিন আগলৈকে নৈবোৰত ফেৰীৰে প্ৰাইভেট বাচ আৰু পেছেঞ্জাৰ পাৰ হ'ব লাগিছিল। ভৰ বাৰিষা যেতিয়া নৈত ঢল আহে দুই-তিনিদিনলৈ নৈবোৰৰ ইপাৰ-সিপাৰ হোৱাটো বন্ধ হৈ পৰিছিল। কাৰণ ফেৰী চলাচল বন্ধ ৰাখিছিল। প্ৰসন্ন সোণোৱালৰ মনত পৰিল ঃ তেতিয়া তেওঁ কটন কলেজৰ চতুৰ্থ বাৰ্ষিকৰ ছাত্ৰ। এবাৰ ৰাতিপুৱা বাছেৰে ওলাই যায়, ঢল অহা নৈৰ পাৰত দিনটো বহি থাকে, আবেলি আকৌ একে বাছেৰেই ঘৰলৈ উভতি আহে। সেই তিনিদিন নৈৰ পাৰত বহি বহি সোণোৱালে বাৰ্ণাৰ্ড শ্বৰ তিনিখন নাটক পঢ়ি শেষ কৰিছিল। এতিয়া আৰু সেই সমস্যা নাই। চৰকাৰী পৰিবহণ ব্যৱস্থা হোৱাৰ পৰা মানুহৰ যাতায়তৰ বহুত সুচল আৰু সুবিধা হ'ল। পৰিবহণ বিভাগৰ বাছ চলাচলৰ এটাইতকৈ বিশেষ সুবিধাটো হ'ল এতিয়া ডাকযোগে অহা চিঠি-পত্ৰ দুদিনতে গুৱাহাটীৰ পৰা আহি দেহাপুখুৰী পায়হি। প্ৰশান্তৰ কাৰণে আনন্দৰ কথাটো ১ তাৰিখৰ The Assam Tribune বাতৰি কাগজখন ২ তাৰিখে দুপৰীয়া ২ বজাত দেহাপুখুৰী পোষ্ট অফিচ পায়হি। প্ৰশান্তহঁতৰ ঘৰ পোষ্ট অফিচৰ নাতিদূৰতে হোৱা হেতুকে প্ৰশান্তই আবেলি ৩ বজাত নিজে চাইকেলখনেৰে গৈ চিঠি-পত্ৰ, আলোচনী আৰু 'আসাম ট্ৰিবিউনখন লৈ আহেগৈ। দেউতাকৰ নামতো প্ৰায়েই ডাকত যথেষ্ট চিঠি-পত্ৰ, আলোচনী আদি আহি থাকে। কলিকতা পৰা The Statesman কাকতখনো আহে। বহুত দিন ধৰি প্ৰসন্ন সোণোৱাল কাকতখনৰ নিয়মীয়া গ্ৰাহক। তাৰ উপৰি প্ৰশান্তৰ মাক শ্ৰীময়ী 'দেশ' আৰু পূজা সংখ্যা আনন্দ বজাৰৰ নিয়মীয়া পঢ়ুৱৈ।

সেইদিনা প্ৰশান্তই পোষ্ট অফিচৰ পৰা অনা ডাকৰ মাজত দুখন বিশেষ চিঠি আছিল। এখন প্ৰসন্ন সোণোৱালৰ, আহিছিল সৌমাৰ দত্তৰ পৰা, আনখন আছিল সুমিতাৰ, প্ৰশান্তলৈ লিখা।

দুয়োখন চিঠিয়েই মূলতঃ একেটা বাৰ্তাকে লৈ আহিছিল ঃ ৰীতাৰ অসুখৰ বাৰ্তা। চিঠি পঢ়ি উঠি পুতেক দেউতাক দুয়ো অন্তৰত দুখ পাইছিল, পৰস্পৰে দুখ প্ৰকাশ কৰিছিল। প্ৰশান্তৰ মাক শ্ৰীময়ীকো কথাটো জনোৱাত তেওঁও আহি বিষন্ন মনে আলোচনাত যোগ দিলেহি। আচলতে বিশেষ এটা কাৰণত

"আলোচনা'ৰ আৱশ্যকো হৈ পৰিল। সৌমাৰ দত্তই প্ৰসন্ন সোণোৱাললৈ লিখা চিঠিখনত এটা বিশেষ অনুৰোধ আছিল ঃ

দত্তই সোণোৱালৈ লিখা চিঠিত জনালে যে দুদিন পিচতে বীতাক লৈ তেওঁ প্লেনেৰে বোম্বাইলৈ যাত্ৰা কৰিব। তেতিয়া প্ৰথম ভাৰত এয়াৰৱেজ নামে এৰোপ্লেন সেৱা আৰম্ভ হৈছিল। বোম্বাইত আইন বিভাগৰ এটা চৰকাৰী বাসভৱনত থকাৰ বন্দবস্ত হৈছে, আৰু হাস্পতাললৈ অহা-যোৱা কৰিবৰ কাৰণে তেওঁক এখন সুকীয়াকৈ চৰকাৰী গাড়ীও দিয়া হৈছে। সদ্যহতে তেওঁলোকক সহায়কৰা হিচাপে তেওঁৰ অফিচৰে ডেপুটি ৰেজিষ্ট্ৰাৰজনক পোন্ধৰ দিনৰ চুটি লোৱাই লগত লৈছে। ডেকা মানুহ, তজ্‌বজীয়া, কৰ্মক্ষম। কিন্তু দত্তৰ চিন্তা হৈছে বীতাৰ চিকিৎসা পোন্ধৰ দিনৰ ভিতৰত সম্পূৰ্ণ হ'ব জানো। তেওঁৰ বিশ্বাস, আৰু ডঃ বৰুৱাই আন্দাজ কৰা মতে, হয়তো এমাহো লাগিব পাৰে। গতিকে ডেপুটি ৰেজিষ্ট্ৰাৰজনক পোন্ধৰ দিনৰ পিছত পঠিয়াব লগা হ'লে, তেওঁক সহায় কৰিবলৈ কোনোবা এজন লগত থাকিলে সুবিধা হ'ব। অৱশ্যে নহ'লে তেওঁ অকলেই চলাব পাৰিব। তথাপি দত্তই এটা কথা ভাবিছে ঃ প্ৰশান্ত এতিয়া পৰীক্ষাৰ খবৰ ওলোৱালৈকে এনেয়ে আছে। প্ৰশান্ত নিজৰ ঘৰৰ ল'ৰাৰ নিচিনা। ৰীতাইও তেওঁক বৰ মৰম কৰে। এনে হ'ব পাৰে নেকি যদি প্ৰয়োজন হয় প্ৰশান্ত পিছৰ দিনকেটা বোম্বাইলৈ গৈ দত্তহঁতৰ লগত থাকিবগৈ। প্ৰসন্ন সোণোৱালে যেন প্ৰশান্তৰ সৈতে আলোচনা কৰি কি সিদ্ধান্ত লয় দত্তক জনায়।

প্ৰসন্ন সোণোৱালে অমান্তি জনাই থৈছে যদিও, সৌমাৰ দত্তৰ কন্যা সুমিতাৰ সৈতে নিজ পুত্ৰ প্ৰশান্তৰ ভৱিষ্যতে এদিন বিয়া হোৱাৰ সম্ভাৱনা নাইবা দুৰ্ভাৱনাৰ ডাৱৰৰ ছাঁ সোণোৱালৰ মনৰ পৰা সমূলি আঁতৰি যোৱা নাই। বৰং প্ৰশান্ত দত্তহঁতৰ পৰিয়ালৰ সৈতে ঘনিষ্ঠ হৈ থকা কথাটোৱে সেই ছাঁক অধিক গাঢ় কৰি ৰাখিছে। চিঠিখন পঢ়ি উঠি সোণোৱাল অতি চিন্তিত আৰু উদ্বিগ্ন হৈ উঠিল। প্ৰশান্তক যাবলৈ দিয়াটো উচিত হ'ব জানো? কিন্তু তেওঁৰ দুশ্চিন্তাক ভিত্তিহীন কৰি দিলে শ্ৰীময়ীয়ে। সোণোৱালে চিঠিখন নিজে পঢ়াৰ পিছত শ্ৰীময়ীক পঢ়িবলৈ দিছিল। শ্ৰীময়ীয়ে পঢ়ি উঠিয়েই এবাৰতে সিদ্ধান্ত দিলে— "আপুনি উত্তৰ দি দিয়ক, বাপ কেতিয়া যাব লাগে দত্তই জনাব। বাপ যাব। কিমান ডাঙৰ কাণ্ড এটা ঘটিবলৈ ধৰিছে। সি কিয় নাযাব? এইটো মানৱীয়তাৰ কথা। বেচেৰী। তাইৰহে এনেখন হ'বলৈ পালে।"

বোম্বাইৰ পেৰেল অঞ্চলত অৱস্থিত টাটা মেম'ৰীয়েল কেন্সাৰ হাস্পতালখন প্ৰতিষ্ঠা হয় ১৯৪১ চনৰ ২৮ ফেব্ৰুৱাৰীত। সেইখনেই দেশৰ

ভিতৰত কৰ্কট ৰোগৰ চিকিৎসাৰ সকলোবোৰ আধুনিক সা-সুবিধা থকা হাস্পতাল। অতি দ্ৰুতগতিত হাস্পতালখনৰ সম্প্ৰসাৰণ আৰু বিকাশ সাধনৰ প্ৰক্ৰিয়া চলি আছে, আৰু কিছুদিনৰ ভিতৰতেই দেশৰ ভিতৰতে এখন সৰ্ববৃহৎ আৰু অত্যাধুনিক কৰ্কট ৰোগৰ চিকিৎসা কেন্দ্ৰ হৈ উঠাৰ সকলো সম্ভাবনা পৰিলক্ষিত হৈছে। ভাৰতবৰ্ষৰ উদ্যোগ আৰু ব্যৱসায় ক্ষেত্ৰত প্ৰখ্যাত টাটা পৰিয়াৰ আৰ্থিক সাহায্যত এটি ট্ৰাষ্টৰ কৰ্তৃত্বত হাস্পতালখন পৰিচালিত হয়। এজন সুদক্ষ সঞ্চালকৰ অধীনত তেতিয়া প্ৰায় ত্ৰিশটা বিভাগৰ জৰিয়তে ৰোগীৰ চিকিৎসা সেৱা আগবঢ়োৱা হৈছিল।

ডিব্ৰুগড় মেডিকেল কলেজত ডঃ সুৰেম শৰ্মাই পৰীক্ষা কৰি দিয়া কাগজ-পত্ৰ, এক্স্‌ৰে ৰিপ'ৰ্ট আদি নিৰ্ভৰযোগ্য বুলি টাটা মেম'ৰিয়েল হাস্পতালে গ্ৰহণ কৰিলে যদিও আৰু কেটামান ওপৰঞ্চি পৰীক্ষা কৰি সংশ্লিষ্ট বিভাগৰ বিশেষজ্ঞ ডঃ মঙ্গোকাৰ নিশ্চিত হ'ল ৰীতাৰ জৰায়ু সম্পূৰ্ণৰূপে কৰ্কট ৰোগত আক্ৰান্ত হৈ ৰাজহাড়াতো ৰোগ বিয়পি পৰিছে। তৎকালীনভাৱে জড়ায়ুৰ অপাৰেশ্যন হ'ব লাগিব আৰু তাৰ পিছত ৰাজহাড়ত কোবাল্ট ৰে প্ৰয়োগ কৰিব লাগিব। হাস্পাতলৰ সঞ্চালক আৰু বিভাগৰ অন্যান্য চিকিৎসকসকলৰ দৈনিক বহা অলোচনাতো চিকিৎসাৰ সেই প্ৰক্ৰিয়াৰে সিদ্ধান্ত হ'ল।

দুদিন পিছতে ৰীতাক হাস্পতালৰ এটা প্ৰাইভেট কেবিনত ভৰ্ত্তি কৰা হ'ল। এটচেদ্ বাথৰূম, ক্ল'কৰূম, ড্ৰেচিং মিৰৰ, ৱাৰ্ডৰব, কোঠাত চোফাচেট, আৰু এটা ডাঙৰ ৰেডিঅ' চেট। টি. ভি.তেতিয়াও ভাৰতত ওলোৱা নাই। দুখন ডাঠ মেট্ৰেচৰ ঢপ্‌ঢপীয়া বগা বিছনা চাদৰ পৰা লোহাৰ স্প্ৰিং লগোৱা বিছনা, এখন ৰোগীৰ, এখন পৰিচাৰ্যকৰ। বিছনা দুখনৰ সমুখৰ পিনে কিছু দূৰত থকা বেৰত দুখন ডাঙৰ ডাঙৰ তৈলচিত্ৰ, বিছনাত শুই থকাৰ পৰা, নাইবা হেলনীয়াকৈ বহি থকাৰ পৰা চাই থাকিব পাৰি। এখন, একবস্ত্ৰ পৰিহিতা নাৰীৰ বাস্তাৰ অঞ্চলৰ জনজাতীয় কৃষ্ণবৰ্ণৰ যুৱতী নাৰীৰ ছবি। ছবিৰ নাম 'মৃগনয়না'। আনখন লেণ্ডস্কেপ, দুটা পাহাৰৰ মাজেৰে এখন নৈ বৈ আহিছে। নৈত এখন টুলুঙা নাও। এজনী জনজাতীয় ছোৱালীয়ে অকলে নাৱৰ গুৰি ধৰি চলাই আহিছে। নাৱত দুটা ছাগলী। পাহাৰৰ সিপাৰত বেলি ডুবিবলৈ ধৰিছে। সূৰ্যাস্তৰ পোহৰ পৰিছে নৈখনৰ পানীত, ছোৱালীজনীৰ চুলিৰ পিছপিনে।

ৰীতা হাস্পতালৰ কোঠাটোত সোমায়েই বেৰত আঁৰি থোৱা ছবি দুখনত তেওঁৰ চকু পৰিল। পিঠিৰ বিষত বিবৰ্ণ হৈ থকা ৰীতাৰ মুখখন, চকু দুটা হঠাৎ উজ্জ্বল হৈ উঠিল, উদ্ভাসিত হৈ পৰিল। বহুত সময় ধৰি তেওঁ ছবি দুখন চালে।

তাৰ পিছত নিৰ্দিষ্ট বিছনাখনত মূৰৰ পিনে গাৰু দি হেলনীয়া হৈ বহিল। তেওঁ কোঠাটোৰ চাৰিওপিনে চকু ঘূৰাই চালে। চকুত সন্তোষৰ ভাব ফুটি উঠিল।

ৰীতাই এতিয়া নাজানে তেওঁৰ আচলতে কি বেমাৰ হৈছে। মাত্ৰ জানে পিঠিৰ বিষৰ কাৰণে বোম্বাইৰ এখন ডাঙৰ ভাল হস্পতাললৈ অনা হৈছে। যোৱা দুদিন হাস্পতালৰ আউট ড'ৰত চাৰিওপিনে বহি নাইবা ঘূৰি ফুৰা শ শ ৰোগী আৰু তেওঁলোকৰ আত্মীয়-স্বজনবোৰৰ সৈতে ৰীতাও বহি নাইবা ঘূৰি ফুৰিব লগা হৈছিল। ৰোগীবোৰক দেখি তেওঁ মাজে মাজে বৰ অস্থিৰ হৈ উঠে। মনটো বিষাদময় হৈ উঠে। কান্দি পেলায়। মাজে মাজে বিৰক্ত হৈ খং কৰি মুখেৰে কিবাকিবি কৈ গুচি যাব খোজে। সৌমাৰ দত্তই ৰীতাৰ পিঠিত, মূৰত হাত ফুৰাই মৰম কৰি ৰীতাক সৈমান কৰিবলৈ যত্ন কৰে। দত্তক সহায় কৰিবলৈ তেওঁলোকৰ লগত অহা ডেকা ডেপুটি ৰেজিষ্ট্ৰাৰ বৰুৱাই মন-প্ৰাণ দি ঘূৰা-মেলা কামবোৰ কৰি আছে। ঘটনাক্ৰমে দত্তৰ সৈতে চিনাকি হৈ বোম্বাইত ফিল্মচ্ ডিভিজনত চকাৰি কৰা এজন অসমীয়া ডেকা ৰাণা বৰুৱা আৰু তেওঁৰ এজন মাৰাঠী বন্ধুও প্ৰতিদিনেই আহি দত্তহঁতৰ খা-খবৰ লৈ আছে। সেইদিনাও ৰীতা হাস্পতালত ভৰ্তি হ'বৰ সময়ত তেওঁলোকো আহি ওলালহি।

ইতিমধ্যে নাৰ্চ দুগৰাকী আহি ৰীতাৰ প্ৰাৰম্ভিক খা-খবৰ ল'লেহি। আৰম্ভৰ তদাৰকবোৰ কৰিলেহি। ৰীতাই কথা ক'ব নোৱাৰে কাৰণে অলপ অসুবিধা হ'লেও দত্তই অংগী-ভংগী আৰু ওঁঠৰ বিশেষ চালনাৰে সমস্যাৰ সমাধান কৰি আছে।

অলপ পিছতে চাৰ্জন ডঃ মঙ্গওকাৰ আহিল। আদহীয়া বয়সৰ হৃষ্টপুষ্ট ওখ চেহেৰাৰ ব্যক্তিত্বসম্পন্ন সুপুৰুষ মানুহ। কোঠাত সোমায়েই হাঁহি হাঁহি ৰীতাক মৰম কৰি কৰি কিবাকিবি ক'লে। ৰীতাই একো নুবুজিলেও হাঁহি হাঁহি মূৰ দুপিয়াই দুপিয়াই সঁহাৰি দিলে। পিঠিখন বিষাই আছে, ভংগিমাৰে ডাক্তৰক বুজালে। ৰীতাই যোৱা দুদিনত লগ পোৱাৰ মাজেৰেই ডঃ মঙ্গওকাৰৰ প্ৰতি তেওঁৰ অতি সদ্ভাৱ গঢ়ি উঠিছে। ৰীতাৰ দৃঢ় বিশ্বাস গঢ়ি উঠিছে, এই ডাক্তৰজনে তেওঁৰ বেমাৰ ভাল কৰিব।

নাৰ্ছে আগবঢ়াই দিয়া ৰীতাৰ কেছ হিষ্ট্ৰী আৰু ৰিপ'টবোৰত চকু ফুৰাই ডাক্তৰে ফাইলটোৰ কাগজবোৰৰ নিৰ্দিষ্ট ঠাইত কিবা লিখিলে আৰু ফাইলটো নাৰ্ছক ঘূৰাই দি দত্তক জনালে যে তিনিদিন পিছতে ৰীতাৰ অপাৰেশ্যন কৰা হ'ব আৰু তাৰ পোন্ধৰদিন পিছত ছেদন কৰা অংশ শুকোৱাৰ লগে লগে ৰেডিয়েশ্যন আৰম্ভ হ'ব। সেই বিষয়ে অৱশ্যে নিৰ্দিষ্টকৈ যথাসময়ত অংকলজী বিভাগৰ

বিশেষ চিকিৎসকে জানিবলৈ দিব। তাৰ উপৰি হয়তো কেম'থেৰাপীও কিছু ল'ব লগা হ'ব পাৰে।

ডঃ মঙ্গওকাৰে সাধাৰণভাৱে চিকিৎসাৰ ব্যৱস্থাখিনি কেনেকৈ আগবাঢ়িব সেই সম্পৰ্কে সৌমাৰ দত্তক বুজাই দি আকৌ এবাৰ হাঁহি হাঁহি ৰীতাৰ মূৰত হাত ফুৰাই মৰম কৰিলে, আৰু বিদায় লৈ কোঠাৰ পৰা ওলাই গ'ল।

তিনিদিন পিছতে ৰীতাৰ অপাৰেশ্যন নিয়াৰীকৈ হৈ গ'ল। প্ৰথম অৱস্থাত ৰীতাই ভালদৰে সহযোগ কৰাত কিছু আপত্তি কৰিছিল যদিও ডঃ মঙ্গওকাৰৰ অত্যন্ত মৰমিয়াল ব্যৱহাৰ আৰু নাৰ্ছকেগৰাকীৰ হাঁহি-মাতি অতি সহানুভূতিসুলভভাৱে কৰা আচৰণৰ বাবে ৰীতাই পিছলৈ সম্পূৰ্ণ সহযোগ কৰিবলৈ ল'লে। পিছলৈ অৱশ্যে এনাছ্থেছীয়া আৰু ছেদাশ্যনৰ বাবে ৰীতা সম্পূৰ্ণ শান্ত হৈ থাকিল। পিছলৈ কেবাদিনো ধৰি দি থকা কষ্টকৰ চেলাইন ড্ৰিপ লোৱাটো সম্পূৰ্ণ সহযোগ কৰিলে ৰীতাই।

ডঃ মঙ্গওকাৰে সৌমাৰ দত্তক এদিন সন্ধ্যা পৰত নিজৰ কোঠালৈ মাতি নি কোৱা কথাখিনি হ'ল ঃ অপাৰেশ্যনটো যদি এবছৰ আগতে হৈ গ'লহেঁতেন ৰীতাৰ জীৱন সম্পূৰ্ণ শংকামুক্ত হ'লহেঁতেন। কাৰণ বিগত এবছৰৰ ভিতৰত ৰোগটো জৰায়ুৰ পৰা গৈ ৰাজহাড়ত প্ৰৱেশ কৰিছে। গতিকে এবছৰ আগতে জৰায়ু উঠাই পেলাব পৰা হ'লে ৰাজহাড়লৈ ৰোগ বিয়পা অৱস্থা নহ'লহেঁতেন। এতিয়া ৰোগ জটিল অৱস্থাত পৰিণত হৈছে, ৰাজহাড় অপাৰেশ্যন কৰা অসম্ভৱ। ৰাজহাড়ত ৰেডিয়েশ্যনো সম্পূৰ্ণ কাৰ্যক্ষম নহয়। কাৰণ ৰেডিয়েশ্যন প্ৰক্ৰিয়াটো হৈছে সহজ অৰ্থত এবিধ আনবিক ৰশ্মিৰে ৰোগাক্ৰান্ত ঠাইখিনি পুৰি পেলোৱা। সেই প্ৰক্ৰিয়াটো ৰাজহাড়ত সম্ভৱ নহয়। গতিকে ৰাজহাড়ত, বিহক ব'নমে'ৰো বুলি কয়, ৰেডিয়েশ্যন চিকিৎসাৰেও আৰোগ্য কৰি তোলা সম্ভৱ নহয়গৈ। সাময়িকভাৱে কিছুদিনৰ বাবে কষ্টৰ লাঘৱ হ'ব। কেলাব ৰোগক টাৰ্মিনেল দিজিজ বুলি কোৱা হয়। সেই অৱধাৰিত পৰিণতিৰ পৰা ৰক্ষা পোৱাটো অসম্ভৱ। গতিকে সৌমাৰ দত্তই যেন ৰীতাৰ ক্ষেত্ৰত নিজৰ মনক সেই অনুসৰি প্ৰস্তুত কৰি ৰাখে।

সৌমাৰ দত্ত ডঃ মঙ্গওকাৰৰ চেম্বাৰৰ পৰা ওলাইআহি লিফ্‌ট লৈ হাস্পতালৰ চাৰি মহলাত থকা ৰীতাৰ কোঠালৈ গ'ল। ৰীতাই তেতিয়া বিছনাতে বহি নাৰ্ছ এগৰাকীৰ সৈতে এহাতেৰে তাচ খেলি আছে। বাওঁহাতত তেতিয়াও চেলাইনৰ বেজি লগাই থোৱা আছে। তেওঁ দত্তলৈ মূৰ দাঙি চাই হাঁহি এটা মাৰি আকৌ খেলাত মন দিলে। একাষত চোফাত বহি থকা বন্দনা থিয় হৈ দিলে। সৌমাৰ দত্তই পোনে পোনেই কাষৰ বাথৰুমটোলৈ সোমাই গ'ল। আৰু

দুবাৰখন জপাই হুক্‌হুকাই কান্দিবলৈ ধৰিলে। কিছুসময়ৰ পিছত জোৰকৈ কান্দোন বন্ধ কৰি ভালকৈ মুখ, চকু পানী দুই বাথৰুমৰ পৰা ওলাই আহিল।

দত্তই হাঁহি মুখ এখন লৈ ৰীতাৰ কাষত বহিলহি আৰু নাৰ্ছগৰাকীক আঁতৰিবলৈ কৈ তাছ খেলাত বহিল। ৰীতা অধিক উৎসাহিত হৈ জঁপিয়াই উঠিল। বাওঁহাতৰ চেলাইনৰ বেজীটোত টান এটা লগাতহে স্থিৰ হৈ বহিল। চিৰ চঞ্চলা ৰীতাৰ প্ৰকৃতি যেন সদায় একেদৰেই আছে। সৌমাৰ দত্তৰ মনত পৰিল পঁচিশ-ত্ৰিশ বছৰ আগেয়ে তেওঁ ৰীতাক প্ৰথম লগ পোৱা দিনবোৰলৈ।

পিচদিনাই গুৱাহাটীৰ পৰা সুমিতা, ৰীতাৰ মাক আৰু প্ৰশান্তও আহি দত্তহঁতৰ লগ লাগিল। ৰীতাৰ অপাৰেশ্যনৰ কথাটো চূড়ান্ত হোৱা বুলি জনাৰ পিছৰে পৰা সুমিতাই ককাক আৰু আইতাকৰ ওচৰত বোম্বাইলৈ আহিবলৈ ইমান চিএঞৰ-বাখৰ কৰিবলৈ ধৰিলে, আৰু টেলিফোনত দেউতাককো খাটনি ধৰিলে যে শেষত সুমিতা বোম্বাইলৈ অহাটো নিশ্চিত কৰা হ'ল। ৰীতাৰ মাকো জীয়েকৰ অপাৰেশ্যনৰ সময়ত অহা উচিত বুলি ৰীতাৰ দেউতাকে সুমিতাৰ লগত তেওঁকো পঠালে। ইতিমধ্যে দত্তক সহায় কৰিবলৈ অহা ডেপুটী ৰেজিষ্ট্ৰাৰ বৰুৱাৰো ছুটী শেষ হ'বৰ হোৱাত প্ৰশান্তও পূৰ্বৰ বন্দবস্ত মতে সুমিতাহঁতৰ সৈতে একেলগে অহাটো ঠিক কৰিলে। এইদৰেই, ৰীতাৰ অপাৰেশ্যনৰ আগেয়ে আহি নাপালেও চাৰিদিন পিছত সুমিতা, প্ৰশান্ত আৰু ৰীতাৰ মাক তিনিও আহি টাটা মেম'ৰিয়েল হাস্পতালৰ চাৰি মহলাৰ ওপৰত ৰীতাৰ স্পেচিয়েল কেবিনত ভৰি দিলেহি। সুমিতাই মাকক সাৱটি ধৰি আবেগতে অলপ সময় কান্দিলে। ৰীতাইও আনন্দত মুখেৰে কিবাকিবি শব্দ কৰিবলৈ ধৰিলে।

ইতিমধ্যে ৰীতাৰ দুৰ্বলতা কিছু কমিছে। যিমান পাৰে কোঠাৰ ভিতৰত খোজ কাঢ়িবলৈ লৈছে। ডায়েটিচিয়ানে ঠিক কৰি দিয়া মতে নিয়মিত খাদ্য খাব পৰা হৈছে। ডঃ মঙ্গওকাৰে আশা কৰা অনুসৰি আৰু দহ-বাৰদিনৰ পিছত ৰীতাৰ প্ৰথম পৰ্যায়ৰ চিকিৎসা সম্পূৰ্ণ হ'ব আৰু দ্বিতীয় পৰ্যায়, অৰ্থাৎ কোবাল্ট ৰেডিয়েশ্যন থেৰাপী আৰম্ভ কৰিব পৰা যাব, যি কামৰ দায়িত্ব ল'ব অনক'লজী বিভাগে।

আশা কৰা অনুযায়ী নিৰ্দিষ্ট সময়তে ৰীতাৰ ৰেডিয়েশ্যন থেৰাপী আৰম্ভ হ'ল। থেৰাপী আৰম্ভ কৰাৰ আগেয়ে দুই-তিনি দিন কিছুমান পৰীক্ষা কৰিব লগা হৈছিল। সেইবোৰত এতিয়া সম্পূৰ্ণ প্ৰশান্তই ঘূৰা-মেলা কৰাৰ দায়িত্ব ল'লে। অৱশ্যে সুমিতা ছাঁৰ দৰে প্ৰশান্তৰ লগত থাকিল। প্ৰশান্তৰ লগে লগে ঘূৰি থাকিল, মাকৰ কাৰণে তায়ো কিবা কৰাৰ আনন্দ আৰু অবচেতনাত অনবৰতে প্ৰশান্তৰ

সান্নিধ্য লাভৰ আকাংক্ষা।

কোবাল্ট ৰেডিয়েশ্যনৰ ড'জ আৰম্ভ হ'ল। সপ্তাহত সোমবাৰৰ পৰা শুকুৰবাৰলৈকে পাঁচদিনকৈ মুঠ চাৰি সপ্তাহ বিশটা ড'জ ৰে ল'ব লাগিব। ৰাতিপুৱা ১১ বজাত বেচ মেণ্টৰ ৰেডিয়েশ্যন ৰুমলৈ গৈ মাত্ৰ এক মিনিট সময় ৰে' ল'ব লাগে। এঘণ্টাৰ ভিতৰতে কামখিনি শেষ হৈ যায়। তাৰ পিছত আৰু গোটেই দিনটো একো কাম নাথাকে। অপাৰেশ্যনৰ পিচৰ বিষ-কোপ কমি ৰীতা এতিয়া ভালদৰে খোজ কঢ়া, ঘূৰা-ফুৰা আদি কৰিব পৰা হৈছে। ডাক্তৰৰ মতে আন বহুতৰ তুলনাত ৰীতা অতি সোনকালেই কৰ্মথ হৈ উঠিছে। ৰেডিয়েশ্যন আৰম্ভ কৰা লগে লগে বিষৰ পিল বন্ধ কৰি দিয়া হৈছে, কাৰণ দুদিনমান ৰেডিয়েশ্যনৰ পিচতে বিষ বহুতখিনি কমি আহিছে। আৰু আশা কৰা হৈছে তিনি সপ্তাহ পিছত ৰাজহাড়ৰ বিষ সম্পূৰ্ণ নোহোৱা হ'ব।

এনে অৱস্থাত দৰাচলতে ৰীতা হাস্পতালত থকাৰ প্ৰয়োজন নোহোৱা হ'ল। সৌমাৰ দত্তই ডঃ মঙ্গওকাৰৰ অনুমতি সাপেক্ষে ৰীতাক আকৌ মহালক্ষ্মীৰ ৰেচ ক্লাবৰ ওচৰত থকা বোম্বাইৰ আইন বিভাগৰ গেষ্ট হাউছলৈকে লৈ যোৱা ঠিক কৰিলে। তাৰ পৰা হাস্পতাললৈ বেছি দূৰ নহয়, হাস্পতাললৈ অহা-যোৱাৰ বাবে চৰকাৰী গাড়ীও দিব। দ্বিতীয়তে আৰু এটা সিদ্ধান্ত ল'লে ঃ এতিয়া ৰে' লৈ থকাটো যেতিয়া মাত্ৰ ৰুটিন কাম, আৰু ৰেডিয়েশ্যনৰ ফলত কিবা প্ৰতিক্ৰিয়া আদি হোৱাৰো শংকা নাই, দত্তই ৰীতাক প্ৰশান্ত আৰু শাহবেকৰ লগত থৈ সদ্যহতে তেওঁ উভতি যাব।

ৰীতাক হাস্পতালৰ পৰা গেষ্ট হাউচলৈ নিয়া হ'ল। সকলো ঠিক-ঠাক কৰি এদিন পিচতে দত্ত গুৱাহাটীলৈ ৰাওনা হ'ব। তেনেতে সেইদিনাই সন্ধ্যা কলিকতাৰ পৰা শৰ্বানীৰ টেলিফোনত খবৰ আহিল সুমিতাৰ পৰীক্ষাৰ খবৰ ওলাইছে, দ্বিতীয় বিভাগৰ দ্বিতীয় স্থান লাভ কৰিছে।

গেষ্ট হাউচত সুমিতাৰ পৰীক্ষাৰ খবৰৰ বাবে এটা সৰু-সুৰা উৎসৱপৰ্ব অন্ত হোৱাৰ পিছত ঠিক হ'ল, সুমিতাও দেউতাকৰ লগত গুৱাহাটীলৈ উভটি যাব। কিয়নো যদিও সুমিতাই প্ৰথমে কলিকতাত এম. এ. পঢ়াৰ ইচ্ছা প্ৰকাশ কৰিছিল তথাপি মাকৰ স্বাস্থ্যৰ এনে অৱস্থাত তেওঁ ঘৰৰ পৰা আঁতৰত নাথাকিবলৈ আৰু সেই কাৰণেই গুৱাহাটী বিশ্ববিদ্যালয়তে এম. এ. পঢ়িবলৈ সিদ্ধান্ত ইতিমধ্যেই লৈ থোৱা আছিল। আৰু অলপ দিন পিছতে এম. এ.ৰ নামভৰ্তিৰ সময় হৈছে। গতিকে সুমিতা সোনকালে গুৱাহাটীলৈ উভতি যোৱাৰ প্ৰয়োজন হ'ল।

ৰীতা আপাততঃ আৰোগ্য হৈ আহিবলৈ ধৰিলে। পিঠিৰ বিষ প্ৰায় নোহোৱা হোৱা অনুভৱ কৰিলে। মাকে গেষ্ট হাউছৰ পাকঘৰত সোমাই নিজে ৰন্ধা-বঢ়া কৰি ৰীতাক স্বাস্থ্যবৰ্ধক সুখাদ্য পৰিবেশন কৰিবলৈ ধৰিলে, প্ৰশান্ত নিজে ওলাই গৈ নিতৌ বেগ ভৰাই শাক-পাচলি, মাছ-মাংস আৰু অন্যান্য খাদ্য সামগ্ৰীৰ বজাৰ কৰি আনে। গেষ্ট হাউছৰ মাৰাঠী বনকৰা ল'ৰাকেটাৰ সৈতে অতি আপোন হৈ পৰিল ৰীতাৰ মাকহঁত। হাস্পতালৰ পৰা ১২ বজাত ঘূৰি আহি চৰকাৰী গাড়ীখন ডেওঁলোকে এৰি দিয়ে। পিছত ভাত-পানী খাই উঠি জিৰণি লৈ আবেলি ৰ'দ কমাৰ পিছত সদায় টেক্সী এখন লৈ প্ৰশান্তই ৰীতা আৰু মাকক মেৰিণ ড্ৰাইভ, জুহু নাইবা চৌপাটি বীচলৈ লৈ যায়। ৰীতাই আপোন মনে সাগৰৰ বালিত, পানী জুবলিত ঘূৰি ফুৰে। হেঁপাহ পলুৱাই বহুত ফটো তুলিলে সাগৰ আৰু সাগৰৰ ঢৌৰ। দুসপ্তাহৰ প্ৰতিটো শনি আৰু দেওবাৰ, হাস্পতাললৈ যাব নলগা দিনকেইটাত জাহাঙ্গীৰ আৰ্ট গেৰালীত কেবাঘণ্টাকৈ সময় কটালে ৰিতাই।

কেদিনমান পুৱা শুই উঠিয়েই নাইবা সন্ধ্যা সন্ধ্যা ৰীতাই বিভিন্ন ভংগীত ডঃ মঙ্গওকাৰ আৰু হাস্পতালৰ কেবিনত অনবৰতে লগ পাই থকা নাৰ্ছকেগৰাকীৰ কিছুমান পেঞ্চিল স্কেচ আঁকিলে। ডঃ মঙ্গওকাৰে অ'. টি.ত মূৰ আৰু মুখৰ একাংশ কাপোৰেৰে ঢাকি এপ্ৰণ পিন্ধি থকা ছবি এখনো আঁকিলে। ছবিখিনি আঁকা হোৱাৰ পিছত এদিন হাস্পতাললৈ যোৱাৰ পৰত ৰীতাই সেইখিনি এটা ডাঙৰ কেৰী বেগত ভৰাই ল'লে আৰু বে' লৈ উভটি অহাৰ পৰত অ'. পি. ডি. বিল্ডিঙলৈ গৈ ডঃ মঙ্গওকাৰক আৰু পাঁচ মহলাৰ ওপৰলৈ গৈ প্ৰাইভেট কেবিনৰ চিষ্টাৰছ্ৰ ৰুমলৈ গৈ নাৰ্ছকেগৰাকীক ছবিবোৰ দি আহিলগৈ। ডঃ মঙ্গওকাৰে নিজৰ ছবিকেখন চাই চাই অত্যন্ত অভিভূত হ'ল। তেওঁ থিয় হৈ দুইখন হাতেৰে ৰীতাৰ দুইখন হাত ধৰি অধীৰ প্ৰশংসাৰে জোকাৰিবলৈ ধৰিলে। ৰীতাইও উত্তেজিতভাৱে মুখেৰে কিবা শব্দ কৰি ডাক্তৰক ধন্যবাদ জনালে আৰু অংগী-ভংগী কৰি বুজাবলৈ চেষ্টা কৰিলে, বং কেনভাচৰ সুবিধা থকা হ'লে তেওঁ মঙ্গওকাৰৰ এখন ডাঙৰ পৰ্ট্ৰেট আঁকিলেহেঁতেন।

নাৰ্ছকেগৰাকীয়েও ছবি হাতত লৈ ৰীতাক সাবটি ধৰি ধৰি চুমা খাই ছবিৰ ভূয়সী প্ৰশংসা কৰিলে।

চতুৰ্থ সপ্তাহৰ মাজভাগতে সৌমাৰ দত্ত আকৌ ব'ম্বেলৈ আহিল ৰেডিয়েশ্যনৰ অন্তত ৰীতাৰ চিকিৎসাৰ ফ'লআপৰ কাৰণে সকলো নিজে বুজি ল'বলৈ আৰু হাস্পাতালৰ খা-খৰচ নিষ্পত্তি কৰিবলৈ। দত্ত আহি পোৱাৰ দিনাই

হঠাৎ মাজৰাতিৰ পৰা ৰীতাৰ কাণ এখন বৰকৈ বিষাবলৈ ধৰিলে।

পিছদিনা সৌমাৰ দত্তও ৰীতাৰ লগত হাস্পতাললৈ গ'ল। অনক'লজী বিভাগৰ বেচ্‌মেণ্টত ৰীতাই ৰেডিয়েশ্যন লোবাৰ পিছত ডঃ মঙ্গওকাৰক মাত লগাবলৈ যোৱাৰ লগতে দত্তই ৰীতাৰ কাণ এখনৰ বিষৰ কথা ক'লে। ডঃ মঙ্গওকাৰে দত্তৰ সৈতে সৌজন্যমূলক কথা-বতৰা হোৱাৰ পিছত আৰু ৰীতাৰ স্বাস্থ্যৰ খবৰ লোৱাৰ পিছত ৰীতাৰ ফাইলটোত ৰেফাৰেল ন'ট এটা লিখি দত্তক অলপ কাষতে থকা ৩৬ নম্বৰ কেবিনলৈ যাবলৈ ক'লে, ই. এন. টি.ৰ বিশেষজ্ঞ ডঃ মাধৱনৰ পৰামৰ্শ ল'বলৈ। ইতিমধ্যে ৰীতাই দত্তক আঙুলিয়াই দেখুৱাইছিল বেৰত আঁৰি থোৱা ডঃ মঙ্গওকাৰৰ দুখন পেঞ্চিল স্কেচ্। এখন অপাৰেশ্যন থিয়েটাৰৰ পোছাকত, আনখন ডিঙিত থেটিছকোপ ওলোমাই ডাক্তৰ নাকটোৰে আঁকা ছবি। ডাঃ মঙ্গওকাৰে দত্তৰ আগত ৰীতাৰ চিত্ৰাংকন প্ৰতিভাৰ ভূয়সী প্ৰশংসা কৰিলে।

ৰীতা আৰু দত্তৰ সৈতে প্ৰশান্তও আহিছিল। তিনিও ৩৬ নম্বৰ কেবিনত সোমাল। সোমায়েই এটা আহল-বহল কোঠা, লাউঞ্জ। একাষত এখন টেবুলৰ কাষত এগৰাকী যুৱতী চেক্ৰেটাৰী। প্ৰশান্তই ৰীতাৰ ফাইলটো চেক্ৰেটাৰীৰ টেবুলত থ'লে। চেক্ৰেটাৰীগৰাকীয়ে হাঁহি এটাৰে তেওঁলোকক বহিবলৈ ক'লে। আৰু ৰীতাৰ ফাইলটো নি ভিতৰৰ কোঠাত থকা ডাঃ মাধৱনৰ টেবুলত থৈ আহিল। ডাঃ মাধৱন সেই সময়ত কেবিনত নাছিল। সেইদিনা তেওঁৰ অপাৰেশ্যন থাকে। তেতিয়া ১ বাজিবৰ হৈছে, খবৰ দিছে অলপ পিছতে কেবিনলৈ আহিব। লাউঞ্জত আৰু অন্য ৰোগী নাছিল। সেইদিনা বুধবাৰে ৯ বজাৰ পৰা ১০ বাজৰে ভিতৰতে আউট পেচেণ্ট চাই তেওঁ ১০ বাজত অ'. টি.লৈ যায়। অ'.টি.ত এক-দুই-তিনি বাজি যায়। সেইদিনা মাত্ৰ তিনিটা অপাৰেস্যন আছিল। শেষ হৈছে, আহি পাবহি অলপ পিছতে, চেক্ৰেটাৰীকগাকীয়ে দত্তক কথাটো জনালে।

লাউঞ্জৰ চেণ্টাৰ পিচ টেবুলত কাণ, নাকৰ নানা সম্পৰ্কীয় ৰোগৰ কিছুমান পুস্তিকা থৈ দিয়া আছে, অন্য কেখনমান আলোচনী পত্ৰিকাৰ লগতে। দত্তই পুস্তিকাবোৰ এখন এখনকৈ লিৰিকি-বিদাৰি চাই থাকোতে হঠাৎ এখন পুস্তিকাৰ ওপৰৰ বাক্যটোত চকু পৰিল : Hearing Again-- Now and always। এই বাক্যটোৰ তলতে পুস্তিকাখনৰ ওপৰত এগৰাকী মহিলাই হাতত থকা হিয়াৰিং এইড্‌ৰ যন্ত্ৰ লৈ আছে, আৰু এজনী কিশোৰী ছোৱালীয়ে হাত দুখন মানুহগৰাকীৰ কাণ এখনৰ চাৰিওকাষে আজলি কৰাৰ দৰে ধৰি ফুচ্‌ফুচাই কিবা কৈছে, মানুহগৰাকীয়ে যেন সেই ফুচ্‌ফুচাই কোৱা কথা শুনি ৰস পাই হাঁহিছে।

দত্তই পুস্তিকাখনত চকু ফুৰাবলৈ ধৰিলে। ভিতৰপিনে আৰু কিছু বৰ্ণনা ইংৰাজীত দিয়া আছে। বৰ্ণনাখিনিৰ পৰা ইয়াকে জনা গ'ল যে আমেৰিকাত বধিৰসকলৰ নিৰাময়ৰ কাৰণে cochkear নামে এবিধ যন্ত্ৰ ওলাইছে যি যন্ত্ৰ কাণত implant কৰিলে এজন বধিয়ে আৰোগ্য হৈ স্বাভাৱিকভাৱে শুনা শক্তি ঘূৰাই পাব পাৰে।

দত্তৰ মনত হঠাৎ এক উত্তেজনাৰ সঞ্চাৰ হ'ল। পুস্তিকাত আলোচিত বিষয়টো আৰু বিশদভাৱে জানিবলৈ তীব্ৰভাৱে আগ্ৰহী হ'ল। ঠিক তেনেতে ডঃ ৰাঘৱণ কেবিনলৈ সোমাই আহি নিজৰ কোঠত সোমাল। অলপ সময় পাৰ হ'ল ; কিয়নো চাৰ্জনগৰাকীয়ে অ'. টি.ৰ সাজ সলাই চাৰ্ট-ট্ৰাউজাৰ পিন্ধি ল'ব লগা হৈছিল। চেক্ৰেটাৰীৰ টেবুলৰ ইণ্টাৰকম ফোনটোত ৰিং এটা হ'ল। তেওঁ দত্তহঁতক সৰু দুৱাৰখনেদি ডাঃ মাধৱনৰ কোঠালৈ লৈ গ'ল। দত্তই ইচ্ছাকৃতভাৱে হাতৰ পুস্তিকাখন লগতে লৈ গ'ল।

ডাঃ মাধৱনে ৰীতাৰ ফাইলটো চালে, তেওঁ পঢ়িব লগা অংশটো পঢ়িলে আৰু এদাঁতিত থকা এখন চকীত বহিবলৈ ৰীতাক মাতিলে; য'ত এটা পোহৰৰ যন্ত্ৰ আছে, তাৰে ৰীতাৰ কাণখন পৰীক্ষা কৰিব। ডাক্তৰৰ নিৰ্দেশৰ একো সঁহাৰি নিদি ৰীতাই ডাক্তৰৰ মুখলৈ ভেবা লাগি চাই থাকিল। দত্তই লগে লগে অংগী-ভংগীৰে ৰীতাক নিৰ্দিষ্ট চকীখনত বহিবলৈ ইংগিত দিলে। ৰীতাই ইফালে সিফালে চাই অতি সংকোচেৰে কুচিমুচি চকীখনত বহিলগৈ।

ডাঃ মাধৱনে দত্তক সুধিলে : She has hearing problem-- since when?

"When she was one and half year old." সৌমাৰ দত্তই বহুত বছৰ আগতেই ৰীতাৰ দেউতাকৰ মুখত শুনা কাহিনীটো ক'লে, ৰীতা কেনেকৈ নুশুনা হ'ল।

ডাঃ মাধৱনে আৰু বিশেষ নুসুধিলে। ৰীতাৰ কাণখন বিশেষ যন্ত্ৰৰ পোহৰৰ ব্যৱস্থাৰে পৰীক্ষা কৰি চালে। ক'লে যে কাণ খজুৱাওঁতে নখ লাগি infection হৈছে। antibiotic খালে ভাল হৈ যাব, বিষ কমিব। তেওঁ এখন prescription লিখি দিলে আৰু ৰীতাৰ চিকিৎসাৰ ফাইলটো আগবঢ়াই দিলে।

দত্তই প্ৰশান্তক ৰীতৰ লগত বাহিৰৰ লাউঞ্জত বহিবলৈ কৈ ডাঃ মাধৱনক দুই মিনিট সময় তেওঁৰ সৈতে বিশেষ এটা কথা পতাৰ অনুমতি বিচাৰিলে। ডাঃ মাধৱনে "oh sure" বুলি দত্তক বহিবলৈ কৈ কি কথা ক'ব খুজিছে জানিবলৈ বিচাৰিলে।

দত্তই তেওঁ হাতত লৈ থকা পুষ্টিকাখন ডাঃ মাধৱনৰ পিনে আগবঢ়াই দি Cochlear বিষয়টো সম্পৰ্কে সবিশেষ বহলাই জানিব খুজিলে। ডাঃ মাধৱনে বিষয়টো সম্পৰ্কে ইংৰাজীতে কোৱা কথাখিনি অসমীয়াত হ'ল ঃ সাধাৰণতে দুটা কাৰণত শিশু অৱস্থাত মানুহ বধিৰ হয়। প্ৰথম দুৰ্ঘটনাৰ ফলত কাণৰ পৰ্দা নষ্ট হ'লে, নাইবা বহু ক্ষেত্ৰত কিছুমান বিশেষ ঔষধৰ ভুল প্ৰয়োগ হ'লে। এটা শিশুৱে নিজৰ ভাষাটো কিছু জনাৰ পিছত যদি সেইদৰে বধিৰ হয়, তেন্তে তেনে বধিৰজনক আজিকালি নিৰাময় কৰাৰ বৈজ্ঞানিক উপায় ওলাইছে। cochlear নামৰ এবিধ ইলেক্ট্ৰনিক যন্ত্ৰ ওলাইছে, সেই যন্ত্ৰ কাণত implant কৰি দিলে স্বাভাৱিকভাৱে শুনিব পৰা হৈ যায়। কিন্তু এই উপায়টো বৰ্তমানে অতি ব্যয়বহুল হৈ আছে, দ্বিতীয়তে ইয়াৰ বিশেষজ্ঞ চাৰ্জন আমাৰ দেশত এতিয়াও নাই. কিন্তু আমেৰিকাৰ এজন বিশেষজ্ঞ বছৰত এবাৰকৈ যোৱা দুবছৰে বোম্বেলৈ আহি দুজনমান মানুহৰ চিকিৎসা কৰিছে, কৃতকাৰ্যও হৈছে। ডাঃ মাধৱনক সুধি দত্তই আৰু জানিব পাৰিলে সেই বছৰ আৰু ছমাহৰ পিছত আমেৰিকাৰ চাৰ্জনজন অহাৰ সময় এটা নিৰ্দিষ্ট হৈ আছে। তেওঁ আহি সাধাৰণতে বীচ কেণ্ডী নামৰ নতুনকৈ প্ৰতিষ্ঠা হোৱা অত্যাধুনিক হাস্পতালখনত সেই implant অপাৰেশ্যন কৰে। এসপ্তাহ থাকে। একোটা অপাৰেশ্যনত তিনি লাখমান টকা খৰচ হয়।

দত্তই হঠাৎ ডাঃ মাধৱনক সুধিলে "Do you think Surgeon, it will be possible to cure my wife with this new devise?

"Absolutely, your wife is a very congenial case, with the kind of her history what you have just told me."

ডাঃ মাধৱনে এবাৰ দত্তৰ চকুলৈ চালে আৰু গহীন হৈ কিবা এষাৰ ক'ব খুজিলে "but.. ডাঃ মাধৱন বৈ গ'ল।

"Yes, Dr. Madhaban?"

"I have told you the cost of the treatment."

"Yes, you have told me-- It will be quite expensive. So...."

"Do you think it will be worth...."

"Why?"

"You know Mr. Dutta, your wife is a terminal patient. She is not going to survive for long. It's cancer in bonemarrow. I am sorry, Mr Dutta, I may sound heartless!"

"That's alright Doctor, Because Dr. Ginshaw, Head of the Oncology Department told me that Rita will soon, develop secondary growth. She said my wife. will survive one or maxi-

mum one- and half years. So what? I only want Rita can hear again like a normal woman. I want, that mirracle happen in her life. It may be for a year or even for a month!"

নির্দেশনা অনুসৰি তিনি মাহৰ পিছত ৰীতাক 'ছেক্ আপলৈ' অনা হ'ল টাটা মেম'ৰিয়েল হাস্পতাললৈ। তেতিয়া তাতে দুসপ্তাহ ৰাখি কেম থে'ৰপীৰ এটা কৰ্ছ দিয়া হ'ল। অলপ দিনৰ পিছতে ৰীতাৰ সুন্দৰ দীঘল চুলিখিনি সৰিল।

তাৰ তিনিমাহৰ পিছত আকৌ এবাৰ টাটা মেম'ৰিয়েল হাস্পতালত "ছেক্ আপলৈ" যোৱাৰ সময়তে ডাঃ মাধৱনে পূৰ্বতে সকলো বন্দবস্ত কৰি থোৱা অনুক্ৰমে বীছ কেণ্ডী হাস্পতালত আমেৰিকাৰ পৰা এসপ্তাহৰ বাবে অহা ই. এন. টি. বিশেষজ্ঞ ডাঃ ৰবাৰ্ট হেৰিচন নামৰ চাৰ্জন এজনে ৰীতাৰ কাণৰ অপাৰেশ্যন কৰি cochlear নামৰ শ্ৰৱণ যন্ত্ৰটি ইম্‌প্লেণ্ট কৰিলে। ৰীতাই শব্দ শুনা হ'ল।

মাত্ৰ থকা ঘৰটো বাদ দি সৌমাৰ দত্তই দেউতাকৰ একমাত্ৰ পুত্ৰ হিচাপে লাভ কৰা সকলো মাটি-বাৰী সম্পত্তি বিক্ৰী কৰিছিল। তাৰ উপৰি নিজৰ প্ৰভিডেণ্ট ফাণ্ড, বেংক আৰু বীমা আদিৰ পৰা তুলিব পৰা সকলো সঞ্চিত ধন গোটাই মুঠ চাৰি লাখ টকা ৰীতাৰ কাণৰ অপাৰেশ্যনত খৰচ কৰিলে।

সৌমাৰ দত্তৰ কাৰণে সেইবোৰ একো ডাঙৰ কথা নহয়। ডাঙৰ কথাটো হ'ল, ৰীতাই এতিয়া পুৱাই বিছনাতে সৌমাৰক মাতে, "সৌমাৰ?" সুমিতাৰ কোঠালৈ গৈ কয় "সুমিতা উঠা।" পাকঘৰলৈ গৈ মাকক চাহ খোজে, "মাক একাপ চাহ দিয়া মা!"

ডাঙৰ কথা হ'ল, সুমিতাই যেতিয়া পিয়ানোৰ নোটেশ্যন প্ৰেকটিছ কৰি থাকে ৰীতাই কাষত থিয় হৈ পিয়ানোৰ সুৰ গুণগুণাই থাকিব পাৰে।

কেই মাহমানৰ ভিতৰতে ৰীতাই কিছু হেনাহুচাকৈ আৰু পিছলৈ প্ৰায় শুদ্ধভাবেই মাত-কথাবোৰ বুজিব পৰা আৰু প্ৰায় শুদ্ধ উচ্চাৰণেৰেই প্ৰকাশ কৰিব পৰা হ'ল। সুমিতা, ৰীতাৰ মাক আৰু দত্তয়ো নিজৰ কামৰ ব্যস্তাৰ মাজত যথেষ্ট সময় উলিয়াই ৰীতাক ধ্বনী আৰু শব্দবোৰ শুনাৰ সৈতে উচ্চাৰণৰ সংযোগৰ অনুশীলন কৰাবলৈ ধৰিলে। দত্তই সন্ধ্যা সদায় ৰীতাক গাড়ীত লৈ ব্ৰহ্মপুত্ৰৰ পাৰেদি নগৰখন এবাৰ ঘূৰাই আনে। মাজে মাজে সুমিতা আৰু ৰীতাৰ মাকো লগত যায়। ৰীতাৰ মাক বৰ্তমানে প্ৰায় স্থায়ীভাৱেই জীয়েকৰ লগত থাকিবলৈ গুচি আহিছে। আচলতে দত্তয়েই সেই পৰামৰ্শ দিছিল। সুমিতাৰ সৈতে কথা পাতি ৰীতাই আনকি ইংৰাজী ভাষাৰো কিছু প্ৰাথমিক ব্যৱহাৰ জানি উঠিছে।

এগৰাকী শিক্ষয়িত্ৰীক বন্দবস্ত কৰি ৰীতাক কিতাপ পঢ়িবলৈও সক্ষম কৰাৰ প্ৰয়াস কৰিছে দত্তই। সকলোৱে যেন অনবৰতে উদগ্ৰীৱ আৰু ব্যস্ত হৈ থাকে, কেনেকৈ ৰীতাক এজনী বাকপটু, স্বাভাৱিকভাৱে কথা ক'ব পৰা কৰি তুলিব পাৰি। চাৰ্জনে ডিণ্ডিৰ কণ্ঠস্বৰ আৰু কাণৰ কিছুমান নিয়মীয়া অনুশীলন দিছিল। সেইবিলাক অনুশীলন যাতে নিয়মীয়াকৈ পালন কৰা হয়, সেই কথাটোত ঘৰৰ সকলো সচেতন।

সুমিতাই পিয়ানো বজোৱা চাই চাই ৰীতায়ো এতিয়া নিজে নিজেই পিয়ানোৰ ৰীডত আঙুলি বুলাই সুৰ তুলিব পৰা হ'ল। ৰেডিঅ'ত গান-নাটক শুনিব পৰা হ'ল। গানবোৰ শুনি শুনি নিজেও অলপ অলপকৈ গান গাবলৈ চেষ্টা কৰে।

ৰীতাই আকৌ ছবি আঁকিবলৈও আৰম্ভ কৰিলে। পিঠিৰ বিষ প্ৰায় নোহোৱাই হৈ গৈছে। বোম্বেৰ সাগৰৰ দৃশ্য, জুহু বীচত বেলি ডুবাৰ দৃশ্য। এখন ছবি আঁকিলে, টাটা হাস্পতালৰ আউটড'ৰত বহি থকা বিভিন্ন বয়সৰ ৰোগীৰ মাজত কোলাত বহি এগৰাকী মাকৰ মুখলৈ চাই থকা তকলা মূৰৰ এজনী তিনি-চাৰি বছৰীয়া শিশু কন্যা। কেম'থেৰাপীৰ বাবে ছোৱালীজনীৰ মূৰত চুলি নাই।

ৰীতাৰ মূৰতো চুলি নাই। এখন ক'লা চাটিন কাপোৰেৰে মূৰটো মেৰিয়াই ঢাকি ৰাখে। প্ৰথমে দুদিনমান আয়নাৰ কাষত বহি মূৰটোলৈ চাই ৰীতাই কান্দিছিল। পাতেৰে ভৰি থকা কম বয়সৰ জোপোহা বকুল এজোপাৰ দৰে আছিল ৰীতাৰ মূৰৰ চুলিখিনি। লাৱনী, বৈ পৰা। দুয়ো কাণৰ তলত দুডালমান পকাৰ বাহিৰে চুলিখিনি এতিয়াও চিক্‌চিকীয়া হৈ আছিল। সেই চুলিখিনিৰ কি অৱস্থা হ'ল। যিহওক পিছলৈ ৰীতা সহজ হৈ পৰিল।

এমাহৰ পিছত তৃতীয়টো কেম' কলিকতাতে দিয়া হ'ল। কলিকতাৰ চিত্তৰঞ্জন কেন্সাৰ হাস্পতালতো সেই সুবিধা হৈছে। সেইবাৰ কলিকতালৈ যাওঁতে শান্তিছায়া চেটাৰ্জীয়ে কলিকতাৰ নিউ মাৰ্কেটত থকা এখন নিৰ্দিষ্ট চুলিৰ দোকানৰ পৰা ৰীতাৰ মূৰত পিন্ধিবৰ বাবে চুলিৰ এটা উইগ্‌ৰ ব্যৱস্থা কৰি দিলে। উইগ্‌টো ৰীতাৰ প্ৰায় আগৰ চুলিখিনিৰ দৰেই হৈছিল। ৰীতাই প্ৰথমে কিছু অস্বস্তিবোধ কৰিছিল যদিও কেদিনমান পিছৰে পৰা অসুবিধা নোপোৱা হ'ল।

ৰীতাই সদায় পুৱা শুই উঠিয়েই গা-ধুবলৈ বাথৰুমত সোমায়। গা-ধুই মূৰত উইগ্‌টো পিন্ধি ড্ৰেচিং আয়নাৰ কাষত বহি নিয়মীয়া প্ৰসাধন সম্পূৰ্ণ কৰি কপালত সেন্দুৰৰ ফোঁটটো লৈ দত্তৰ ওচৰলৈ আহে। দত্ত তেতিয়া বিছনাত হেলনীয়াকৈ গাৰুত মূৰটো দি শুই বাতৰিকাকত পঢ়ি থাকে। কাষত চাইড্

টেবুলত টিকজিবে ঢকা চাহৰ টিপট আৰু দুযোৰ কাপ-প্লেট। ৰীতা বাথৰুমত থাকোঁতেই বনকৰা ছোৱালীজনীয়ে বাতৰি কাগজখনৰ সৈতে চাহৰ ট্ৰেখন থৈ যায়হি। এয়া পুৱাৰ নিয়মীয়া ব্যৱস্থা।

ৰীতা ড্ৰেছিং আয়নাৰ ওচৰৰ পৰা উঠি গাত গুলপীয়া ৰঙৰ চিল্কৰ হাউচ কোটটো মেৰাই আনদিনাৰ দৰে দত্তৰ ওচৰলৈ আহিল। "গুড মৰ্ণিং" বুলি হাঁহি এটা মাৰি দত্তৰ কাষতে বিছনাখনত বহিল। চেম্পো আৰু দামী চাবোনৰ কোমল মিশ্ৰিত সুবাস দত্তৰ নাকত লাগিল। দত্তই ৰীতাৰ মুখখন দুহাতেৰে আজলি কৰি লোৱাৰ দৰে ধৰি পুৱাৰ সদ্যস্নাতা স্নিগ্ধা ৰীতাৰ শৰীৰটো তেওঁৰ দুবাহুৰ মাজলৈ নমাই আনিলে। ৰীতাৰ কোমল মসৃন চেঁচা বুকুখনৰ স্পৰ্শত দত্তই এখ তীব্ৰ শিহঁৰণ অনুভৱ কৰিলে। ৰীতাৰ ওঁঠ দুটাত তাৰ পিছত কপালত লাহেকৈ চুমা দি সৌমাৰ দত্তই ক'লে, "গুড মৰ্ণিং'।। ৰীতা দত্তৰ দুবাহু মাজৰ পৰা ওলাই বহি কাষৰ চাইড্ টেবুলত থকা চাহৰ টিপটৰ টিকজীটো গুচাই প্লেট থকা কাপ দুটাত চাহ বাকিলে, কাষৰ সৰু পটৰ পৰা চামুচেৰে চেনি লৈ চাহত মিলালে আৰু একাপ চাহ দত্তৰ পিনে আগবঢ়াই দি নিজে আনকাপ লৈ দুয়ো সমুখাসমুখিকৈ বহিল।

যেন এখন কিতাপহে সমুখত মেলি লৈছে তেনে ভাবেৰে সৌমাৰ দত্তই ৰীতাৰ মুখখনলৈ চাই থাকিল। ৰীতাৰ মুখত, চকু দুটাত আজিকালি জীৱনৰ অপাৰ আনন্দ আৰু সুখৰ পোহৰে অনবৰতে ঢৌ খেলি থাকে। তেওঁ এতিয়া কথা ক'ব পাৰে। মানুহৰ মাত শুনিব পাৰে, পুৱা পিছফালৰ বাৰীত আহি পৰা চৰাইবোৰৰ মাত শুনে, সকলো জীৱ-জন্তু আনকি নিৰ্জীৱ বস্তুৱেও যে শব্দ আৰু ধ্বনি সৃষ্টি কৰিব, সেই শব্দ আৰু ধ্বনি শুনি কিদৰে মন আলোড়িত হ'ব পাৰে, সেই কথা উপলব্ধি কৰি ৰীতাই বিস্ময় মানে। ৰীতা এটাইতকৈ সুখী হৈছে গান আৰু সুৰ শুনিবলৈ পায়। তেওঁ প্ৰায় অনবৰতে ৰেডিঅ' চেটটো লগতে ৰাখে। গীতবোৰ লগে লগে গায়, সুৰবোৰ মনত ৰাখে। আৰু প্ৰায় অনবৰতে গীতবোৰ, সুৰবোৰ গুণগুণাই থাকে।

কিন্তু সৌমাৰ দত্তই ভাবি বিষন্ন হৈ উঠে আৰু কিমান দিনলৈ ৰীতাই এই আনন্দ আৰু সুখৰ জীৱনৰ আশীৰ্বাদ পাই থাকিব। ডাক্তৰৰ মতে ৰোগৰ secondary growth আৰম্ভ হ'লেই মৃত্যু অৱধাৰিত হৈ পৰিব। secondary growth হয়তো ছমাহ-আঠমাহৰ পিছতে আৰম্ভ হ'ব পাৰে। সম্পূৰ্ণ আৰোগ্য লাভ কৰিব পৰা হ'লে ৰীতা কমেও আৰু পয়ত্ৰিশ-চল্লিছ বছৰ জীয়াই থাকিলেহেঁতেন। ৰীতাৰ এতিয়া বয়স মাত্ৰ পঁচত্ৰিছ। কথা ক'ব নোৱাৰা

অপূৰ্ণতাখিনি নোহোৱা হৈ ৰীতা এতিয়া এজনী সম্পূৰ্ণ স্বাভাৱিক জীৱনৰ অধিকাৰী। বাঙময়তাৰ যে কি আনন্দ, কাণেৰে শব্দ শুনাৰ যি শিহঁৰণ সেই আনন্দ আৰু শিহঁৰণ ৰীতাই জীৱনত শৈশৱৰ পিছত, ইমান দিনৰ মূৰত পুনৰ লাভ কৰি ৰীতাই ভাবিছে, তাই কিমান ভাগ্যৱতী! তাই অনবৰতে ৰেডিঅ', গ্ৰামোফোন আৰু জীয়েকৰ লগত পিয়ানোৰ কাষত থিয় হৈ গীত আৰু সুৰ শুনি সময় কটাবলৈ ভাল পায়। ছবি আঁকাৰ লগতে এতিয়া নতুনকৈ গীত আৰু সুৰৰ প্ৰতি ৰীতাৰ প্ৰগাঢ় ধাউতি হৈছে। ৰীতা এতিয়া কিমান সুখী! পৰম সন্তুষ্টি, নিৰ্ভয়, শংকাহীন, উদ্বেগহীন এটি নিৰীহ মনৰ ভাষা ৰীতাৰ চকুৰে মুখে। কিন্তু কেইটা দিনৰ বাবেই এই সুখৰ জীৱন! এই মানুহজনীয়ে নজানে, এনে অনুপম সুন্দৰ মানুহজনীয়ে এটিয়াও নাজানে, আৰু মাত্ৰ ছমাহ-আঠমাহৰ পিছতে অৱধাৰিত মৃত্যুৱে তেওঁক আদৰি ল'ব। সৌমাৰ দত্তৰ বুকুখন গধুৰ হৈ উঠিল। এক তীব্ৰ বেদনাই ভিৰ কৰিলে বুকুৰ ভিতৰৰ কোষবোৰত।

প্ৰশান্তৰ এম. এ. পৰীক্ষাৰ খবৰ ওলাল। প্ৰশান্তই দ্বিতীয় শ্ৰেণীৰ দ্বিতীয় স্থান পালে, প্ৰথম স্থানটো শৰ্বানীয়ে লাভ কৰিলে। সেই বছৰ প্ৰথম শ্ৰেণীত কোনেও স্থান নাপালে। প্ৰশান্তই বি. এ. পৰীক্ষাত দ্বিতীয় শ্ৰেণীৰ প্ৰথম স্থান পাইছিল, শৰ্বানীয়ে দ্বিতীয় স্থান পাইছিল। বি. এ.ত সেইবছৰৰ প্ৰথম শ্ৰেণীত কোনো ছাত্ৰ নাছিল। এম. এ. পৰীক্ষাত এটা স্থান নমিত হোৱা ঘটনাটো প্ৰশান্তৰ মাক-দেউতাকে সহজে গ্ৰহণ কৰিব নোৱাৰিলে। টেলিগ্ৰাম পোৱাৰ লগে লগে মাক-দেউতাকৰ সঁহাৰিত যিমানখিনি উত্তাপ থাকিব লাগিছিল তাতকৈ যেন কিছু কম পৰিলক্ষিত হ'ল। টেলিগ্ৰমখন পঢ়ি প্ৰশান্তৰ দেউতাকে দিয়া মন্তব্যটোত ক্ষোভৰ বেশ এটা স্পষ্ট হৈ উঠিল ঃ ছেকেণ্ড ক্লাছ চেকেণ্ড পজিশ্বনহে হ'ল দেখোন! মই আকৌ ফাৰ্ষ্ট ক্লাছ পাবি বুলিয়েই আশা কৰি আছিলোঁ। বি.এ.ত নহ'লেও, এম. এ.টো শেষ ডিগ্ৰী, ফাৰ্ষ্ট ক্লাছ থাকিব লাগিছিল।"

ইতিমধ্যে মাক শ্ৰীময়ীয়ে টেলিগ্ৰমাখন পঢ়ি আঁতাই মাত দিলে, "হ'ব দিয়ক, ইংৰাজী বিষয়টো টান, আপুনি ফিল'চফীতহে ফাৰ্ষ্ট ক্লাছ পাইছিল। ছেকেণ্ড ক্লাছ পালেও মুঠতে বাপে এম. এ. পাছ কৰিলে। কংগ্ৰেচুলেশ্বনচ বাপ।"

"কিন্তু ছেকেণ্ড ক্লাছবো ছেকেণ্ড পজিশ্বনহে হ'ল" দেউতাকৰ মনৰ আক্ষেপখিনি আঁতৰাই নাই। "টেলিগ্ৰমত ফাৰ্ষ্ট ক্লাছ কোনেও পোৱা নাই বুলি জনাইছে, No First Class. কিন্তু ছেকেণ্ড ক্লাছৰ ফাৰ্ষ্ট পজিশ্বনটো কোনে পালেবা!"

প্ৰশান্ত ইমানপৰে মৌন হৈ তলমূৰকৈ থিয়দি আছিল। তেওঁ লাহেকৈ মাত দিলে, "শৰ্বানীয়েই নিশ্চয় হ'ব।"

প্ৰশান্তৰ কলিকতা নিবাসী বন্ধু এজনে পঠিওৱা টেলিগ্ৰমখনৰ কথাখিনি এনেদৰে আছিল ঃ "Congrasulations. You got Second Calss Second. No First Class." প্ৰশান্তই টেলিগ্ৰমখন আকৌ এবাৰ পঢ়ি থিয় হৈ ভাবিবলৈ ধৰিলে। মাক ওচৰলৈ আহি প্ৰশান্তৰ পিঠিত হাত এখন থৈ ক'লে, "বাপ যা, স্কুলৰ সময় হ'ল, ওলাগৈ, স্কুলতো খবৰটো দেগৈ। ভাবি থাকিব নালাগে। ইংৰাজীত এম. এ. পাছ কৰিছ— সেইটোৱেই ডাঙৰ কাম হৈছে। যা এতিয়া, স্কুললৈ ওলা। মই ভাত দিছোঁ।"

পৰীক্ষাৰ খবৰ ওলোৱাৰ পিছত স্থায়ীভাবে কি চাকৰি হয় সেইটো নিশ্চিত হৈ নুঠালৈকে দেউতাকৰ পৰামৰ্শ অনুসৰি প্ৰশান্তই দেহাপুখুৰী হাইস্কুলতে শিক্ষকতাৰ কামত সোমাই আছে। মাকৰ কথাষাৰত প্ৰশান্তই মনৰ গধুৰ ভাবটো সামান্য পাতল হোৱা যেন অনুভৱ কৰিলে। প্ৰশান্ত স্কুললৈ যাবলৈ ওলাল।

সোণোৱালে গাৰ ঘৰুৱা কাপোৰসাজ সলাই বাহিৰলৈ যোৱা ভাল কাপোৰ এযোৰ পিন্ধি হাতত বজাৰৰ মোনা এখন লৈ বাৰাণ্ডালৈ ওলাই আহিল। ভিতৰৰ পিনে চাই তেওঁ ক'লে, "হেৰা শ্ৰীময়ী, মই এপাক জাহাজঘাটৰ পৰা আহোঁগৈচোন, বিহাৰী জালোৱাই জালত জীয়ন দি থোৱা ডাঙৰ মাছ কিবা আছেনেকি লৈ আহোঁগৈ।"

"আজি মাছ নহ'লেও হয় দেখোঁন। পৰহি দেওঁবৰীয়া বজাৰৰ পৰা অনা চিতল মাছৰ কেডোখৰমান আছেই ভাজি থোৱা। কাইলৈ আকৌ বুধবৰীয়া হাট বহিবহে দেখোঁন।" শ্ৰীময়ী ওলাই আহি দেখিলে সোণোৱাল বাৰাণ্ডাৰ পৰা চাইকেলখন নমাই চোতালৰ মাজ পাইছে।

"ৰ'বাচোন তথাপি, আজি জীয়া মাছ এটা লৈ আহোঁ।"

"ল'ৰাই এম. এ. পাচ কৰিছে বুলি উচাহতে যাব খুজিছে যদি যাওক বাৰু।"

"সোণোৱালে শ্ৰীময়ীক লাহেকৈ সুধিলে, "প্ৰশান্ত ক'ত আছে?"

"গা-ধুবলৈ ধৰিছে।" শ্ৰীময়ীয়ে উত্তৰ দিলে।

সোণোৱালে চাইকেলখন দুখোজ পিছুৱাই আনি শ্ৰীময়ীৰ ওচৰত ৰৈ অনুচ্চ মাতেৰে ক'লে, "যি উচাহ কৰিব পাৰিম বুলি আশা কৰিছিলোঁ— সেই উচাহ কৰিব নোৱাৰিলোঁ। পৰীক্ষাত যিমান ভাল কৰিব লগাছিল, সি তিমান ভাল কৰিব নোৱাৰিলে, সেই কথাটোত মই হতাশ হোৱা নাই ; কিন্তু তাৰ ৰিজাল্ট ভাল নোহোৱাৰ সম্ভাব্য কাৰণ এটাৰ কথা ভাবিহে মই চিন্তিত হৈছোঁ।"

"বুজিছোঁ, আপুনি কথাটো কেনি পোনাইছে, আপুনি ভাবিছে, সুমিতাৰ

সৈতে তাৰ গঢ়ি উঠা সম্পৰ্কই তাক অসুবিধা কৰিছিল।"

"তোমাৰ বুজাত অকণো ভুল হোৱা নাই শ্ৰীময়ী। তাৰ নিশ্চয় কিছু emotional disturbarce হৈছিল। যিহৰ বাবে সি নিশ্চয় সম্পূৰ্ণৰূপে পঢ়াত মনোযোগ দিব পৰা নাছিল। I am god damn sure." সোণোৱাল সামান্য উত্তেজিত হৈ উঠিল।

"আপুনি যাওক, মাছ আনিব খুজিছে আনকণে। যিয়েই নহওক, আজি আমাৰ ঘৰত অতি আনন্দৰ দিন। মাছ পিছে নিশালৈহে ৰন্ধা হ'ব, দুপৰীয়া সি স্কুলতে থাকিব। যাওক। মই বাপক ভাত দিওঁগৈ।"

প্ৰশান্তই কিছু বিষণ্ণ কণ্ঠে স্কুলৰ শিক্ষকৰ বহা কোঠাত তেওঁ এম. এ. পাছ কৰাৰ খবৰটো দিলেগৈ। হেডমাষ্টৰকে ধৰি শিক্ষকসকলৰ মাজত প্ৰায় হৈ চৈ লাগিল। লগে লগে দুজনমানে নিজৰ জেপৰ পৰা পইচা উলিয়াই স্কুলৰ 'চেণ্টাৰ'ত থকা চুনী কৰ্মকাৰৰ চাহৰ দোকানৰ পৰা ৰসগোল্লা আৰু নিমকি আনিবলৈ নবীন চকীদাৰক লৰালৰিকৈ পঠাই দিলে। হুলস্থূল কৰি ৰসগোল্লা-নিমকি খাই বেল পৰাৰ ভালেপৰ পিছতহে সেইদিনা প্ৰথম পিৰিয়ডৰ শিক্ষকসকল হাতত ৰেজিষ্টাৰ লৈ লৈ শ্ৰেণীকক্ষলৈ ৰাওনা হ'ল। প্ৰসন্ন সোণোৱালৰ পিছত দেহাপুখুৰী হাইস্কুত দ্বিতীয়জন এম. এ. পাছ কৰা শিক্ষক হ'ল। তেওঁ হ'ল সোণোৱাল ছাৰৰে পুতেক প্ৰশান্ত সোণোৱাল।

প্ৰশান্তই ষষ্ঠ শ্ৰেণীত প্ৰথম পিৰিয়দ শেষ কৰি ৰেজিষ্টাৰ বহী থ'বলৈ কমন ৰুমলৈ আহোঁতেই টেবুলত আৰু দুখন টেলিগ্ৰাম পালে: এখন সৌমাৰ, ৰীতা আৰু সুস্মিতাৰ নামত, আনখন কলিকতাৰ চেটাৰ্জী পৰিয়ালৰ পৰা। কিন্তু সেই দুখন টেলিগ্ৰমতো শৰ্বানীৰ খবৰটোৰ উল্লেখ কৰা নাই। প্ৰশান্ত নিশ্চিত, শৰ্বানীয়ে প্ৰথম স্থানটো পাইছে। তথাপি তিনিখন টেলিগ্ৰমাৰ এখনতো শৰ্বানীৰ খবৰটো উল্লেখ নাই কিয়। প্ৰশান্তই বুজি নোপোৱাকৈ থাকিল যে প্ৰশান্তই পাব লগা স্থান শৰ্বানীয়ে অধিকাৰ কৰা কথাটোৱে প্ৰশান্তৰ মনত কিছু অস্বস্তিৰ সৃষ্টি কৰিব, আৰু সেয়েই সেই অস্বস্তিকৰ খবৰটো কোনেও জনাব খোজা নাই। অৱশেষত প্ৰশান্তই নিজেই শৰ্বানীৰ খবৰটো পালে: আবেলি তিনি-বাজত স্কুল ছুটিৰ পিছত অলপদূৰ আগুৱাই গৈ নিতৌ ডাক-পোষ্ট অফিচৰ পৰা দেউতাক আৰু তেওঁৰ নিজৰ চিঠি-পত্ৰ আৰু বাতৰিকেখন প্ৰশান্তই নিজেই লৈ আহে। সেইদিনাৰ বাতৰি তিনিখন হাতত লৈয়ে 'দি ষ্টেট্চমেন' কাগজকনৰ ৰেপাৰটো ফালি মেলিলে। 'দি ষ্টেট্চমেন'ৰ প্ৰথম পৃষ্ঠাতে কলিকতা বিশ্ববিদ্যালয়ৰ এম. এ. পৰীক্ষাৰ খবৰ ছপা হৈ ওলোৱা প্ৰশান্তই পঢ়িবলৈ পালে। ইংৰাজী বিষয়ৰ

প্ৰথম বিভাগ নথকা খবৰটো আৰু দ্বিতীয় বিভাগৰ প্ৰথম স্থানত শৰ্বানী চেটাৰ্জীৰ নামটো দেখা পালে।

প্ৰশান্তৰ মনটো শিহঁৰিত হৈ পৰিল। তেওঁ লগে লগেই টেলিগ্ৰাম ফৰ্ম এখন লৈ শৰ্বানীলৈ অভিনন্দন বাৰ্তা এটা পঠালে। টেলিগ্ৰামৰ কথাখিনি এনেদৰে লিখিলে : "হাৰ্টিয়েষ্ট কংগ্ৰেচুলেশ্বনচ্, আই এম টুবাইছ হেপী দেট্ ইউ হেভ্ মে'ড্ ইট্। থেঙ্কছ টু কাকু, মামীমা এণ্ড টু ইউ ফৰ টেলিগ্ৰাম— প্ৰশান্ত।"

প্ৰশান্তই বাতৰি কাগজ আৰু দেউতাকৰ চিঠি দুখন কান্ধত আঁৰি লোৱা মোনাখনত লৈ চাইকেলত উঠি ঘৰলৈ আগবাঢ়িল। ডাকঘৰৰ পৰা প্ৰশান্তহঁতৰ ঘৰলৈ এটা পোনাই যোৱা বাট আছে। লোকেল ব'ৰ্ডৰ বাট— বালীয়া লীকেৰে চাইকেল চলাব লাগে। সেইকাৰণে চাইকেলৰ চকা লীকেদি চলাই যোৱাত বিশেষ মনোযোগ দিব লাগে। শৰ্বানীৰ কথা বাৰে বাৰে মনলৈ আহিছে যদিও চাইকেলখন নিৰাপদে চলাই যাব লগা কামটোৰ বাবে প্ৰশান্তৰ মনৰ চিন্তা-প্ৰবাহ বাধাপ্ৰাপ্ত হৈছে।

প্ৰশান্তই ঘৰ পায়েই চাইকেলখন এঠাইত আঁওজাই থৈ বাৰাণ্ডাৰ চকীখনত বহি 'দি ষ্টেট্চমেন'খন হাতত লৈ আকৌ এবাৰ এম. এ. পৰীক্ষাৰ বাৰ্তাটো পঢ়িলে। ইংৰাজী বিষয়ত কৃতকাৰ্য হোৱা ছাত্ৰ-ছাত্ৰীৰ তালিকাখন চালে। ফাৰ্ষ্ট ক্লাছ— কোনো নাই। ছেকেণ্ড ক্লাছ ফাৰ্ষ্ট শৰ্বানী চেটাৰ্জী, ছেকেণ্ড প্ৰশান্ত সোণোৱাল, তাৰ পিছত বাকী নামকেইটা।

শৰ্বানীলৈ বৰকৈ মনত পৰিল প্ৰশান্তৰ। ঘৰত তেতিয়া কোনো নাছিল। প্ৰশান্তই জানিছে, মাক-দেউতাক ওচৰৰ মানুহৰ ঘৰলৈ গৈছে প্ৰশান্তৰ পৰীক্ষাৰ খবৰ দিবলৈ। মৌজাদাৰৰ ঘৰত দেউতাকে আগবেলাতে খবৰ দি আহিছেগৈ।

ঘৰৰ নিৰ্জন পৰিবেশত প্ৰশান্ত শৰ্বানীক লৈ হঠাৎ ইমান বেছি আবেগপ্ৰৱণ হৈ পৰিছে যে এই মুহূৰ্ততে শৰ্বানীক ওচৰতে লগ পোৱা হ'লে। শৰ্বানীৰ প্ৰতি প্ৰশান্তৰ মনত সামান্যও ঈৰ্ষাৰ ভাব হোৱা দূৰৰ কথা, তেওঁৰ এনে ভাব হৈছে যেন শৰ্বানীয়ে প্ৰথম স্থান পোৱাটোৱেই তেওঁৰ পৰম কাম্য আছিল আৰু সেইটোৱেই হোৱাত তেওঁৰ মন আনন্দেৰে উপচি পৰিছে।

অলপ পিছতে মাক-দেউতাক গাঁৱৰ পৰা উভতি আহিল। আৰু লগে লগে এজন এজনকৈ মানুহে প্ৰশান্তক মাত লগাবলৈ আহিল। স্কুলৰ ছাত্ৰ-ছাত্ৰীবোৰ ঘৰলৈ গৈ ঘৰে ঘৰে খবৰ দিয়াত গোটেই অঞ্চলতে প্ৰশান্তই এম. এ. পাছ কৰাৰ বাৰ্তা প্ৰচাৰ হৈ পৰিল। বিভিন্ন ঠাইৰ গণ্যমান্য মানুহকে ধৰি প্ৰশান্তৰ শুভাকাংক্ষীৰ সোঁত ব'বলৈ ধৰিলে প্ৰসন্ন সোণোৱালৰ ঘৰলৈ। শ্ৰীময়ীয়ে চাহ-

বিস্কুট, তামোল-পানৰ ব্যৱস্থা কৰি তৰণি নোপোৱা হ'ল। সোণোৱালে জাহাজঘাটৰ পৰা মাছ আনিবলৈ যাওঁতে ঘাটত নতুনকৈ বহা বিহাৰী এজনৰ চাহ-মিঠাইৰ দোকানখনৰ পৰা লবঙ্গ আৰু লালমোহন দুইডজনমান আনি থৈছিল। কিন্তু সেইখিনি শেষ হোৱাত বিস্কুট চাহেৰেই আলহী সুধিব লগা হ'ল।

"প্ৰশান্তই এতিয়া কি কৰিব," সেইটোৱেই সকলো মানুহৰে আলোচনাৰ বিষয় হৈ পৰিল। "হাকিমৰ, ই. এ. চি.ৰ পৰীক্ষা দিয়ক—পৰীক্ষাত বহিলেই হ'ল, প্ৰশান্তৰ চাকৰি হ'বই।" "গুৱাহাটীলৈ যাওক, কলেজত প্ৰফেচাৰ হওকগৈ", "কিবা প্ৰকাৰে ইংলেণ্ডলৈ যাব পাৰিলে ভাল আছিল, তাত বেৰিষ্টাৰী পঢ়ি আহি ডাঙৰ হাকিম বা উকীল হ'ব পাৰিব", এনে ধৰণৰ মন্তব্য দিলে শুভাকাংক্ষীসকলে। কিন্তু ভালেমানে এনে এটা মন্তব্য দিলে ঃ "প্ৰশান্ত ক'লৈকো যাব নালাগে, আমাৰ গাঁৱতে থাকক। সদ্যহতে স্কুলতে থাকক, আমি লাহে লাহে ইয়াত এখন কলেজ পাতিম, প্ৰশান্ত তাৰে অধ্যক্ষ হ'ব। দেউতাকোটো এম. এ. পাছ। ফাৰ্ষ্টক্লাছ, কিন্তু তেওঁ ইয়াতে থাকিল। আৰু তেওঁৰ বাবেই আজি দেহাপুখুৰীত ইমান ডাঙৰ আৰু নাম কৰা এখন হাইস্কুল হ'ল। প্ৰশান্তইও দেউতাকৰ আদৰ্শ অনুকৰণ কৰক।" ইত্যাদি ইত্যাদি।

শেষৰ মন্তব্যবাৰত প্ৰসন্ন সোণোৱালে বৰ উৎসাহবোধ কৰিলে। তেওঁ অলপ ডাঙৰকৈয়ে ক'লে, যাতে মাতটো প্ৰশান্তৰ কাণত পৰে। "তেনেকুৱা এটা হ'লেতো, মই ভালেই পাওঁ। পিছে তাৰ বা কি ইচ্ছা। মইতো জোৰ দি ক'ব নোৱাৰিম।"

সোণোৱালে তেওঁৰ কথাবাৰত প্ৰশান্তই কেনে প্ৰতিক্ৰিয়া কৰে, প্ৰশান্তৰ পিনে বেঁকাকৈ চাই বুজিবলৈ চেষ্টা কৰিলে। কিন্তু প্ৰশান্তই সেই সময়ত দেউতাকৰ কথাবাৰ কাণত পৰিলেও মানুহ এজনৰ সৈতে কথা পাতি থকাত এনেদৰে ব্যস্ত থাকিল যে দেউতাকৰ কথাবাৰে প্ৰশান্তৰ মনত কিবা প্ৰতিক্ৰিয়া হোৱাৰ একো উমান দেউতাকে ধৰিব নোৱাৰিলে।

সেইদিনা প্ৰশান্তৰ শৰ্বানীলৈ চিঠিখন লিখা নহ'ল। নিশা ভাত খোৱাৰ পৰলৈ আলহীৰ অন্ত নপৰিল। ভাত খোৱাৰ পিছত নিজৰ কোঠাত সোমাই প্ৰশান্তৰ বৰ ভাগৰ লাগিল, দিনটো অত্যন্ত মানসিক উত্তেজনাৰ মাজেৰে কটালে প্ৰশান্তই। চিঠি নিলিখি শৰ্বানীৰ কথাকে ভাবি ভাবি, শৰ্বানীৰ সৈতে দুবছৰৰ নিবিড় সান্নিধ্যৰ মুহূৰ্তবোৰৰ কথা ভাবি প্ৰশান্ত টোপনি গ'ল।

পিছদিনা পুৱাও প্ৰশান্তৰ চিঠিখন লিখা নহ'ল। পুৱাতেই মাত দিবলৈ নতুন আলহী আহিল। আৰু স্কুললৈ যাবৰ হ'ল।

স্কুলৰ পৰা উভতি ঘৰ পায়েই চিঠিখন লিখিব বুলি ভাবিছিল প্ৰশান্তই। কিন্তু তাৰ আগেয়েই স্কুলৰ পৰা ঘৰলৈ অহা বাটত ডাকঘৰত সোমাওঁতে প্ৰশান্তই দুখন চিঠি পালেঃ এখন শৰ্বানীৰ দেউতাক বেৰিষ্টাৰ চেটাৰ্জীয়ে প্ৰসন্ন সোণোৱাললৈ লিখা, আনখন শৰ্বানীয়ে প্ৰশান্তলৈ লিখা। দুয়োখন চিঠিয়েই আছিল অতি গুৰুত্বপূৰ্ণ।

প্ৰশান্ত ঘৰলৈ পোনাই যোৱা বাটৰ লিকেৰে চাইকেল চলাই অলপদূৰ গৈ এঠাইত নৈ এখনৰ ওপৰত থকা কাঠৰ দলঙৰ ৰেলিঙৰ কাষতে চাইকেলখন ৰখালে। ঠাইখন অতি নিৰ্জন। বাটৰ দুয়োফালে দুখন বিস্তীৰ্ণ বাকৰি। ওচৰৰে দুই -তিনিখন গাঁৱৰ গৰুৰ চৰণীয়া অঞ্চল। আবেলিৰ সেই সময়ত বাটেৰে কোনো মানুহ অহা নাছিল। দুয়োকাষৰ বাকৰিতো দূৰে দূৰে গৰুৰ জাকৰ পিছে পিছে দুই- এটা গৰখীয়া ল'ৰা ঘূৰ ফুৰা দেখা গৈছে। দলংখনৰ কাষেৰে বাটৰ পৰা অলপ তললৈ নামি গৈ এজোপা ডাঙৰ আঁহত গছ। আঁহতজোপাৰ গুৰিত এটা অলপ ওখ টিপ। প্ৰশান্তই চাইকেলখন দলঙৰ ৰেলিঙতে আঁওজাই থৈ নৈৰ কাষেৰে আঁহতজোপাৰ তলৰ ছাঁখিনিলৈ নামি গ'ল। আঁহতৰ ছাঁত টিপটোৰ ঘাঁহনিত বহি প্ৰশান্তই কান্ধৰ মোনাৰ পৰা চিঠি দুখন উলিয়াই ল'লে। কাৰণ শৰ্বানীৰ চিঠিখন পঢ়াৰ প্ৰতি তীব্ৰ আগ্ৰহ আৰু উত্তেজনাক নিয়ন্ত্ৰণ কৰি ৰখাৰ ধৈৰ্য প্ৰশান্তৰ নোহোৱা হৈছিল। গতিকে আদবাটতে প্ৰশান্তই চিঠিখন পঢ়াৰ সিদ্ধান্ত ল'লে। তাৰ বাবে প্ৰশান্তই অতি সুন্দৰ পৰিবেশ এটাও পালে।

তীব্ৰ শিহঁৰণেৰে প্ৰশান্তই শৰ্বানীৰ চিঠিখন খুলিলে। চিঠিখন দীঘলীয়া। সুন্দৰ ইংৰাজীত লিখা চিঠিখনৰ অসমীয়া ৰূপটো হ'লঃ

প্ৰিয় প্ৰশান্ত,

আন্তৰিক অভিনন্দন।

Nobody remembers who remaind Second but the guy who remained Second -- Bobby Unser.

ইয়াত সকলোৱে তোমাৰ পৰীক্ষাৰ ফলাফল সম্পৰ্কে আলোচনা কৰিছে। সকলোৱে আশা কৰিছিল তুমি ফাৰ্ষ্ট ক্লাছ পাবা, মুৰব্বী অধ্যাপক প্ৰফেচাৰ দত্ত, প্ৰফেচাৰ সেনগুপ্ত সকলোৱে। প্ৰফেচাৰ দত্তৰ মতে কেবা বছৰৰ পিছত তোমাৰ দৰে এজন ব্ৰিলিয়েণ্ট ছাত্ৰ তেওঁ লগ পাইছিল। তেওঁ ফাৰ্ষ্ট ক্লাছটো নিশ্চিত কৰি থৈছিল। তেওঁ মোক সুধিছিল, "প্ৰশান্তৰ কি হ'ল? Had he any problem? Was he disturbed some way, emotionally-- or otherwise? তুমি জানিবা, তুমি তেওঁৰ বন্ধু" মই দত্তছাৰক একো নাজানোঁ বুলি কৈ থ'লোঁ। কিন্তু

প্ৰশান্ত তুমি সঁচাকৈয়ে পৰীক্ষাৰ প্ৰস্তুতিৰ সময়ত emotionally disturbed আছিলানেকি? সুমিতা আৰু মোক লৈ তোমাৰ মানসিক দ্বন্দ্বৰ কথা মই উপলব্ধি কৰিব পাৰিছিলোঁ। কিন্তু মই ভাবিছিলোঁ তোমাৰ intelect above all pretty emotions. সুমিতাই কৈছিল তাইৰ পৰীক্ষাৰ ফলাফল বেয়া হ'লে তাই ভাল পাব, কাৰণ তেতিয়া প্ৰমাণ হ'ব তেওঁ তোমাৰ প্ৰেমত পৰি পৰীক্ষা বেয়া কৰিলে, and she would feel proud about that. এতিয়া বিপৰীতটো ঘটিল : সুমিতাৰ প্ৰেমত পৰি তোমাৰহে পৰীক্ষাৰ ফলাফল বেয়া হ'ল। সুমিতাৰ কাৰণে বোধকৰোঁ আনন্দৰ আৰু গৌৰৱৰ কথাই হৈছে। সুমিতাই জয়লাভ কৰিছে। কিন্তু মই হাৰিলোঁ। তোমাৰ বুদ্ধি আৰু জ্ঞানৰ গভীৰতা মোতকৈ বহুত বেছি। তোমাৰ পৰীক্ষাৰ ফলাফল নিশ্চিতভাৱে ভাল হ'ব, মই বৰ আশা কৰিছিলোঁ। মই আশা কৰিছিলোঁ মোৰ প্ৰেমাস্পদজনে ফাৰ্ষ্ট ক্লাছ পাব, শীৰ্ষতম স্থান ল'ব। তেওঁৰ ফলাফলক লৈ মই মোৰ বন্ধু-বান্ধৱ, আত্মীয়-স্বজনৰ ওচৰত গৌৰৱ কৰিব পাৰিম। 'চোৱা মোৰ প্ৰেমীক কিমান brilliant!' কিন্তু সেইটো নহ'ল। মই হাৰিলোঁ। মই মোৰ পৰীক্ষাৰ ফলাফলৰ বাবে বৰ অসুখী অনুভৱ কৰিছোঁ। অস্বস্তি অনুভৱ কৰিছোঁ।

এতিয়া অতি দৰকাৰী কথা এটা লিখিছোঁ। অহা তিনিমাহৰ পিছতে মই কেম্ব্ৰিজ বিশ্ববিদ্যালয়লৈ পি. এইচ. ডি. কৰিবলৈ যোৱাৰ ব্যৱস্থা হৈছে। দেউতা-মাই ইতিমধ্যে যোগাযোগবোৰ কৰি প্ৰক্ৰিয়া প্ৰায় সম্পূৰ্ণ কৰিছে। ইতিমধ্যে দেউতাৰ মূৰত এটা তৰংগ-প্ৰবাহ আৰম্ভ হৈছে। দেউতা আৰু লগতে মায়েও মোক লৈ এনে এটা সপোন দেখিছে সেইটো মোৰ কাৰণে সম্পূৰ্ণ absurd. তেওঁলোকে বাঞ্ছা কৰে, তুমিও মোৰ সৈতে ইংলণ্ডলৈ যাবা, তাত তুমি বাৰ এট লত ডিগ্ৰী ল'বাগৈ, আৰু তাৰ বাবে তোমালোকৰ ঘৰৰ আৰ্থিক অৱস্থা অনুকূল নহ'লে দেউতাই সম্পূৰ্ণ সহায় কৰিব। তিনি বছৰৰ পিছত তুমি বেৰিষ্টাৰ হৈ আৰু মই কেম্ব্ৰিজৰ পি. এইচ. ডি. হৈ ঘূৰি আহিম, তুমি কলিকতাৰ হাইকৰ্টৰ বাৰত যোগ দিবা আৰু মই কেম্ব্ৰিজৰ পি. এইচ. ডি. লৈ অহাৰ পিছত ইয়াৰ বিশ্ববিদ্যালয় নাইবা কোনোবা এখন কলেজত প্ৰফেচাৰ চাকৰি এটা পাবলৈ অসুবিধা নহ'ব। দেউতাৰ কল্পনাৰ ছবিখনত তুলিকাৰ শেষ stroke কেটা মাৰি তেওঁ যি দেখা পাইছে সেইটো হ'ল তোমাৰ সৈতে মোৰ বিয়া পতা। আনকি তেওঁ গোটেই ছবিখনেই আৰম্ভ কৰিব খুজিছে, তোমালৈ মোক বিয়া দি, দুয়োকে একেলগে ইংলণ্ডলৈ পঠোৱা। তোমাৰ ইংলণ্ডত পঢ়া সকলো খৰচ দেউতাই বহন কৰিব। মেধাৱী ল'ৰা, পঢ়া-শুনাই ঘৰজোঁৱাই কৰি লোৱা দৃষ্টান্ত বঙালী

আঢ্যৱন্ত চহকী লোকৰ মাজত এনেক আছে।

মই মোৰ পৰা দেউতাৰ কল্পনাৰ ছবিখনৰ কথা জানিব পাৰি তোমালৈ আগতীয়াকৈ লিখিলোঁ। তোমাৰ দেউতাৰ হাতত দুই-এদিনতে সেই চিঠি পৰিবগৈ।

মই একে আষাৰতে তোমাক জনাই থওঁ, তুমি যদি তোমাৰ মানসিক বিভ্ৰান্ত অৱস্থাতো দেউতাৰ design মতে দেউতাৰ খৰচত বেবিষ্টাৰ হৈ মোক বিয়া কৰোৱাৰ কথা ভাবা, তুমি জানি থোৱা, I will never never allow to happen it. I am totally against my father's "ploy".

মোৰ প্ৰেম ল'বা

তোমাৰেই,

শৰ্বানী

দুই-এদিনলৈ ৰ'ব লগা নহ'লেই, প্ৰশান্তৰ হাতত থকা আনখন চিঠিয়েই একেটা ডাকতে অহা শৰ্বানীৰ দেউতাকৰ চিঠি প্ৰশান্তৰ দেউতাকৰ নামত অহা চিঠি, প্ৰশান্তই নুখুলিলে। আৰু প্ৰশান্তই জানিয়েই থৈছে চিঠিত বৰ্ণিত কথাখিনি কি হ'ব।

প্ৰশান্তৰ দেউতাকে চেটাৰ্জীৰ ইংৰাজীতে লিখা চিঠিখন পঢ়ি উঠিয়েই ফালিলে আৰু কাষতে আগ্ৰহেৰে বৈ থকা শ্ৰীময়ীক ক'লে, "এইখন এনে এখন চিঠি, যিখন তোমাক পঢ়িবলৈ দিবলৈও মই লজ্জাবোধ কৰোঁ। গতিকে তুমি নপঢ়িলেও হ'ব।"

সোণোৱালে এঘণ্টামানৰ পিছত চিঠিখনৰ উত্তৰো লিখিলে। ইংৰাজীতে লিখা চিঠিখনত মাত্ৰ তিনিটা বাক্য আছিল : Thank you for your magnanimity. But my hands are too smmal to hold that much of magnanimity.

I am a poor man, but I own a great treasure called "self-respect" which is being inherited by may son also.

With very kind regards to you and Smti. Chetterjee.

ছমাহৰ পিছত অসম লোকসেৱাই অনুষ্ঠিত কৰা ই. এ. চি. পদৰ পৰীক্ষা দিবলৈ প্ৰশান্ত গুৱাহাটীলৈ যাব লগা হ'ল। তেনে সময়তে সৌম্যাৰ দত্তই অতি দুখ কৰি লিখা চিঠি এখনৰ পৰা সোণোৱালে জানিব পাৰিছিল বীতাৰ secondary growth হাওঁফাওঁ আৰু শৰীৰৰ অন্য ঠাইলৈকো বিয়পিছে। অৱস্থা সংকটজনক। বীতাই বৰ কষ্ট ভোগ কৰিছে। বীতাৰ মৃত্যুৰ দীঘল ছাঁটো আওৰাই

অহা তেওঁ দেখা পাইছে।

সোণোৱাল আৰু শ্ৰীময়ীও প্ৰশান্তৰ সৈতেই এবাৰ গুৱাহাটীলৈ যোৱা ঠিক কৰিলে, শেষ সময়ত বীতাক এবাৰ দুয়ো চাবলৈ যোৱাটো উচিত হ'ব।

গুৱাহাটীলৈ আহিলে সোণোৱালহঁতৰ থকা ঠাই বেলেগ বেলেগ। শ্ৰীময়ীৰ খুড়াৱক এজন গুৱাহাটীত থাকে। তেতিয়াও অসমৰ ৰাজধানী চিলঙতে আছে। কিন্তু প্ৰশাসনীয় কামৰ সুচলৰ কাৰণে কেবাটাও চৰকাৰী বিভাগৰ সঞ্চালকালয় গুৱাহাটীত স্থাপিত হৈছে। কৃষি বিভাগৰ সঞ্চালকালয়ো তাৰে এটা। শ্ৰীময়ীৰ খুড়াৱক সেই অফিচৰে এজন উপ-সঞ্চালক। সোণোৱালে শ্ৰীময়ীক লগত লৈ আহিলে শ্ৰীময়ীৰ খুড়াৱক ঘৰত থাকে। তেওঁ অকলে আহিলে, বিশেষকৈ স্কুলৰ কামত আহোঁতে পল্টন বজাৰৰ হেপী ল'জ নাইবা পানবজাৰৰ আনন্দ ল'জত থকা কৰিছিল। কিয়নো তাৰ পৰা কাম-কাজ কৰাৰ সুবিধা হয়। সোণোৱালৰ সেই কাম-কাজবোৰৰ ভিতৰত এটা নিয়মীয়া কাম আছিল পাণ বজাৰৰ লয়াৰ্চ বুক ষ্টলৰ পৰা স্কুলৰ পাঠ্যপুথি আৰু লাইব্ৰেৰীৰ কিতাপ কিনা। কিতাপ কিনাৰ উপৰি লয়াৰ্চ বুকষ্টলৰ প্ৰতি সোণোৱালৰ আৰু এক বিশেষ আকৰ্ষণ আছিল, তালৈ গৈ লয়াৰ্চ বুক ষ্টলৰ গৰাকী বিচিত্ৰনাৰায়ণ দত্তবৰুৱাৰ সৈতে এপৰ বেলি আড্ডাত বহা। সেই সময়ত অসমৰ পুৰণি হাইস্কুলখিনিৰ হেডমাষ্টৰসকলৰ সৈতে দত্ত বৰুৱাৰ বৰ আপোন সম্পৰ্ক আছিল। তাৰে ভিতৰত সোণোৱালৰ সৈতে সম্পৰ্ক আৰু বেছি গভীৰ আছিল। ষ্টলৰ বাৰাণ্ডাত বহি গুৰগুৰিত ধপাত হুপি হুপি, গৰমৰ দিনত বহা খদ্দৰৰ ফটুৱা এটা পিন্ধি বেতৰ চকী এখনত বহি থকা দত্তবৰুৱাৰ সৈতে সোণোৱালে কথা পাতি কিমান সময় পাৰ কৰে গমেই নাপায়। সন্ধ্যা হ'লে তেতিয়া প্ৰায়েই আহি সেই আড্ডাত যোগ দিয়েহি সমাজবাদী নেতা, বি. বৰুৱা কলেজৰ অধ্যক্ষ হেম বৰুৱাই। এনেবোৰ আকৰ্ষণৰ কাৰণেই সোণোৱাল আনন্দ ল'জ নাইবা হেপী ল'জত থাকিবলৈ ভাল পায়।

কিন্তু প্ৰশান্তৰ থকা ঠাই আজিকালি নিশ্চিতভাৱে সৌমাৰ দত্তৰ ঘৰখন হৈ পৰিছে। কিয়নো সুমিতাক কেন্দ্ৰ কৰি সেই ঘৰখনৰ সৈতে প্ৰশান্তৰ সম্পৰ্ক এনে নিবিড় হৈ উঠিছে যে গুৱাহাটীত প্ৰশান্ত সেইখন ঘৰৰ বাহিৰে অন্য ঠাইত থকাৰ প্ৰশ্নই নুঠে। কথাটো দেউতাক সোণোৱালে প্ৰথমে বৰ গুৰুত্ব দিয়া নাছিল যদিও সুমিতা আৰু প্ৰশান্তৰ মাজত গঢ়ি উঠা আবেগিক সম্পৰ্কটো তেওঁৰ বাঞ্ছিত নহয় বুলি অনুভৱ কৰাৰ পাছত প্ৰশান্ত সেইখন ঘৰত থাকিবলৈ যোৱা কথাটোৱে সোণোৱালক অস্বস্তি দিছিল। তাতে প্ৰশান্তৰ এম. এ. পৰীক্ষাৰ ফলাফলে সোণোৱালৰ মনক আৰু অধিক আমনি দি আছে। প্ৰশান্তৰ দৰে গভীৰ

চিন্তা কৰিব পৰা, অত্যন্ত matured ল'ৰা এজনক বাধা দিবও নোৱাৰে তেওঁ। কিন্তু এটা বাধা নিশ্চিত কৰি ৰাখিছে সোণোৱালে, যি বাধা তেওঁ যথা সময়ত আৰোপ কৰিবলৈ অলপো দ্বিধাগ্ৰস্ত নহ'ব। পিছ হ'লে কি নৰ'ব। সুমিতাৰ সৈতে প্ৰশান্তৰ আবেগিক সম্পৰ্ক যিমান গভীৰেই হৈ নুঠক কিয় সুমিতাক প্ৰশান্তলৈ বিয়া কৰাই আনিবলৈ যোনে যি প্ৰয়াসেই কৰক তেওঁ তাত বাধা দিব।

কিন্তু সোণোৱালে মনৰ সেই দৃঢ় সিদ্ধান্তক এদিন নিজেই শিথিল কৰি পৰিস্থিতিক মানি ল'বলৈ বাধ্য হ'ল।

সোণোৱাল আৰু শ্ৰীময়ী খানাপাৰাত কৃষি সঞ্চালকালয়ৰ চৌহদত আছিল যদিও সেইকেদিন দিনটোৰ বেছিখিনি সময়েই সৌমাৰ দত্তৰ ঘৰতে, আহি কটাইছিল। চাহ-ভাতৰ ব্যৱস্থা তাতেই সদায় হৈছিল। প্ৰশান্তৰ তিনিদিনীয়া ই. এ. চি.ৰ পৰীক্ষাও শেষ হৈছে। পৰীক্ষা বেছ ভালেই হৈছে। পৰীক্ষা দি আহি সুমিতাৰ সৈতে প্ৰশান্ত কিছু সময় ওলাই যায়। চৰকাৰী গাড়ীখন আছে যদিও সুমিতা বিশ্ববিদ্যালয়ৰ ক্লাছ কৰিবলৈ আৰু বীতাই ফুৰা-চকা কৰিবলৈ সৌমাৰ দত্তই নিজৰ কাৰণে এম্বেচাদৰ কাৰ এখন কিনি লৈছে। প্ৰশান্ত আৰু সুমিতা আবেলি ওলাই যায়। গুৱাহাটীত প্ৰেমিক যুৱক-যুৱতী ঘৰৰ বাহিৰলৈ গৈ আপোনমনে ফুৰা-চকা কৰাৰ ঠাই তেতিয়া নাছিলেই। উজান বজাৰ কাছাৰীঘাটত নাইবা কমিচনাৰ বিল্ডিঙৰ ৰেডিঅ' ষ্টেচনৰ পিছফালে ব্ৰহ্মপুত্ৰৰ পাৰত দুই-এযোৰ ল'ৰা-ছোৱালী গৈ ভয়ে ভয়ে বহেগৈ। তেতিয়া অৱশ্যে আজিকালিৰ দৰে যুৱক-যুৱতী মুকলিকৈ দ্বিধাহীন ভাৱে লগ লগাৰ দৃশ্য কল্পনাতীত আছিল। দুই-এক সাহসী যুৱক-যুৱতীয়ে বেঁষ্টোৰাত বহি চাহ খোৱাৰ নিয়ম কৰিছিল।

সুমিতা অৱশ্যে নদীৰ পাৰত বা পাৰ্কত ঘূৰি ফুৰি প্ৰেমপক্ষী হৈ কথা পতাৰ পক্ষপাতিও নাছিল। তাই অলপ বেপৰোৱা, হাঁহি-মাতি হুলস্থূল কৰি কথা পাতি ভাল পায়। সেয়ে তাই প্ৰশান্তক লগত লৈ বেঁষ্টোৰাৰ এচুকত বহি লয়গৈ। তেতিয়া গুৱাহাটীত তেনে মৰ্যাদাসম্পন্ন বেঁষ্টোৰা এখনেই আছিল— পাণবজাৰৰ দিলাইট্ বেঁষ্টোৰা। তাতেই সুমিতা আৰু প্ৰশান্ত গৈ বহেগৈ। কিছু সময় আড্ডা মাৰি, চপ-কাটলেট (তেতিয়া চাইনীজ্ মেকডোনাল্ড-পীজা, ক'কৰ দিন আৰম্ভ হোৱা নাই) খাই সোনকালে ঘৰলৈ ওভতে। কাৰণ প্ৰশান্তক ওচৰত পায় তেওঁৰ সৈতে কথা পাতি, তামচা-স্ফূৰ্তি কৰি ঘণ্টাৰ পিছত ঘণ্টা একেলগে থাকিবলৈ মন যায় যদিও, সুমিতাৰ অনবৰত মাকলৈ মনত পৰি থাকে, মাকৰ কথা ওলালেই চকু চলচলীয়া হৈ উঠে। আজি কেদিনমানৰ পৰা মাকৰ অৱস্থা ক্ৰমে অধিক হতাশজনক হৈ পৰিছে। এইকেদিন প্ৰশান্তক ওচৰত পায় বীতাৰ

বিষণ্ণতা কিছু হ্রাস পাইছে যদিও মাজে মাজে মাকৰ ৰোগাক্রান্ত মুখখনৰ ছবি মনলৈ আহিলেই তাইৰ বুকুখন চিৰিংকৈ উঠে, চকুৰে পানী সৰসৰকৈ নামি আহে। সন্ধ্যা প্রশান্ত আৰু সুমিতাই একেলগে বাহিৰলৈ ওলাই আহিলেও দিলাইটত কিবা এটা খায়েই সোনকালেই দুয়ো ঘৰলৈ উভতি আহে।

সেইদিনা সন্ধ্যা কিন্তু প্রশান্ত আৰু সুমিতা অলপ বেছি সময় ল'লে। কিয়নো, পিচদিনা প্রশান্ত মাক-দেউতাকৰ সৈতে গাঁৱলৈ উভটি যাব। প্রশান্তৰ স্কুলৰ ছুটি শেষ হৈছে। সোণোৱালৰো কিবা এখন ৰাজহুৱা সভাৰ সভাপতি হ'ব লগা আছে। সুমিতাই গাড়ীৰ ড্রাভাৰক নির্দেশ দিলে, এটা লং ড্রাইভৰ কাৰণে ; নতুনকৈ নির্মিত হোৱা ব্রহ্মপুত্র দলঙেৰে গৈ ৰঙিয়ামানৰ পৰা ঘূৰি আহিবগৈ, বহল পকী বাট, দুয়োফালে ডাঙৰ ডাঙৰ পথাৰ, জোনাকৰ সন্ধিয়া ঘূৰি আহি ভাল লাগিব। দুয়োৰে মাজত নানান কথা ওলাল, কলিকতাৰ কথা, শর্বানীৰ কথা প্রসংগতে ওলাল, শর্বানীৰ দেউতাকে প্রশান্তৰ দেউতাকলৈ দিয়া চিঠিখনৰ কথা। শর্বানীৰ দেউতাকে খৰচ দি প্রশান্তক ইংলগুলৈ পঢ়িবলৈ পঠাব খোজাৰ প্রস্তাবটোৰ কথা ইত্যাদি ইত্যাদি। শর্বানীৰ প্রতি যে প্রশান্তৰ দুর্বলতা আছে, সেই কথা সুমিতাই নজনা নহয়, আৰু প্রায়েই প্রশান্তক শর্বানীৰ প্রসংগ টানি provoke কৰি থাকে। সুমিতাই মন্তব্য দিলে, 'তোমাক কৈ থ'লোঁ প্রশান্ত, শর্বানীৰ সৈতে যদি তোমাৰ বিয়া হয়, the greetings telegram I will send you will carry the news of my death. আমাৰ ঘৰত দুটা বন্দুক আছে। Point Three bore আৰু এটা ৰিভলভাৰ। I will shoot myself with one of them.

হঠাৎ সুমিতাই উচুপিবলৈ ধৰিলে।

"মোৰ মৃত্যুৰ পিছত তোমাৰ অবিহনে মই জীয়াই থাকিব নোৱাৰিম প্রশান্ত। তুমি মোৰ পৰা আঁতৰি নাযাবা প্রশান্ত। কথা দিয়া। promise me, swear." সুমিতাই উচুপি উচুপি হঠাৎ প্রশান্তৰ বুকুত মুখখন গুজি দিলে। তাই নিবিড়ভাৱে প্রশান্তৰ বুকুত যেন সোমাই পৰিব খুজিলে। প্রশান্তই কিছু বিব্রতবোধ কৰিলে। আগত ষ্টিয়াৰিঙৰ কাষত বয়সীয়া ড্রাইভাৰজন। সুমিতাই ড্রাইভাৰৰ উপস্থিতিৰ কথা সামান্যও চিন্তা কৰা নাই। বাহিৰত জোনাক, দুয়োফালে বহল পথাৰ। গাড়ীৰ শব্দৰ বাহিৰে চৌদিশৰ এক প্রশান্ত নির্জনতা। কিছু অস্বস্তিৰ বোধ লৈয়েই প্রশান্তই তেওঁৰ বুকুত সোমাই পৰা সুমিতাক দুবাহুৰ মৃদু চাপেৰে ধৰি থাকিল।

প্রশান্ত আৰু সুমিতা লং ড্রাইভৰ পাছত উভতি ঘৰসোমাই গোলেই বীতাৰ কোঠালৈ সোমাই গ'ল। সুমিতাই "মা, মা' বুলি আনন্দমনে চিঞৰি-

মাতি কোঠাত সোমায়েই থমকি ৰ'ল। কোঠাত ঘৰৰ এটাইকেজন মানুহ। প্ৰশান্তৰ মাক-দেউতাকো আছে। সকলোৰে গহীন, চকুৰে মুখে উদ্বিগ্নতা। এজন ডাক্তৰে বীতাক ইনজেকশ্যন দিছে। বীতাই উশাহ লোৱাত কষ্ট পাইছে। দীঘল দীঘলকৈ উশাহ লওঁতে শব্দ হৈছে। চকু দুটা মুদি বীতাই উশাহৰ প্ৰচণ্ড কষ্টখিনিক যেন সহ্য কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিছে। সুমিতাৰ 'মা' শব্দটো শুনি বীতাই চকু দুটা মেলিলে। সুমিতালৈ চাই হাত দুখন মেলি আগুৱাই দিলে, সুমিতা দৌৰি গৈ বীতাৰ বুকুত পৰি কান্দিবলৈ ধৰিলে। বীতাই সুমিতাৰ মূৰত হাত এখন থৈ অলপ দূৰত থিয় হৈ থকা প্ৰশান্তৰ পিনে থৰ লাগি কিছু সময় চাবলৈ ধৰিলে। অলপ ইঁহাৰ দৰে কৰি প্ৰশান্তক তেওঁৰ ওচৰলৈ মাতিলে। প্ৰশান্ত আগুৱাই গ'ল। বীতাই প্ৰশান্তক সুমিতাৰ কাষতে বহিবলৈ ইংগিত দিলে। প্ৰশান্তৰ সোঁহাতখন তুলি ধৰিলে। নিজৰ বুকুৰ ওপৰত থ'লে। অলপ সময় নীৰৱে কিবা ভবাৰ দৰে কৰিলে তাৰ পিছত লাহেকৈ বীতাই নিজৰ বাওঁহাতৰ অনামিকা আঙুলিটোৰ পৰা ৰঙা পাথৰ লগোৱা আঙঠিটো খুলি প্ৰশান্তৰ হাতত দিলে। তাৰ পিছত বীতাই সুমিতাৰ বাওঁহাতখন তুলি ল'লে। প্ৰশান্তক সেহাই সেহাই ক'লে, তেওঁ যেন হাতত থকা আঙঠিটো সুমিতাৰ অনামিকাত পিন্ধাই দিয়ে। প্ৰশান্তই বিব্ৰতবোধ কৰিলে। বিমূঢ় দৃষ্টিৰে মাক-দেউতাকৰ পিনে চাই ৰ'ল নিৰ্বাক দৃষ্টিৰে। তেওঁলোক স্তম্ভিত। অলপ সময় নিঃশব্দ হৈ থকাৰ পিছত মাকে লাহেকৈ মৌনভাবে চকুৰে এটা সন্মতিসূচক ইংগিত দিলে। প্ৰশান্তই লাহেকৈ সুমিতাৰ আঙুলিত আঙঠিটো পিন্ধাই দিলে।

বীতাই আকৌ হাতৰ মধ্যম আঙুলিত থকা হীৰা খটোৱা আঙঠিটো খুলিলে। লাহেকৈ আঙঠিটো প্ৰশান্তৰ সোঁহাতৰ আঙুলিত বীতাই পিন্ধাই দিলে। বীতাই প্ৰশান্তৰ মূৰটো বুকুৰ কাষলৈ নমাই কপালত এটা চুমা খালে। তাৰ পিছত সুমিতাৰো মুখখন বুকুৰ ওপৰত লৈ দুয়োগালে চুমা খালে।

সুমিতাই সশব্দে কান্দিবলৈ ধৰিলে। সৌমাৰ দত্ত, প্ৰসন্ন সোণোৱাল, শ্ৰীময়ী আৰু বীতাৰ মাক কোঠাটোৰ এটাইকেজনে পৰম বিস্ময়ৰে গোটেই ঘটনাটো অপলক দৃষ্টিৰে চাই থাকিল। গোটেই কোঠাত কাঁহপৰি জীন যোৱা এক পৰিবেশ। বীতাৰ মাক আৰু সৌমাৰ দত্তৰ দুচকুৰে চকুপানী বাগৰি আছিল।

বীতাৰ উশাহৰ কষ্টটো আকৌ আৰম্ভ হ'ল। দীঘল দীঘলকৈ শব্দ কৰি উশাহ ল'বলৈ ধৰিলে।

তেনেতে অক্সিজেনৰ চিলিণ্ডাৰটো আহি পালেহি। ডাক্তৰজনে বীতাৰ নাকত অক্সিজেনৰ মাস্কটো লগাই দিলে।

সৌমাৰ দত্তই ৰীতাৰ মাস্ক লগোৱা নাকটোলৈ চাই থাকিল। দীঘল দীঘলকৈ টানি লোৱা উশাহৰ লগে লগে মাস্কসহ নাকটো উঠা-নমা কৰিছে।

সৌমাৰ দত্তৰ মনলৈ আহিল, ৰীতাই কাপলত ফোঁট লওঁতে সদায় নাকটোত এচাঁহিমান সেন্দূৰ পৰি থাকে।

গ্ৰীক আৰু মঙ্গোলীয়া স্থপতিৰ সংমিশ্ৰনেৰে যেন গঢ় লৈছে ৰীতাৰ সুন্দৰ ৰঙা নাকটো। সেন্দূৰ চাঁহিয়ে সদায় আৰু সুন্দৰ কৰি তোলে ৰীতাৰ নাকটো।

মাজনিশালৈ দুবাৰমান বৰ ডাঙৰকৈ উশাহ লোৱাৰ শব্দ কৰি হঠাৎ স্তব্ধ হৈ গ'ল ৰীতাৰ উশাহৰ শব্দ। বুকুৰ উঠা-নমাও লাহে লাহে বৈ গ'ল। ৰীতাৰ মুদি থকা চকু দুটাৰে মুখখনত যেন ফুটি উঠিল সকলো যন্ত্ৰণাৰ অৱসান, এক গভীৰ প্ৰশান্তিৰ সৌম্য ৰূপ। অনন্ত নীৰৱতাৰ কোমল আভা। ৰীতাৰ বাঙ্ময় হৈ উঠা কণ্ঠ আকৌ মৌন হৈ পৰিল চিৰদিনৰ বাবে।

ডাক্তৰজনে ৰীতাৰ ওচৰলৈ গৈ নাকৰ পৰা অক্সিজেনৰ মাস্কটো একৰাই দিলে।

# তৃতীয় অধ্যায়

পুৱা আঠ বাজিছে। প্ৰকাণ্ড অভেল আকৃতিৰ ক'লা গ্লাছ টপ লগোৱা ডাইনিং টেবুলৰ এমূৰত ৰাজ্যসভাৰ সাংসদ, অতি প্ৰভাৱশালী, প্ৰতাপী আঢ্যৱন্ত ব্যক্তি নাৰায়ণ দুৱৰা, তেওঁৰ বাওঁকাষত বহিছে পত্নী মন্দিৰা দুৱৰা, সোঁকাষে কন্যা মালিনী। দুৱৰাৰ বয়স ষাঠী হ'ব, মন্দিৰাৰ পাচপোন্ন আৰু মালিনীৰ বত্ৰিশ। তেওঁলোকে তিনিও পুৱাৰ 'ব্ৰেকফাষ্ট' খাইছে। খোৱা প্ৰায় শেষ হ'বৰ হৈছে। দুৱৰা খোৱাৰ শেষত দ্বিতীয় কাপ চেনি নোহোৱা ৰঙা চাহ সমুখত লৈ টেবুলৰ একাষত থকা পুৱাৰ এদ'ম বাতৰিকাকতৰ এখনত চকু ফুৰাই আছে। মালিনীয়ে মাকৰ পিনে চাই চকুৰে কিবা ইংগিত দিলে। মাকে দুৱৰাৰ পিনে চাই ক'লে, "তুমি এয়াৰপৰ্টলৈ যাবানেকি— প্ৰজ্ঞানক আনিবলৈ?"

দুৱৰাই কাগজৰ পৰা মূৰ নোতোলাকৈয়ে সোধে, "কোনটো ফ্লাইট?"

উত্তৰ দিলে মালিনীয়ে, "ফাৰ্ষ্ট ফ্লাইট, আই. চি., এঘাৰ বজাত এৰাইভেল।"

"যাবা নহয়?" মাকে আকৌ শুধিলে।

দুৱৰাই চাহ এঢোক খাই অলপ চিন্তা কৰি ক'লে, "এটা কথা হ'ল নহয়, দহ বজাত চেম্বাৰ্চ অব কৰ্মৰ্চৰ এ. জি. এম আছে. মোক চীফ গেষ্ট হ'বলৈ মাতিছে।"

"তোমাৰ আৰু এ. জি. এম. কনফাৰেন্স, মিটিং, চেমিনাৰৰ শেষ নাই।" মালিনীয়ে অভিমান কৰি ক'লে।

"কি কৰিবি। আগতেই কথা দিয়া আছে। এ. জি. এম.। ইম্পৰটেন্ট মিটিং।"

"আমি ভাবিছিলো, প্ৰজ্ঞানৰ আইতাককো লৈ যাম, আইমাক।" মালিনীৰ মাকে ক'লে।

"লৈ যাবা। কি অসুবিধা আছে। তোমালোকে টয়েটাখন লৈ যাবা।"

"তুমি এ. জি. এম. লৈ কেনেকৈ যাবা?" মালিনীয়ে সুধিলে।

"তোৰ ভেনখন লৈ যাম।"

"What a jock? তুমি মাৰুতীত যাবা?" হাঁহি হাঁহি মালিনীয়ে ক'লে।

"ঠিক আছে, এটা কাম কৰ। তইঁত দহ বজাৰ অলপ আগতে ওলাবি। মোক মিটিঙত নমাই থৈ এয়াৰপৰ্টলৈ গুচি যাবি। মই ঘূৰি আহোঁতে চেম্বাৰ্চৰ গাড়ীয়ে থৈ যাবহি।"

এয়াৰপৰ্টৰ পৰা প্ৰজ্ঞানক আনিবলৈ গাড়ীৰ সমস্যা সমাধান হোৱাৰ পিছত মালিনী আইমাক টেলিফোন কৰিবলৈ গ'ল, দহ বজাৰ আগেত যাতে ওলাই থাকে এয়াৰপৰ্টলৈ যাবলৈ।

বিমানকোঠাৰ ভি. আই. পি. লাউঞ্জত বহি আছে হাতত পেপাৰ বেক কিতাপ এখন মেলি মালিনী, তেওঁৰ মাক মন্দিৰা আৰু প্ৰজ্ঞান সোণোৱালৰ বৃদ্ধা আইতাক শ্ৰীময়ী সোণোৱাল। তিনিও আহিছে, ইংলেণ্ডৰ পৰা সদ্য-প্ৰত্যাবৰ্তিত প্ৰজ্ঞান সোণোৱালক বিমানকোঠৰ পৰা আদৰি নিবলৈ।

মালিনীহঁতৰ আহোঁতে প্ৰজ্ঞানৰ আইতাককো গাড়ীত তুলি লৈ আহিছে। প্ৰজ্ঞানৰ মাক-দেউতাক নাই। প্ৰায় বিশ বছৰমান পূৰ্বেই, প্ৰজ্ঞান যেতিয়া হাইস্কুলৰ তলৰ শ্ৰেণীত পঢ়ি আছিল তেতিয়াই, দেউতাক প্ৰশান্ত সোণোৱাল আৰু মাক সুস্মিতাৰ গুৰুতৰ মটৰ দুৰ্ঘটনাত পতিত হৈ তৎকালেই একেলগে দুয়োৰে মৃত্যু হৈছিল। হাইস্কুলৰ পঢ়া শেষ কৰালৈকে প্ৰজ্ঞান গাঁৱৰ ককাক আৰু আইতাকৰ লগত আছিল। ককাক আছিল বৰ্তমানৰ দেহাপুখুৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ প্ৰাক্তন প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক, প্ৰসন্ন সোণোৱাল আৰু আইতাক শ্ৰীময়ী সোণোৱাল। প্ৰজ্ঞানৰ দেউতাক প্ৰশান্ত সোণোৱাল আৰু মালিনীৰ দেউতাক ৰমেন্দ্ৰ দুৱৰা দুয়ো কলেজৰ দিনৰ সহপাঠী বন্ধু আছিল। আৰু সেই সময়ৰ বন্ধুত্ব পিছলৈ এনাজৰীৰূপে শেহলৈ দুয়োটা পৰিয়ালকে এখন ঘৰৰ দৰে বান্ধি পেলাইছিল। জিলা ন্যায়াধীশ সৌমাৰ দত্তৰ একমাত্ৰ কন্যা সুস্মিতাৰ সৈতে প্ৰশান্তৰ বিয়া হোৱাৰ অলপ দিন পিছতে প্ৰশান্তই মালিনীৰ দেউতাক ৰমেন দুৱৰাৰ সৈতে একেলগে ই. এ. চি.ৰ পদত নিযুক্তি পাইছিল। আৰু প্ৰথমেই দুয়ো গুৱাহাটীতে প'ষ্টিং লাভ কৰিছিল। তেতিয়াৰে পৰাই প্ৰশান্তৰ আৰু ৰমেন্দ্ৰ দুৱৰাৰ দুয়ো পৰিয়ালৰ মাজত সম্পৰ্ক ঘনিষ্ঠ হৈ পৰিছিল। চাকৰিৰ নিযুক্তিৰ কিছুদিন পিছতে প্ৰশান্তক প্ৰমোচন সাপেক্ষে চিলচৰলৈ বদলি কৰাৰ সময়ত দহ বছৰীয়া শিশু প্ৰজ্ঞানক প্ৰশান্তই দেহাপুখুৰী গাঁৱত ককাকৰ ঘৰত থাকিবলৈ পঠালে ককাক আইতাকৰ ঘৰত থাকি হাইস্কুলৰ শিক্ষা গ্ৰহণ কৰাৰ ব্যৱস্থা কৰিলে। একেলগে সেই সময়তে ৰমেন দুৱৰাকো চাকৰিৰ প্ৰমোচন দি কৰিমগঞ্জলৈ বদলিৰ নিৰ্দেশ ওলাইছিল। কিন্তু ৰমেন দুৱৰাই বদলি গ্ৰহণ নকৰি চাকৰি ইস্তফা

দিলে আৰু চৰকাৰী পথ আৰু গৃহ নিৰ্মাণৰ ঠিকাৰ কামত নামি পৰিল। ৰাজনীতিৰ ক্ষেত্ৰখনতো ধীৰে ধীৰে প্ৰবেশ কৰিলে তেওঁ। অতি কম দিনৰ ভিতৰতে তেওঁ ঠিকা আৰু ৰাজনীতি, দুয়ো ক্ষেত্ৰতে অভাৱনীয়ভাৱে সাফল্য লাভ কৰিলে। এবাৰো উভতি নোচোৱাকৈ আগুৱাই আহি বৰ্তমানে তেওঁ ধন-খ্যাতি ক্ষমতা সামাজিক প্ৰতিষ্ঠা সকলোতে শীৰ্ষত অধিষ্ঠিত এজন অতি ভাগ্যবান আৰু এজন সুখী ব্যক্তিস্বৰূপে সৰ্বজন পৰিচিত আৰু সমাদৃত হৈ পৰিছে।

প্ৰজ্ঞানে যেতিয়া মেট্ৰিক পৰীক্ষাত সৰ্বোচ্চ দ্বিতীয় স্থান লৈ উত্তীৰ্ণ হৈ গুৱাহাটীৰ কটন কলেজত পঢ়িবলৈ আহিল, তেতিয়া পূৰ্বৰ দুয়ো পৰিয়ালৰ ঘনিষ্ঠ সম্পৰ্কৰ মাজেৰে ৰমেন দুৱৰাৰ ঘৰলৈ প্ৰজ্ঞানৰ আহ-যাহ আৰম্ভ হ'ল আৰু দুৱৰাৰ ইতিমধ্যে কলেজত পঢ়ি থকা দুই পুত্ৰ মণীষ আৰু মৃদুল, আৰু হাইস্কুলৰ ক্লাছ এইটত পঢ়ি থকা মালিনীৰ সৈতে প্ৰগাঢ় বন্ধুত্ব গঢ়ি উঠিল। মালিনীও মেধাৱী ছোৱালী আছিল। গতিকে স্কুলীয়া পঢ়া-শুনাৰ বাহিৰেও, বিভিন্ন বিষয়ৰ জ্ঞান লাভ কৰিবলৈ মালিনীয়ে সততে প্ৰজ্ঞানৰ ওচৰ চাপিছিল আৰু তেওঁলোকৰ ঘৰলৈ প্ৰজ্ঞান হোষ্টেলৰ পৰা সঘনে আহি থকাটো আশা কৰিছিল। মালিনীৰ এই নিৰন্তৰ আশাৰ সঁহাৰি দিবলৈ গৈ প্ৰজ্ঞানে মালিনীৰ সৈতে গঢ়ি তুলিছিল এক নিবিড় সম্পৰ্ক। যোৱা ওঠৰ বছৰে সেই সম্পৰ্ক কোনো সংকটৰ সন্মুখীন হোৱা নাই।

মালিনীৰ বয়স এতিয়া বত্ৰিশ বছৰ উকলিছে। ছোৱালী এগৰাকীৰ বিয়াৰ বয়সৰ মাপকাঠিৰে চালে মালিনীৰ সেই বয়স উকলিবই খুজিছে। কিন্তু মালিনীৰ আত্মসচেতনতাবোধ আৰু যৌৱনৰ দুপৰ পৰতে তেওঁৰ জীৱনত ঘটা প্ৰেমজনিত এক দুৰ্ঘটনাৰ পিছত এজন পুৰুষৰ স্বামীত্বক স্বীকাৰ আৰু গ্ৰহণ কৰি লৈ বিবাহিত জীৱনৰ স্বপ্ন দেখাৰ কথা তেওঁ যেন সমূলি পাহৰি পেলাইছে। এজন বিশেষ পুৰুষ হিচাপেই প্ৰজ্ঞানে মালিনীৰ হৃদয়ৰ এক বিশেষ স্থান অধিকাৰ কৰি আছে, দুয়োৰে সেই কৈশোৰৰ প্ৰথম মিলনৰ দিনৰ পৰাই। সেই স্থানত, মালিনীৰ হৃদয়ত প্ৰজ্ঞানৰ সেই বিশেষ অৱস্থান আৰু স্বৰূপটোক লৈ মালিনীৰ মনত কোনো দিনেই প্ৰশ্নৰ উদয় হোৱা নাছিল। অতি স্বাভাৱিকভাৱে, তেওঁৰ মাক-দেউতাক আৰু ককায়েক দুজনৰ দৰেই যেন পৰিয়ালৰে আৰু এজন মানুহ তেওঁৰ জীৱনত সাঙোৰ খাই আছে,— সেইজন মানুহ প্ৰজ্ঞান। তেওঁৰ জীৱনত যিকোনো কথাতে, সমস্যা আৰু সংকটতে সৰ্বপ্ৰথম আৰু সৰ্বাধিক নিৰ্ভৰ কৰিব পৰা ব্যক্তিজনেই প্ৰজ্ঞান। মালিনীৰ এই উপলব্ধি অসচেতনভাৱেই মনৰ গভীৰতাত দৃঢ় হৈ গঢ় লৈ আছে, সাগৰৰ মাজত অনাবিষ্কৃত এটা দ্বীপৰ দৰে।

অনেক সৰু বৰ জাহাজ উঁকি মাৰি সেই দ্বীপৰ কাষেৰে পাৰ হৈ যায়, আৰু প্ৰতিটো অভিজ্ঞতাৰ উঁকিয়ে মালিনীক মাত্ৰ জনাই থৈ যায় প্ৰজ্ঞান তেওঁৰ জীৱনৰ এক অপৰিহাৰ্য অস্তিত্ব। এক অনপনেয় সত্য।

মেধাৱী ছাত্ৰী মালিনীয়ে কেবাটাও লেটাৰ লৈ প্ৰথম বিভাগত উচ্চ মাধ্যমিক শিক্ষা সাং কৰি, দিল্লীৰ মিৰান্দা কলেজৰ পৰা ইংৰাজীত অনাৰ্ছ লৈ বি. এ. তাৰ পিছত ইনষ্টিটিউ অৱ মাছ কমুনিকেশ্যনৰ পৰা ডিপ্লোমা আৰু মুম্বাইৰ টাটা ইনষ্টিটিউট অৱ ৰুৰেল মেনেজমেন্টৰ পৰা ডিগ্ৰী লাভ কৰে। শেষত তেওঁ ঘৰতে থাকি এটা অনা চৰকাৰী সেৱা সংস্থা (এন. জি. অ'.) গঠন কৰি তাৰ জৰিয়তে নগৰৰ দাঁতি-কাষৰৰ এটা জনজাতীয় অঞ্চলৰ যুৱক-যুৱতীবোৰক লৈ অঞ্চলটোৰ অৰ্থনৈতিক দিশত স্বচ্ছলতা লাভৰ সহায়ক দুটামান প্ৰকল্পত আত্মনিয়োগ কৰি আছে। তেওঁ সংস্থাটোৰ নাম দিছে "সংকল্প"।

দেহাপুখুৰীৰ প্ৰসন্ন কুমাৰ সোণোৱালৰ নাতি, প্ৰশান্ত কুমাৰ সোণোৱালৰ পুত্ৰ প্ৰজ্ঞানো অতি মেধাৱী ছাত্ৰ আছিল। অধ্যয়ন জীৱনত সকলো পৰীক্ষাতে প্ৰথম বিভাগৰ ব্যতিক্ৰম হোৱা নাছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অৰ্থনীতিত প্ৰথম বিভাগৰ প্ৰথম স্থান লৈ পাছ কৰি দিল্লীৰ ইণ্ডিয়ান স্কুল অৱ ইকনমিক্সত তেওঁ এম. এ. ডিগ্ৰী লাভ কৰে। তাৰ পিছত জৱাহৰলাল নেহৰু বিশ্ববিদ্যালয়ৰ পৰা এম. ফিল. লৈ, ভাৰত চৰকাৰৰ বৃত্তিৰে ইংলেণ্ডৰ লণ্ডন স্কুল অৱ ইকনমিকছত ডক্টৰেট ডিগ্ৰী লাভ কৰে। পিছত কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ পৰা ৰ'ড স্কলাৰ হৈ ওলাই আহি লণ্ডনতে এটা বহুজাতিক বিশ্ববিখ্যাত অৰ্থবিনিয়োগ কোম্পানীৰ ফাইনেন্‌চিয়েল এড্‌ভাইচাৰ চাকৰিত ভৰ্ত্তি হয়। তাত সাত বছৰ চাকৰি কৰাৰ পিছত প্ৰজ্ঞান সম্প্ৰতি অসমলৈ উভতি আহিছে। ঘৰলৈ আহিছে।

'ঘৰ' বুলিলে প্ৰজ্ঞানৰ বাবে নিজৰ আটাইতকৈ আপোন ঘৰখন হৈছে দেহাপুখুৰীত থকা ককাক-আইতাকৰ ঘৰখন। কাৰণ সেইখন ঘৰতে প্ৰজ্ঞানৰ শৈশৱ আৰু কৈশোৰৰ বেছিখিনি বয়স অতিবাহিত হৈছে। সেইখন ঘৰতে থাকি শিক্ষাবিদ ককাকৰ অভিভাৱকত্বত প্ৰজ্ঞানে উচ্চ মাধ্যমিক শিক্ষান্ত পৰীক্ষাত অতি সুখ্যাতিৰে উত্তীৰ্ণ হৈছে। নিজৰ দেউতাকৰ ঘৰখন গুৱাহাটী মহানগৰত আছিল যদিও অসম প্ৰশাসনীয় সেৱাৰ পদত ভৰ্তি হৈ দেউতাকে প্ৰথম ভালেমান দিন চাকৰিৰ স্থান বদলাই থাকিব লগা হৈছিল। ফলত সৰুৰে পৰা তীক্ষ্ণ মেধাৰ পৰিচয় দিয়া প্ৰজ্ঞানৰ পঢ়া-শুনা নিয়মীযাভাৱে, আশাসুধীয়াভাৱে ক'তো ব্যাহত নোহোৱাকৈ চলাই নিয়াৰ কথাটো চিন্তনীয় হৈ পৰিল। এই লৈ প্ৰজ্ঞানৰ দেউতাক প্ৰশান্ত আৰু মাক সুমিতাৰ মাজত ভালেদিন বাদ্-বিতণ্ডাও হৈছিল। কিন্তু প্ৰশান্তৰ

দেউতাকে নিজ হাতে গঢ়ি তোলা দেহাপুখুৰী মাধ্যমিক বিদ্যালয়ৰ শিক্ষাদানৰ মান তেতিয়া আছিল জনজাত। তাৰ উপৰি দেউতাকৰ যি আদৰ্শ আৰু ব্যক্তিত্বৰ সান্নিধ্যত থাকি প্ৰশান্তই নিজৰ জীৱনৰ বুনিয়াদ অতি সুদৃঢ়ভাৱে গঢ়িবলৈ সক্ষম হৈছিল সেই ব্যক্তিত্বৰ সান্নিধ্যত পুতেক প্ৰজ্ঞানকো থাকিবলৈ দিয়াৰ পক্ষপাতী আছিল প্ৰশান্ত সোণোৱাল। কিন্তু মাক সুমিতাই জেদ কৰিছিল প্ৰজ্ঞান গুৱাহাটীত থাকিব লাগিব, আৰু ইংৰাজী মাধ্যমত ডনবস্ক'হাইস্কুলত পঢ়িব। সৰু সৰু ঘটনা লৈ প্ৰজ্ঞানৰ মাক-দেউতাক, প্ৰশান্ত আৰু সুমিতাৰ মাজত ঘাঁক-বিতণ্ডা হৈ থকাটো এসময়ত নিয়মীয়া হৈ পৰিছিল।

এদিন ৰীতা দত্তৰ মৃত্যুৰ আগমুহূৰ্তত তেওঁ আগবঢ়াই দিয়া আঙঠিটো প্ৰশান্তই ৰীতাৰ জীয়েক সুমিতাক পিন্ধাই দিছিল। ঘটনাটোৰ দ্বাৰা স্বীকৃত হৈছিল সুমিতাৰ সৈতে প্ৰশান্তৰ ভৱিষ্যতৰ বিয়াখন। সেই মুহূৰ্তত ঘৰৰ পৰিয়ালৰ আন মানুহকেজনৰ সৈতে উপস্থিত আছিল প্ৰশান্তৰ মাক-দেউতাক শ্ৰীময়ী আৰু প্ৰসন্ন সোণোৱাল। সেইমুহূৰ্তটো কিছুদিনৰ পিছত এখন বিয়াৰ এটি ক্ষণত পৰিণত আৰু স্বীকৃত কৰি লোৱাৰ এক দায়বদ্ধতাৰ অনুভৱটোৱে প্ৰসন্ন সোণোৱালক সেইদিনা হঠাতে দ্বিধাগ্ৰস্ত কৰিছিল যদিও, এক গভীৰ আবেগিক কৰুণ পৰিবেশটোৱে পৰিস্থিতিক গ্ৰহণ কৰিবলৈ যেন তেওঁক বাধ্য কৰিলে।

সুমিতাই জীৱনত কোনো দিনেই গাঁৱৰ প্ৰকৃত ৰূপটোৰ সৈতে চিনাকি হোৱাৰ সুযোগ হোৱা নাছিল। গুৱাহাটীৰ পৰা যোৰহাট নাইবা ডিব্ৰুগড়লৈ কাৰেৰে যাওঁতে বাটৰ দুয়োকাষে থকা গাঁৱৰ ঘৰবোৰ, ঘৰৰ সমুখৰ চোতাল, গৰু-ছাগলী, হাঁহ-পাৰ, ফুলনি, শাক-পাচলি আৰু তামোল-পানৰ বাৰী, বিবিধ গছ-গছনি, নৈ-জান-জুৰি, ক'ৰবাত নামঘৰ, ক'ৰবাত মন্দিৰ-এনেবোৰ মাত্ৰ দূৰৰ পৰা দেখা দৃশ্যক লৈ গাঁৱৰ এখন সাধাৰণ ছবি মনতে আঁকি থোৱা আছিল মাত্ৰ। ছবিখনে সুমিতাক ৰোমাঞ্চিত নকৰাকৈ থকা নাছিল। বিয়াৰ পিছত প্ৰশান্তহঁতৰ ঘৰত থাকিবলৈ গ'লে তাইৰ কেনে লাগিব সেই কথা মাজে মাজে চিন্তা কৰিছিল। কিন্তু ইতিমধ্যে প্ৰশান্তই এ. পি. এছ. চি.ৰ পৰীক্ষাত ভালদৰে পাছ কৰাৰ খবৰ ওলাইছে। এমাহৰ ভিতৰতে ভাইভা হ'ব। আৰু প্ৰশান্ত নিৰ্বাচিত হ'ব, তাই নিশ্চিত। ন্যায়াধীশ দেউতাকক কৈ মেলি প্ৰশান্তৰ প'ষ্টিং গুৱাহাটীতে কৰাব পাৰিব। গতিকে বিয়াৰ পিছত প্ৰশান্তৰ গাঁৱৰ ঘৰত হয়তো সুমিতা বেছিদিন থাকিব লগা নহ'বও পাৰে। তদুপৰি সুমিতাই প্ৰশান্তক ইমান বেছি ভাল পায়, প্ৰশান্তৰ আটিল সুঠাম পেশীৰে প্ৰশস্ত বুকুখনৰ মাজত সোমাই থাকিবলৈ পালে, সুমিতা প্ৰশান্তৰ সৈতে গৈ ভূতৰ ঠাইতো থাকিব পাৰিব। বিয়াৰ পিছত গাৱঁৰ ঘৰলৈ গৈ সুমিতাই

কিমানবোৰ অসুবিধা পাব তাৰ তালিকা দি থাকোঁতে, সুমিতাই প্ৰশান্তৰ মুখখন হাতেৰে বন্ধ কৰি দি আবেগেৰে কৈছিল, "Enough Prasanta, hell is heaven when I am in your arms."

বিয়াৰ পিছত নকইনা হৈ সুমিতা যেতিয়া প্ৰশান্তহঁতৰ ঘৰলৈ যায় তেতিয়া মাত্ৰ প্ৰথম এসপ্তাহ সুমিতা গাঁৱত থাকিব লগা হৈছিল। প্ৰশান্তহঁতৰ অসম আৰ্হিৰ টিঙৰ ঘৰ, মজিয়া পকাৰ। প্ৰকাণ্ড বা আহল-বহল নহয়। এখন অতি আধুনিক ঘৰৰ আচবাব-পত্ৰ, বাচন-বৰ্তনেৰে হয়তো চৌখিন কৰিব পৰা নাই ঘৰখন। কিন্তু ন্যূনতম সুবিধাখিনি আছে। এগৰাকী নগৰীয়া আধুনিক ছোৱালী কইনা হৈ ঘৰলৈ আহিবৰ কাৰণে বিশেষকৈ শাহুৱেক শ্ৰীময়ীয়ে গিৰিয়েক আৰু পুতেকৰ সৈতে আলোচনা কৰি পাৰ্যমানে ঘৰখন চকুত পৰা আৰু সুবিধা থকা কৰিবলৈ যত্নৰ ক্ৰুটি কৰা নাই। আনকি শাহুৱেকে সুমিতাক ন-বোৱাৰীয়ে মানিবলগীয়া অনুশাসনৰ পৰাও যথেষ্ট স্বাধীনতা দিছিল। ঘৰত চেণ্ডেল পিন্ধি থকা, অনবৰতে ওৰণি লৈ থাকিবলৈ নিদিয়া, নিজৰ কোঠাৰ ভিতৰত নাইটি হাউছ কোট নাইবা নিজৰ পোছাক পিন্ধাত বাধা নথকা, পুৱা দোকমোকালিতে শুই উঠি গা ধুব নলগা, তামোল কটা নাইবা ঘৰত পাকঘৰৰ কিবা কাম-বন কৰা আদিৰ পৰা বিৰত ৰখা, পুৱা-দুপৰীয়া-নিশা আহাৰৰ সময়ত একেলগে ডাইনিং টেবুলত খাবলৈ বহা ইত্যাদি ইত্যাদি। সুমিতাই বোৱাৰী হৈ প্ৰথমেই ঘৰত প্ৰৱেশ কৰি, গুৱাহাটীৰ ন্যায়াধীশৰ প্ৰকাণ্ড বঙলা ঘৰত বাস কৰা প্ৰাত্যহিক অভ্যাসৰ পৰা আহি হঠাতে কিছু অস্বস্তিবোধ হৈছিল। কিন্তু লাহে লাহে নতুন ধৰণৰ কিছুমান অভিজ্ঞতা বুলি, দুদিনমানৰ সাময়িক এডভান্সাৰ বুলি পৰিস্থিতিবোৰক মানি লোৱাৰ মনোভাৱেৰে সুমিতাই গ্ৰহণ কৰি ল'লে।

আঠমঙলাৰ বাবে সাত দিনৰ পিছত গুৱাহাটীলৈ উভতি অহাৰ পিছত, প্ৰশান্তই ই. এ. চি.ৰ নতুন চাকৰিত ভৰ্তি হৈ ইতিমধ্যে বন্দবস্ত কৰা সুন্দৰ ভাড়াঘৰত সুমিতাৰ নিয়মীয়া গৃহিণী জীৱন আৰম্ভ হ'ল, য'ত শিলঙৰ লৰেটো আৰু কলিকতাৰ বেথুন কলেজৰ সংস্কৃতিৰ পৰা আহৰণ কৰা তেওঁৰ জীয়াৰী জীৱনৰ মুক্ত আধুনিকতাক আকৌ অত্যুৎসাহেৰে আদৰি ল'লে। প্ৰশান্ত যদিও যোৱা চাৰি বছৰে সুমিতাৰ আধুনিকতাৰ সংস্পৰ্শ লাভ কৰিছিল, বহুদিন বহু অন্তৰঙ্গ অভিজ্ঞতাও প্ৰশান্তৰ নোহোৱাকৈ থকা নাই, কিন্তু সম্প্ৰতি সেই আধুনিকতাৰ সৈতে প্ৰতিদিনৰ প্ৰতিক্ষণ সহবাস কৰিবলৈ যাওঁতে প্ৰশান্তৰ জীৱনবোধ আৰু মূল্যবোধত মাজে মাজে সংঘাতৰ সৃষ্টি হ'বলৈ ধৰিলে। তথাপি প্ৰথম অৱস্থাত নৱবিবাহিত দাম্পত্য জীৱনৰ যৌৱনভৰা দুপৰৰ ৰ'দত আক্ৰান্ত হৈ প্ৰশান্ত আৰু

সুমিতাই পৰস্পৰৰ বিষয়ে দেখিও নেদেখা বা জানিও নজনা মনোভাবেৰে পৰিস্থিতিক গ্ৰহণ কৰি গৈছিল।

অলপ দিন পিছতে প্ৰশান্ত আৰু সুমিতাৰ জীৱনলৈ এটি পুত্ৰ সন্তান আহিল। সন্তানৰ নাম থোৱা হ'ল প্ৰজ্ঞান। দাৰ্শনিক, হেডমাষ্টৰ ককাকেই নিৰ্বাচন কৰিলে নাতিয়েকৰ নামটো।

প্ৰসন্ন সোণোৱাল আৰু সৌমাৰ দত্তৰ দুয়োটা পৰিয়ালৰ মাজৰ বহুদিনীয়া আপোন সম্পৰ্কক প্ৰশান্ত আৰু সুমিতাৰ বিয়াখনে আৰু অধিক নিবিড় কৰি তোলাটোৱে স্বাভাৱিক আছিল। কিন্তু বিয়াখনৰ পিছৰ পৰা এক বিপৰীত স্বৰূপ এটাহে ক্ৰমে স্পষ্ট হৈ উঠিল। বিয়াৰ অলপ দিন পিছৰে পৰা প্ৰথমে মুৰৰ চুলিৰ আকৃতিৰ এটা ফাঁক যেন দেখা দিবলৈ ধৰিলে দুয়ো পৰিয়ালৰ মাজত। চুলি এডালমান সদৃশ ফাঁকটো যেন ক্ৰমে অধিক প্ৰকট হৈ আহিবলৈ ধৰিলে, বিশেষকৈ উচৱ-পাৰ্বন নাইবা পাৰিবাৰিক অনুষ্ঠানৰ সময়ত যেতিয়া প্ৰশান্তই সুমিতা আৰু শিশু প্ৰজ্ঞানক লৈ দেহাপুখুৰীলৈ যোৱাৰ প্ৰস্তাৱ তোলে। তেতিয়া শেষ মুহূৰ্তত সুমিতাৰ কিবা এটা 'কাৰণ' ওলাই পৰে, প্ৰায়েই স্বাস্থ্যজনিত ব্যাখ্যাৰে। আৰু তেতিয়া প্ৰশান্ত অকলেই গাঁৱৰ ঘৰলৈ যাব লগা হয়। অৱশ্যে প্ৰশান্তই সদায় এটা কথাত গুৰুত্ব দিছিলঃ সেইটো হৈছে প্ৰজ্ঞানক সদায় তেওঁ লগত নিছিল। তেওঁৰ ইচ্ছাৰ উপৰিও শিশু প্ৰজ্ঞানৰ নিজৰো ককাক-আইতাকৰ ঘৰলৈ, গাঁৱলৈ যাবলৈ অত্যুৎসাহী আছিল। তথাপি বহু সময়ত বিবেকক আওকাণ কৰিও প্ৰশান্তই শহুৰেক দত্তৰ অতি মৰমৰ জোঁৱাই হোৱাৰ ভূমিকা পালনত কোনো ত্ৰুটি কৰা নাছিল। বিশেষকৈ প্ৰশান্তই শাহুৱেক স্বৰ্গীয়া ৰীতা দত্তৰ মৰম কোনোদিনেই পাহৰিব নোৱাৰে। কিন্তু এদিন প্ৰশান্তই ত্ৰুটি প্ৰথম কৰিলে, যেতিয়া চিলচৰলৈ জ্যেষ্ঠ ই. এ. চি. পদৰ প্ৰমোচন লৈ বদলি হোৱাৰ নিৰ্দেশনা পত্ৰখন তেওঁৰ হাতত পৰিল আৰু সেই সময়তে যেতিয়া প্ৰজ্ঞানক হাইস্কুলত ভৰ্তি কৰিবলগীয়া হ'ল। ন্যায়ধীশ দত্ত, সুমিতা মাক আৰু সুমিতাই নিজে গুৱাহাটীৰ দত্তৰ ঘৰত ৰাখি কনভেন্ট স্কুলত প্ৰজ্ঞানক নাম ভৰ্তি কৰাবলৈ প্ৰশান্তক দিয়া প্ৰচণ্ড হেঁচা আৰু প্ৰভাৱ, সুমিতাৰ চকুপানী আৰু কৰ্কথনা, আনকি বিপদজনক পৰিণতিৰ ভাবুকি-এই সকলোবোৰকে আওকাণ কৰি প্ৰশান্তই প্ৰথবাৰৰ কাৰণে (হয়তো শেষবাৰৰ কাৰণেও) একান্ত নিজাববীয়াকৈ এক সিদ্ধান্ত ল'লে। সেয়া হ'ল তেওঁৰ দাৰ্শনিক পিতৃদেৱ আৰু সৰলচিতীয়া, মৰমীয়াল বিদুষী মাতৃ দুয়োৰে পৰামৰ্শ আৰু ইচ্ছাৰ প্ৰতি সঁহাৰি জনাই দেহাপুখুৰী উচ্চ মাধ্যমিক বিদ্যালয়ত প্ৰজ্ঞানক ভৰ্তি কৰোৱা আৰু ককাক-আইতাকৰ গাঁৱৰ ঘৰত ৰাখি প্ৰজ্ঞানক

মেট্ৰিকলৈকে শিক্ষা ল'বলৈ দিয়া।

তাৰ পিছৰ পৰা প্ৰশান্ত আৰু সুমিতাৰ দাম্পত্য জীৱনৰ কাহিনী এক সুদীৰ্ঘ বৰ্ণনা হ'ব। চমুকৈ ক'বলৈ গ'লে ঃ প্ৰতিদিনে সংঘাতৰ পিছত সংঘাতে প্ৰশান্ত সুমিতাৰ মনত তিক্ততাৰ সৃষ্টি কৰিবলৈ ধৰিলে। দুয়োৰে সহনশীলতাৰ অভাৱ হ'বলৈ ধৰিলে। সুমিতাৰ জীৱন-ৰীতিৰ নিত্য-নতুন আচৰণে প্ৰশান্তৰ মূল্যবোধক বাৰে বাৰে আঘাট কৰিবলৈ ধৰিলে। সৰু সৰু একোটা অবান্তৰ কথা বা ঘটনাও একোটা ইছু হৈ পৰে আৰু তাকে লৈ দুয়োৰে মাজত অশোভনীয় তুমুল দণ্ড-খৰিয়ালৰ সৃষ্টি হয়। যিহতে তিহতে প্ৰশান্তক দোষাৰোপ আৰু আক্ৰমণ কৰি থকাটো যেন সুমিতাৰ অভ্যাসত পৰিণত হৈছিল। প্ৰশান্তৰ বিশ্ববিদ্যালয়ৰ সহপাঠী বান্ধৱী শৰ্বানীৰ দুই-এবাৰ টেলিফোন আহিছিল। শৰ্বানী কেম্ব্ৰিজত পি. এইচ. ডি. কৰি অহাৰ পিছত এতিয়া দেউতাকৰ জুনিয়ৰ বেৰিষ্টাৰ এজনৰ সৈতে তেওঁৰ বিয়া হৈছে। তেওঁ এতিয়া দুটা সন্তানৰ মাক। কিন্তু সুমিতাই সন্দেহ কৰে শৰ্বানীৰ সৈতে এতিয়াও প্ৰশান্তৰ প্ৰেমৰ সম্পৰ্ক আছে। প্ৰশান্তই সেই কথা সম্পূৰ্ণ অস্বীকাৰ কৰিলেও যিকোনো আছিলাত সুমিতাই বিষয়টো উত্থাপন কৰি প্ৰশান্তক উত্তেজিত কৰে। তাকে লৈ সংঘৰ্ষ হৈ থাকে। বিস্ফোৰণৰ উদ্ভৱ হয়। প্ৰশান্ত আৰু সুমিতাৰ সম্পৰ্ক ক্ৰমে যান্ত্ৰিক হৈ পৰিল। দৈনন্দিন অপৰিহাৰ্য সময়খিনিত ওচৰা-ওচৰি হোৱাৰ বাহিৰে দুয়ো দুয়োৰ পৰা নিলগ হৈ থাকিবলৈ ল'লে। মনৰ যন্ত্ৰণাৰ উপশম বিচাৰি প্ৰশান্তই প্ৰথমে অফিচাৰ্চ ক্লাবত আৰু পিছলৈ ঘৰতে নিতৌ সন্ধ্যা সন্ধ্যা মদ্যপানৰ আশ্ৰয় ল'লে। সেয়েই নিয়মীয়া অভ্যাসত পৰিণত হ'ল। ঘৰখনৰ এই অনাহুত আৰু অবাঞ্ছিত পৰিবেশো এটা কাৰণ, যিহৰ পৰা আঁতৰত ৰখাৰ উদ্দেশ্যেই প্ৰজ্ঞানক গাঁৱৰ ককাক-আইতাকৰ লগলৈ পঠিওৱাৰ এককভাৱে সিদ্ধান্ত ল'লে প্ৰশান্তই। শেষত এদিন শ্বিলং ক্লাবৰ পৰা নিশা এক বজাত প্ৰচুৰ সুৰাপানৰ পিছত এক প্ৰচণ্ড মানসিক অস্থিৰতাৰে সুমিতাক লগত লৈ নিজে গাড়ী চলাই গুৱাহাটীলৈ আহিছিল প্ৰশান্ত সোণোৱাল। পথত এঠাইত ভাৰসাম্য হেৰুৱাই কাষৰ পাহাৰৰ শিলত গাড়ী খুন্দা মাৰি এক গুৰুতৰ দুৰ্ঘটনাত পতিত হৈছিল প্ৰশান্ত আৰু সুমিতা। আৰু সেই দুৰ্ঘটনাত দুয়োৰে তৎকালেই মৃত্যু হৈছিল। এই দুৰ্ঘটনাৰ কাহিনী বহুত দিনলৈকে ৰহস্য হৈ ৰ'ল বহুতৰে কাৰণে, আনকি পিছত প্ৰজ্ঞানৰ কাৰণেও, এতিয়ালৈকে।

"ইওৰ এটেনশ্যন্ প্লীজ। ইণ্ডিয়ান এয়াৰ লাইন্স, ফ্লাইট নাম্বাৰ আই চি টু জিৰো নাইন ইজ এৰাইভিং উইদিন এ চৰ্ট হোৱাইল্। পেজেঞ্জাৰ ট্ৰেভলিং...."

ঘোষণাটো আধাশুনাতেই মালিনী জাপ মাৰি উঠিল। "মা ব'লা,

এৰাইভেললৈ যাওঁ। আইমা বলক।" মালিনীয়ে কথাষাৰ কৈ কান্ধৰ বেগটোত পেপাৰবেক প্ৰকাণ্ড কিতাপখন ভৰাই বেগটো কান্ধত ওলোমাই ল'লে আৰু প্ৰজ্ঞানৰ আইতাকক বহাৰ পৰা উঠাত সহায় কৰিলে। শ্ৰীময়ী সোণোৱালক সকলোৱে প্ৰজ্ঞানে মতাৰ দৰে "আইমা" বুলি মাতে।

এৰাইভেল বিল্ডিঙৰ ভিতৰত পুলিচ-বিষয়া এজনৰ চকী এখনতে আইমাক বহুৱাই থৈ মালিনী আৰু মাক মন্দিৰা দুৱৰা প্ৰৱেশ পথৰ একেবাৰে মূল দুৱাৰৰ কাষত থিয় হ'লগৈ। সাংসদ ৰমেন্দ্ৰ দুৱৰাৰ স্ত্ৰী আৰু কন্যা হোৱা বাবে তেওঁলোকৰ চলাচলৰ ক্ষেত্ৰত সুৰক্ষা বাহিনীৰ ক'তো একো বাধা নাছিল।

উৰাজাহাজৰ গেঙৱেৰ খট্‌খটিয়েদি যাত্ৰীসকল এজন এজনকৈ নামি আহিছে। হঠাৎ মালিনীয়ে চিঞৰি উঠিল, "প্ৰজ্ঞান"।

"কতা?" মন্দিৰা দুৱৰাই গেঙৱেৰ পিনে তীক্ষ্ণভাৱে নিৰীক্ষণ কৰি সুধিলে।

"সেইটো - কুৰ্তা-পাইজামা পিন্ধি, স্কাইবেগ লৈ—"

"অ'অ'অ' সেইটো! মইনো কেনেকৈ ভাবিম সেইটো বুলি। ইমানবোৰ চুট-পিন্ধা মানুহ—মই তাৰ মাজত চাই আছো।"

মালিনী দৌৰি আইমাৰ ওচৰলৈ গৈ খবৰ দিলেগৈ, "আইমা, প্ৰজ্ঞান আহিছে।"

আইমা বহাৰ পৰা কষ্টেৰে থিয় হ'ল। মালিনীয়ে তেওঁক বাহুত ধৰি প্ৰৱেশ পথৰ পিনে আগুৱাই লৈ যাওঁতে ক'লে, "আইমা প্ৰজ্ঞান শকত হৈছে, কপালৰ ওপৰত চুলি কমিছে।"

"ককাকৰ দৰেই। মোক বিয়া কৰাওঁতেই আগমূৰত চুলি নাছিল। বাপেকৰ হ'লে—" আইমা আধা কোবাকৈয়ে বৈ গ'ল। ডিঙিটো সেপ লগা যেন লাগিল। হয়তো আইমাৰ হঠাৎ পুতেক প্ৰশান্তৰ কথা মনত পৰি গৈছিল। প্ৰশান্তৰ মূৰত চুলি ভৰি আছিল।

ইতিমধ্যে প্ৰজ্ঞানক সাবটি আদৰ কৰিছে মন্দিৰাই। তাৰ পিছতে "আইমা" বুলি প্ৰজ্ঞান আগুৱাই আহি আইমাক সেৱা কৰিলে, সাবটি ধৰিলে। আইমাৰ দুচকুৰেদি সৰসৰকৈ পানী বাগৰি আহিল।

প্ৰজ্ঞান আৰু মালিনীয়ে হাঁহিমুখে দুয়ো দুয়োলৈকে দুটামান মুহূৰ্ত নীৰৱে গভীৰ দৃষ্টিৰে চাই ৰ'ল; দুয়ো দুয়োৰে মূৰৰ পৰা ভৰিলৈকে তীক্ষ্ণভাৱে নিৰীক্ষণ কৰিলে। তাৰ পিছত মালিনীয়ে আঙুলি এটাৰে প্ৰজ্ঞানৰ সামান্য ওলাই অহা পেটটোত খোচ এটা মাৰি ক'লে, "দিচ্ মাষ্ট গ'।" তাৰ পিছতে প্ৰজ্ঞানৰ চুলি

সৰা আগমুৰটোত চাপৰ এটা মাৰি ক'লে, "দিচ্ অৱকৰ্চ কেন্নত কাম।"

প্ৰজ্ঞানে হাঃ হাঃ হাঃ বুলি ডাঙৰকৈ হাঁহিদিলে। হাতখন আগলৈ মেলি মালিনীক বুকুৰ কাষলৈ আনি বাহু এটাত ধৰি ৰ'ল, খন্তেক পৰ।

ৰমেন দুৱৰাৰ প্ৰকাণ্ড ইম্পৰ্টেড কাৰখনৰ পিছৰ চিটত বাওঁকাষে প্ৰজ্ঞান, মাজত প্ৰজ্ঞানৰ আইতাক আইমা আৰু সোঁকাষত মন্দিৰা দুৱৰা বহিছে। আগৰ চিটত ড্ৰাইভাৰৰ কাষত মালিনী। শীততাপ নিয়ন্ত্ৰিত গাড়ী, অলপো জোকাৰণি নোহোৱাকৈ, এক আমেজভৰা কলাসুলভ গতিৰে আগবাঢ়িছে।

হঠাৎ মাকৰ কথাষাৰলৈ মালিনীৰ মনত পৰিল। মালিনীয়ে, পিছলৈ মূৰ ঘূৰাই পিছলৈ চাই ক'লে : "বুজিছা প্ৰজ্ঞান, মায়ে ভাবিছিল ৰ'দচ্‌স্কলাৰ, মাল্টিনেশানেল কোম্পানীৰ ফাইনেন্‌চিয়েল এড্‌ভাইচাৰ, তুমি ব্লু চুট্য ব্ৰেষ্ট্ পকেটত ৰঙা ৰুমাল ডিঙিত ৰঙা টাইৰে, হাতত দামী এটাচী লৈ গেঙৱেৰে নামি আহিবা। তোমাক মায়ে বিচাৰিয়েই পোৱা নাছিল চকুৰে। এই কুৰ্তা-কামিজৰ বেশত।"

"ৰিয়েলী? মই পিছে ইয়ালৈ বিজনেচ্ কনফাৰেন্সত যোগ দিবলৈ অহা নাই। নাইবা কিবা বিজেনেচ ডীল লৈয়ো অহা নাই। ইয়ালৈ আহিছো অসমৰ খাৰ টেঙা ঢেঁকীয়া শাক খাই। ইয়াতে সম্পূৰ্ণ জীৱন নিৰ্বাহৰ সিদ্ধান্ত এতিয়াও লোৱা নাই যদিও, কিছুদিন দীঘলীয়াকৈ ইয়াত কটাবলৈ। ইয়াৰে মানুহ হৈ।"

"তই দেখোঁন ইয়াৰ মানুহে নকৰা কাম কৰিবলৈ ওলাইছ। আজিকালি অসমৰ মানুহে অসমৰ মানুহ হৈ থাকিবলৈ ভাল নোপোৱা হৈছে।" দুৰ্বল-ক্ষীণ কণ্ঠেৰে হঠাৎ আইমাই মাত দিলে।

আইমাই "সাম্প্ৰতিক অসমৰ মানুহ" বিষয়টো উত্থাপনহে কৰি দিলে। তাৰ পিছৰ পৰা বিষয়টোৰ আঁত ধৰিলে মন্দিৰা দুৱৰাই। কিছু সময়লৈ মন্দিৰা দুৱৰা আৰু প্ৰজ্ঞানৰ মাজত অসমৰ সাম্প্ৰতিক পৰিস্থিতিৰ প্ৰায় সকলো দিশতে আলোকপাত কৰি আলোচনা চলিল। মালিনীয়ে সমুখৰ চিটৰ পৰা দুই-এষাৰ মাত দিয়াৰ বাহিৰে বিশেষ অংশ লোৱা নাছিল। আৰু আইমা অলপ পিছতে গাড়ীত টোপনি গৈছিল।

প্ৰজ্ঞানহঁতৰ ঘৰত গাড়ীৰ ডিকীৰ পৰা ডাঙৰ ডাঙৰ চুটকেচ দুটা নমাবৰ সময়ত প্ৰজ্ঞান আৰু মালিনী ব্যস্ত থকাৰ মাজতে আইমা কাষলৈ আহি মালিনীৰ পিঠিখনত হাত থৈ ক'লে, "আইজনী, তুমি নহ'লে পাছতে যাবাগৈ। প্ৰজ্ঞানৰ লগতে দুপৰীয়াৰ ভাতকেইটা একেলগে খাই যাবা। মই এয়াৰ প'টলৈ যোৱাৰ আগতে সুদায়-নিকায় এমুঠি ৰান্ধি থৈ গৈছো।"

"হ'ব আইমা,খাই যাম।" মালিনী লগে লগেই সন্মত হ'ল। আচলতে আইমাই নোকোৱা হ'লেও মালিনী প্ৰজ্ঞানৰ লগতে থাকি গ'লহেঁতেন। অন্ততঃ আৰু কিছু সময় একেলগে প্ৰথম আজি কটোৱাৰ আকাংক্ষা মালিনীয়ে যোৱা কেইবাদিনৰে পৰা মনত পুহি ৰাখিছে। মালিনীৰ কিমান কথা ক'বলৈ আছে প্ৰজ্ঞানক, আৰু তাতোঁকেয়ো কিমান বেছি শুনিবলৈ আছে প্ৰজ্ঞানৰ পৰা। মালিনীৰ এন জি অ'-"সংকল্পক" লৈ সমগ্ৰ প্ৰকল্পটোৰ পূৰ্ণ ৰূপায়ণ আৰু প্ৰসাৰণৰ কথাবোৰ বিশদভাৱে আলোচনা কৰিবলৈ অধীৰ আগ্ৰহেৰে বৈ আছে মালিনী। সেইবোৰ কথা এদিন পিছলৈ থ'লেও আজি অন্ততঃ প্ৰজ্ঞানৰ সৈতে যোৱা সাত বছৰৰ (মাজতে মাত্ৰ পোন্ধৰ দিনৰ বাবে এবাৰ আহিছিল যদিও) ব্যক্তিগত সুখ-দুখৰ কথাবোৰ ওচৰা ওচৰিকৈ বহি পাতিবলৈ উদগ্ৰীৱ হৈ আছিল মালিনী। মালিনী সেয়ে প্ৰজ্ঞানহঁতৰ ঘৰতে বৈ গ'ল।

প্ৰজ্ঞানহঁতৰ এই ঘৰটো দেউতাক প্ৰশান্ত সোণোৱালে বিয়াৰ দুবছৰমান পিছতে সজাইছিল চৰকাৰী ঋণ আৰু দেউতাকে গাঁৱৰ এৰাবাৰী এখন বেচি পঠিওৱা ধন লৈ। পৰশ্ৰীকাতৰ লোকে অৱশ্যে ঘৰটোৰ সম্পৰ্কত মুখৰোচক কথা উলিয়াইছিল ঃ কোনোৱে কৈছিল শহুৰেকৰ পইচাৰে ঘৰটো সজাইছিল, কোনোৱে সহজকৈ ভাবি থৈছিল, ঘোচৰ টকাৰে সজা ঘৰ। প্ৰশান্ত সোণোৱালে ঘৰটো সজালেহে, তাত দীঘলীয়াকৈ থকা নহ'ল। প্ৰজ্ঞানে সেইটো ঘৰত মাক-দেউতাকৰ সৈতে দুবছৰ মানহে কটাবলৈ পাইছিল। মাক-দেউতাকৰ পৰস্পৰ সম্পৰ্কৰ ক্ষেত্ৰত প্ৰজ্ঞানৰ মনোভাৱ সন্দেহাতীত নাছিল। তেওঁলোক দুয়োৰে শোৱনি কোঠা কন্টকময় হৈ পৰাৰ এটা ধাৰণাই প্ৰজ্ঞানৰ শিশু মনতে ক্ৰমে ঠাই লৈছিল। তেনেতে দেউতাকে প্ৰজ্ঞানক ককাক-আইতাকৰ লগত গাঁৱৰ ঘৰলৈ পঠালে। তাৰ কেবাবছৰমান পিছতে দুৰ্ঘটনাত মাক-দেউতাকৰ মৃত্যু হ'ল। দুৰ্ঘটনাৰ প্ৰাক্‌কালৰ তথ্যসমূহে প্ৰজ্ঞানৰ মন সদায় ৰহস্যাবৃত আৰু সন্দেহময় কৰিলে।

সুমিতাৰ সৈতে প্ৰশান্তৰ বিয়াৰ কথাটোত প্ৰসন্ন সোণোৱালে যি শংকা কৰিছিল সেয়েই যেতিয়া সময়ত ব্যস্তৱত সঁচা সাব্যস্ত হ'ল তেতিয়াৰে পৰা অতদিনে সুখেৰে ভৰি থকা সোণোৱালৰ মনটো গভীৰভাৱে দুখী হৈ পৰিছিল। প্ৰশান্ত আৰু সুমিতাৰ আকস্মিক মৃত্যুৰ পিছত সোণোৱাল মানসিকভাৱে ভীষণ যন্ত্ৰণাগ্ৰস্ত হৈ পৰিল। বোধকৰোঁ সেই কাৰণেই কিছুদিন পিছতে হঠাৎ এদিন ৰক্তচাপজনিত কাৰণত মাত্ৰ কেইমিনিটমান সময়তে, চিকিৎসক আহি পোৱাৰ পূৰ্বেই, তেওঁ ইহলোক ত্যাগ কৰে। কিন্তু কিবা এক অজান (ঐশ্বৰিক?) শক্তিৰ

আশ্ৰয়ত প্ৰশান্তৰ মাক শ্ৰীময়ীয়ে তেওঁৰ মনটো স্থিৰ কৰি ৰাখিব পাৰিছিল। তাৰ পিছৰ পৰা আইমাই গাঁৱৰ স্বামীৰ ঘৰ আৰু নগৰৰ পুতেকৰ ঘৰ দুয়োখনলৈকে অহা-যোৱা কৰি তত্বাৱধান লৈ আছিল। কিন্তু প্ৰজ্ঞান দিল্লীত পঢ়িবলৈ গৈ তাৰ পিছত ইংলেণ্ডলৈ গুছি যোৱাৰ এই সময়ছোৱাত গুৱাহাটীৰ ঘৰটো ভাৰাত দিয়া হৈছিল। আৰু ভাৰাৰ পইচাখিনিৰে ঘৰ সাজিবলৈ অনা ঋণ পৰিশোধ কৰি থকা হৈছিল। এতিয়া প্ৰজ্ঞান ইংলণ্ডৰ পৰা ঘূৰি অহাৰ কথাটো হোৱাত ভাৰাতীয়াৰ পৰা ঘৰটো খালি কৰা হ'ল আৰু আইমা আহি থাকিবলৈ লৈছেহি প্ৰজ্ঞানক চোৱা-চিতা কৰিবলৈ। নাইবা অন্য কথাত প্ৰজ্ঞানে যাতে লগতে থাকি তেওঁক তেওঁৰ এই বৃদ্ধ বয়সত, চোৱা-চিতা কৰিব পাৰে তাৰে সুবিধাৰ কাৰণে। আইমা মাজে মাজে নগৰলৈ আহি থকাৰ আৰু এটা কাৰণ হৈছে, স্বামী ঢুকুৱাৰ পিছৰ পৰা ইয়াৰ বিবেকানন্দ আশ্ৰমৰ কাৰ্যক্ৰমবোৰৰ প্ৰতি গভীৰ আকৰ্ষণ আৰু সেইবোৰৰ সৈতে নিয়মীয়া সংযোগ স্থাপনৰ প্ৰতি আগ্ৰহ।

প্ৰজ্ঞানৰ শোৱা কোঠাৰ প্ৰকাণ্ড বিছনাখনত চুটকেচ দুটা মেলি বস্তুবোৰ উলিয়াইছে মালিনীয়ে। এটা চুটকেচত প্ৰায় গোটেইখিনি ঠাই কিতাপ-আলোচনীৰেই ভৰা। আৰু কেবাবাকচ কিতাপ বোলে সমুদ্ৰ পথেৰে আহি আছে। মালিনীয়ে প্ৰথমে কোঠাটো ঠিক কৰিলে, তাৰ পিছত চুটকেচৰ কাপোৰ-কানি উলিয়াই ৱাৰ্ডৰবত ভৰালে আৰু বস্তুবোৰ যথাস্থানত চিজিলকৈ থ'লে। "বাকচ দুটাই এখন এখন জাহাজ দেখোঁন, বস্তু উলিয়াই শেষেই নহয়।" মালিনীয়ে অকলে অকলেই ক'লে। প্ৰজ্ঞান কাষৰ স্নানাগাৰত আছিল, ঠিক সেই সময়তে "তুমি কিবা কৈছিলানেকি মালিনী?" বুলি কৈ স্নানাগৰৰ পৰা দুৱাৰ মেলি ওলাই আহিছিল। বিলাতী চাবোন, চেম্প', আফ্টাৰ চেভ, অডিকোলন সকলোবোৰ মিলি এক মৃদু সুবাস মালিনীৰ নাকত সোমাল।

"হুম্" বুলি মালিনীয়ে মূৰ দাঙি প্ৰজ্ঞান অহাৰ পিনে চালে। এক অভিনৱ বিস্ময়ৰ তড়িৎ প্ৰবাহ যেন মালিনীৰ উপলব্ধিৰ মাজেঁৰে পাৰ হৈ গ'ল। কি অপূৰ্বসুন্দৰ এজন মানুহ। পুৰুষ। সদ্যস্নাত শীতল মসৃণ পুৰুষ-শৰীৰ। নীলা জীনচ্ পৰিহিত উদং গাৰে, অলপকৈ ওলাই অহা পেটটোৰে আটিল নোমাল বহল বুকুখনেৰে, পেশীযুক্ত টনটনীয়া বাহু দুটাৰে, উজ্জ্বল চকু দুটাৰে, দীঘল নাকটোৰে, সমুখৰ পিনে সামান্য চুলি সৰি চিক্‌চিকাই থকা, বহল হৈ পৰা, কপালখনেৰে, প্ৰজ্ঞানৰ ইমান সুন্দৰ, প্ৰদীপ্ত, সুশীল, পুৰুষৰ, এই ৰূপ যেন জীৱনত প্ৰথম মালিনীৰ চকুত ধৰা পৰিল। এয়া যেন মালিনীৰ নাৰী সত্বাৰ আবিষ্কাৰ সমুখত। যি আবিষ্কাৰৰ দীপ্তিয়ে সেই নাৰী সত্বাত পুলক জগালে—

এটা ক্ষণৰ তড়িৎ প্ৰবাহৰ দৰে—

এক মুহূৰ্ত মাত্ৰ। মালিনীৰ সমুখত আকৌ সৰুকালৰ পৰা দেখি অহা, একেলগে খেলা-ধূলা কৰা, কাজিয়া কৰা, ৰং-তামচা কৰা আৰু দিল্লীত কলেজ আৰু বিশ্ববিদ্যালয়ত পঢ়াকালত প্ৰিয়তম বন্ধুৰ দৰে, জ্যেষ্ঠ ভাতৃৰ দৰে, অত্যন্ত দায়িত্বশীল অভিভাৱকৰ দৰে, জটিলতম সংকট সময়ত ত্ৰাণকৰ্তাৰ দৰে, লগ পাই অহা সেইজন সহজ স্বভাৱিক প্ৰজ্ঞান হৈ পৰিল পিছু মুহূৰ্ততে।........

"ওঁ, মই কৈছিলো। তোমাৰ বাকচ দুটাই দুখন জাহাজ দেখোঁন, বস্তু উলিয়াই শেষ কৰিব নোৱাৰি।" প্ৰজ্ঞানৰ গাটোলৈ চাই থকাৰ পৰা চকু আঁতৰাই আনি এজাপ কাপোৰ আলমাৰিত সুমাবলৈ যোৱাৰ লগে লগে ক'লে। "দুবাকচ বস্তু উলিয়ালো, কিন্তু মোলৈ অনা বস্তু দেখোঁন একো নাপালো। কি আনিছা মোলৈ?"—মালিনীয়ে আলমাৰিৰ কাষৰ পৰা ঘূৰি আহি বিছনাতে বহি ক'লে।

"আই থিংক, আই হেভ ব্ৰট্ ইউ চামথিং। দিম। বাট নট নাউ।" প্ৰজ্ঞানে গাত খদ্দৰৰ কুৰ্তাটো সুমাই ক'লে।

এনেতে মহীৰাম ককায়ে খবৰ দিলেহি আইমাই মাতিছে। টেবুলত ভাত দিয়া হৈছে, খাবলৈ আহিব লাগে।

মহীৰাম বুঢ়া হৈছে। মহীৰাম আইমাৰ লাখুটি। চল্লিশ বছৰৰ ওপৰ দিন হ'ল, মহীৰাম সোণোৱাল পৰিয়ালৰ অন্য এক আত্মীয়জনত পৰিণত হৈছে। তেওঁৰ মাক-দেউতাক অতি দুখীয়া আছিল। পেটে-ভাতে চলা আছিল। হেডমাষ্টৰে ঘৰত লাচনি-পাচনি কৰিবলৈ আৰু বিশেষকৈ ঘৈণীয়েক শ্ৰীময়ীৰ গাত লেঠা হোৱাৰ সময়ত পাকঘৰত ইটো-সিটো কামত লাগি-মেলি দিবলৈ সৰু ল'ৰা বা ছোৱালী এজনী বিচাৰিছিল। খবৰ পাই মহীৰামৰ বাপেকে আঠ বছৰীয়া পুতেকক লৈ হেডমাষ্টৰৰ ঘৰৰ আগচোতালত উপস্থিত হ'লহি। হেডমাষ্টৰে ৰাখি থ'লে, নিজৰ প্ৰয়োজনতকৈ, মহীৰাম বাপেকৰ প্ৰয়োজনতহে, এবাহ ল'ৰা-ছোৱালীৰ মাজৰ পৰা ভাত খোৱা এখন মুখ কমাই দিব পাৰিলেও মহীৰামৰ বাপেকে সামান্য সকাহ পাব সেই কথা চিন্তা কৰিলে সোণোৱাল হেডমাষ্টৰে।

হেডমাষ্টৰে মহীৰামক স্কুলত দুই শ্ৰেণী পঢ়াবলৈয়ো চেষ্টা কৰিছিল। কিন্তু তাৰ মূৰটোত গোটেই গোবৰ। এবছৰ-দুবছৰকৈ প্ৰতি শ্ৰেণীত দোপ দি দি শেহলৈ আৰু উধাৰই নোহৰা হ'ল। স্কুলত পঢ়া বাদ দিলে মহীৰামে। সি পিছে পঢ়া শুনাতহে গাধা। নহ'লে ঘৰৰ এনে কাম নাই যিটো সি অতি পৰিপাটিকৈ আৰু দক্ষতাৰে কৰিব নোৱাৰে। বছৰৰ পিছত বছৰ পাৰ হ'ল। মহীৰামে

হেডমাষ্টৰৰ ঘৰ এৰি যোৱাৰ কথা এদিন সমূলি পাহৰি পেলালে। এদিন মহীৰামে প্ৰজ্ঞানক কৈছিল, 'তোৰ বাপেৰেই নহয়, তয়ো মোক কম নগুৰ-নাগৰি নকৰাকৈ থকা নাই। তোৰ কেঁচুৱাতে মই আঁঠুকাঢ়ি ঘোঁৰা হৈ তোক পিঠিত তুলি লৈ কট্‌লপ কট্‌লপ কৰো মই। আৰু তই দিয় মুতি মোৰ মূৰত। বুজিছ তোলৈ মনত পৰিলেই মই এতিয়াও মূৰত হাতখন দি চাওঁ, তোৰ মুতখিনি লাগি থকা যেন লাগে, গৰম গৰম ভাব হয়।" ধক্‌ধেককৈ হাঁহি মহীৰামে কয়।

বহুত দিনৰ মূৰত আইমাই ৰন্ধা ভাত-আঞ্জা খাই পৰম তৃপ্তিত প্ৰজ্ঞানৰ হৃদয় জুৰাই গ'ল। চাৰিকুৰি বছৰ বয়সৰ ডেওনা পাৰ হৈও আইমাই সাধাৰণভাৱে কৰ্মঠ হৈ আছে আৰু আনিক পাকঘৰৰ মূল ৰন্ধা-বঢ়াখিনি নিজেই কৰি লয়।

শোৱা কোঠাত প্ৰজ্ঞানে পালেংখনত বাগৰ দি ল'লে। পালেঙৰ ভৰি পঠানৰ পিনে গাৰু এটা পিঠিত দি মালিনী ভৰি মেলি বহি ল'লে। আইমাও আহি কাষৰ পুৰণি কাঠৰ আৰাম চকীখনত বহিলহি। আইমা অৱশ্যে বেছি সময় নাথাকিল, অন্ধ্ৰপ্ৰদেশৰ পৰা আশ্ৰমলৈ এজন স্বামীজী আহিছে, উপনিষদ আৰু সংহিতাৰ এলানী ব্যাখ্যা দাঙি ধৰিব এসপ্তাহৰ বাবে। আজিৰ পৰা আৰম্ভ। গতিকে আইমা তালৈকে বুলি ওলাই গ'ল।

তাৰ পিছতে, গহীন আৰু বিশদভাবে আৰম্ভ হ'ল, প্ৰজ্ঞান আৰু মালিনীৰ কথা-বাৰ্তা, দুয়োৰে বৰ্তমানৰ খতিয়ান আৰু ভৱিষ্যতৰ স্বপ্ন আৰু প্ৰত্যাহ্বান। প্ৰজ্ঞানৰ এৰি অহা দিনবোৰৰ মেধা আৰু বুধিমত্তাৰ জগতখনত এটাৰ পিছত এটাকৈ অৰ্জন কৰা কীৰ্তিত্ববোৰৰ বাহিৰে আবেগিক আৰু মনোজ্ঞ কোনো বাৰ্তা দিবলৈ নাই। মালিনীৰ অতীতৰ এসময়ত প্ৰচণ্ড এটা দুৰ্ঘটনাই হৃদয়ক থানবান কৰি দিয়াৰ পিছত আবেগজড়িত আৰু কোনো নতুন বাৰ্তা প্ৰজ্ঞানক দিবলৈ নাছিল। প্ৰাজ্ঞানে এবাৰ-দুবাৰ স্মৃতি ৰোমন্থনৰ ফাঁকেৰে মালিনীৰ হৃদয়ৰ সৈতে ক্ষতস্থানত হাত বুলাব খুজিছিল, কিন্তু মালিনীয়ে অতি সাবধানে প্ৰজ্ঞানৰ তেনে ইংগিত আৰু প্ৰয়াস এৰাই গ'ল। মালিনীয়ে মাত্ৰ তেওঁৰ এন জি অ' প্ৰকল্পটোৰ বিষয়ে খৰচি মাৰি বৰ্ণনা দিলে। অচিৰেই প্ৰকল্পৰ পূৰ্ণ সাফল্যৰ সম্ভাবনাই কিদৰে মালিনীক উৎসাহিত কৰি তুলিছে সেই কথা জানিবলৈ দিলে। অৱশ্যে প্ৰজ্ঞান আৰম্ভৰে পৰা মালিনীৰ এন জি অ' সম্পৰ্কীয় সকলোবোৰ কথাই নিয়মীয়াকৈ চিঠি-পত্ৰ নাইবা ই-মেইল আৰু টেলিফোনযোগে জানি আহিছে। কিন্তু শেহতীয়াকৈ আৰু আজি মালিনীক সোঁ-শৰীৰে লগ পোৱাৰ পিছত প্ৰজ্ঞান মালিনীৰ প্ৰতি আগ্ৰহ হোৱাৰ এটা বিশেষ কাৰণ হৈছে, তেওঁৰ মনত সৃষ্টি হোৱা কিছুমান ভাৱনা, কিছুমান চিন্তা। যি তেওঁক জীৱনৰ বৰ্তমান সময়খিনিত

এটা গুৰুত্বপূৰ্ণ সিদ্ধান্ত লোৱাৰ আহ্বান জনাইছে।

মালিনীৰ বেগৰ চেল ফোনটো বাজিল। ফোনটো উলিয়াই নাম্বাৰটো চালে। মাকে টেলিফোন কৰিছে। মালিনীয়ে ক'লে, "কোৱা মা, ওঁ ভাত খোৱা হ'ল। কি খুৱালে মানে, চুপাৰ্ব। নাতিয়েক ডাইনিং টেবুলৰ পৰা উঠিবই নোখোজে। ঘিঁউ দিয়া গৰম ৰহৰ ডালি, ঢেঁকীয়া ভাজি, খাৰলি, গাজ মিহলাই সৰু আলু ভজা, ভাঙন মাছৰ লফা দিয়া বিলাহীৰ টেঙা আৰু কলদিলৰ সৈতে পাঠাৰ লিভাৰৰ আঞ্জা। নক'বা মা, এতিয়া অলপ আড্ডা মাৰিছো, কিন্তু অলপ পিছতে সোণাতলীলৈ যাম, প্ৰজ্ঞানক "সংকল্প" দেখুৱাবলৈ। শুনা মা, তুমি দেউতাৰ ড্ৰাইভাৰজনক কোৱাচোন, মোৰ গাড়ীখন দি থৈ যাওকহি। আমি ইয়াৰ পৰাই বাহিৰে বাহিৰে সোণাতলীলৈ যাম।"

ৰঙা মাৰুতিখন মালিনীয়ে চলাইছে, কাষতে বহি প্ৰজ্ঞান। মালিনীয়ে কৈ গ'ল সংকল্পৰ আদি কথা :

মহানগৰৰ পৰা প্ৰায় পঞ্চলিচ কিলোমিটাৰ নিলগত সোণাতলী। ঘাই পথৰ পৰা পাঁচ কিলোমিটাৰমান কেচা ৰাস্তাৰে এটা পাহাৰৰ পিনে যাব লাগে। পাহাৰৰ তলতে সমতল অঞ্চলত এখন পাহাৰীয়া জনগোষ্ঠীয় মানুহৰ গাঁও। মানুহখিনি দৰিদ্ৰ। কিন্তু মালিনীৰ সংকল্পৰ কৰ্ম আঁচনিৰ বাস্তৱায়ন প্ৰক্ৰিয়াৰ মাজেৰে গাঁওখনৰ ৰূপ সম্পূৰ্ণ সলনি হ'ল। ঠাইখনৰ সৈতে ঘটনাক্ৰমে মালিনীৰ সংযোগ ঘটিছিল : মালিনী বোম্বাইৰ টাটা ইনষ্টিটিউট অব ৰুৰেল এণ্ড চোচিয়েল ডেভেলপমেণ্টৰ পৰা ডিপ্লোমা লৈ তেতিয়া ঘৰতে আছে। মাজে মাজে সময় পাৰ কৰিবলৈ সাংসদ দেউতাকৰ সৈতে গাঁও অঞ্চললৈ যায়। এবাৰ তেনেকৈ দেউতাকৰ সৈতে গোৱালপাৰাৰ পিনৰ পৰা উভতি আহোঁতে গাড়ীৰ চকা পাংচাৰ হৈ ফুটা চকা ৰিপ্লেচ কৰিবৰ কাৰণে বাটৰ কাষত অলপ সময় ৰব লগা হ'ল। মালিনীয়ে গাড়ীৰ পৰা নামি ইফালে সিফালে চাওঁতে হঠাৎ দেখিলে দুজনী জনগোষ্ঠীয় যুৱতী তিৰোতাই তেওঁলোকৰ ঘৰতে ৰং-বিৰঙৰ হাতে বোৱা কাপোৰ পিন্ধি বাটৰ কাষত পাচিত কিবা বেচি আছে। সিহঁতৰ গাৰ কাপোৰখিনিয়ে মালিনীক আকৰ্ষণ কৰিলে। তেওঁ তিৰোতা দুজনীৰ ওচৰলৈ গৈ সুধিলে, "তোমালোকৰ এই কাপোৰবিলাক কিনিবলৈ পোৱা যায় নেকি?"

"পাবা, গাঁৱত যাব লাগিব— সেইপিনে।"

"কিমান দূৰ গাঁও।"

"হ'ব আৰু তিন-চাৰি মাইল। কেঁচা ৰাস্তা।"

"বাৰু এদিন আহিম হাঁ, আজি দেৰি হ'ব।" মালিনীয়ে সৰু ডুলিৰ নিচিনা পাচিটোলৈ চাই সুধিলে, "কি বেচিছা? মাছ?

তিৰোতা দুজনীয়ে কিবা ৰস পাই চকুৰে চকুৰে চাই খিক্‌খিককৈ হাঁহিলে। মালিনীয়ে কথাটো ধৰিব নোৱাৰি সুধিলে, "কি হ'ল, হাঁহিলা যে?"

"মাছ নহয় অ' আকৰী" এজনীয়ে উত্তৰ দিলে,

"মাছ নহয়, কি তেন্তে?" মালিনীয়ে সুধিলে।

তিৰোতা এজনীয়ে সৰু ডুলিটোৰ পৰা এমুঠি মুগা শুকান লেতা তুলি আনি মালিনীৰ সমুখত দাঙি ধৰি ক'লে, "লেতা, মুগা লেতা।"

"মুগা লেতা?" মালিনীয়ে শুকান লেতা দুটামান হাতত লৈ ভালকৈ নিৰীক্ষণ কৰি সুধিলে, "ইয়াৰ পৰাই সুতা নহয় জানো। মুগা সুতা?"

"হ'ব আক'।"

"আৰু সেই সুতাৰ পৰাইতো মুগা কাপোৰো হয়?"

"হ'ব, কিয় নহ'ব, কাপোৰো হ'ব।"

মালিনীয়ে আকৌ চিন্তা কৰি সুধিলে, "তোমালোকে তেন্তে এই লেতাবিলাক ইয়াত কি কৰিছা?"

"বেচিছো আক'।"

'বেচিছা? কিমান দাম পাবা ইয়াৰ পৰা?"

"এই এটা পলুত ২০ পইচা ৩০ পইচা। বেপাৰীয়ে আহি যি দিয়ে আৰু।"

"কিন্তু সুতা কৰি বা কাপোৰ বৈ বেচিলে দেখোঁন বেছি দাম পাবা?"

"উ আই, কাপোৰ কেনেকৈ ব'বা?" মালিনীয়ে যেন অসম্ভৱ কথা এটাহে ক'লে, মানুহজনীয়ে তেনে ভাব দেখুৱালে।

"কিয়?" মালিনীয়েও আচৰিত হোৱাৰ দৰে সুধিলে।

"যতন নালাগিব? সুতা কাটা মেচিন, কাপোৰ ব'বলৈ শাল নালাগিব? সেইবোৰ ক'ত পাবা। ভাত খাবলৈকে পইচা নাই।"

"তোমালোকৰ খেতি-বাতি নাই? মতা মানুহবোৰে কি কৰে?"

"খেতি-বাতিৰ মাটি নাই। গৰাখহনীয়াত গ'ল। এতিয়া চুলাই-মদ কৰো, মতাবোৰে বেচে।"

এনেতে গাড়ীৰ হৰ্ণ বাজিল। মালিনী গাড়ীত উঠিবলৈ আগবাঢ়ি যোৱাৰ সময়ত তিৰোতো দুজনীলৈ উভতি চাই ক'লে, 'আহিলোঁ দেই, আকৌ এদিন আহিম, তোমালোকৰ গাঁৱলৈ যাম— তোমালোকক লগ পামগৈ।"

"আহিবা, আমাৰ গাঁৱৰ নাম সোণাতলী।"

মালিনী আহি গাড়ীত দেউতাকৰ কাষত বহিলহি। গাড়ীৰ খিৰিকীৰে দূৰৰ আকাশলৈ চাই চাই মালিনীৰ সপোন ৰচনা আৰম্ভ হ'ল। তেওঁৰ টাটাৰ

গ্ৰামোন্নয়ন প্ৰশিক্ষণৰ শিক্ষাৰ বাস্তৱ কৰ্মক্ষেত্ৰৰ বাবে যে সোণাতলীয়েই উপযুক্ত ঠাই হ'ব, তেওঁ মনতে প্ৰায় নিশ্চিত কৰিলে।

মালিনীয়ে পলম নকৰিলে। দুদিন পিছতে চিনাকি ড্ৰাইভাৰ এজনক লৈ তেওঁ সোণাতলীত উপস্থিত হ'লগৈ। ঘাইপথৰ পৰা কেঁচা বাটেৰে কিছুদূৰ গৈ গাড়ী নাযায়, কাঠৰ দলং এখন ভাগি আছে। খোজ কাঢ়িয়েই গৈ গাঁওখন ওলালগৈ। সেইদিনা লগ পোৱা তিৰোতা দুজনী সহজেই বিচাৰি পালে। প্ৰায় গোটেই দিনটো গাঁওখনত কটাই গাঁৱৰ মানুহখিনিৰ সকলো কথাৰে বিশদভাৱে বুজ ল'লে। এটাইবোৰ পৰিয়ালেই প্ৰায় দাল-দৰিদ্ৰ। এখন ঘৰেই অলপ উন্নত পৰ্যায়ৰ– মাষ্টৰৰ ঘৰ। তেওঁৰ ঘৰলৈ গৈ গাঁওখনৰ পুৰণি কথাবোৰ ভালদৰে জানিব পাৰিলে ঃ দহ বছৰমান পূৰ্বে পাহাৰটোৰ সিপাৰে তেওঁলোকৰ আগৰ পূৰ্বপুৰুষৰ অঞ্চলটো নদীৰ গৰাখহনীয়াত উচন হোৱাৰ পিছত তেওঁলোক পাহাৰৰ ইফালে গুচি আহি নতুনকৈ গাঁও পাতি বহিলহি। কিন্তু তেওঁলোকৰ জীৱন নিৰ্বাহৰ সংস্থান নোহোৱা হৈ অত্যন্ত সংকটৰ সন্মুখী হ'ল। কোনো কোনোৱে ওচৰৰ উন্নত ঠাইবোৰলৈ গৈ দিন হাজিৰা কৰা, হালোৱা হোৱা, বন কৰা ল'ৰা-ছোৱালী হোৱা এনেকৈ সংস্থানৰ উপায় উলিয়ালে। তেওঁলাকৰ পুৰণি অভ্যাস আছিল ঘৰতে সুৰা তৈয়াৰ কৰি খোৱা। সেই কামো তেওঁলোকে ব্যৱসায় কৰি জীৱিকাৰ উপায় হিচাপে ল'ব লগা হ'ল। সেই অঞ্চলত অ'ত ত'ত চোম গছ আছিল। তাৰ পৰাই মুগা পলু আৰু তাৰ পৰা লেতা উৎপাদন কৰি সেয়াও ধন আৰ্জনৰ উপায় হিচাপে ল'লে। কিন্তু লেতাৰ পৰা সূতা আৰু কাপোৰ তৈয়াৰ কৰাৰ সামৰ্থ্য তেওঁলোকৰ নাছিল। এইদৰেই গাঁওখনৰ মানুহখিনিৰ সামাজিক আৰু অৰ্থনৈতিক অৱস্থাৰ স্বৰূপটো মালিনীয়ে এদিনতে ভাদলৰে বোধগম্য কৰিলে।

মালিনীয়ে সেই প্ৰথম দিনৰ অভিজ্ঞতাকে অৱলম্বন কৰি যোৱা মাত্ৰ তিনি বছৰত গাঁওখনৰ যি ৰূপান্তৰ ঘটালে আজি তাৰ যিখন ছবি, আৰু যিখন ছবি প্ৰজ্ঞানে দেখা পালে, সেইখন হ'ল ঃ সোণাতলী পাহাৰৰ নামনি অঞ্চলত হাবিয়ানী ভাঙি প্ৰায় বাৰ বিঘা মাটিৰ এক বিশাল মুগা চোমনি হ'ল। সেই চোমনিৰ পৰা পলু আৰু লেতা উৎপাদন কৰি গাঁৱলৰ ঘৰে ঘৰে জীয়াৰী-বোৱাৰীয়ে মেচিনত সূতা কটাৰ দৃশ্য, গাঁৱৰ মাজত নিৰ্মাণ হোৱা আহল-বহল শিপিনী গৃহ, য'ত নিতৌ দহ-বাৰখন শালত গাঁৱৰ প্ৰশিক্ষণ লোৱা জীয়াৰী-বোৱাৰীয়ে নিজে কটা সূতাৰ পৰা বিভিন্ন ডিজাইনৰ মুগা কাপোৰ বয়। তাৰ উপৰি চোম গছৰ মাজে মাজে হালধী গছ লগাই সেই হালধি ঘৰে ঘৰে ঢেঁকীত গুৰি কৰি, পেকেট কৰি সেয়াও বিক্ৰী কৰাৰ ব্যৱস্থা কৰা হৈছে। মালিনীয়ে

সংকল্প নামৰ এন জি অ'টোৰ সহায়ত চৰকাৰৰ গ্ৰামোন্নয়ৰ বিভিন্ন বিভাগৰ পৰা অৰ্থ আৰু সাজ-সৰঞ্জাম সংগ্ৰহ কৰি আনিছিল। এই গোটেই কামবোৰ কিন্তু গাঁৱৰ মহিলাখিনিক লৈহে সংগঠিত কৰা হৈছে। "সংকল্প" এন. জি. অ'টোৰ গাঁৱৰ মহিলাখিনি সদস্যা। তেওঁলোকক এটা সমবায় সমিতিও গঢ়ি দিয়া হৈছে। মুগা আৰু হালধি গুৰি বিক্ৰীৰ সমুদায় ধন প্ৰথমে সমিতিৰ বেংক একাউণ্টত জমা হয়। আৰু কোন মহিলাই কিমান উৎপাদন কৰিছে তাৰ ভিত্তিত ধন বিতৰণ কৰা হয়। এখন শিশুহঁতৰ প্ৰাক্-প্ৰাথমিক স্কুলো খোলা হৈছে। মহিলাসকলে নিজ নিজ ল'ৰা-ছোৱালীক সেই স্কুলত থৈ বোৱা-কটাৰ কাম কৰিবলৈ সুবিধা হৈছে।

গাঁওখনত এতিয়া আৰু কাৰো ঘৰত এটুপিও চুলাই মদ পাবলৈ নাই। কাৰণ মহিলাসকলৰ নিজ নিজ উপাৰ্জনেৰেই এতিয়া প্ৰতি পৰিয়ালে মাহটোৰ সাধাৰণ খা-খৰচখিনিৰ সংস্থান লাভ কৰিছে। গাঁওখনৰ মানুহখিনিয়ে, বিশেষকৈ মহিলাখিনিয়ে, মালিনীক এতিয়া এগৰাকী দেৱীৰ দৰে জ্ঞান কৰে, আৰু আনহাতে প্ৰতিটো পৰিয়ালেই মালিনীক নিজৰ ঘৰৰ এজনী আপোন ছোৱালীৰ দৰে মৰম কৰে।

প্ৰায় তিনি ঘণ্টা ধৰি গাঁৱৰ ইমূৰৰ পৰা সিমূৰলৈকে ঘূৰি মালিনীয়ে মানুহবিলাকৰ সৈতে প্ৰজ্ঞানক চিনাকি কৰি দিলে। চোমনি, শিপিনীঘৰ, স্কুলঘৰ, 'সংকল্প'ৰ সভাঘৰ— এইবোৰ ঘূৰাই দেখুৱাই মানে সন্ধ্যা লাগিবৰ হ'ল। প্ৰজ্ঞান অভিভূত হৈ প্ৰায় বাক্‌ৰুদ্ধভাৱে মালিনী আৰু এজাক গাঁৱৰ বিভিন্ন বয়সৰ মহিলাৰ দ্বাৰা অনবৰতে পৰিবেষ্টিত হৈ ঘৰলৈ উভতিবৰ বাবে গাড়ীৰ ওচৰত ৰ'লহি। তেনেতে কেগৰাকীমান দেখনীয়াৰ যুৱতী ছোৱালী আগুৱাই আহি প্ৰজ্ঞানৰ ডিঙিত এখন ধোছা মুগাৰ চাদৰ মেৰিয়াই দিলে। প্ৰজ্ঞানৰ দুচকুৰেদি আনন্দৰ লোতক বাগৰি আহিল।

মালিনীৰ মোবাইলটো বাজিল। দেউতাকৰ ফোন— জানিবলৈ বিচাৰিলে মালিনী ক'ত আছে। দেউতাকে সোনকাল ঘূৰিবলৈ ক'লে, ঠাইখিনি ভাল নহয়, পাহাৰটো সন্ত্ৰাসবাদীৰ আশ্ৰয়ৰ ঠাই। চাৰিওপিনে হত্যা, অপহৰণ, পণবন্দী হৈ আছে। মাকেও ফোনত কথা ক'লে ঃ প্ৰজ্ঞানক তেওঁলোকৰ ঘৰলৈকে লৈ যাবলৈ ক'লে, ৰাতি তেওঁলোকৰ ঘৰতে প্ৰজ্ঞানে ভাত খাব।

সাংসদ শ্ৰীৰমেন্দ্ৰ দুৱৰাৰ ব্যক্তিগত কক্ষ। তেওঁৰ অফিচ আৰু একান্ত ব্যক্তিগত ব্যৱহাৰৰ কাৰণে কোঠাটোত সকলোবোৰ ব্যৱস্থা আছে। অৰ্ধবৃত্তাকাৰ চেক্ৰেটেৰীয়েট টেবুল, সুন্দৰ গ্লাছ টপ, প্ৰয়োজনীয় সকলো আধুনিক সামগ্ৰী।

আধুনিক ৰোটেটিং এখন চকী। টেবুলৰ সমুখত একেধৰণৰ একে ৰঙৰ আৰু দুখন চকী। একাষত এটা লেপটপ কম্পিউটাৰ। অলপ দূৰতে এটা কেবিনেট কোঠা, তাত দুটা ফাইল ৰেক। নতুন ডিজাইনৰ টেবুল চকী সা-সৰঞ্জাম আৰু এদাঁতিত এটা কম্পিউটাৰ দুৰৱাৰ নিজৰ কাৰণে। আচ-বাব পত্ৰ অত্যাধুনিক।

কোঠাটোৰ এমূৰত এটা অতি চখীন চোফাচেট। মজিয়াত দামী কাৰ্পেট। ৰেৰৰ পিনে এটা প্ৰকাণ্ড ত্ৰিশ ইঞ্চি স্ক্ৰীণৰ টিভি চেট। এখন বিশেষ চিংগল চোফাৰ মুখামুখিকৈ টি ভি চেটটো আছে। দুৰৱা সদায় সেই নিৰ্দিষ্ট চকীখনত বহে। ৰাজহুৱা সাধাৰণ মানুহৰ সৈতে কথা-বতৰা হ'বলৈ তেওঁ সাধাৰণতে প্ৰকাণ্ড বংলা ঘৰটোৰ দীঘল আৰু বহল বাৰাণ্ডাখনত থকা ভালেকেখন বেতৰ চকীৰ ব্যৱস্থা ৰাখিছে। সমাজৰ উচ্চশ্ৰেণীৰ অতিথিসকলক নাইবা আত্মীয়-স্বজনক প্ৰকাণ্ড ড্ৰইং ৰুমত বহিবলৈ দিয়ে। কিন্তু কোনো বিশেষ ব্যক্তি নাইবা ব্যক্তিসকলৰ সৈতে কিবা বিশেষ স্বাৰ্থজনিত কথা-বাৰ্তা থাকিলে, তেওঁ এই সম্পূৰ্ণ ব্যক্তিগত কাৰ্যালয় কক্ষটো ব্যৱহাৰ কৰে। আৰু এক বিশেষ সময়ত তেওঁ এই কক্ষটো ব্যৱহাৰ কৰে ঃ দিনত বাহিৰৰ ৰাজহুৱা কাম-বন সকলো শেষ কৰি সন্ধ্যা ঘৰত থকা সময়ত চাৰে-সাত-আঠ বজামানত তেওঁ এই কোঠাটোলৈ আহি নিজৰ নিৰ্দিষ্ট চকীখনত বহি, কলিকতা-দিল্লীৰ পৰা অহা ৰাষ্ট্ৰীয় বাতৰিকাকতকেখন পঢ়ে, আৰু টি ভি বাতৰি শুনে। সেই সময়তে তেওঁ আৰু এটা কাম কৰে ঃ কোঠাটোৰ এটা চুকত এটা সৰু চে'লাৰ আছে, য'ত কেবাপ্ৰকাৰ স্কটচ্ হুইস্কীকে ধৰি দহবিধমান দামী দামী দেশী-বিদেশী মদৰ বটল সজাই থোৱা আছে। চেলাৰৰ ৰেকৰ একাষত বিভিন্ন প্ৰকাৰ আৰু ডিজাইনৰ আয়নাৰ গিলাচ। ৱাইনৰ কাৰণে, হুইস্কীৰ কাৰণে, জীন বা ভদকাৰ কাৰণে; বীয়েৰৰ কাৰণে, নাইবা ব্ৰাণ্ডি বা ক'নেৰ কাৰণে প্ৰয়োজনীয় সৰু সৰু বিভিন্ন নমুনাৰ গ্লাছ। বমেন দুৰৱাই বাতৰি পঢ়া টি ভি অনুষ্ঠান চোৱাৰ লগে লগে নিতৌ সন্ধ্যা অতি মন্থৰ গতিত তিনিপেগমান স্কটচ্ পান কৰে।

সেইদিনাও 'The Times of India' খন পঢ়ি থকাৰ মাজতে বমেন দুৰৱাই এবাৰ হাতৰ ঘড়ীটোলৈ চালে। চাৰে সাত বাজিছে। কাষতে চোকাত পৰি থকা কৰ্ডলেচ কলিং বেলটো টিপিলে। অলপ দূৰত ভিতৰপিনে বেলটো বাজিল। অলপ পিছতে বগা চাৰ্ট আৰু বগা ট্ৰাউজাৰ পিন্ধা ডেকা ল'ৰা এটা কোঠাটোলৈ সোমাই আহিল। হাতত এখন ট্ৰেত এটা আইচ বাউল। ল'ৰাজনে চেলাৰৰ কাষত ডেস্কখনত ট্ৰেখন থ'লে। ট্ৰেখনত স্কটচ এবটল আৰু বহল অলপ গধূৰ ধৰণৰ এটা গিলাচ আইচ বাউলটোৰ সৈতে লৈ দুৰৱাৰ ওচৰলৈ

আহিল। দুৰ্বা চোফাখনৰ কাষতে থকা টিপয় এখনত ল'ৰাজনে ট্ৰেখন নমাই থ'লে। ল'ৰাজনে নিঃশব্দে ট্ৰেখনৰ পৰা স্কট্‌চৰ বটলটো, আইচ্‌ বাউলটো আৰু আয়নাৰ বিশেষ ধৰণৰ গিলাচটো নমালে। ট্ৰেখন সমুখৰ চেণ্টাৰ পীচখনত থ'লে, স্কট্‌চৰ বটলটো খুলি গিলাচটোত এটা লাৰ্জ পেগ ঢালিলে। আইচ বাউলটোৰ পৰা আইচ হ'ণ্ডাৰেৰে দুটুকুৰামান আইচ কিউব্‌ গিলাচৰ হুইস্কীখিনিত পেলাই দিলে। 'স্কট্‌চ অন ৰক্‌'। ল'ৰাজনে গিলাচটো লাহেকৈ টিপয়খনতে অলপ আগুৱাই দি, মৌনভাৱেই 'দুৰ্বা চাহাব'ৰ পিনে আঁৰ চকুৰে এবাৰ চালে, আৰু তাৰ পিছত চেণ্টাৰ পীচৰ পৰা খালী ট্ৰেখন লৈ নিঃশব্দে কোঠাটোৰ পৰা ওলাই গ'ল।

সাধাৰণতে পিছৰ দুটা পেগ দুৰ্বাই নিজেই বাকী লয়, ল'ৰাটো আহিব নালাগে। অবশ্যে কেতিয়াবা দুৰ্বাৰ লগত বন্ধু-বান্ধৱ থাকিলে ল'ৰাটো কোঠাৰ একাষত থিয় হৈ থাকে আৰু সময়ে সময়ে পানীয় পৰিবেশন কৰি থাকে। ট্ৰে এখনত হুইস্কীৰ গিলাচ, মিনাৰেল ৱাটাৰ আৰু চ'দা ৱাটাৰৰ ডিকেণ্টাৰ আৰু আইচ বাউল লৈ যাক যিদৰে লাগে সেইমতে পৰিবেশন কৰে। লগতে মাজে মাজে বিভিন্ন স্নেকচ্‌ আনি দিয়েহি।

ৰমেন দুৰ্বাই চকু ফুৰাই থকা 'The Times of India' খন একাষত নমাই থ'লে, আৰু ৰিম'ট্‌টো হাতত লৈ টিভিটো অন কৰি দিলে। টি ভিৰ কোনোবা এটা চেনেলত চাৰে সাত বজাৰ ইংলিচ নিউজ মেগাজিন প্ৰ'গ্ৰেম আৰম্ভ হৈছে। দুৰ্বাই কাষৰ টিপয়ৰ পৰা গিলাচটো তুলি লৈ স্কট্‌চৰ প্ৰথম পেগটোত ওঁঠ দিলে।

দুৰ্বাই দ্বিতীয়টো ড্ৰিংক লৈ থকা সময়ত তেওঁৰ সমুখত চেণ্টাৰ পিচখনত থৈ দিয়া কৰ্ডলেচ টেলিফোনটো বাজিল। দুৰ্বাই এহাতে টেলিফোনটো তুলি লৈ কাণৰ ওচৰত ধৰিলে আৰু আনটো হাতেৰে ৰিমোট টিপি টি ভিৰ শব্দ কম কৰি দিলে। ঠিক তেনে সময়তে দুৰ্বাই পিঠি দি থকা দুৱাৰখনৰ কাষত দুৰ্বাৰ পত্নী মন্দিৰা থিয় হ'লহি। দুৱাৰখন অলপ নিলগত আছিল। ফোনটো বজা দেখি মন্দিৰা খোলা দুৱাৰখনৰ দুৱাৰডলিৰ বাহিৰভাগতে থ'মকি ৰ'ল। দুৰ্বাৰ কথাংশ আছিল :

"স্পিকীং, ময়ে কৈছো। কোন ত্ৰিনয়ন? অ', কোবা। ক'ৰ পৰা?.... দেহাপুখুৰীত কিয়?.... অ' অ' জানো... দেহানৰ মথাউৰিটো। ওঁ মই জানো, কেবা কোটিৰ কাম... World Bank ৰ টকা। কোন? যাদৱ? অ' বিহাৰী ঠিকাদাৰটো। বুজিছো। মইতো তোমালোকৰ সদায় সুবিধা কৰি দি আছো— কিন্তু কথা হৈছে— এই

বিপ্লৱীমখা। জানো জানো— তেওঁলোকক লৈয়েই সমস্যা হৈছে। বন্দুকবোৰ হাতে হাতে হৈছে, Eaasy way to fill the bags. সিইঁতৰ demand বাঢ়ি গৈ আছে। হ'ব বাৰু মই খবৰ ৰাখিছো। আহিবা। মই দেৱীকৈ টেলিফোন কৰিম। তুমি local মানুহজনক লগ ধৰি সকলো খবৰ লৈ নিশা দেৱীকে মোলৈ আকৌ এটা টেলিফোন কৰিবা। টেলিফোনত কথা পতা অসুবিধা। সাৱধানে কথা পাতিবা। অঁ অঁ এতিয়াই লগ ধৰা। আৰু মোক জনাবা...'

দুৱৰাই টেলিফোনটো চুইচ অফ কৰি কাষতে নমাই থয় আৰু টিপয়ৰ গিলাচটোলৈ চায়। গিলাচৰ তলিত অলপ মদ আছে। সেইখিনি এঢোকতে খাই আৰু এটা পেগ তেওঁ গিলাচত ঢালি ল'লে। গিলাচটো হাতত তুলি লৈ দুৱৰাই দূৰত সমুখৰ বেৰত আঁৰি থোৱা ডাঙৰ অয়েল-পেন্টিংখনলৈ দৃষ্টি দি হঠাৎ অন্যমনস্কভাৱে কিবা ভাবিবলৈ ধৰিলে। এনেতে মন্দিৰা কোঠাটোলৈ সোমাই আহিল। চোফা এখনৰ কাষত থিয় হৈ সুধিলে, "কি হ'ল। কি ভাবিছা? কাৰ টেলিফোন আছিল, ইমান দীঘলীয়া?"

দুৱৰাই সমুখৰ অয়েল পেন্টিঙৰ পৰা দৃষ্টি আঁতৰাই আনি মুখত সামান্য বিৰক্তিৰ ভাব লৈ হাতৰ গিলাচটোৰ হুইস্কীত আইচ বাউলৰ পৰা চিলভাৰ হ'েণ্ডলাৰে কেইটুকুৰামান আইচ কিউব দি ল'লে। আৰু লগে লগে ডাঙৰকৈ এঢোক হুইস্কী ডিঙিত ল'লে। ইতিমধ্যে মন্দিৰা দুৱৰাৰ কাষৰ চোফাখনত বহিছিল, আৰু দুৱৰাৰ পৰা তেওঁৰ প্ৰশ্নৰ উত্তৰ পাবলৈ বৈ আছিল।

দুৱৰাই অলপ সময় হাতৰ গিলাচটোলৈ চাই থাকিল, হুইস্কীত ডুব গৈ থকা বৰফৰ টুকুৰা গলালৈ চালে। তাৰ পিছত মূৰটো দাঙি মন্দিৰাৰ চকুলৈ পোনপটীয়াকৈ চাই গহীনভাৱে ক'লে, 'মন্দিৰা, মই মোৰ চেম্বাৰত টেলিফোনত কথা পাতি থাকিলে কোনো সোমাই আহিব নালাগে। সেই কথাটো মই সকলোকে বাৰংবাৰ জনাই থৈছো।'

'ময়ো? ময়ো নোৱাৰো?' মন্দিৰাই শব্দকেটা জোৰ দি উচ্চাৰণ কৰিলে।

'ওঁ তুমিও, তুমিও আহিব নালাগে।'

মন্দিৰাই অলপ সময় দুৱৰাৰ মুখৰ পিনে চাই ৰ'ল। তাৰ পিছত তললৈ মূৰকৈ অলপ বেঁকা সুৰত ক'লে, 'বৰ দেৰিকৈ শিক্ষালাভ হ'ল। মই নাজানিছিলো ঘৰখনত মোৰো protected area আছে।'

দুৱৰাই মন্দিৰাৰ কথাবাৰত একো প্ৰতিক্ৰিয়া প্ৰকাশ নকৰি টিভিৰ পেনেল ডিচকাচনটোত মনোযোগ দিলে, ৰিম'টটো হাতত লৈ ভলিউমটো অলপ পঢ়াই দিলে। মন্দিৰা নীৰৱ হৈ বহি থাকিল। অলপ সময় পিছত তেওঁ ক'লে, 'মই এটা

কথা ক'বলৈহে আহিছিলো।'

'কোৰা', টি ভিৰ পৰা চকু আঁতৰ নকৰাকৈ দুৱৰাই ক'লে। মন্দিৰাই চেণ্টাৰ পীচৰ পৰা ৰিম'টটো হাতত লৈ, টি ভিৰ ভলিউমটো অলপ কমালে আৰু ক'লে, 'মালিনীৰ বিয়াৰ কথাটো আজিয়েই প্ৰজ্ঞানক কওক। তেওঁক ডিনাৰলৈ আহিবলৈ খবৰ দিছো। মোৰ ভাব হৈছে প্ৰজ্ঞান ইংলণ্ডৰ পৰা অহাৰ পিছৰ পৰা তাই বাট চাই আছে।

'তুমি কেনেকৈ জানিলা?'

'দেখিছেইতো আজি অ'তদিনে তাই বিয়াৰ নামেই শুনিব নোখোজে। কোনোবা ল'ৰাৰ নাম ল'লেই জাণ্ডুৰ খাই উঠে। কিন্তু প্ৰজ্ঞানৰ প্ৰতি তাইৰ ব্যৱহাৰ মোৰ চকুত পৰিছে। মই ভাবিছো তাইৰ সমুখতে কথাটো উলিয়াওক।'

'চাওঁ বাৰু, প্ৰথমে প্ৰজ্ঞানৰ প্লেন কি, কিমান দিনৰ কাৰণে আহিছে, জানি লওঁ। কিন্তু,' সেইবুলি দুৱৰাই হাতৰ ঘড়ীলৈ চালে। 'ইহঁতে ইমান পলম কৰিছে কিয়? মানীয়ে তেতিয়াই আহি আছে বুলি ক'লে।' দুৱৰাই কৰ্ডলেচটো ডাঙি ল'লে। মালিনীৰ চে'ল ফোনৰ নাম্বাৰটো মনত পেলালে।

গোলাকৃতিৰ ডাইনিং টেবুলৰ কাষত তিনিখন চকীত বহিছে প্ৰজ্ঞান, মালিনী আৰু মন্দিৰা। তেওঁলোকৰ সমুখত চুপ বাউল। তিনিও কথা পাতি পাতি গৰম চুপ খাই আছে। বহুদিনৰ মূৰত বিদেশৰ পৰা অহা প্ৰজ্ঞানক ভালকৈ এসাজ খুৱাবৰ আড়ম্বৰপূৰ্ণ ব্যৱস্থাৰে, অতি যত্ন সহকাৰে সুনিৰ্বাচিত মেনুৰে আয়োজন কৰা হৈছে স্পেচাল ডিনাৰ। অলপ পৰ পিছতে প্ৰাত্যহিক সন্ধ্যাৰ নিয়মীয়া তিনিটা স্কচৰ তৃতীয়টোৰ শেষৰখিনিৰে হাতত গিলাচটো লৈ ৰমেন্দ্ৰ দুৱৰা কোঠাটোলৈ সোমাই আহিল। ডাইনিং টেবুলখনৰ এমূৰত তেওঁৰ নিৰ্দিষ্ট চকীখনৰ পিনে আগবাই আহিল। প্ৰজ্ঞান সম্মানৰ সৌজন্যতাৰে থিয় হ'ল। একাষত বৈ থকা উৰ্দি পিন্ধা বেয়াৰাৰ এজন দুৱৰাৰ চকীৰ ওচৰ চাপি আহি চকীখন বাহিৰলৈ টানি দুৱৰাক বহিবলৈ সুবিধা কৰি দিলে। 'বহা বহা প্ৰজ্ঞান, তোমালোকে আৰম্ভ কৰিছা। Good.'

দুৱৰা বহিল, প্ৰজ্ঞানো বহিল। দুৱৰাই প্ৰজ্ঞানৰ সমুখৰ চুপৰ বাউলটোলৈ চাই ক'লে, 'প্ৰজ্ঞান, তুমি ৱাইন এটা ল'লাহেঁতেন নেকি? ভাল ৱাইন আছিল।'

'নালাগে, Thank you খুড়া। Drinksৰ নামত মই এতিয়াও mineral waterতকৈ আৰু আগুৱাব পৰা নাই।'

'Really? তাৰ মানে, ইমান দিন ইংলণ্ডত থকাৰ পিছতো তুমি চাহাব হ'ব পৰা নাই।' বাক্যটোৰ ৰসানুভূতিত চাৰিও মৃদুভাৱে হাঁহিলে। পানীয়খিনিৰ

শেষ ঢোকটো খাই বটম আপ কৰি দুৰবাই গিলাচটো টেবুলত থ'লে। বিয়াৰাৰটোৱে সৰু ট্ৰে এখনত খালী গিলাচটো তুলি ল'লে— অতি বিনম্ৰ মাতেৰে লাহেকৈ ক'লে, চুপ'—

'মই ৰাতি কেতিয়া চুপ খোৱা দেখিছ গৰু।'

মন্দিৰাই বেয়াৰৰ পিনে চাই ক'লে, 'মতি, দিচ্ লগাইদে।'

বেয়েৰাৰ মতিয়ে দুৰবাৰ সমুখত দিচ্ এখন দিলে, আৰু বাকীকেইজনৰ সমুখত থকা খালী হোৱা চুপ বাউলকেটা ট্ৰে এখনত তুলি লৈ আঁতৰ কৰি থ'লে, আৰু প্ৰত্যেকৰে সমুখত দিচ্ লগাই দিলে। দুৰবাই দিচ্‌ৰ কাষত জাপি থোৱা ডাঠ বগা নেপ্‌কিনখন মেলি লৈ কোলাত পেলাই থ'লে আৰু কাষতে থৈ দিয়া ৰূপৰ চামুচ আৰু ফৰ্কডাল হাতত তুলি ল'লে।

সমুখৰ টেবুলত দামী ছাইনা-পাত্ৰত পৰিবেশিত গৰম হৈ থকা খাদ্য-সম্ভাৰলৈ তেওঁ এবাৰ বিহংগম দৃষ্টি দিলে। টেবুলৰ খাদ্যৰ পৰা নিঃসৰিত নিৰ্যাসত মন্দিৰা দুৰবাৰ ধৰা-বন্ধা বহু প্ৰশংসিত মেনুকেটাৰ উপৰিও আজি কেটামান স্পেচাল দিচ্‌ৰ উমান পালে দুৰবাই। তেওঁ ইতিমধ্যে বেয়াৰাৰে দিচ্‌ত অলপকৈ দি থৈ যোৱা ৰাচান চালাড কাঁটাডালৰ মূৰত লৈ প্ৰজ্ঞানৰ পিনে মূৰ দাঙি চালে আৰু কথা আৰম্ভ কৰিলে, 'So প্ৰজ্ঞান, ইমান দিনৰ মূৰত আহিলা, অলপদিন দীঘলীয়াকৈ থকাৰ ব্যৱস্থা কৰি আহিছা নিশ্চয়। তোমাৰটো ছুটীও বহুত জমা হৈ আছে বোধকৰোঁ। চাবাটিকেল নোপোৱা জানোঁ?'

প্ৰজ্ঞানে চালাডৰ পাত এটা বাওঁহাতেৰে ধৰি সোঁহাতেৰে ছিঙি ছিঙি খাই আছিল, মূল আহাৰ আৰম্ভ কৰা নাই। তেওঁ ক্ষীন হাঁহি এটা মাৰি উত্তৰ দিলে, 'দীঘলীয়াকৈ মানে খুড়াদেউ, একেবাৰে দীঘলীয়া ব্যৱস্থা কৰি আহিছোঁ, শেষ নোহোৱাকৈ দীঘলীয়া।'

'মানে?'

দুৰবাই বুজা-নুবুজা ভাবেৰে পোনপটীয়াকৈ প্ৰজ্ঞানৰ চকুৰ পিনে চালে। ইতিমধ্যে হাতত বগা গ্লভ্ পিন্ধা বিয়েৰাৰটোৱে দুৰবাৰ দিচ্‌ত অলপ ফ্ৰাইদ ৰাইচ্, অলপ এচপাৰগাছ, এটুকুৰা ৰোষ্টেদ্ চীকেন লেগ আৰু সৰিয়হ-পিঁয়াজ দি অভেনত বেক কৰা এটুকুৰা সৰু কহুমাছ দিছিল। দুৰবাই দালি-চালি আনুষংগিকবোৰ নাখায়। স্বল্পাহাৰী।

'খুড়াদেউ, মই চাকৰিটো ইস্তফা দি আহিছোঁ।'

'হয়নেকি? অৱশ্যে তোমাৰ কাৰণে ইংলেণ্ডত অন্য এটা চাকৰি নোলাবনে? ইংলেণ্ডতনো কেলৈ, এইবাৰ তুমি ষ্টেট্‌চলৈ যোৱা।' ৰূপৰ ফৰ্কেৰে

কচমাছৰ টুকুৰা এটা মুখত ভৰাবলৈ লৈ অতি সহজভাৱে দুৱৰাই কয়।

'নহয় খুড়াদেউ, মই একেবাৰে উভতি আহিছো, বিদেশলৈ আৰু ঘূৰি নোযোৱাৰ কথাহে ভাবিছোঁ।"

'কি ক'লা?'

দুৱৰাই সোণালী ফ্ৰেমৰ চছমাৰ মাজেৰে চকু দুটা ডাঙৰকৈ মেলি প্ৰজ্ঞানলৈ চালে। কাষত বহি থকা মন্দিৰাই লাহেকৈ সুধিলে, 'কিয়?'

প্ৰজ্ঞানে কোনগৰাকীৰ উত্তৰ দিব ঠিক কৰিব নোৱাৰি মুখামুখিকৈ বহি থকা মালিনীলৈ চাই উত্তৰ দিলে।

'নিজৰ দেশতে বহুত কাম ওলাব মোৰ বাবে।'

'দেফিনেট্‌লী। নিশ্চয়। তোমাৰ দৰে ইমান কোৱালিফাইড্ ৰ'দচ্ স্কলাৰ এজনৰ কাৰণে দিল্লী-বম্বে যিকোনো এখন মেট্ৰ'চিটিতে চাকৰি ওলাব। আজিকালি বাংগালোৰ, হাইদৰাবাদ এই বিলাকো গ্ল'বেল চিটি হৈ পৰিছে—' দুৱৰাই নিজকে নিজেই বুজনি দিয়াৰ ভাবত ক'লে।

'মই কিন্তু আৰু চাকৰি কৰাৰ কথা ভবা নাই।' প্ৰজ্ঞানে আকৌ দুৱৰা আৰু দুৱৰা পত্নীক চিন্তিত কৰি তুলিলে।

'তেন্তে?' দুৱৰা আৰু মন্দিৰাই মূৰ তুলি প্ৰজ্ঞানলৈ চালে।

'মই মালিনীৰ এন জি অ'ত যোগ দিম। ইংলেণ্ডৰ পৰা আহোঁতেই তেনে ধৰণৰ কিবা এটা কথা ভাবি আহিছিলো। কিন্তু আজি আবেলি মালিনীৰ সৈতে দীঘলীয়া কথা হোৱাৰ পিছত আৰু এটা লং ড্ৰাইভেৰে মালিনীৰ প্ৰকল্পৰ এটা সম্যক আভাস লৈ অহাৰ পিছত আই হেভ্ ফাইনেলি ডিচাইদেড, মই সিদ্ধান্ত ল'লো, মালিনীৰ 'সংকল্প'ত যোগ দিম। মোৰ বেংকত যথেষ্ট জমা ধন আছে। পুঁজিৰ সমস্যা নহ'ব। মই কাম কৰা মাল্টিনেশ্বনেল কোম্পানীবোৰেও এইবোৰ দেশৰ কাৰণে অৰ্থ-সাহায্য দিয়ে, পুঁজি দিয়ে। আমাৰ এন জি অ'টো সম্প্ৰসাৰণ কৰিম। মাল্টিপাৰ্পচ কৰি পেলাম। মালিনীৰ ৰুৰেল মেনেজমেণ্টৰ ডিপ্ল'মা আছে। ইংলেণ্ডত পঢ়োতে বন্ধুবোৰত কাণ্ট্ৰিচাইডলৈ গৈ সমাজসেৱা কৰাৰ মোৰ অভ্যাস আছিল। আইথিংক, টেকিং অল দিজ্ টুগেদাৰ, ইউ উইল্ বি এবল্ টু ডু এ গুড জব। আমি বহুত কাম কৰিব পাৰিম।'

প্ৰজ্ঞানে একেলেথাৰিয়ে কথাখিনি কৈ গ'ল। ৰমেন্দ্ৰ দুৱৰাই ফৰ্কখন হাতত লৈ থকা অৱস্থাতে ওপৰমূৰাকৈ দূৰলৈ চাই, ডাইনিং ৰুমৰ সিমূৰৰ বেৰত আঁৰি থোৱা লেণ্ডস্কেপখনত দৃষ্টি আবদ্ধ কৰি বৈ গ'ল। মন্দিৰা দুৱৰাই মূৰটো বেঁকা কৰি তধা লাগি প্ৰজ্ঞানৰ মুখলৈ, কথা কোৱা ভংগী লৈ চাই থাকিল, কথাবোৰ

অত্যন্ত মনযোগেৰে শুনি গ'ল। মালিনীয়ে তলমূৰকৈ চিকেনৰ লেগ এখনত লাগি থকা শেষৰ মঙহখিনি একেবাই তৃপ্তিৰে খাবলৈ চেষ্টা কৰি আছিল। তেওঁৰ চকুৰে-মুখে এক উজ্জ্বল ৰক্তিম আভা ভাঁহি উঠিল। প্ৰজ্ঞানৰ কথা কোৱা শেষ হোৱাৰ লগে লগে মুৰ্গীৰ ঠেংটোৰ হাড়ডাল ডিচৰ কাষত থৈ অনুচ্চ কণ্ঠেৰে লাহেকৈ এটা শব্দ ক'লে, 'গ্ৰেট্!'

সকলোৱে মৌনভাৱে অলপ সময় তলমূৰকৈ খোৱাত ব্যস্ত হৈ পৰিল। মন্দিৰাই মাজে মাজে প্ৰজ্ঞানক ইটো-সিটো ল'বলৈ ক'লে, বেয়াৰাক নিৰ্দেশ দিলে। খোৱা প্ৰায় সামৰণি পৰাৰ আগে আগে প্ৰজ্ঞানে শেষ বিস্ময়টো ঘোষণা কৰিলে ঃ মালিনীৰ এন জি অ'ত যোগ দিলেও মোৰ কৰ্মস্থালী অৱশ্যে হ'ব আমাৰ গাঁও অঞ্চলত, দেহাপুখুৰী গাঁৱৰ মাজত। মই আমাৰ গাঁৱৰ ঘৰত থাকিহে কাম কৰিমগৈ। আৰু মোৰ প্ৰজেক্টবোৰৰ প্ৰথম পৰ্যায়, প্ৰথম ফেজকেটা, সম্পূৰ্ণ কৰোঁতেই কমেও দহবছৰ সময় লাগিব। অৰ্থাৎ মই কমেও অহা দহোটা বছৰ গাঁৱত গৈ বাস কৰিমগৈ।"

ৰমেন্দ্ৰ দুৱৰাৰ খোৱা হৈছিলেই। কিন্তু এক অস্বাভাৱিকভাৱে তেওঁ আৰু কাকো, আনকি প্ৰজ্ঞানতো একো নোকোৱাকৈয়ে থিয় হৈ গহীন মনে ডাইনিং টেবুলৰ পৰা উঠি গ'ল। বেয়াৰাৰে ট্ৰেত আগবঢ়াই দিয়া 'চুইট্ ডিচ্'ৰ পাত্ৰটো ঠেলি দি ড্ৰইং ৰুমৰ পিনে নীৰৱে আগবাঢ়িল।

অলপ পিছত মালিনী, মাক আৰু প্ৰজ্ঞানে চুইট্ ডিচ্ খোৱা শেষ কৰি ড্ৰইং ৰুমলৈ গ'ল। সেই সময়ত ৰমেন্দ্ৰ দুৱৰা এদাঁতিৰ চোফাত বহি কাট্‌গ্লাছৰ অকণমানি গিলাচটোত ওঁঠ লগাই ক'নেৰ সোৱাদ লৈছিল। এটাইকেইজন চোফাত বহাৰ পিছত ৰমেন্দ্ৰ দুৱৰাই ক'বলৈ ধৰিলে, 'প্ৰজ্ঞান, তোমাক ফ্ৰেংকলী দুটামান কথা সুধিব খুজিছোঁ।'

'কওক খুড়াদেউ,' প্ৰজ্ঞানে আগ্ৰহান্বিতভাৱে বহাৰ পৰা সামান্য আগুৱাই গৈ দুৱৰাৰ কথা শুনিব খুজিলে।

'তুমি এইমাত্ৰ ডিনাৰ টেবুলত যিখিনি কথা ক'লা তাৰ পৰা তোমাৰ ভৱিষ্যৎ জীৱন কিদৰে প্লেন কৰিছা সেই সম্পৰ্কে উই গট এন আইদিয়া। কিন্তু আৰ ইউ চিওৰ, তোমাৰ এই সিদ্ধান্তৰ পৰিবৰ্তন হোৱাৰ কোনো কথা আৰু নুঠে? এ'নি চেকেণ্ড থত্?'

'নাই খুড়াদেউ। বহুত ভাবি-চিন্তি মই অসমলৈ ঘূৰি অহা, অসমত কাম কৰাৰ সিদ্ধান্ত লৈছো। অৱশ্যে সিদ্ধান্তৰ স্বৰূপটো— পেটাৰ্ণটো স্পষ্ট হৈ পৰা নাছিল। আজি মালিনীৰ সংকল্পৰ কথাবোৰ শুনি যাওঁতে মাত্ৰ মই মোৰ সিদ্ধান্তৰ

প্ৰকৃত চেহেৰাটো দেখা পালো। বিশ্বাস কৰিব, মালিনীয়েও মাত্ৰ আপোনলোকক এই মাত্ৰ কৈ থকাৰ সময়তহে মোৰ ইচ্ছাৰ কথা গম পাইছে। কিন্তু খুড়াদেউ, আপুনি মোৰ এই সিদ্ধান্তক লৈ দ্বিতীয় চিন্তাৰ কথা কি সুধিলে?'

'টু মেক দি পয়েণ্ট ষ্ট্ৰেইট এণ্ড প্ৰিচাইজ,— প্ৰজ্ঞান, মই আশা কৰিছিলো, তুমি ইউকে'ৰ পৰা মাত্ৰ ছুটীত আহিছিলা আৰু এইবাৰ মই মালিনীক বিয়াৰ বাবে মান্তি কৰাম। বিয়াখন ঠিক কৰিম তোমাৰ লগত। বিয়াৰ প্ৰতি মালিনীৰ ইমান দিনে কি কাৰণত নাজানো, ৰিজন ন'ন টুহাৰ এল'ন,— দুৰ্ঘোৰ আপত্তি হৈ আছে। মই ভাবিছিলো, এইবাৰ তোমাক পাত্ৰ হিচাপে প্ৰস্তাৱ তুলিলে, মালিনী মান্তি হ'ব আৰু বিয়াখন পাতি দি তাইক ইউ-কে'লৈ তোমাৰ লগতে পঠাই দিম। এণ্ড্ ডেটচ্ হোৱাট্ নট গয়িং টু হেপেন্। কথাটো নহ'ল। বাৰু প্ৰজ্ঞান বহা মোৰ দুটামান telephone কৰিব লগা আছে, দিল্লীলৈ। গুড্ নাইট।'

এই বুলি দুৰৱাই হাতৰ অকণমান গিলাচটোৰ ক'নেখিনি ডিঙিত ঢালি দি, বহাৰ পৰা উঠিল আৰু ড্ৰংই ৰুমৰ কাষৰ অফিচ কোঠাটোৰ পিনে গুচি গ'ল।

মালিনীয়ে শোৱা-কোঠাত নিশাৰ পোছাক পিন্ধি ড্ৰেছিং আয়নাৰ কাষত বহি মুখত নাইট ক্ৰীম ঘঁহি আছে। আৰু মনত পেলাইছে, প্ৰজ্ঞানক এয়াৰপ'ৰ্টৰ পৰা আনিবলৈ যোৱাৰ পৰা অলপ আগতে তেওঁলোকৰ ঘৰত ভাত খোৱাৰ পিছত নিজৰ মাৰুতীখনেৰে তেওঁক ঘৰত নমাই থৈ অহালৈকে প্ৰজ্ঞানৰ সান্নিধ্যৰ গোটেই দিনটোৰ কথাবোৰ। এয়াৰ প'ৰ্টত উৰা জাহাজৰ গেংৱেত প্ৰথম দৃষ্টিগোচৰ হোৱাৰ সময়ত, গাড়ীৰে ঘৰলৈ অহাৰ সময়ত, প্ৰজ্ঞানৰ শোৱা কোঠাত প্ৰজ্ঞান গা-ধুই ওলাই অহাৰ সময়ত, ভাত খাই উঠি পালেঙত বহি কথা পতাৰ সময়ত, আবেলি তেওঁৰ লগত সোণাতলী গাঁৱলৈ গৈ সংকল্পৰ কাম-কাজৰ আভাস লৈ যুৱক-যুৱতীবোৰৰ লগত কথা পতাৰ সময়ত, সন্ধ্যা ঘৰলৈ অহা বন্ধু-বান্ধৱ, ওচৰ-চুবুৰীয়া আৰু দুই এজন যি আত্মীয়-স্বজন আছে তেওঁলোকৰ সৈতে কথা-বতৰা পতাৰ সময়ত, তাৰ পিছত মালিনীহঁতৰ ঘৰলৈ আহি খোৱা টেবুলত আৰু বহা কোঠাত দেউতাকৰ সৈতে কথা-বতৰাৰ মাজত দেখা পোৱা প্ৰজ্ঞানৰ বিভিন্ন ৰূপবোৰ মালিনীৰ মনত ভাঁহি উঠিল। মনত পৰিল অলপ আগতে প্ৰজ্ঞানক ঘৰত থ'বলৈ যাওঁতে প্ৰজ্ঞানে সোধা প্ৰশ্নটো আৰু তাৰ পিছত মাত্ৰ দুআষাৰমান কথাৰ বিনিময়েৰে বিষয়টোৰ আলোচনা কিদৰে আৰু আগবাঢ়িবলৈ দিয়া নহ'ল:

মালিনীয়ে গাড়ী চলাইছিল, তেওঁৰ নিজৰ ৰঙা মাৰুতী খনৰ কাষত

বহিছিল প্রজ্ঞান। দুয়ো কিছু সময় নীৰৱ আছিল, কাৰখনৰ কুলিং চিষ্টেমটোৰ শব্দৰ বাহিৰে। প্ৰজ্ঞানে নীৰৱতা ভাঙিলে প্ৰশ্নটোৰে। মালিনী দৰাচলতে বৈ আছিল এই প্ৰশ্নটোলৈকে। প্ৰজ্ঞানে সুধিলে ঃ মালিনী, হোৱাট্ ডু ইউ থিংক, তোমাৰ সৈতে মোৰ বিয়া হওক?'

'ন', আউট অব কুৱেশ্যন।' সমুখৰ পথত দেখা পোৱা গাঁত দুটা কাটি নিবলৈ মালিনীয়ে গাড়ীৰ গতি মন্থৰ কৰি গীয়েৰ সলালে।

গাড়ীখন আকৌ স্বাভাৱিক গতিলৈ অহাৰ পিছত প্ৰজ্ঞানে ক'লে, 'আমি এবাৰ ভাবি চাব পাৰো নেকি। পাৰহেপচ্ উই মে' গিভ্ এ ঠট্ টু ইট্। খুড়াদেৱে বিচাৰিছে যেতিয়া...."

'কি ক'লা? ভাবি চাব লাগে, দেউতাই বিচাৰিছে কাৰণে।' মালিনীয়ে হাঃ হাঃ হাঃ বুলি উচ্চস্বৰে হাঁহিবলৈ ধৰিলে। 'হাউ ফানী।' হাঁহি বন্ধ কৰি মালিনীয়ে ক'লে।

'নট্ ৰিয়েলী। মই মানে ক'ব খুজিছো....' অলপ বিব্ৰত সুৰত প্ৰজ্ঞানে ক'লে-

'লেটচ্ ড্ৰপ দি চাবজেক্ট, ফৰ গড্‌ছ ছেক। আমি এই বিষয়ে কথা নাপাতো প্ৰজ্ঞান।'

প্ৰজ্ঞানে কৈ থকাৰ মাজতে ধৰি মালিনীয়ে কিছু টান সুৰত ক'লে। খন্তেক বৈ মালিনীয়ে আকৌ যোগ দিলে ঃ 'ইউ ন' এভ্ৰীথিং প্ৰজ্ঞান, তুমি মোৰ সকলো কথাই জানা। এভ্ৰীথিং—' মালিনীয়ে এইবাৰ সামান্য কৰুণ সুৰত, কিন্তু অত্যন্ত গহীন ভাবত কথাষাৰ ক'লে। হঠাৎ মানিলীয়ে ব্ৰেকত হেঁচা দি গাড়ীখন ৰখাই দিলে। ইঞ্জিন অন হৈ থাকিল। মালিনীয়ে সমুখৰ ষ্টিয়েৰিঙত মূৰটো থৈ হুক্‌হুকাই কান্দিবলৈ ধৰিলে। অলপ সময় তেনেকৈ থকাৰ পিছতে প্ৰজ্ঞানে মালিনীৰ পিঠিত সৌহতখন থৈ কোমল সুৰে মাতিলে, 'মালিনী'।

মালিনীয়ে কান্দিয়েই থাকিল।

'Are you alright মালিনী?' প্ৰজ্ঞানে মালিনীৰ মূৰত হাত ফুৰাই আকৌ মাতিলে। অলপ পিছত মালিনীয়ে কন্দা বন্ধ কৰিলে আৰু কাষৰ হেণ্ডবেগটোৰ পৰা দুখন টিচু পেপাৰ উলিয়াই নাক-চকু মচি ল'লে।

'Are you Alright?' প্ৰজ্ঞানে আকৌ সুধিলে।

'I am alright বুলি কান্দোন চেপা মাতেৰে কথাষাৰ কৈ মালিনীয়ে গাড়ীৰ গিয়েৰ সলাই একচেলেৰেটৰত লাহেকৈ হেঁচা দিলে। গাড়ী চলিল।

'Sorry, I have made a scene!' মালিনীয়ে ক'লে।

'It's alright. Be comfortable', এই বুলি প্ৰজ্ঞানে মালিনীৰ পিঠিত মৰমেৰে হাতখন থ'লে।

মালিনীয়ে গাড়ীৰ ডে'কৰ চি ডি প্লেয়াৰটো অন কৰি দিলে। ট্ৰেচী চেমপ্‌মেনৰ গান এটা বাজিবলৈ ধৰিলে ঃ বি কেয়াৰফুল অব মাই হাৰ্ট.... গানটোৰ লগে লগে মালিনীয়ে একচেলেৰেটাৰত আৰু অলপ হেঁচি ধৰি গাড়ীৰ গতি বঢ়াই দিলে।

বাটত আৰু অন্য কথাৰ অৱতাৰণা হোৱাৰ আগেয়েই অলপ পিচতে মালিনীৰ গাড়ী প্ৰজ্ঞানৰ পদূলিত ৰ'লগৈ।

ড্ৰেচিং টেবুলৰ কাষৰ পৰা উঠি মালিনী বিচনাত শুবললে। কথাবোৰ মালিনীৰ মনলৈ আহিল পুনৰবাৰ। তেওঁ অনুভৱ কৰিলে গোটেই দিনটো প্ৰজ্ঞানৰ সান্নিধ্যত অতি সহজ আৰু স্বাভাৱিক ভাবে পাৰ কৰি আহিলেও দুই-এবাৰ একোটা মুহূৰ্ত যেন সামান্যভাবে অস্বাভাৱিক হৈ উঠে, যেন তেওঁৰ হৃদয়ত মৃদু স্পন্দন তুলি পাৰ হৈ যায়। সেই মুহূৰ্তটোত হঠাৎ অনুভৱ হয় ইমান দিনৰ সময়ৰ ব্যৱধানৰ পিছত লগ পোৱা এইটো যেন সমপূৰ্ণ নতুন প্ৰজ্ঞান। এইটো প্ৰজ্ঞানক আগেয়ে যেন কেতিয়াও লগ পোৱা মনত নপৰে মালিনীৰ। মালিনীৰ এনে লাগিল যেন বহুদিন ধৰি সদায় চেতাৰত শুনি থকা ৰাগ এটাৰ আলাপত হঠাৎ এডাল তাঁৰত এটা নতুন ঝংকাৰ প্ৰথম আজি তেওঁৰ কাণত পৰিছে। যেন সদায় দেখি থকা ড্ৰইং ৰুমৰ লেণ্ডস্কোপখনৰ এঠাইত হঠাৎ এটা ৰঙা ৰেখা আজি প্ৰথম তেওঁৰ চকুত ধৰা পৰিছে, ৰেখাটোৰ ৰংখিনি যেন ক্ৰমে অধিক উজ্জ্বল হৈ উঠিছে। তাৰ পোহৰে যেন ক্ৰমে সমগ্ৰ ছবিখনক অধিক উজ্জল কৰি তুলিছে। বাৰে বাৰে মালিনীৰ চকুত পৰিছে সেই ৰঙীন ৰেখাটো যেন সুকীয়া অৰ্থেৰে, অস্তিত্বৰে, সত্বাৰে।

প্ৰজ্ঞানে গা-ধুই নীলা জীন্‌চ আৰু উদং গাৰে গা ধোৱা কোঠাৰ পৰা ওলাই আহিল। মূৰটো আঁচুৰিলে ড্ৰেছিং টেবুলৰ সমুখত থিয় হৈ। তাৰ পিছত বিছনাৰ ওপৰত উলিয়াই থৈ যোৱা, ৰাতি শোৱাৰ পোছাক, পায়জামা-পাঞ্জাবীযোৰ পিন্ধি ল'লে। ইতিমধ্যে ঘৰত সোমায়েই আইমাক মাত দি আহিছিল। আইমাক সাধাৰণভাৱে ৰমেন্দ্ৰ দুৱৰাৰ ঘৰত 'ডিনাৰ'ৰ এটা সম্যক খতিয়ান দিলে, তাৰ পিছত নিজৰ কোঠালৈ আহিল।

আইমা ইতিমধ্যে টোপনি গৈছে।

প্ৰজ্ঞানে বেড্ লাইটটো জ্বলাই দিল্লীৰ পৰা কিনি অনা সঞ্জয় হাজৰিকাৰ 'ষ্ট্ৰাৰ্চ ইন দা মিষ্ট' কিতাপখন হাতত লৈ বিচনাত ৰাগৰ দিলে। প্ৰজ্ঞানে কিতাপখন

মেলি ল'লে যদিও মনটো অন্য কিছুমান ভাবনাই খেলিমেলি কৰি আছিল। কিতাপত মনোযোগ দিব নোৱাৰিলে।

মালিনীৰ কথাই প্ৰথম মনলৈ আহিল প্ৰজ্ঞানৰ। তেওঁ কৈছিল, 'তুমি মোৰ সকলো কথাই জানা প্ৰজ্ঞান।'

এৰা, প্ৰজ্ঞানে মালিনীৰ সকলো কথাই জানে। তেওঁৰ অতীত, তেওঁৰ বৰ্তমান। মালিনী প্ৰজ্ঞানৰ পুৰণি এখন কবিতা পুথি। সদায় লগত লৈ ফুৰায়। বহুবাৰ পঢ়িছে কিতাপখন। তেওঁ চকু মুদিয়েই ক'ব পাৰে কোন পৃষ্ঠাত কোনটো কবিতা আছে, কোনটো কবিতাত কোনবোৰ শব্দ আছে, কোনবোৰ কবিতাৰ শাৰী কেনেকৈ ছন্দোবদ্ধ হৈছে, কোনবোৰ মালিনীৰ সুখ আৰু আনন্দৰ কবিতা, কোনবোৰ দুখ বিষাদৰ, কোনবোৰ সংগ্ৰামৰ, কোনবোৰ পৰাজয়ৰ গ্লানিৰ, কোনটো অধ্যায় প্ৰেমৰ আৰু আত্মাৰ বাৰ্তাবাহী। বহুবাৰ পঢ়ি পঢ়ি সল্‌সলীয়াকৈ বুজি থোৱা, উপলব্ধ হৈ থকা, এখন কিকাপ— এখন কবিতাৰ কিতাপ মালিনী, প্ৰজ্ঞানৰ কাৰণে।

প্ৰজ্ঞানৰ মনত পৰিল মালিনীৰ প্ৰেমৰ কথা, প্ৰেমৰ চৰম পৰিণতিত এক পৰ্বত শিখৰৰ পৰা অটল গভীৰ-তললৈ চাই দেখা পোৱা মৃত্যুৰ ভয়াবহ এক অন্ধকাৰ সমুদ্ৰৰ কথা।

ঘটনাটো চমুকৈ আছিল এনেকুৱা ঃ পেলেষ্টাইন মুক্তি বাহিনীৰ পৰা দুবছৰৰ কাৰণে ছুটী লৈ দুজন যুৱক ভাৰতলৈ আহি ভাৰত চৰকাৰৰ জলপানিৰে জৱাহৰলাল নেহৰু বিশ্ববিদ্যালয়ত স্নাতকোত্তৰ শ্ৰেণীত পঢ়িবলৈ আহিছিল। প্ৰজ্ঞানে তেতিয়া দিল্লী স্কুল অব ইকনমিক্সৰ পৰা স্নাতকোত্তৰ পৰীক্ষাত অতি সুখ্যাতিৰে শীৰ্ষ স্থান লাভ কৰি উত্তীৰ্ণ হৈ জে এন উৰ পৰা এম ফিল কৰি আছিল। হোষ্টেলত প্ৰজ্ঞানৰ কাষৰ কোঠাটোতে পেলেষ্টাইনৰ ছাত্ৰ দুজনৰ এজন, ওমাৰ বিন হাচানক থাকিবলৈ দিয়া হৈছিল। অত্যন্ত মেধাবান, বিশ্ববুৰঞ্জী আৰু ৰাজনীতিৰ খুটিনাটিৰে সকলো তথ্য ওঁঠৰ আগত, মাৰ্ক্সীয় দৰ্শনৰ ছাত্ৰ, লেনিন আৰু সমাজবাদৰ অধ্যয়ন সম্পূৰ্ণ, ডষ্টয়েভস্কী আৰু টলষ্টয়ৰ সমগ্ৰ ৰচনা আয়ত্ত, নাজিম হিকমৎ, লু, ছান বাৰ্টল্ট ব্ৰেখট আৰু নেগুইনৰ কবিতা সলসলাই মাতি যাব পাৰে। মুক্তি সংগঠনৰ গৰিলা বাহিনীৰ সক্ৰিয় সৈনিক তেওঁ, পেলেষ্টাইনৰ মুক্তিৰ হকে প্ৰাণ উচৰ্গিত, ইজৰাইল আৰু আমেৰিকাৰ প্ৰতি তীব্ৰ বিদ্বেষ। অতি কম বয়সতে অসাধাৰণ ব্যক্তিত্বৰ অধিকাৰী হাচানৰ চেহেৰা অত্যন্ত আকৰ্ষণীয়, গ্ৰীক দেৱতাৰ দৰে শাৰীৰিক সৌষ্ঠৱ।

হাচানৰ প্ৰেমত পৰিল প্ৰজ্ঞান। সেই প্ৰেম আছিল বন্ধুত্বৰ, মেধা, বুদ্ধিমত্তা

বিদ্যায়তনিক আৰু মানৱতাবোধৰ। প্ৰজ্ঞান দুবছৰৰ জ্যেষ্ঠ ছাত্ৰ আছিল যদিও হাচানৰ সৈতে অত্যন্ত ঘনিষ্ঠ সম্পৰ্ক গঢ়ি উঠিছিল, নিবিড় বন্ধুত্বৰ মাজেৰে। সেই সময়তে মালিনী মিৰান্দাৰ পৰা বি. এ. পাছ কৰি মাচ্ কমিনিকেশ্যনৰ দুবছৰীয়া কৰ্চ কৰি আছিল। সৰু কালৰে পৰা ককাই-ভনীৰ দৰে ডাঙৰ হোৱা প্ৰজ্ঞান আছিল মালিনীৰ দিল্লীৰ অভিভাৱক। মালিনী প্ৰজ্ঞানৰ হোষ্টেললৈ আহে, নাইবা প্ৰজ্ঞান মালিনীৰ হোষ্টেললৈ যায়, নাইবা দিল্লীত কলেজৰ বাহিৰত থকা মালিনীৰ যিবোৰ কামত অভিভাৱক এজনৰ দায়িত্ব থাকে তাক পালন কৰিব লাগে প্ৰজ্ঞানে।

প্ৰজ্ঞানৰ জৰিয়তে মালিনীৰ পৰিচয় হ'ল হাচানৰ সৈতে। অতি কম দিনৰ ভিতৰতে সেই পৰিচয় নিবিড় প্ৰেমৰ সম্পৰ্কলৈ ৰূপান্তৰ হ'ল। হাচানৰ ব্যক্তিত্ব আৰু পুৰুষসুলভ কমনীয়তাই মুহিলে মালিনীক। মালিনীও আছিল ৰূপৱতী– আধুনিক জীৱনৰ প্ৰয়োজনীয় সকলো গুণৰ অধিকাৰী, আৰু আছিল নিৰ্ভীকমনা– যিটো গুণে হাচানক কৰিছিল আটাইতকৈ বেছি আকৰ্ষণ।

হাচান আৰু মালিনী গভীৰ প্ৰেমত আবদ্ধ হ'ল। ভূগোলৰ সীমা, ধৰ্ম সংস্কাৰ ভাষা-সংস্কৃতি, সামাজিক আৰু পাৰিবাৰিক অনুশাসন, দেশৰ প্ৰশাসনীয় বাধা, সকলো কথাই নিৰৰ্থক হৈ পৰিল প্ৰেমৰ বলীষ্ঠ স্বীকৃতিত, —অন্য সকলো কথাই ম্লান হৈ পৰিল, অনুজ্জ্বল হৈ পৰিল, প্ৰেমৰ সত্যৰ পোহৰত। দুয়োৰে যৌবনৰ বেলি ভৰ দুপৰৰ সীমান্ত চুইছেহি। হাচানৰ জীৱনত ভৰদুপৰৰ গা পোৰা ৰ'দ। যৌৱনৰ প্ৰথম পিয়লা মদ ওঁঠত লাগিছে। অস্থিৰ-অধীৰ খোজ দুয়োৰে। পিচলিব খোজে। শৰীৰত ৰসায়নৰ ক্ৰিয়া আৰম্ভ হৈছে, দ্ৰুতভাৱে। তাৰ প্ৰভাৱ অদম্য হৈ উঠিছে। প্ৰথম বাৰিষাৰ ঢল নামিছে শৰীৰৰ পথাৰত— জান-জুৰি শিৰা-উপশিৰাৰৰ পাৰ ভাঙি।

হাচানৰ হোষ্টেলৰ কোঠাটোত বিচনাখনৰ ওপৰত এদাঁতিত কিতাপৰ দ'ম— টয়েনবী, মাৰ্ক্স, লেনিন, ট্ৰট্স্কী, ছেগুৱাভাৰা, ডষ্টেভ্‌য়স্কী, টলষ্টয়, — তাৰ মাজতে সোমাই হাচান অকলে কুচিমুচি বিছনাখনত সদায় শোৱে। কিতাপৰ দ'মটোৰ বাহিৰে বিছনাখনত আকৰ্ষণীয় আৰু একো নাছিল। কিন্তু হাচানৰ জীৱনত আবিষ্কৃত আটাইতকৈ আকৰ্ষণীয়, আটাইতকৈ গুৰুত্বপূৰ্ণ, অমূল্য গ্ৰন্থখনৰ কাৰণে বিছনাত এতিয়া ঠাই লগা হ'ল। হাছানে বিচনাৰ এদাঁতিত থকা সদায় পঢ়া কিতাপৰ দ'মবোৰ আতৰাই জীৱনৰ নতুন গ্ৰন্থখনৰ কাৰণে খালী ঠাই উলিয়ালে। এদিন সন্ধ্যা হাচানে তেওঁৰ দুবাহুৰ মাজত সোমাই থকা মালিনীক দাঙি লৈ বিচনাৰ সেই খালী ঠাইখিনিত নমাই থ'লে, আলফুলে এখন নতুন কিতাপ থোৱাৰ দৰে।

এখন ৰহস্য-গ্ৰন্থ। গ্ৰন্থৰ নাম মালিনী। হাচানে প্ৰথম উন্মোচন কৰিলে, পাত লুটিয়ালে সেই ৰহস্য-গ্ৰন্থৰ। নতুন গ্ৰন্থৰ গোন্ধে সুগন্ধ কৰি তুলিলে বিছনাখন। দুজনৰ কাৰণে ঠাইৰ ব্যৱস্থা হ'ল বিছনাখনত। এখন বিছনা মানুহৰ জীৱনত এনে অফুৰন্ত শিহঁৰণ আৰু প্ৰেৰণাৰ উৎস হৈ পৰিব পাৰে, সেই কথা মালিনী আৰু হাচানে আগেয়ে কেতিয়াও ভবা নাছিল।

মালিনী আৰু হাচান দুয়োৰে মাজে মাজে ছবি অঁকাৰ অভ্যাস আছিল। প্ৰজ্ঞানে চিনাকি কৰি দিয়াৰ পিছত দৰাচলতে ছবি অঁকাৰ সূত্ৰেই প্ৰথম তেওঁলোক দুয়ো দুয়োৰে নিয়মীয়াকৈ ওচৰ চাপিছিল। প্ৰায়েই আৰ্ট গেলেৰীত ছবি চাবলৈ যোৱাৰ মাজেৰে।

মালিনী আৰু হাচান শিল্পী হৈ পৰিল। প্ৰেমৰ শিল্পী। তেওঁলোকৰ উমাল শৰীৰৰ ৰঙেৰে ছবি আঁকিলে তেওঁলোকে। শৰীৰৰ আখৰেৰে, শৰীৰৰ শব্দেৰে, শৰীৰৰ ভাষাৰে ৰূপ দিলে প্ৰেমক। শৰীৰৰ ৰঙেৰে ছবি আঁকিলে প্ৰেমৰ। এখন এখনকৈ প্ৰেমৰ ছবি। একো একোটি নিশা সেইখন ছবি আঁকিয়েই পাৰ কৰিলে তেওঁলোকে। সংগম হৈ পৰে শিল্পকৰ্ম। সংগমৰ একো একোবাৰ নিঃসৰণত, orgasmত যেন এটা এটা ৰঙৰ কাম শেষ হয়। এইদৰে একোটা নিশা তেওঁলোকে যেতিয়া ৰঙৰ পিছত ৰঙৰ কাম কৰি মিলনৰ, সঙ্গমৰ একোখন ছবি অঁকা সম্পূৰ্ণ কৰি তোলে, তেতিয়া পৰিশ্ৰান্তদেহে, অৱসন্ন মনে, সমগ্ৰ হৃদয় ভৰি উপলব্ধি কৰে— প্ৰেম কি মধুৰ, কি তৃপ্তিৰ। প্ৰেমৰ ছবি কি নিৰবদ্য, সুন্দৰ। দুটা দেহৰ, দুটা সত্বাৰ, আত্মাৰ গভীৰতাৰ শেষ বিন্দুলৈকে এক তীব্ৰ শিহঁৰণেৰে বিয়পি যায়— প্ৰেমৰ সেই মাধুৰ্য, সৌন্দৰ্য, পৰম তৃপ্তি।

মালিনীৰ স্বপ্ন দেখা কাম আৰম্ভ হ'ল। স্বপ্নবোৰ নিৰ্মাণত সহায় কৰিলে, প্ৰেৰণা যোগালে হাচানে। অবিশ্বাস্য, উদ্ভট, দুঃসাহসিক একোটা স্বপ্ন।

এবছৰৰ পিছত মালিনীৰ মাচ্ কমুনিকেশ্যনৰ কৰ্চ সম্পূৰ্ণ হ'ব। এবছৰৰ পিছত হাচানে বিশ্ববিদ্যালয়ৰ পৰা চূড়ান্ত পৰীক্ষা দি ঘৰলৈ (হয়তো যুদ্ধ শিবিৰলৈ) উভতি যাব। আৰু যোৱাৰ সময়ত হাচানে মালিনীক বিয়া কৰাই পেলেষ্টাইনলৈ লৈ যাব। আৰবৰ মৰুভূমিত এজাক ৰবৰুণ হৈ উপস্থিত হ'বগৈ, হাচানৰ জীৱনত, হয়তো থাকিবগৈ লাগিব শৰণাৰ্থী শিবিৰৰ কোনো এটা তম্বুৰ তলত, নাইবা পেলেষ্টাইন মুক্তি বাহিনীৰ অন্য যুৱতীসকলৰ বাধ্যতামূলক সৈন্য বাহিনীত যোগ দি কোনো যুদ্ধ শিবিৰত, ইজৰাইলৰ ৰকেট নিক্ষেপণৰ মুখামুখি হৈ।

হাচান আৰু মালিনীক একেলগে বহুবাৰ প্ৰজ্ঞানে শেষবাৰলৈ তুলিছিল

প্ৰশ্নটো ঃ এইখন বিয়া সম্ভৱনে? বিয়াৰ পিছত এখন অদ্ভুত দেশত— যি এতিয়াও এখন সম্পূৰ্ণ দেশ বুলি স্বীকৃত হোৱা নাই, — য'ৰ সমগ্ৰ বাসিন্দাসকলে এতিয়াও ৰাজনৈতিক শৰণাৰ্থী হৈ জীৱন ধাৰণ কৰি আছে— তেনে এখন দেশত সম্পূৰ্ণ এক জটিল, অপৰিচিত, অস্বাভাৱিক জীৱন নিৰ্বাহৰ ব্যৱস্থাক গ্ৰহণ কৰিব পাৰিবনে মালিনীয়ে? নাইবা এইবোৰ দিবা-স্বপ্ন মাত্ৰ?

মালিনীয়ে উত্তৰত কৈছিল ঃ 'আই ডণ্ট বিলিভ ইন্ ৰাইটিং ইন ব্লাড। কিন্তু প্ৰজ্ঞান, ই হৈছে মোৰ সুচিন্তিত শেষ সিদ্ধান্ত। কাৰণ ইয়াৰ পিছৰ সিদ্ধান্তটো হ'ব মাই ডেথ্— মৃত্যু।'

প্ৰজ্ঞানে আৰু কোনো কথা কোৱা নাছিল। মাত্ৰ মুখখন ঘূৰা হাচানৰ চকুলৈ চাইছিল। প্ৰজ্ঞানৰ চাৱনিত তেতিয়াও অবিশ্বাস, কিবা এটা আসন্ন সংকেতৰ ভয়। প্ৰজ্ঞানৰ দৃষ্টিৰ সেই ভাবাৰ্থ নিঃশব্দেই হাচানে বুজি পাইছিল।

সম্পূৰ্ণ দ্বিধামুক্তভাৱে, স্পষ্ট আৰু নিৰ্ভয় সুৰত, নিশ্চয়তাৰ গভীৰ আশ্বাসেৰে হাচানে প্ৰজ্ঞানক ইংৰাজীত কোৱা কথাবোৰ অসমীয়াত হ'ল ঃ মালিনী আৰু মোৰ বিয়া হ'ব। নিশ্চিত। আৰবৰ মৰুভূমিত মালিনী আৰু মই সংসাৰ পাতিম। আমাৰ স্বৰ্গ ৰচনা হ'ব। মোৰ এই কথাখিনি ভগৱানে ক'লেও যদি তুমি বিশ্বাস নকৰিলাহেঁতেন, মোক বিশ্বাস কৰা প্ৰজ্ঞান, মই সঁচা কথা কৈছো। তুমি নিৰ্ভয় হোৱা প্ৰজ্ঞান, মালিনী সুখত থাকিব।

প্ৰজ্ঞান নীৰৱে থাকিল। হঠাৎ এক অজান আবেগত ভৰি উঠিছিল মনটো। চকু দুটা সজল হৈ উঠা যেন লাগিছিল তেওঁৰ। অলপপৰ পিছতে হাচানৰ হাত দুখনত সজোৰে ধৰি জোকাৰিছিল আৰু কৈছিল, 'অল দ্য বেষ্ট'। তাৰ পিছত মালিনীক বুকুৰ কাষলৈ আনি কঁপালত ওঁঠ দুটা লগাই নিঃশব্দেই যেন হৃদয় উজাৰি শুভাশিস জনালে প্ৰজ্ঞানে।

ইয়াৰ পিছত মালিনীৰ প্ৰেম আৰু বিয়াৰ সিদ্ধান্তক বাস্তৱত ৰূপ দিয়াৰ সকলো দায়িত্ব যেন প্ৰজ্ঞানৰ কান্ধত পৰিল— সেই কৰ্তব্যবোধেৰে প্ৰজ্ঞানে কাৰ্যপন্থা আৰু সময়সূচী নিৰ্ধাৰণ কৰি ল'লে। তাৰে ভিতৰত প্ৰথম কামটো হ'ল খুড়াদেউহঁতক কথাবোৰ জনোৱা আৰু তেওঁলোকক যেনেতেনে সন্মত কৰোৱা।

কিন্তু অত্যন্ত নাটকীয়ভাৱে, অভাৱনীয়ভাৱে আৰু এক মৰ্মন্তুদ কৰুণ পৰিণিতিৰে এই গোটেই অধ্যায়টোৰ হঠাতে যৱনিকা পৰিল ঃ

প্ৰজ্ঞান, মালিনী আৰু হাচানৰ কথোপকথনৰ দিনটোৰ এমাহমান পিচতেই এক অজান কাৰণত ওমাৰ বিন হাচানক পেলেষ্টাইন দূতবাসৰ পৰা মাতি পঠালে।

দূতাবাসৰ পৰা ঘূৰি আহি তেওঁ জনালে পিছৰ দুদিনৰ ভিতৰতে তেওঁ পেলেষ্টাইনলৈ উভতিব লাগে। ভিতৰুৱাকৈ খবৰ পাইছে, ইজৰাইলৰ সৈতে পেলেষ্টাইনৰ সংঘৰ্ষই এটা নতুন মোৰ লৈছে। এক ব্যাপক প্ৰত্যাহ্বানৰ কাৰ্যসূচী লোৱা হৈছে। গতিকে সৈন্য বাহিনী পুনৰনিৰ্মাণ কৰা হৈছে, পেলেষ্টাইনৰ সকলো যুৱকক একত্ৰিত আৰু সংগঠিত কৰা হৈছে।

হাচানে মালিনী আৰু প্ৰজ্ঞানক অতি আন্তৰিকতাৰে ভৰসা দিলে, যি প্ৰকাৰেই হওক, দৰকাৰ হ'লে পেলেষ্টাইনৰ ৰাষ্ট্ৰপতি য়াচাৰ আৰাফাটৰ পৰা বিশেষ অনুমতি-পত্ৰৰ ব্যৱস্থা কৰিব। ৰাওনা হোৱাৰ আগনিশা দিল্লীৰ কোনো এক পঞ্চতাৰকা হোটেলৰ ৰেঁষ্টোৰাৰ পাতল কোমল পোহৰত একাষৰীয়া এখন টেবুলত প্ৰজ্ঞান-হাচান আৰু মানিলীয়ে হাচানৰ বিদায় উপলক্ষে নৈশ আহাৰ কৰিলে। আহাৰৰ অন্তত তিনিওৰে কথা-বতৰা প্ৰায় শেষ হৈ অহাৰ সময়তে, হাচানে লাহেকৈ মালিনীৰ সোঁহাতখন নিজৰ দুহাতৰ মাজলৈ আগুৱাই আনিলে, মালিনী হাচানৰ বাওঁকাষে বহিছিল, প্ৰজ্ঞান বহিছিল সমুখত, প্ৰজ্ঞানৰ সমুখত মালিনী সামান্য বিব্ৰত হৈছিল যদিও হাতখন হাচানৰ হাতৰ মাজত আগ্ৰহৰেই ধৰি থাকিবলৈ দিলে। ঠিক তেনেদৰে ৰাখিয়ে হাচানে তেওঁৰ কোটৰ বাওঁ পকেটৰ পৰা বাওঁ হাতেৰে এটা অকণমানি ৰঙা ভেলভেটৰ বাকচ উলিয়াই আনি টেবুলত থ'লে। তাৰ পিছত মালিনীৰ হাতখন বাওঁহাতলৈ সলনি কৰি তুলি ধৰিলে আৰু সোঁহাতেৰে বাকচটোৰ পৰা এটা ধুনীয়া হীৰাৰ আঙঠি উলিয়াই আনি মালিনীৰ আঙুলিত লাহেকৈ পিন্ধাই দিলে। হাতখন ধৰি থকা অৱস্থাতে হাচানে মালিনীৰ আঙঠিটোৰ ওপৰত ওঁঠ দুটা লাহেকৈ লগাই দি অতি কোমল সুৰত ক'লে, 'মাইবিলাভেড্'। তাৰ পিছতে খন্তেক ৰৈ হাচানে আকৌ মূৰটো তললৈ নমাই দ্বিতীয়বাৰ লাহেকৈ আঙঠিটোত ওঁঠ দুটা লগাই অতি আবেগেৰে ক'লে, 'মাই বাইফ্।' মালিনীৰ মগজুৰ পৰা ভৰিৰ আঙুলিলৈকে সমগ্ৰ তেজৰ প্ৰবাহত যেন এটা প্ৰচণ্ড কোবাল ঢৌ খলকনি তুলি বিজুলীৰ দৰে নামি গ'ল। মালিনীৰ মাত হৰিল মুখত।

অলপ পিছতে মালিনীয়ে নিজেও আঙঠিটোৰ ওপৰত লাহেকৈ নিজৰ ওঁঠ দুটা লগাই প্ৰায় শব্দ হৈ যোৱাকৈ এটা চুমা খালে। মালিনীয়ে হাচানৰ চকুলৈ অত্যন্ত আবেগ-বিহ্বল চাৱনিৰে হৃদয় উথলি উঠা চৰম আনন্দ আৰু সুখবোধেৰে, অনুৰাগেৰে চাই ৰ'ল সুদীৰ্ঘ কেইটামান মুহূৰ্ত। হঠাৎ মালিনীয়ে মনৰ আনন্দত কেঁকুৰি উঠিল। হাচানৰ বুকুখনত মূৰটো গুজি দি কেঁকুৰী কান্দি উঠিল মালিনীয়ে।

ৰেষ্টোৰাৰ ডান্স ফ্ল'ৰত এজন গোৱানীজ জাজ শিল্পীয়ে চেক্স'ফোনত বব ডাইলেনৰ 'চেটিছফাই মাই চ'ল' গীতৰ সুৰটো বজাই আছিল। গহীন সুৰ। তাৰ মূৰ্চনা ভাঁহি উঠিছিল গোটেই হলঘৰটোত— সেই মুহূৰ্তত।

আলোছায়াৰ পোহৰত প্ৰজ্ঞানে চাই থাকিল হাচানৰ বাহুৰ মাজত, বুকুত মূৰ থৈ মালিনীয়ে উচুপি থকা দৃশ্য। তেওঁ অনুভৱ কৰিলে তেওঁৰ সমুখত এয়া জীৱনত কাহানিও নেদেখা এক অপূৰ্ব দৃশ্য। ঈশ্বৰে নিজে আঁকা ছবি।

ইয়াৰ পিছত তিনিটা অভাৱনীয় ঘটনা ঘটিল।

প্ৰথমটো ঘটিল, — মালিনীয়ে এদিন উদ্বিগ্ন হৈ অতি উত্তেজনাৰে প্ৰজ্ঞানক খবৰ দিলেহি, তেওঁ অন্তঃসত্ত্বা, হাচানৰ প্ৰেম অংকুৰিত হৈছে, মূৰ্ত হৈছে তেওঁৰ দেহত, গৰ্ভত।

ঘটনাটোৰ সকলো দিশ আলোচনা কৰিবলৈ আগবাঢ়িল প্ৰজ্ঞান। 'প্ৰ'জ এণ্ড ক'নচ', প্ৰজ্ঞানে ক'লে। কিন্তু মালিনীয়ে কোনো আলোচনাৰ অৱকাশ নাই বুলি দৃঢ়চিত্তে জনাই দিলে, 'এভৰীথিং বিমেইনচ্ আনদিচটাৰ্বড্, কাম হোৱাট মে'। — মালিনীৰ এক কথা।

মালিনীৰ মাক-দেউতাক বৰ্তমানে আমেৰিকাত আছে— দ্বিতীয় পুত্ৰৰ তাত। এমাহৰ পিছত আহিব, মালিনীয়ে নিজেই মাক-দেউতাকক জনাব, আৰু প্ৰজ্ঞানে দৃঢ়কণ্ঠে অনুমোদন কৰিব। শেই সিদ্ধান্তই ঠিক হ'ল।

কিন্তু তাৰ আগেয়েই দ্বিতীয় ঘটনাটো ঘটিল বজ্ৰপাতৰ দৰে। পেলেষ্টাইন দূতাবাসৰ পৰা এটা চুটি বাৰ্তা আহিল : ইজৰাইলৰ সীমান্তত এখন দলগুত বোমা সংযোগ কৰি বিধ্বস্ত কৰিবলৈ যোৱা দলটো মাটিত পুতি থোৱা মাইনৰ জালত পৰি বিস্ফোৰণত পতিত হয় আৰু দলৰ এটাইকেইজনৰে লগে লগে মৃত্যু হয়। দলটোৰ এজন আছিল ওমাৰ বিন হাচান।

তৃতীয়টো হৃদয়বিদাৰক ঘটনা : হাচানৰ মৃত্যুৰ বাতৰিৰ মৰ্মন্তুদ বেদনা আৰু প্ৰচণ্ডতম মানসিক আঘাতত অচেতনপ্ৰায় অৱস্থাত মালিনীৰ গৰ্ভপাত হ'ল। মালিনীয়ে এনেকুৱা অনুভৱ কৰিছিল— তেওঁ এটা পৰ্বতৰ সুউচ্চ চূড়াৰ এদাঁতিত থিয় হৈ সমুখলৈ চাইছে, — দেখিছে, হেজাৰ ফুট থিয় গড়াৰ নামনিত অটল তলিত এখন সমুদ্ৰ। পাৰৰ শিলত খুন্দা খাই খাই বিকট শব্দেৰে আস্ফালন কৰি সমুদ্ৰৰ প্ৰকাণ্ড প্ৰকাণ্ড ঢৌবোৰ চিটিকি পৰিছে বহু দূৰলৈকে। মালিনীয়ে চকু দুটা মুদি দিছে। সমুখৰ অটল তলিৰ সমুদ্ৰ আগুৰি ধৰিছে অন্তহীন অন্ধকাৰে। চকুৰে একো নমনি। অন্ধকাৰ। মাথোঁ সমুদ্ৰৰ তৰংগ-গৰ্জন। যেন মালিনী ধীৰে ধীৰে নামি গৈছে সেই অন্ধকাৰৰ মাজেদি। অন্ধকাৰ, অন্ধকাৰ আৰু অন্ধকাৰ—

গাঢ় অন্ধকাৰ। মালিনীয়ে অনুভৱ কৰিছে, এই অতল গভীৰ ঘন অন্ধকাৰৰ মাজেৰে নামি গৈ থাকি সমুদ্ৰৰ তৰংগ গৰ্জনত তেওঁ মিলি যাব এটা কোমল শব্দ হৈ। মালিনীয়ে অনুভৱ কৰিলে, তেওঁ এটা কোমল শব্দ, সত্বাহীন, আত্মাহীন এটা শব্দ। এই শব্দটো এটা বিকট চিএৰ হৈ, আৰ্তনাদ হৈ এতিয়া তললৈ খহি পৰিবলৈ প্ৰস্তুত।

ঠিক সেই সময়তে প্ৰজ্ঞানে তেওঁৰ হাত এখন মালিনীৰ কান্ধত থৈছিলগৈ। মালিনীয়ে অনুভৱ কৰিলে কান্ধত প্ৰজ্ঞানৰ হাতৰ উত্তাপ।

মালিনীৰ এই গোটেই অধ্যায়টো গোপন হৈ থাকিল এতিয়ালৈকে। মালিনী আৰু প্ৰজ্ঞানৰ অতি সীমিত, অন্তৰংগ দুই-এক বন্ধু-বান্ধৱীৰ বাহিৰে কোনেও জানিব পৰা নাছিল একো কথাই। আনকি মাক-দেউতাক আৰু পৰিয়ালকো নজনোৱাকৈয়ে ৰখা হ'ল সকলো কথা। এনেকৈ কথাবোৰ গোপন কৰি ৰখাটো সম্ভৱ হৈছিল প্ৰজ্ঞানৰ বুদ্ধি-চিন্তা-বিবেচনা আৰু মৰম-সহানুভূতিৰ বাবে।

সেয়ে মালিনীয়ে অলপ আগতে গাড়ীত ঠিকেই কৈছিল, 'প্ৰজ্ঞান, তুমি মোৰ সকলো কথাই জানা।'...

প্ৰজ্ঞানে বুকুৰ ওপৰতে থকা সঞ্জয় হাজৰিকাৰ কিতাপখন নমাই কাষত থৈ দিলে। কিতাপ পঢ়িবলৈ মন যোৱা নাই। স্মৃতি ৰোমন্থন কৰি ভাল লাগিছে। হয়তো বহুত দিনৰ মূৰত নিজৰ ঠাইলৈ আহি, নিজৰ মানুহখিনি লগ পাই, মালিনীক দেখা পাই নষ্টালজিয়া আহিছে মনলৈ।

প্ৰজ্ঞানে ভাবিলে, মহাদেউৰে বিচাৰিছে যদিও তেওঁ মালিনীক বিয়া কৰোৱাটোত গুৰুত্ব দিয়া নাই। মালিনী এজনী অতি মৰমৰ ভনী, সেইদৰেই থাকিব পাৰে দুয়োৰে মাজৰ সম্পৰ্ক। কিন্তু তেওঁ গুৰুত্ব দিছে, মালিনীৰ সৈতে একেলগে সামাজিক কাম কৰা কথাটোত। পাশ্চাত্যৰ দেশসমূহত এই বিষয়টোৱে অত্যন্ত গুৰুত্ব লাভ কৰিছে। নিজ নিজ দেশৰ উপৰিও, বিশ্বৰ পিছপৰা অনুন্নত দেশসমূহলৈ তেওঁলোকৰ অনেক ব্যক্তি, অনেক সংগঠন অনা-চৰকাৰী ব্যৱস্থাৰে ওলাই আহিছে সমাজ সেৱাত ব্ৰতী হৈ। মানুহৰ কল্যাণৰ হকে কাম কৰিবলৈ। ভাৰতবৰ্ষত কেইখনমান ৰাজ্য বা অঞ্চলৰ বাহিৰে বাকীবোৰ ঠাইত অনা-চৰকাৰী সামাজিক সেৱাই অলপো গুৰুত্ব লাভ কৰা নাই। আমাৰ ৰাজ্যত যে এতিয়াও সমাজ সেৱাৰ ধাৰণাটোৱেই গঢ়ি উঠা নাই। বহু ক্ষেত্ৰত ঋণাত্মক আৰু কোনো কোনো ক্ষেত্ৰত বিলাসী চখ, নাইবা ৰাজনৈতিক স্বাৰ্থ পূৰণৰ গয়না মাত্ৰ হৈ পৰিছে। সেয়ে প্ৰজ্ঞানে ভাবিলে তেওঁ গাঁৱলৈ যাব, অচিৰেই আৰু সম্ভৱ হ'লে

মালিনীকো লগত ল'ব, একেলগে গাঁৱত কাম কৰিবগৈ। গাঁৱৰ যুৱক-যুৱতী এচামকো জড়িত কৰি ল'ব।

প্ৰজ্ঞানে হঠাৎ এক উত্তেজনা অনুভৱ কৰিলে। মনটো শিহঁৰিত হৈ উঠিল। স্বপ্নাবিষ্ট হৈ পৰিল প্ৰজ্ঞান।

গাঁও। দেহাপুখুৰী। এক বিশাল অঞ্চলজুৰি দেহাপুখুৰী আৰু চাৰিওকাষৰ ভালেমান গাঁও। চাহ বাগিচাও আছে ওচৰা-ওচৰিকৈ কেবাখনো ঃ চেঙনী, চপচপনীয়া, ৰহধৰা, ফুলপাহি, ননৈগুৰি ইত্যাদি। অঞ্চলটোৰ কাষে কাষে ব্ৰহ্মপুত্ৰ নদী। নদীখনৰ সৈতে অঞ্চলটোৰ গাঁওকেইখনৰ অনাদিকালৰ আত্মীয়তা।

বহুখিনি মানুহে খৰালি নদীৰ চাপৰিত পাম পাতেগৈ। পামত মাহ, তিল, সৰিয়হ, ৰঙা আলু, ৰঙালাও, শাক-পাচলিৰ খেতি কৰেগৈ। কিছুমান চাপৰিত ম'হৰ খুঁটি-গৰুৰ খুঁটি পাতি বিশেষকৈ নেপালী সম্প্ৰদায়ৰ মানুহে গাখীৰৰ ব্যৱসায় কৰে। নদীৰ মাজত কিছুমান ওখ চৰ আছে। বাৰিষাও অলপকৈহে ডুব যায় সেইবোৰ চৰ। সেইবোৰত ভাল খেৰ হয়। গাঁৱৰ মানুহে খৰালি নাৱেৰে গৈ তাৰ পৰা খেৰ কাটি আনে। নতুন ঘৰ সাজিবলৈ, পুৰণা ঘৰৰ মূধচ মাৰিবলৈ উৰুখা চাল নতুনকৈ চোৱাবলৈ।

নদীৰ পাৰে পাৰে কেইখনমান কৈবৰ্ত্ত গাঁও। তেওঁলোকৰ খেতিৰ মাটি নাই বুলিয়েই ক'ব পাৰি। মাছ মাৰি জীৱিকাৰ সংস্থাপন উলিয়ায়। কিন্তু আজিকালি নদীৰ মাছৰ ব্যৱসায় ডাকত দিয়া হয়। বিহাৰী মহলদাৰে নীজত ডাকি লয়। ক্ষুদ্ৰ মাছমৰীয়াবোৰ মহলদাৰৰ বহতীয়া হ'ল। মাছমৰীয়া আচল প্ৰাপ্যৰ পৰা বঞ্চিত হ'ল।

আৰু দুখনমান মিচিং সম্প্ৰদায়ৰ গাঁৱো আছে, পূৱলৈ। সেইকেইখন গাঁও ব্ৰহ্মপুত্ৰৰ একেবাৰে দাঁতি দাঁতিয়ে। গোটেই অঞ্চলটো দ। বাৰিষা হ'লেই পানীত তল গৈ থাকে, দৰাচলতে কেবামাহো তেওঁলোক বানপানীৰ মাজতে জীৱন-ধাৰণ কৰে, চাংঘৰত। অতীতৰ পৰা চাংঘৰৰ ব্যৱস্থা তেওঁলোকৰ পৰম্পৰা। তেওঁলোকৰ সংস্কৃতিৰ বহু দিশ, জীৱন ধাৰণৰ ব্যৱস্থা চাংঘৰকেন্দ্ৰিক।

দেহাপুখুৰী চাৰিআলিক কেন্দ্ৰ কৰি দোকান-পোহাৰ চৰকাৰী, অনা-চৰকাৰী অফিচ, সংগঠন, হাইস্কুলখন আৰু দুই-এখন শিক্ষানুষ্ঠান, মঞ্চ আৰু ৰাজহুৱা সভাঘৰ, দুই-এটা সাহিত্য-সংস্কৃতিৰ অনুষ্ঠান— এইবিলাককে লৈ সেইখিনিৰে দুই-চাৰিখন গাঁৱত সামান্য উন্নতি অৰু আধুনিকতাৰ সাঁচ পৰিছে। কিন্তু ভিতৰুৱা গাঁওবোৰ, বিশেষকৈ নদীৰ পাৰৰ গাঁওবোৰৰ মানুহখিনিয়ে চিৰকালে দাৰিদ্ৰ্যৰ চেপাত স্থবিৰ হৈ আছে। এইখিনি মানুহে চিৰকলীয়া জীৱন

সংগ্ৰামক এক অপৰিহাৰ্য্য— অমোঘ সত্য বুলি, নিৰ্মম অথচ অপ্ৰতিৰোধ্য বাস্তৱ বুলি প্ৰায় নতশিৰে মৌনকণ্ঠে গ্ৰহণ কৰি আহিছে। লগতে আৰু এটা সত্য অমোঘ বুলি তেওঁলোকে গ্ৰহণ কৰি আহিছে : সি হৈছে জীৱন সংগ্ৰামত তেওঁলোকৰ চিৰপৰাজয়।

প্ৰজ্ঞানৰ স্কুলীয়া দিনৰ শৈশৱকালত যেতিয়া তেওঁ সকলো কথাতে অলপ সচেতন হ'ব জনা হৈছে তেতিয়াৰ পৰা, আকৌ কলেজীয়া বয়সত প্ৰখৰ বুদ্ধিমত্তাৰ অধিকাৰী হৈ নীতি আৰু আদৰ্শৰ প্ৰতি গভীৰ আস্থা আৰু বিশ্বাস জন্মাৰ সময়ত, দীঘলীয়া বন্ধত ঘৰলৈ অহাৰ সময়ত, গাঁৱৰ অনেক সৰু-বৰ ঘটনাৰ মুখামুখি হৈছিল, সেইবোৰৰ সৈতে জড়িত হৈ পৰিছিল তেওঁ। সেই ঘটনাবোৰে তেওঁৰ মনত আজিও সাঁচ বহুৱাই থৈছে। অন্যকি তেওঁ জীৱনৰ গতিৰ দিক্ নিৰ্ণয়ৰো কাৰণ হৈ পৰিছে।

তেনে এটা ঘটনা সদায় মনত পৰে প্ৰজ্ঞানৰ :

হাইস্কুলৰ দশমানৰ বাছনি পৰীক্ষা দি পিক্‌নিকলৈ ওলাল ছাত্ৰখিনি। পিক্‌নিক হ'ব ব্ৰহ্মপুত্ৰৰ চাপৰিত দেহামুখত। সেইখিনিতেই ব্ৰহ্মপুত্ৰত দেহানদীখন মিলিছেহি। ঝাউবনেৰে ঢাক খাই থকা সুন্দৰ বালি চাপৰি। সিপাৰত কাজিৰঙা। অতি মনোৰম ঠাইডোখৰ। আচল পিক্‌নিকৰ ঠাই। দেহামুখলৈ দেহাপুখুৰীৰ পৰা প্ৰায় বাৰ মাইল বাট। দহজনীয়া দল এটা আগদিনাই আবেলি ওলালা। কাকতী খ্ব মিলৰ মেনেজাৰক ধৰি-মেলি ট্ৰেক্টৰখন খুজি ল'লে, পিক্‌নিকৰ বস্তুখিনিৰে দলটোক দেহামুখত থৈ আহিবলৈ। মেনেজাৰে আপত্তি নকৰিলে, কাৰণ দলটোক নমাই থৈ মাজৰাতি ট্ৰেক্টৰখনে অৰুণাচলৰ চুৰি কাঠ লৈ উভতি আহিব অন্য এটা পথৰুৱা বাটেৰে। বাকী থকা ত্ৰিশজনীয়া ছাত্ৰ দলটো ডেকা ছাৰ দুজনমানৰ সৈতে পিছদিনা যাব, — তাৰ কাৰণে বজাৰ বাছ এখনৰ বন্দবস্ত হৈছে।

টৌ, কেৰাহী, বাচন-বৰ্তন, দা-কটাৰী, কোৰ, কুঠাৰ যাৱতীয় বয়-বস্তু আৰু চাউল-দাইল, খোৱা সামগ্ৰী ট্ৰেক্টৰত তোলা হ'ল। মেণ্টল লাইট এটা আৰু ত্ৰিপাল এখন লোৱা হ'ল, টম্বু তৰিবলৈ। ডাঙৰ চাই খাহী ছাগলী এটাও তুলিলে কঠাল পাতৰ ডাল এটাৰে। দুজনমানে বুদ্ধি দিছিল : বাটিৰাম কাননগুৰ মদাহী পুতেকটোক লগত লৈ গলে সি বাপেকৰ বন্দুকটো লৈ যাব আৰু ৰাতি নাৱেৰে নদী পাৰ হৈ গৈ কাজিৰঙাৰ পৰা ডাঙৰ পছ এটা মাৰি আনিব পাৰিব। সি একবাৰে পছ চেলাই কাটি ৰেডী কৰি দিব। সি ৰান্ধেও ভাল। তাক ল'লে বহুত কামত আহিব। মাত্ৰ 'বটল' দুটাৰ দামটো দিব লাগিব। সি নিজেই যোগাৰ কৰি ল'ব।

দুজনমান গহীন ভাবৰ ল'ৰাই লগে লগে কথাটোত আপত্তি তুলিলে। "সেই ডোখৰক নলবি দেই। দেহামুখত নামিয়েই, মিচিং চাঙৰ আপঙৰ কলহত বহিবগৈ। শেষত সকলো পশু হ'ব।

"তাৰ উপৰি কাজিৰঙাত চুৰকৈ পহু মাৰিবলৈ যাব, যিটো নিয়ম নহয়। সেইবিলাকত নোসোমাওঁ দেই আমি।" প্ৰজ্ঞানে দৃঢ়কণ্ঠে আপত্তি দৰ্শালে।

তেনেতে আৰু এটা দুষ্ট পৰামৰ্শ আহিল ঃ দেহামুখলৈ যাওঁতে গাঁৱৰ মাজতে বাটত চৰি থকা ছাগলী কোনেও নেদেখাকৈ সাউৎকৈ তুলি ল'ব। বহুতেই কৰে কামটো।

প্ৰজ্ঞান আৰু বাকী গহীন ল'ৰা দুজনে সেই পৰামৰ্শও নাকচ কৰিলে। দুষ্ট দলটোৰ এজনে ভোৰভোৰোৱা শুনিলে, "এই ধৰ্ম যুধিষ্ঠিৰকেইটা আজিয়েই যাবলৈ কিয় ওলাল। কাইলৈ ছাৰহঁতৰ লগত ভদ্ৰলোক সাজি গ'লেই হ'লহেঁতেন।"

প্ৰজ্ঞানে মিচিকিয়াই হাঁহিছিল।

সকলো বস্তু ফৰ্দিৰ লগত এটা এটাকৈ মিলাই চাই ট্ৰেক্টৰত উঠোৱা হ'ল। কাৰণ পিক্‌নিকত গৈ প্ৰথমেই চৰুত বহাই দিয়া ডালি কেৰাহীত নিমখ দিবলৈ নিমখৰ টোপোলা বিচাৰি নোপোৱা 'ফুচুৰি' এটা শুনা যায় সদায়। ঢোল দুটাৰ মাৰি দুডাল লোৱা হৈছেনে নাই আৰু তালকেপাটত ৰছী ভৰোৱা আছেনে নাই চোৱা হ'ল। পেপা আৰু গগনা বজোৱা দুটা দলটোত আহিছিনে নাই চিঞৰি সুধিলে এজনে।

ট্ৰেক্টৰ চলিল।

দেহাপুখুৰী চাৰিআলিৰ ঘন বসতিৰ কেন্দ্ৰ ঠাইৰ ঘাই বাটখিনি পাৰ হৈ ভিতৰুৱা গাঁৱৰ বাটেৰে ট্ৰেক্টৰ চলিবলৈ আৰম্ভ কৰিলে। লগে লগেই কিৰিলি পাৰি বিহু আৰম্ভ হ'ল। ঢোল-তাল-পেঁপাৰ মাতেৰে লেথেৰি নিছিগা বিহু গীত আৰু নাচ চলিল ট্ৰেক্টৰৰ ওপৰত। বাটৰ কাষৰ গাঁৱৰ মানুহলৈ ভ্ৰূক্ষেপ নাই। আনন্দত আত্মহাৰা দলটো। বিহুৰ কিৰিলিৰ উপৰিও মাজে মাজে এনেয়েই একোটা চিঞৰ শুনা গ'ল। সম্পূৰ্ণ হৈ-চৈৰ মাজেৰে ছমাইলমান বাট আহিল। আৰু এমাইলমান গৈয়েই এইপিনৰ গাঁও শেষ হৈ ব্ৰহ্মপুত্ৰৰ পাৰ পাবগৈ। তাৰ পিছত ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে কিছুদূৰ পথৰুৱা বাটেৰে আৰু শেহত কিছুদূৰ বালিচৰৰ মাজে মাজে দেহামুখ পাবগৈ। আৰু এঘণ্টামান লাগিব। দেহামুখ পায়গৈ মানে বেলি ডুবিবৰে হ'ব।

হঠাৎ ট্ৰেক্টৰৰ সমুখত এজনী তিৰোতা মানুহে হাত বাউল দি কিবা চিঞৰিবলৈ ধৰিলে। বিহু গীত-নাচৰ হুলস্থূলত মানুহজনীৰ মাত নুশুনিলেও

কিবা এটা হৈছে ভাবি ট্ৰেক্টৰখন ৰ'ল।

"ঐ বোপাইহঁত ৰখাচোন ৰখা। মোৰ বৰ বিপদ হৈছে।"

ল'ৰাখিনিৰ কেইজনমান হুৰমুৰকৈ ট্ৰেক্টৰৰ পৰা নামিল। ঘটনাটো হ'ল : মানুহজনীৰ তিনিজনী জীয়েক, দুটা ল'ৰা— এটাইকেইটাই দুপৰীয়াৰ পৰা বতিয়াইছে আৰু চাউল ধোৱা পানীৰ দৰে পেট চলিছে। বন ঔষধ খুৱাইছে, কামত অহা নাই। দুটামানৰ মাত-বোলেই হৰিছে। বাপেকটো শনিবৰীয়া হাটত মাছ বেচিবলৈ গৈ সোপাই পইচাৰে মহলৰ বটল খাই ওলাইছেহি, একো হুঁচেই নাই গাত। মানুহজনীৰ থৰকাছুতি হেৰাইছে, কি কৰিব। তেওঁ কাকুতি কৰিলে ট্ৰেক্টৰখনেৰে দেহাপুখুৰী চাৰিআলিৰ চৰকাৰী ডাক্তৰখানাৰ ডাক্তৰজনক আনিবগৈ লাগে। সেই গোটেই অঞ্চলত ডাক্তৰ এজনেই মাত্ৰ।

ল'ৰাবোৰে চিঞৰি উঠিল, "কেনেকৈ হ'ব। মেনেজাৰক হাতে-ভৰিয়ে ধৰি কোনোৰকম এটা ট্ৰিপৰ কাৰণে ট্ৰেক্টৰখন পাইছো—।"

ট্ৰেক্টৰৰ ষ্টিয়াৰিঙত থকা ড্ৰাইভাৰেও ছিঞৰি ক'লে, "নাই নহ'ব। দেহামুখত নাও বৈ আছে কাঠ লৈ, মোৰ দেৰি হৈ যাব।"

"ব'লা ব'লা ড্ৰাইভাৰ কাই টি, গাড়ী চলোৱা, ইয়াতে ৰাতি হ'ব নহ'লে।"

এটাইবোৰ গিৰিগিৰাই আকৌ গাড়ীত উঠিল। প্ৰজ্ঞান পিছুৱাই বৈ গৈছিল, চিঞৰি কৈছিল, "ঐ শুনচোন, অলপ চিন্তা কৰহঁকচোন, কিবা কৰিব পাৰিনেকি।"

কিন্তু ল'ৰাবোৰৰ কিৰিলিত প্ৰজ্ঞানৰ মাত তল পৰিল। চলিবলৈ ধৰা ট্ৰেক্টৰখনত কথমপি জাঁপ মাৰি উঠি হোচট্ খাই ৰ'লগৈ। প্ৰজ্ঞানে ট্ৰেক্টৰৰ ওপৰৰ পৰা পিচলৈ ঘূৰি চালে। মানুহজনীয়ে হাত-বাউল দি চিঞৰি আছিল, "ঐ বোপাইহঁত, বোপাইহঁতঐ..."

সেই নিশা, আৰু পিছদিনা গোটেই দিনটো পূৰ্ব-নিৰ্ধাৰিত পৰিকল্পনা মতে আশা কৰাতকৈও অধিক আনন্দ-আহ্লাদেৰে গান-নাচ-তামচা বিহু-চিঞৰ-বাখৰ, মাজে মাজে অশ্লীল মাত-কথাৰ বিনিময়, ছাত্ৰহঁতৰ কাণত পৰালেও প্ৰায় কেৰেপ নকৰি, বিশেষকৈ যিকেইজনে ভাং আৰু মোদকৰ প্ৰভাৱত মাটিত খোজ নাকাঢ়ি বায়ুত ওপঙি আছে তেওঁলোকৰ মুখৰ নিষিদ্ধ মাত-কথাৰে সকলো দিশ মিলি পিক্নিক উপভোগ কৰা হ'ল। মাছ-মঙহ, শাক-পাচলি, দৈ-মিঠাই, ভুৰিভুৰিকৈ খাইও শেষ কৰিব নোৱাৰি আধানাৰ্জি কৰি পেলাই দিয়া হ'ল। তাৰ পিছত বেলি ডুবাৰ আগে আগে কিছু ক্লান্ত দেহে, অথচ তেতিয়াও মনৰ অফুৰন্ত উচ্ছ্বাসৰ স্ফুৰণেৰে পিক্নিক পাৰ্টি ঘৰলৈ ওভোটাৰ পথত বাহৃত উঠিল।

এই সকলো আনন্দমুখৰ পৰিবেশত সম্পূৰ্ণভাৱে মিলি গৈ প্ৰজ্ঞানেও উপভোগ কৰিছিল পিক্‌নিক। কিন্তু মাজে মাজে হঠাৎ আগদিনা ট্ৰেক্টৰৰ পিছৰ পৰা দেখা সেই দৃশ্যটো মনলৈ আহিছিল। মানুহজনীয়ে হাত বাউল দি চিঞৰি থকা সেই দৃশ্যটো। হঠাৎ মনটো মুহূৰ্তৰ বাবে বিষণ্ণ হৈ পৰিছিল প্ৰজ্ঞানৰ মাজে মাজে।

প্ৰজ্ঞানে বাছৰ মাজৰ এটা শাৰীত বাওঁকাষৰ এটা চিটত বহি বাহিৰলৈ চাই আহিছে নীৰৱে। সমুখৰ একাষত ব্ৰহ্মপুত্ৰৰ প্ৰকাণ্ড বালিচৰটোৰ সিপিনে নদীৰ ঘাই সুঁতিৰ পানীত ডুবিবলৈ নামি অহা বেলিটোলৈ চাই আহিছিল। বেলিটো ক্ৰমে তীব্ৰ ৰঙা হৈ উঠিছিল আৰু ধীৰে ধীৰে পানীৰ বুকুত নেদেখা হৈ পৰিছিল।

হঠাৎ প্ৰজ্ঞানে দেখিলে দূৰত বালিচৰত কেইকুৰামান জুই। চিতাৰ জুইৰ দৰে লাগিছে দেখাত। ওচৰা-উচৰিকৈ জ্বলিছে। এক দুই-তিনি-চাৰি-পাঁচ কুৰা জুই। পাঁচখন চিতা। বাছখন চিতাকেখনৰ সমান্তৰাল অৱস্থান পাইছেহি। প্ৰজ্ঞানৰ হঠাৎ চকু পৰিল, চিতাকেখনৰ পৰা অলপ দূৰত ওখ ঢিপ এটাত যেন চুলি মেলি বহি আছে এজনী তিৰোতা মানুহ। দূৰৰ পৰা ভালকৈ ধৰিব পৰা নাই।

প্ৰজ্ঞান জাঁপ মাৰি উঠিল বহাৰ পৰা। জুইৰ শিখাৰ পোহৰত দেখা গ'ল চাৰিও কাষে থিয় হৈছে কিছুমান মানুহ। প্ৰজ্ঞান জাঁপ মাৰি উঠি বাছৰ আগলৈ গ'ল। বাছৰ খোলা দুৱাৰমুখত থিয় দিলেগৈ। বাছখন ইতিমধ্যে জুইকেইকুৰাৰ কাষ পাইছেহিয়েই।

প্ৰজ্ঞানে ড্ৰাইভাৰক উত্তেজিতভাৱে উদ্বেগ প্ৰকাশেৰে, কিন্তু স্বাভাৱিক সুৰত ক'লে, "ড্ৰাইভাৰ বাছখন ৰখোৱাচোন।"

বাছখন ৰোৱা নাছিল। প্ৰজ্ঞানে এইবাৰ চিঞৰি উঠিল, "ড্ৰাইভাৰ, বাছ ৰখোৱা বুলি কৈছো নহয়।" প্ৰজ্ঞানৰ চিঞৰত বাছৰ ভিতৰৰ হুলস্থূল হঠাৎ স্তব্ধ হৈ গ'ল। বাছখন ৰৈ গ'ল। 'কি হ'ল', 'কি হ'ল' বুলি ল'ৰাবোৰ বাছৰ চিটৰ পৰা থিয় হ'ল। কিছুমান গাড়ীৰ পৰা নামি আহিল।

প্ৰজ্ঞান ইতিমধ্যে বাছৰ পৰা নামি নদীৰ পাৰৰ পিনে দৌৰি গ'ল। গড়াটোৰ কাষতে থিয় দি ভীষণ উত্তেজনাৰে, তীব্ৰ শাণিত দৃষ্টিৰে চাই পঠিয়ালে জুইকেইকুৰাৰ পিনে।

পাঁচখন চিতা। চাৰিওকাষে কিচুমান মানুহ। উদং গা প্ৰত্যেকৰে।

হঠাৎ জুই শিখাৰ পোহৰত প্ৰজ্ঞানৰ চকুত স্পষ্ট হৈ উঠিল বালিৰ ওখ ঢিপ এটাত আউল-বাউল চুলিৰে বহি আছে সেই মানুহজনী, — আগদিনা দেখা মানুহজনী, হাঁহাকাৰ কৰি হাত বাউল দি চিঞৰি থকা মানুহজনী। মানুহজনীয়ে

ত-তকৈ জুই কেইকুৰাৰ পিনে চাই আছে। শান্ত-সৌম্য নিৰুদ্বেগ। চকু দুটা থৰ। ওচৰলৈ গৈ চালে হয়তো দেখা গ'লহেঁতেন চকু দুটা ৰঙা অঙঠাৰ দৰে জ্বলি আছে।

প্ৰজ্ঞানে থৰ হৈ অলপ দূৰৰ পৰা মানুহজনীলৈ চাই ৰ'ল। ওচৰলৈ যাবলৈ সাহ নহ'ল। অলপ পৰ বৈ সি বাচলৈ উভতিল। আৰু দুটামান ল'ৰাও বাছৰ পৰা নামি আহিছিল। সিহঁতো উভতি গৈ বাছত উঠিল। প্ৰজ্ঞানে বাছত বহি খিৰিকীৰে মূৰ উলিয়াই ঘূৰি ঘূৰি চাই থাকিল নেদেখা হোৱালৈকে, — পাঁচখন চিতাৰ জুই আৰু অলপ দূৰত টিপটোত বহি থকা মানুহজনীলৈ। বাছখন ব্ৰহ্মপুত্ৰৰ পাৰৰ পথৰুৱা বাটৰ পৰা ঘাইপথলৈ মোৰ সলোৱাৰ পিছত দৃশ্যটো নেদেখা হ'ল। ঘটনাটোৱে বাছৰ ল'ৰাখিনিৰ মনতো প্ৰতিক্ৰিয়া কৰিছিল। সকলো মৌন হৈ পৰিছিল। প্ৰজ্ঞানে বাহিৰৰ ঘোৰ আন্ধাৰলৈ চাই থাকিল। বাৰে বাৰে তাৰ মনলৈ আহিল, সি আগদিনা ট্ৰেক্টৰখনত জঁপিয়াই উঠি নিদি বৈ যাব লাগিছিল। খোজ কাঢ়িয়েই উভতি গৈ দেহাপুখুৰীৰ চাৰিআলিৰ চৰকাৰী ডাক্তৰজনক চাইকেলেৰে লৈ আহিবগৈ পাৰিলেহেঁতেন। তাৰ বিবেক-দংশন আৰম্ভ হ'ল। তাৰ পেটটো পকোৱা যেন লাগিল। দুপৰীয়া পিক্‌নিকত অপৰ্যাপ্ত মাছ-মঙহ, দৈ-মিঠাইৰে কলপাত ভৰাই সিহঁতে খাবলৈ লোৱা দৃশ্যবোৰ মনত পৰিল। প্ৰজ্ঞানৰ বমি হ'ব যেন, তেনেকুৱা লাগিল।

পিছত খবৰ লৈ প্ৰজ্ঞানে আচল কথাবোৰ জানিব পাৰিছিল ঃ মানুহজনীৰ গাঁওখনত মাত্ৰ এটা কুঁৱা, দীনাই দোকানীৰ আগচোতালত। গাঁৱৰ তিৰোতা মানুহবোৰে খাবৰ কাৰণে তাৰ পৰা একলহ একলহ পানী আনি লয়। বাকী কাম-বন-নদীৰ পানীত নাইবা ঘৰৰ সমুখৰ ডোঙ বা সৰু সৰু পুখুৰীৰ পানীত কৰে। সেইদিনা মানুহজনী কঁকালৰ বিষটো উঠাত খোৱা পানী আনিবলৈ যাব পৰা নাছিল। ডাঙৰজনী জীয়েক দৰকাৰ হ'লে কেতিয়াবা যায়। কিন্তু সেইদিনা তাইৰো গা ভাল নাছিল, পিছৰ বাৰাণ্ডাত মাটিতে গামোচা পাৰি শুই আছিল। বাপেক পুৱাতে উঠি কলহত থকা পানীৰেই মুখ ধুই মাছলৈ গৈছিল। সৰু ল'ৰা-ছোৱালীকেইটাই কলহটোত পানী নাপাই, পুখুৰীৰ পানীৰেই লোণ এজেবাৰে পইতা ভাত খালে। বায়েককো বাটি এটাত এবাটি দি আহিলগৈ। মাকে পলমকৈ উঠি বিষ উঠা কঁকালেৰেই পানী আনিবলৈ যোৱাৰ পৰত কথাটো গম পালে। মাকে বকনি জুৰিছে, "হতচিৰি যোৱাইঁত, পানী কলহ অনালৈ ৰ'ব নোৱাৰিলি। সেই সোপা পানীৰেই খক্ মাৰিব লগা হ'ল। বাপেকটোক মেটেকাখিনি তুলি পুখুৰীটো চাফা কৰিবলৈ কৈ মুখ বিষাল। মই কঁকালটোৱে

নোবাবো কাৰণেহে। গোন্ধ উঠিছে। দুদিনমান দেখিছো চেলেকণাবোৰ মৰি ঢেলপোঙা দি আছে। সেইসোপা পানীৰে পইতা খাই এতিয়া একো অথন্তৰ নহ'লেই হয়।"

কিন্তু দুপৰীয়াৰ পৰাই অথন্তৰ আৰম্ভ হ'লেই আৰু পিছদিনা সন্ধ্যা পাঁচখন চিতাত সকলো অথন্তৰৰ অৱসান হৈছিল।

প্ৰজ্ঞানৰ ওঁঠৰ বছৰে স্কুলত পঢ়া দিনত আৰু পিছত কলেজ আৰু বিশ্ববিদ্যালয়ৰ বন্ধৰ দিনবোৰত এনে ধৰণৰ অনেক ঘটনাৰ প্ৰত্যক্ষ দৰ্শন হৈছে, তাৰ সৈতে জড়িত হৈছে তেওঁ, নাইবা পৰোক্ষভাৱে বহু ঘটনাৰ বিষয়ে অৱগত হৈছে। কলেজৰ বন্ধত আহি চাইকেলেৰে ঘূৰি ফুৰিছিল গাঁওবোৰৰ মাজে মাজে। গাঁওবোৰত খোৱা পানী নাই, শিক্ষা নাই, চিকিৎসালয় নাই; এখন স্বাধীন দেশৰ জনসাধাৰণৰ মৌলিক প্ৰাপ্যখিনিৰ পৰা বঞ্চিত গাঁওবোৰৰ মানুহবোৰ। দেশে স্বাধীনতা লাভ কৰা ত্ৰিশ বছৰ হ'ল। পাঁচোটা সন্তানৰ পাঁচখন চিতা জ্বলাব লগা হোৱা মানুহজনীৰ গাঁওখনত তেতিয়া খোৱাপানীৰ সুবিধা নাই, জনস্বাস্থ্য আৰু চিকিৎসালয়ৰ সুবিধা নাই, প্ৰাথমিক শিক্ষাৰ বিদ্যালয় নাই, জন্ম-নিয়ন্ত্ৰণৰ ব্যৱস্থা দূৰৰে কথা, বাৰ্তাটোৱেই সেইখিনি পোৱাগৈ নাই।

পিছত ইংলণ্ডলৈ যাওঁতে আইমাৰ পৰা নিয়মীয়াকৈ চিঠি পাইছিল প্ৰজ্ঞানে। আইমাই দীঘলীয়া দীঘলীয়া চিঠি লিখিছিল। তেনেই সহজ-সৰল ভাষা, পোনপটীয়া কথা। কিন্তু সেই অঞ্চলটোৰ বিষয়ে যেতিয়াই য'তে যি হৈছিল, যি ঘটিছিল আইমাই চিঠিত লিখিছিল। প্ৰজ্ঞানে সেই চিঠিৰ পৰাই নিয়মীয়াকৈ জানিব পাৰিছিল সকলো খবৰ। জানিব পাৰিছিল গাঁওবোৰৰ অৱস্থা কেনেকৈ শোচনীয়হে হৈ আহিছে। ধন-সম্পদ-বৈভৱ অতি সীমিত সংখ্যক এটা শ্ৰেণীৰ হাতত গচ্ছিত হৈছে। অধিকতৰ ঐশ্বৰ্যশালী হৈ পৰিছে তেওঁলোক আৰু সাধাৰণ মানুহৰ অৱস্থা বেয়াৰ পৰা অধিক বেয়ালৈ নামি গৈছে। পৰিকল্পনাৰ বিত্তীয় ব্যৱস্থাসমূহক অসৎ প্ৰকাৰে ধ্বংসপ্ৰাপ্ত কৰি পুঁজিৰ সিংহভাগ আত্মসাৎ কৰিছে একশ্ৰেণী পাপিষ্ঠ দুষ্টচক্ৰই। দুৰ্ভোগ ভুগিছে সাধাৰণ মানুহে।

আইমাৰ চিঠিৰ পৰাই প্ৰজ্ঞানে জানিব পাৰিছিল কৈবৰ্ত গাঁৱৰ সেই মানুহজনীৰ ঘৰখনৰ এতিয়া কোনো চিন-মোকামেই নাই। ব্ৰহ্মপুত্ৰৰ গড়াখহনীয়াত গাঁওখনেই নিশ্চিহ্ন হৈছে। গড়াখহনীয়া এটা জটিল আৰু ভয়াবহ সমস্যা হৈছে দেহাপুখুৰীৰ সাধাৰণ বাইজৰ। যোৱা কেইবছৰত বাৰিষা বানপানীয়েও ভয়াবহ ৰূপ লৈছে অঞ্চলটোত। আৰু স্বাৰ্থান্বেষীৰ অভিসন্ধিত সেই সমস্যা হৈছে জটিলৰ পৰা জটিলতৰ।

আইমাৰ চিঠিৰ পৰাই প্ৰজ্ঞানে জানিছিল অঞ্চলটোত আৰু এটা নতুন বিভীষিকাই দেখা দিছেঃ সন্ত্ৰাস।

সমগ্ৰ অসমখনত এক বিশেষ হিংসাবাদী সশস্ত্ৰ দলে অসমক সাৰ্বভৌম স্বাধীন ৰাষ্ট্ৰৰূপে প্ৰতিষ্ঠা কৰাৰ সিদ্ধান্ত আৰু তাৰ কাৰ্যকৰণৰ ব্যাপক কাৰ্যসূচী হাতত লৈছে। দলটোৱে নিজকে এক বিপ্লৱী সংস্থা বুলি পৰিচয় দিয়ে। ভাৰত চৰকাৰে দলটোক নিষিদ্ধ আৰু বে-আইনী বুলি ঘোষণা কৰাৰ পিছত গোপনীয়তাৰ আশ্ৰয় লৈ হাবি-জংঘলৰ মাজৰ পৰা তেওঁলোকৰ কাৰ্যসূচী ৰূপায়ণ কৰাত ব্যস্ত হ'ল। কাৰ্যসূচীৰ নামত প্ৰধান আছিল কিছুমান হিংসাত্মক আৰু কূটাঘাতমূলক কাম সমাধা কৰা। বিভিন্ন ৰাজহুৱা ঠাইত বোমা বিস্ফোৰণ আদি কৰি জনসাধাৰণৰ মাজত সন্ত্ৰাসৰ সৃষ্টি কৰা। তেওঁলোকে যিহেতু ভাৰত চৰকাৰৰ বিৰুদ্ধে গৰিলা যুঁজ দি অসমক স্বাধীন কৰাৰ পন্থা গ্ৰহণ কৰিছে, গতিকে দলটোক যথেষ্ট অস্ত্ৰ-শস্ত্ৰৰ প্ৰয়োজন হ'ল। এই অস্ত্ৰ-শস্ত্ৰ সংগ্ৰহ আৰু সুদক্ষতাৰে তাৰ ব্যৱহাৰ জানিবৰ কাৰণে কিছুমান প্ৰশিক্ষণ কেন্দ্ৰ সংগঠন কৰিব লগা হ'ল। এটা বিশাল সৈন্য বাহিনী গঢ়িব লগা হ'ল। এইবোৰ কামৰ বাবে দলটোক অত্যন্ত প্ৰয়োজনীয় হ'ল কোটি কোটি টকাৰ। আৰম্ভতে তেওঁলোকে এটা ৰাজনৈতিক মতাদৰ্শ আৰু নীতি গ্ৰহণ কৰিছিল বুলি যথেষ্ট উচ্চ-বাচ্যৰে ঘোষণা কৰিছিল। সেই মতাদৰ্শক তেওঁলোকে 'বৈজ্ঞানিক সমাজবাদ' নামে আখ্যা দিছিল। অৱশ্যে সাধাৰণ মানুহৰ কাৰণে বৈজ্ঞানিক সমাজবাদৰ স্বৰূপটো বা ধাৰণা স্পষ্ট হোৱা নাছিল। কিন্তু পৰিহাসপূৰ্ণভাৱে, পিছলৈ তেওঁলোকে সেই মতাদৰ্শৰ কথা ক'বলৈ এৰিলে, কাৰণ নিজৰ আৰ্থিক স্বাৰ্থ আৰু অস্তিত্ব ৰক্ষাৰ খাতিৰত পুঁজিবাদী আমেৰিকা (বিশেষকৈ C9A), ছোভিয়েট ৰাচিয়াৰ কবলৰ পৰা মুক্ত হৈ আমেৰিকাৰ বহতীয়া হৈ পৰা নতুন আফগানিস্তান চৰকাৰ, পাকিস্তান আৰু বাংলাদেশ চৰকাৰৰ শৰণাপন্ন হৈ পৰিল। ব্যাপক হাৰত ধন সংগ্ৰহৰ প্ৰয়োজনীয়তাৰ প্ৰেক্ষিতত অসমৰ ধনিক শ্ৰেণীৰ মানুহখিনিৰ পৰা বন্দুকৰ ভীতি প্ৰদৰ্শনেৰে, মৃত্যুৰ পৰিণতিৰ ঘোষণাৰে প্ৰচুৰ ধন সংগ্ৰৰ কৰাত সমৰ্থ হ'ল। সেই ধন গৈ বিদেশৰ বেংকত শ শ কোটি হিচাপত জমা হ'লগৈ। ক্ষুদ্ৰ ব্যৱসায়ীৰ পৰা বৃহৎ ব্যৱসায়ী, উদ্যোগপতি, ব্যক্তিগত আৰু ৰাজহুৱা খণ্ডৰ উদ্যোগসমূহ, ডাক্তৰ, ইঞ্জিনীয়াৰ আৰু অন্যান্য চৰকাৰী বিষয়া, যিসকলৰ হাতত বিভিন্ন প্ৰকাৰে শকত পুঁজি গচিছত থকাৰ ধাৰণা কৰা হয় তেওঁলোকৰ পৰা, আনকি কেৰাণী, স্কুল-কলেজৰ শিক্ষক আদিৰ পৰাও ভীতি প্ৰদৰ্শন কৰি, ব্যক্তি অপহৰণ কৰি ধন সংগ্ৰহ কৰিলে তেওঁলোকে। প্ৰথম অৱস্থাত সেই সময়ৰ চৰকাৰেও তেওঁলোকক

বিশেষ বাধা প্ৰদান কৰা নাছিল। কাৰণ সন্ত্ৰাসী দলটোৰ নেতাসকল এসময়ত চৰকাৰটোৰ দলীয়া নেতাসকলৰ সতীৰ্থ আছিল। শাসনযন্ত্ৰৰ প্ৰায় নিশকতীয়া ভূমিকাৰ কাৰণে ভালেমান নিৰীহ ব্যক্তিক— যিসকল তেওঁলোকৰ কামৰ বাধাস্বৰূপ হৈছিল, যেনে চৰকাৰী প্ৰশাসনীয় বিষয়া, আৰক্ষী বিষয়া, নাইবা যিসকলে তেওঁলোকৰ বিৰূপ সমালোচনা কৰিছিল, যেনে কোনোবা সাংবাদিক নাইবা শিক্ষক-অধ্যাপক সেইসকলক তেওঁলোকে দ্বিধাহীনভাৱে হত্যা কৰিছিল। পিচলৈ অৱস্থাই এনে ৰূপ ল'লে যে কেন্দ্ৰীয় চৰকাৰৰ গৃহ বিভাগ আৰু নীৰৱ দৰ্শক হৈ থাকিব নোৱৰা হ'ল। কেবাটাও বহুজাতীয় চাহ কোম্পানীৰ মুঠ চৈধ্যজনকৈ সঞ্চালক মালিক, অসমৰ উদ্যোগত কাম কৰিবলৈ অহা বিদেশী ইঞ্জিনীয়াৰো যেতিয়া তেওঁলোকৰ নৃশংস হত্যাৰ বলি হ'ল, তেতিয়া কেন্দ্ৰীয় চৰকাৰে ভাৰতীয় সৈন্য বাহিনীৰ হাতত ৰাজ্যৰ সুৰক্ষা অৰ্পণ কৰিলে।

দলীয় সন্ত্ৰাসৰ বিপৰীতে অসমত ৰাজ্যজুৰি ৰাষ্ট্ৰীয় সন্ত্ৰাসৰ সৃষ্টি হ'ল। পেপুৱা লাগিল অসমৰ নিৰীহ জনসাধাৰণ।

প্ৰজ্ঞানে এই গোটেইবোৰ কথা জানিবলৈ পাইছিল আইমাৰ পৰা নিয়মীয়াকৈ পাই থকা দীঘলীয়া দীঘলীয়া চিঠিবিলাকৰ যোগেদি।

সন্ত্ৰাসজৰ্জৰিত সাম্প্ৰতিক অসমখনৰ কথা ভাবিবলৈ গৈ প্ৰজ্ঞানৰ মনত পৰিল অসমৰ বৰ্তমান পৰিস্থিতিৰ ঠিক আগসময়ৰ পটভূমিটো। ছবছৰীয়া অসম আন্দোলনৰ দিনবোৰ। আচল অসম আন্দোলনৰ সময়ত প্ৰজ্ঞান অসমত নাছিল, দিল্লীত পঢ়ি আছিল। দিল্লী স্কুল অব্ ইকনমিকচত স্নাতকোত্তৰ আৰু জৱাহৰলাল নেহৰু বিশ্ববিদ্যালয়ত এম ফিল কৰিছিল প্ৰজ্ঞানে। কিন্তু দেহাপুখুৰী হাইস্কুলৰ পৰা মেট্ৰিকুলেশ্যন পৰীক্ষাত উচ্চ স্থান লৈ পাছ কৰি প্ৰাক বিশ্ববিদ্যালয় (পি ইউ) শ্ৰেণীৰ শিক্ষা লৈছিল কটন কলেজত। তেতিয়া আৰম্ভ হৈছিল অসমৰ পৰা বহিৰাগত খেদা আন্দোলন। প্ৰজ্ঞানে নিজ চকুৰে দেখিছিল সেই আন্দোলনৰ স্বৰূপ? কটন কলেজ হোষ্টেলৰ এটা কোঠাত প্ৰজ্ঞানৰ এজন ৰুমমেট আছিল, তৃতীয় বাৰ্ষিকৰ ছাত্ৰ। নাম ৰিজন চক্ৰবৰ্ত্তী। শুদ্ধ অসমীয়া ক'ব পৰা বঙালী ল'ৰা, লামডিঙত ঘৰ। দেউতাকে ৰেলৰ অফিচত কেৰাণী কাম কৰে, পঁচিশ বছৰ হ'ল, মাক প্ৰাথমিক বিদ্যালয় এখনৰ প্ৰধান শিক্ষয়িত্ৰী। ৰিজনে বঙালী সাহিত্যৰ মেজৰ লৈ বি এ পঢ়িছে। পি ইউত কিন্তু তেওঁ বিজ্ঞানৰহে ছাত্ৰ আছিল। মেট্ৰিক প্ৰথম বিভাগত পাছ কৰিলেই বিজ্ঞান পঢ়াৰ যি এটা অলিখিত নিয়ম সেই অনুসৰি পি ইউত বিজ্ঞান পঢ়িবলৈ লৈছিল। কিন্তু ফাইনেল পৰীক্ষাত দ্বিতীয় বিভাগত পাছ কৰিলে। ৰিজনে বুজিলে বিজ্ঞান তেওঁৰ বিষয় নহয়।

গতিকে বি এত কলা বিভাগত নাম লগালে।

প্ৰথম দিনৰ পৰাই প্ৰজ্ঞানক বিজনৰ ব্যক্তিত্বই মোহিত কৰিছিল। অসমীয়া আৰু বঙালী সাহিত্যৰ বিস্তৰ জ্ঞান আছিল তেওঁৰ। প্ৰজ্ঞানৰ প্ৰতিও বিজন অত্যন্ত আকৰ্ষিত হৈছিল। বিশেষকৈ প্ৰজ্ঞানে মেট্ৰিকত পঞ্চম উচ্চ স্থান লৈ, ষ্টাৰ লৈ পাছ কৰিও পি ইউত কলা বিভাগতহে নামভৰ্তি লোৱা কথাটোৱে ল'ৰাজনক অভিভূত কৰিছিল। তেতিয়া হোষ্টেলবোৰৰ একোটা একোটা কোঠাত প্ৰথম বাৰ্ষিকৰ দুজন ছাত্ৰৰ লগত একোজনকৈ তৃতীয় বাৰ্ষিকৰ ছাত্ৰ থাকিবলৈ দিয়ে। প্ৰজ্ঞানহঁতৰ কোঠাতো আৰু এজন প্ৰথম বাৰ্ষিকৰ বিজ্ঞানৰ ছাত্ৰ আছিল। এই ল'ৰাজন আৰম্ভৰে পৰা অলপ গহীন ভাবত আছিল। ডিব্ৰুগড়ৰ কোনোবা ধনী পৰিয়ালৰ ল'ৰা। থকা-মেলা আৰু বয়বস্তুবিলাকত এক আভিজাত্যৰ চাপ। ব্যৱহাৰত সামান্য স্বাভিমানৰ ভাব। বিজন আৰু প্ৰজ্ঞানৰ পৰা সামান্য স্বাভাৱিক দূৰত্ব ৰাখি থাকে। আনহাতে প্ৰজ্ঞান কিন্তু কম দিনৰ ভিতৰতে বিজনৰ এজন ভায়েকৰ দৰে হৈ পৰিছিল। কলেজৰ ছুটীৰ পিছত প্ৰথম অলপ দিন বিজনে প্ৰজ্ঞানক গুৱাহাটীৰ বিভিন্ন ঠাই দেখুৱাবলৈ নিয়া, সন্ধিয়া হোষ্টেললৈ ঘূৰাৰ পৰাত জিলিকাৰামৰ দোকানত সোমাই একেলগে গৰম জেলেপী আৰু চিংৰা খোৱা, প্ৰথম প্ৰথম হোষ্টেল আৰু কলেজৰ বিভিন্ন নিয়ম-প্ৰণালীৰ বিষয়ে বুজাই দিয়া, প্ৰায় অভিভাৱকৰ দৰে প্ৰজ্ঞানক দিহা পৰামৰ্শ দিয়া ইত্যাদি দায়িত্ব স্বাভাৱিকবাৱে নিজে লৈছিল বিজনে। তাৰ উপৰি প্ৰজ্ঞান আৰু বিজন দুয়ো কলা বিভাগৰ ছাত্ৰ হোৱা বাবে দুয়োৰ মাজত নিয়মীয়া সাহিত্যালোচনাৰ মাজেৰে প্ৰজ্ঞান যেন বিজনৰ অতি ঘনিষ্ঠ হৈ উঠিছিল।

বহিৰাগত বিতাৰণৰ আন্দোলনৰ দিন তেতিয়া।

এদিন সন্ধ্যা প্ৰজ্ঞানহঁতৰ কোঠাত দুৱাৰত টোকৰ পৰিল। প্ৰজ্ঞানেই দুৱাৰ খুলিলে। তিনিজন বীৰবাহসদৃশ ডেকা ল'ৰা সোমাই আহিল। তিনিওৰে মুখ গামোচাৰে চকুৰ ওচৰলৈকে বন্ধা। এজনৰ হাতত এডাল হকী ষ্টিক। কোঠাত সোমায়েই ল'ৰা তিনিটা বিজনৰ টেবুলৰ ওচৰলৈ গ'ল। বিজনে তেতিয়া বিছনাৰ কাষৰ টেবুলখনত চিঠি লিখি আছিল। এটা ল'ৰাই অতি কঢ় কণ্ঠেৰে সুধিলে, "ঐ বঙাল, কি লিখিছ?"

বিজনে হতভম্বৰ দৰে মূৰ দাঙি ল'ৰাকিজনৰ মুখলৈ চালে। কি উত্তৰ দিব ভাবি নাপাই ৰৈ থাকিল। ডেকাজনে টেবুলৰ পৰা বিজনৰ সমুখৰ লেখাখন থাপ মাৰি লৈ পঢ়িলে, "চিঠি! শ্ৰদ্ধাভাজনেষু বাবা," ডেকাজনে প্ৰথম সম্বোধনটো পঢ়িয়েই চিঠিখন সোপা মাৰি দলিয়াই দিলে আৰু বিজনৰ পিনে কটকটীয়া দৃষ্টিৰে

চাই ক'লে, "চালা— বাবা, পিতা বুলি লিখিব নোৱাৰ। চালা—" ডেকাজনে হঠাৎ বিজনৰ গালত প্ৰচণ্ড জোৰে এটা চৰ মাৰিলে। বিজন বিছনাখনত বেঁকা হৈ পৰি গ'ল। প্ৰজ্ঞান জাঁপ মাৰি বিজনক ধৰিবলৈ আগুৱাই গ'ল। হকী ষ্টিক লোৱা ল'ৰাজনে প্ৰজ্ঞানৰ বুকুত ঠেলা এটা মাৰি কাষৰ বিছনাখনত বহুৱাই দিলে।

"চুপ, দুইটা চুপ-চাপ বহি থাক। কোবাই মূৰ ফাটাই দিম।" ল'ৰাজনে হাতৰ ষ্টিকডাল দেখুৱালে। তাৰ পিছত ষ্টীকডালেৰে বিজনৰ বুকুত খোচ মাৰি বিছনাৰ এচুকত বহি থাকিবলৈ দি আন দুজন ডেকাৰ সৈতে বিজনৰ টেবুলৰ পৰা বাংলা মেজৰ বিষয়ৰ পাঠ্যপুথি, নোটবহী আৰু লগতে টেবুলৰ কাষতে এখন সৰু ৰেকত সজাই থোৱা ৰবি ঠাকুৰৰ সঞ্চয়িতা, গীতাঞ্জলি, জীবনানন্দ দাশৰ কবিতা সংকলন, সুনীতি চেটাৰ্জী আৰু সুকুমাৰ সেনৰ গ্ৰন্থ— এইদৰে এটাইবোৰ গোটাই বিছনাৰ বেডকভাৰখনত বান্ধি ল'লে। তাৰে মাজতে থকা জীৱনৰ বাটত, ইয়াৰুঙ্গম আৰু সাগৰ দেখিছা এই তিনিখন হাতত লৈ ষ্টীকধাৰীজনে ক'লে, "এইবোৰ দেখুৱাবলৈ থৈছ নহয়? ভণ্ডামি।"

বিজন অত্যন্ত ভীতিগ্ৰস্থভাৱে বিছনাৰ এচুকত তলমূৰ কৰি কুচি মুচি বহি থাকিল। ষ্টীকধাৰীয়ে লগৰ এজনৰ বাংলা কিতাপৰ টোপোলাটো দেখুৱাই ক'লে, "বল, ল এইবোৰ।"

প্ৰজ্ঞান হঠাৎ জাঁপ মাৰি উঠি ডেকাকেজনক বাধা দিব খুজিলে, "কিতাবোৰ আপোনালোকে ক'লৈ নিয়ে?"

"জ্বলাই দিম, নহ'লে ডাষ্টবিনত পেলাই থৈ যাম।" টোপোলাটো লোৱা ডেকাটোৱে ক'লে। ষ্টীকধাৰী ল'ৰাটোৱে প্ৰজ্ঞানৰ বুকুত ষ্টীকডালেৰে খোচ মাৰি ঠেলা মাৰি দি ক'লে, "তোক কেলে বে চালা কি কৰিম, আৰু শুন সবেই, এই কথা যদি চু পাৰ বা আন কাৰোবাক কব জান খটম্ কৰি দিম। একদম চুপ থাকিবি। .... সেইবুলি ষ্টীকধাৰী দুৱাৰৰ পিনে যাওঁতেই হঠাৎ মুখ ঢকা গামোচাখনৰ গাঁঠি ঢিলা হৈ খহি পৰিল। লগে লগে গামোচাৰে ঢাকিবলৈ চেষ্টা কৰিলেও ডেকাজনৰ মুখখন খন্তেকৰ বাবে সম্পূৰ্ণ ওলাই পৰিছিল। প্ৰজ্ঞানইঁতে দেখা পালে, নাম নাজানিলেও, ডেকাজন কলেজৰে ছাত্ৰ; ভলীবলৰ smasher, বিজনে নামটোও জানে। তিনিওটা অলপ আঁতৰৰ হোষ্টেল এটাত থাকে।

আচম্বিতে যেন এটা ধুমুহা পাৰ হৈ গ'ল। এক গভীৰ নীৰৱতা বিৰাজ কৰিলে কোঠাটোত। তিনিও নিজ নিজ বিছনাত বহি পৰিল। প্ৰজ্ঞানে হঠাৎ তেওঁৰ বিচনাৰ এচুকত সোত-মোত হৈ পৰি থকা বিজনৰ আধালেখা চিঠিখন পালে। তেওঁ চিঠিখন মেলি চালে। বিস্ময় মানিলে। চিঠিখনৰ সম্বোধনটোহে

"বাবা'। পিছৰ কথাবোৰ কিন্তু অসমীয়াত লিখা'

তেনেতে ভাতৰ ঘণ্টা বাজিল। বিজ্ঞানৰ ছাত্ৰজন ডাইনিং হললৈ দৌৰ দিলে। বিজন আৰু প্ৰজ্ঞানে সেই নিশা ভাত-পানী নাখালে। নিশা কোঠাৰ লাইট নুমাই তিনিও শুই পৰাৰ কিছু সময় পিছত প্ৰজ্ঞানে হঠাৎ সাৰপাই মন কৰিছিল বিজনে উচুপি উচুপি কান্দিছে।

বিজনৰ বাধা সত্ত্বেও, প্ৰজ্ঞানে মনত সাহ গোটাই পিছদিনা পুৱা চুপাৰক আগদিনা সন্ধ্যাৰ ঘটনাটো বিৱৰি ক'লে। চুপাৰে লগে লগে চকীদাৰক পঠাই বিজন আৰু ইজন ল'ৰাক মাতিলে। বিজনে তেতিয়া গা-ধুই আছিল। প্ৰজ্ঞানহঁতৰ কোঠাৰ বিজ্ঞানৰ ছাত্ৰজন আহি চুপাৰৰ ওচৰত মিছা মাতিলে। সি ক'লে, "মই একো নাজানো, মই সেই সময়ত ডাইনিং হললৈ গৈছিলো, ভাত খাবলৈ।"

প্ৰজ্ঞান স্তম্ভিত হ'ল।

বিজনে সেইদিনাই দুপৰীয়া বিছনাপত্ৰ লৈ উজনিমুৱা ৰেলত উঠি লামডিঙলৈ গ'ল। কিছুদিনৰ পিছত প্ৰজ্ঞানে বিজনৰ পৰা এখন চিঠি পালে। চিঠিখনৰ পৰা জানিব পাৰিলে বিজনৰ দেউতাকে ইতিমধ্যে ৰেল কৰ্তৃপক্ষক আবেদন কৰি শিলিগুৰিলৈ চাকৰিৰ বদলি ল'লে। বিজনে তাৰে এখন কলেজত ভৰ্তি হৈছে। তাতে মাকৰ চাকৰি এটাও যোগাৰ হোৱাৰ সম্ভাৱনা হৈছে। বিজনৰ প্ৰতি অকৃত্ৰিম সহানুভূতিৰ বাবে প্ৰজ্ঞানক অশেষ ধন্যবাদ জনালে বিজনে।

তেতিয়াৰে আৰু এটা ঘটনা প্ৰজ্ঞানৰ মনত পৰিল ঃ গুৱাহাটীত দেউতাকে সাজি থৈ যোৱা ঘৰটো য'ত এতিয়া তেওঁ আইমণিৰ সৈতে আছেহি, এইটো ভাড়াত দিয়া হৈছিল। ভাড়াৰে এল আই চিৰ পৰা ঘৰটো সাজিবলৈ লোৱা ঋণৰ ধন পৰিশোধ কৰি থকা হৈছিল। আইমণি গাঁৱৰ ঘৰত থাকে। প্ৰজ্ঞান কলেজ হোষ্টেলত থাকে। গতিকে ঘৰটো ভাড়াত দিছিল। প্ৰজ্ঞান দেওবাৰে দেওবাৰে মালিনীহঁতৰ ঘৰলৈ আহে ; মালিনী আৰু কলেজত পঢ়ি থকা মালিনীৰ ককায়েক দুজনৰ সৈতে ৰং ৰহইচ কৰি দিনটো কটায়। তেওঁ হোষ্টেলৰ পৰা মালিনীহঁতৰ ঘৰলৈ অহাৰ পথত এই ঘৰটো। গতিকে প্ৰজ্ঞানে প্ৰায়েই ঘৰটো চাই যায়। ভাৰতীয়া মানুহঘৰক মাত দি যায়। বৰ ভাল মানুহ ঘৰ। সুব্যৱহাৰেৰে সম্মান আৰু হৃদয় আকৰ্ষণ কৰিব পৰা সুশিক্ষিত এটা সৰু পৰিয়াল। স্বামী, সন্তানসম্ভৱা পত্নী আৰু ছবছৰীয়া এটি কন্যা সন্তান। হাৰিয়ানাৰ মানুহ। অসমত পি ভি চি পাইপ উৎপাদনৰ এটা উদ্যোগ প্ৰতিষ্ঠা কৰাৰ কামত, এবছৰ হ'ল, গুৱাহাটীত আছেহি। চন্দ্ৰপুৰত মাটি লৈ ফেক্টৰী আৰম্ভ কৰাৰ আয়োজন প্ৰায় সম্পূৰ্ণ হৈছে। মানুহজনৰ নাম কৈলাশ বাৰ্মা।

এদিন দেওবাৰে প্ৰজ্ঞান আহিছিল, এই ঘৰটোলৈ। আহি ৰিক্সাৰ পৰা নামিয়েই হঠাৎ দেখিলে ঘৰটোত তলা মৰা, আৰু বাৰাণ্ডাখনত কিছুমান আধা পোৰা কাগজ-কাপোৰ। প্ৰজ্ঞানে বিস্মিতভাৱে ইফালে সিফালে চাবলৈ ধৰিলে। তেনেতে কাষৰ পকী ঘৰটোৰ পৰা গৃহস্থজন ওলাই আহি প্ৰজ্ঞানৰ ওচৰত থিয় দিলেহি। গৃহস্থজন এখন স্থানীয় কলেজৰ প্ৰফেচাৰ, অসমীয়া মানুহ। তেওঁৰ হাতত বন্ধ ঘৰটোৰ তলাৰ চাবিটো। চাবিটো মানুহজনে প্ৰজ্ঞানলৈ আগবঢ়াই দি যিটো কাহিনী ক'লে-- চুমকৈৰ সেইটো আছিল এনেকুৱা ঃ

আগৰাতি প্ৰায় ১২ বজামানত বাৰ্মাৰ ঘৰত কলিং বেল বাজিল। হাৰিয়ানাৰ পৰা ৰেলত কেতিয়াবা কোনোবা আহে, বেল দেৰি হৈ মাজৰাতি আহি ওলাইহি। বাৰ্মাই বিশেষ একো নভাবকৈ দুৱাৰখন খুলি দিলে। হঠাৎ গুণ্ডা প্ৰকৃতিৰ তিনিজন ল'ৰা হাতত ৰিভলভাৰ লৈ সোমাই আহিল, অশুদ্ধ হিন্দীত নিৰ্দেশ দি পৰিয়ালৰ তিনিওকে ঘৰৰ এচুকত থিয় কৰালে, আৰু সম্পূৰ্ণ মৌন হৈ থাকিবলৈ ক'লে। তাৰ পিছত, এজনে বাৰ্মাৰ পিনে বন্দুক টোৱাঁই আলমাৰি নাইবা অন্য ক'ত কি পইচা অলংকাৰ পাতি আছে, দেখুৱাবলৈ ক'লে। বাৰ্মাই সেইবোৰ উলিয়াই দিলে। সিহঁতে নিজেও আলমাৰিৰ কাপোৰ-কানি থানবান কৰি বাকচবোৰ খুলি, তচনচ কৰি পেলালে। ব্ৰিফকেচৰ পৰা চেকবহী পাচপৰ্ট আৰু অন্যান্য কাগজ-পত্ৰ উলিয়াই ফালি পেলালে। আৰু শেষত হুমিয়ালে যে সিহঁতে যেন ততালিকে অসম এৰি গুচি যায়। এঠাইত থকা টেলিফোনৰ তাঁৰডাল ছিঙি সিহঁতৰ এটাই বাৰ্মাৰ বুকুত প্ৰছণ্ড গোৰ এটা মাৰি ক'লে, 'হাৰামাজাদা, অসম লুটিবলৈ আহিছ, ভাগ ইহাঁছে---"।

মানুহকেটাই ওলাই যোৱাৰ পিছত ৰাতিটো ঘৰৰ ভিতৰতে অত্যন্ত ভীতিগ্ৰস্তভাৱে বাৰ্মাহঁত সোমাই থাকিল। পুৱা চাৰি বজাত অলপ পোহৰ হোৱাত বাৰ্মা ওলাই আহি প্ৰফেচাৰক জগালেহি, আৰু গোটেই ঘটনাটোৰ বৰ্ণনা দিলে।

এঘণ্টামানৰ পিছত বাৰ্মা আকৌ প্ৰফেচাৰৰ ঘৰলৈ আহি জনালেহি যে তেওঁলোক এই ঠাই এৰি গুচি যাবলৈ ওলাইছে. সদ্যহতে গৰ্ভৱতী পত্নী আৰু শিশু কন্যাক হাৰিয়ানাত থৈ বাৰ্মা এসপ্তাহমানৰ পিছত আহিব। তেওঁৰ ফিয়েট কাৰখন, অনুমতি দিলে, প্ৰফেচাৰৰ ঘৰৰ চৌহদত থৈ যাব খোজে। প্ৰফেচাৰে সানন্দে সম্মতি দিলে। এসপ্তাহৰ পিচতত আহি অসমত উদ্যোগ প্ৰতিষ্ঠা কৰাৰ সকলো প্ৰস্তুতি ইমানতে সামৰি বঙ্গদেশ, উৰিষ্যা, বিহাৰ অন্য কোনো ৰাজ্যত সেই প্ৰকল্প আৰম্ভ কৰিবগৈ। বাৰ্মা ভাগ্যবান যে প্ৰকল্প সম্পূৰ্ণ হোৱাৰ পিছত নাইবা আৰু কিছু কাম আগবঢ়াৰ পিছত সামৰিব লগা হ'লে, তেওঁৰ আৰু অধিক

ক্ষতিসাধন হ'লহেঁতেন, বাৰ্মাই ক'লে, লগতে তেওঁ আৰু ক'লে, অসমত উদ্যোগ বিকাশৰ পৰিবেশ ঘূৰাই আনিবলৈ আৰু কেইদশক লাগে সেই কথা অনিশ্চিত হৈ পৰিছে। কাৰণ বাৰ্মাই নহয়, বিগত অলপ দিনত অনেক উদ্যোগী আৰু ব্যৱসায়ীয়ে অসম এৰি গৈছে।

ৰাষ্ট্ৰীয় ৰাজনৈতিক দলসমূহ, কেন্দ্ৰীয় চৰকাৰ, সংবাদ মাধ্যম, অসমৰো শুভবুদ্ধিসম্পন্ন লোকসকলৰ হেঁচাত অসমৰ পৰা বহিৰাগত বিতাৰণৰ আন্দোলনৰ প্ৰভাৱ পিচলৈ ভিমিত হ'ল যদিও সেই আন্দোলনেই ৰূপ সলাই এসময়ত 'ঐতিহাসিক' ছবছৰীয়া অসম আন্দোলন নামে পৰিচয় লাভ কৰিলে। এই আন্দোলন হ'ল প্ৰতিবেশী দেশ বাংলাদেশৰ পৰা "লাখে লাখে" অবৈধভাৱে আহি অসমত থাকিবলৈ লোৱা বাংলাদেশীসকলক বহিষ্কাৰ কৰা আন্দোলন।

অসম আন্দোলনৰ প্ৰত্যক্ষ অভিজ্ঞতা অৱশ্যে প্ৰজ্ঞানে লাভ কৰা নাছিল। কাৰণ সেই কেবছৰ তেওঁ দিল্লীত কলেজ আৰু বিশ্ববিদ্যালয়ত পঢ়াত ব্যস্ত আছিল। দিল্লীত কেন্দ্ৰীয় চৰকাৰৰ সৈতে আলোচনাৰ টেবুলত বাহিবলৈ গুৱাহাটীৰ পৰা ত্ৰিশ-চল্লিশজনকৈ আন্দোলনৰ যুৱ নেতাসকল প্লেনত উঠি উঠি গৈছিল, তিনি চাৰি মাহৰ মূৰে মূৰে। আৰু তেতিয়া প্ৰজ্ঞানে তেওঁলোকৰ কোনো কোনোক দিল্লীত লগ পাইছিল। তেতিয়া আন্দোলনৰ স্বৰূপ, প্ৰকৃতি, মীনচ্ আৰু এণ্ড লৈ, rationale, যৌক্তিক ব্যাখ্যা লৈ প্ৰজ্ঞানে আন্দোলনৰ সেই নেতাসকলৰ সৈতে বিতৰ্কত নমাৰ কথা আৰু একাধিকবাৰ যুৱনেতা কেবাজনক নিৰুত্তৰ বা বিব্ৰত কৰাৰ কথা প্ৰজ্ঞানৰ এতিয়াও মনত আছে।

বিশেষ এটা ঘটনা প্ৰজ্ঞানৰ মনত পৰিল: দুবছৰমান আগতে লণ্ডনত এজেন অসমীয়া ডাক্তৰৰ ঘৰত নিশাৰ আহাৰলৈ নিমন্ত্ৰিত হৈ যাওঁতে অসমৰ পৰা যোৱা ড° দিগন্ত দাস নামৰ এজন মানসিক ৰোগৰ চিকিৎসকক তেওঁ লগ পাইছিল। চিকিৎসকগৰাকী লণ্ডত অনুষ্ঠিত এখন আন্তৰ্জাতিক আলোচনা চক্ৰত নিবন্ধ নিবেদন কৰিবলৈ গৈছিল। সাম্প্ৰতিক অসমৰ খা-খবৰ লওঁতে অতিথি চিকিৎসকজনে প্ৰজ্ঞানক তেওঁৰ কিছুমান অভিজ্ঞতাৰ বিষয়ে জানিবলৈ দিলে : চিকিৎসকজনৰ ওচৰলৈ কিছুদিন ধৰি ভালেমান শিক্ষিত যুৱক মানসিক চিকিৎসাৰ কাৰণে আহিবলৈ লৈছে। তেওঁলোকৰ কেঁচ হিষ্টৰী বিশ্লেষণ কৰি চিকিৎসকজনে জানিব পাৰিছিল যে যুৱকবিলাকৰ প্ৰত্যেকজনেই অসম আন্দোলনৰ সময়ত স্কুলত পঢ়া কিশোৰ আছিল। তেওঁলোক তেতিয়া আন্দোলনৰ সৈতে সমস্ত মনপ্ৰাণ দি জড়িত হৈ পৰিছিল। তেওঁলোক মেধাবী ছাত্ৰ আছিল, কিন্তু পঢ়া-শুনা বাদ দি, দুবছৰকৈ জীৱনৰ অতি মূল্যবান সময়ত স্কুলৰ পৰা আঁতৰি থাকি

আন্দোলনৰ কাম-কাজত, বুকুৰ তেজ উলিয়াই সেই তেজেৰে "সংকল্প" লিখি নিজকে সৰ্বস্ব ৰূপত সঁপি দিছিল। আন্দোলনৰ যুৱনেতাসকল আছিল তেওঁলোকৰ কাৰণে একোজন একোজন দেৱতা, যিসকলে তেওঁলোকৰ হৃদয়ত সৃষ্টি কৰিছিল ভৱিষ্যতৰ এখন অতি সুন্দৰ, মনোৰম অসমৰ ছবি, সপোন। তাৰ পিছত, এদিন আন্দোলন শেষ হ'ল। কিশোৰসকল যুৱক হ'ল। তেওঁলোক এতিয়া জীৱনৰ প্ৰকৃত বাস্তৱৰ সমুখাসমুখি হৈ বিচাৰি হাঁহাকাৰ কৰিছে, ক'ত সেই প্ৰতিশ্ৰুত অসম, ইপ্সিত অসম? তেওঁলোকৰ দেৱতাসকল দেখোঁন এতিয়া তেওঁলোকৰ বাবে একেবাৰে অচিনাকি হৈ পৰিল। কিশোৰসকলৰ সেই দেৱতাবোৰ ক্ষমতাৰ ৰাগীত এতিয়া অসুৰ হ'ল! মোহভংগ, স্বপ্নভংগৰ আঘাতত, দ্বন্দ্বত নতুন প্ৰজন্মৰ বহুতেই যেন মানসিক ভাৰসাম্য হেৰুৱাবলৈ ধৰিলে। গভীৰ বিষণ্ণতাই তেওঁলোকৰ মনবোৰ অন্ধকাৰাচ্ছন্ন কৰিলে। তেওঁলোকৰ বহুতেই এতিয়া মানসিক চিকিৎসকলৰ ওচৰ চাপিব লগা হৈছে।

আজি পুৱা এয়াৰ পৰ্টৰ পৰা আহোঁতে আইমাই বিস্ময় প্ৰকাশ কৰিছিল, প্ৰজ্ঞানে অসমলৈ ঘূৰি অহাৰ চিন্তা কৰা বুলি শুনি। এইখন অসমলৈ নাতিয়েক ঘূৰি আহি কি কৰিবহি! আইমাৰ মনত যেন সেই মুহূৰ্তত ভাবৰ টৌ এটা উঠিছিল! কিন্তু প্ৰজ্ঞানে স্থিৰ সিদ্ধান্ত লৈছে, তেওঁ এতিয়াৰ পৰা এইখন বিপৰ্যস্ত অসমতে থাকিব! প্ৰজ্ঞানৰ মনত পৰিল, মালিনীৰ এন জি অ'টোৰ নাম। সংকল্প। সেই সংকল্পৰ বাণী তেওঁ কঢ়িয়াই লৈ যাব দেহাপুখুৰীলৈ।

সংকল্প।

এখন দুৰ্যোগগ্ৰস্ত সমাজ, সমাজৰ বিপৰ্যস্ত মানুহবোৰক পুনৰুদ্ধাৰৰ সংকল্প। সমাজখনৰ পুনৰ-নিৰ্মাণৰ সংকল্প।

হঠাৎ কাষৰ টেলিফোনটো বাজি উঠিল। ইমান ৰাতি! লণ্ডনৰ পৰা আহিছেনেকি! প্ৰজ্ঞানে বিচনাৰ পৰা নামি টেলিফোনটো ধৰিবলৈ আগুৱাই গ'ল।

প্ৰজ্ঞানলৈ টেলিফোনটো আহিছিল মালিনীৰ পৰা: সেইদিনা মালিনীবো নিশা বহু পৰলৈকে টোপনি অহা নাছিল। নৈশ আহাৰৰ পিছত প্ৰজ্ঞানক ঘৰত থৈ উভতি অহাৰ পিছৰে পৰা মালিনীৰ মনলৈ আহিল প্ৰজ্ঞানৰ সৈতে কটোৱা গোটেই দিনটোৰ মুহূৰ্তবোৰৰ কথা। মনত পৰিল নিশাৰ আহাৰ গ্ৰহণৰ সময়ত দেউতাক আৰু প্ৰজ্ঞানৰ মাজত পৰস্পৰ বিনিময় হোৱা কথোপকথন। প্ৰজ্ঞানে বিদেশত চাকৰি একেবাৰে ত্যাগ কৰি আহিছে আৰু এতিয়া গাঁৱৰ ঘৰলৈ গৈ কমেও অহা দহ বছৰ সমাজসেৱা কৰিব। সেই সিদ্ধান্তৰ ঘোষণাই দেউতাকক কিদৰে অস্বস্তিত পেলাইছিল, ঘটনাটো মালিনীৰ মনলৈ আহিল। দেউতাকে

তেওঁৰ মনোভাৱ স্পষ্টকৈ জনাই দিছিল, মালিনীক প্ৰজ্ঞানলৈ বিয়া দিয়াৰ এটা আশা তেওঁলোকে কিছুদিনৰ পৰা কৰি আছিল, ভাবিছিল বিয়া হৈ মালিনী প্ৰজ্ঞানৰ সৈতে বিদেশত গৈ থাকিবগৈ। কিন্তু প্ৰজ্ঞানৰ সদ্যঘোষিত সিদ্ধান্তই মালিনীৰ মাক-দেউতাকৰ মনৰ আশা নিৰৰ্থক কৰিলে। তাৰ পিছত বিছনাত শুই শুই মালিনীৰ মনত পৰিল। প্ৰজ্ঞানেও মনোভাৱ প্ৰকাশ কৰিছিল, তেওঁৰ সৈতে মালিনীৰ বিয়াখন হ'ব পাৰেনেকি। তাৰ পিছতে মালিনীয়ে এবাৰ কথা মাত্ৰ কৈছিল : "তুমি মোৰ সকলো কথাই জানা— প্ৰজ্ঞান।" প্ৰজ্ঞান লগে লগেই নিশ্চুপ হৈছিল। লগে লগেই মালিনীৰ মনলৈ আহিছিল হাচানৰ কথাবোৰ। আকাশত উৰি গৈ থকা বিচ্ছুৰিত মেঘৰ টুকুৰাবোৰৰ দৰে হাচান আৰু তেওঁৰ দিনবোৰৰ ঘটনাক্ৰম মনলৈ আহিল— সদায় শুবৰ সময়ত মনলৈ অহাৰ দৰে। মালিনীৰ আজি বিশেষকৈ মনলৈ আহিল হাচানৰ মৃত্যুৰ খবৰ পোৱাৰ পিছৰ পৰা তেওঁৰ জীৱনলৈ অহা সেই অন্ধকাৰ সময়খিনি। এটা সম্পূৰ্ণ বিধ্বস্ত মনৰ চাইকোচমেটিক অৱস্থাৰে পাৰ কৰা দিনবোৰৰ স্মৃতি মনলৈ আহিল। তাৰ মাজতেই মাচ কমুনিকেশ্যনৰ শেষ চেমিষ্টাৰটো কোনো ৰকম পাৰ কৰি ঘৰলৈ উভতি অহাৰ সময়ত মাক-দেউতাকো সৰু পুতেকৰ তাত থাকি ছমহীয়া আমেৰিকা ভ্ৰমণ শেষ কৰি ঘৰ পাইছিল। আৰু আহিয়েই তেওঁলোকে মালিনীৰ বিয়াৰ কাৰণে উঠিপৰি লাগিল। আমেৰিকাতেই দুই-তিনিজন পাত্ৰৰ সন্ধেদ পাই আহিছিল। অসমতো আগৰে পৰাই একাধিক সুপাত্ৰৰ খবৰ পাইছিল। কিন্তু হঠাৎ তেওঁলোকে মন কৰিলে দিল্লীৰ পৰা এইবাৰ ঘূৰি অহাৰ পিছত মালিনীৰ আচৰণৰ এক অভাৱনীয় পৰিবৰ্তন। আগৰ তিনি মাহত আমেৰিকাৰ পৰা মালিনীলৈ টেলিফোন আৰু Emailৰ যোগাযোগৰ সময়তো মালিনীৰ কথা-বাৰ্তাত এক উদাসীনতা আৰু নিৰানন্দৰ ভাব যেন তেওঁলোকে অনুমান কৰিছিল। কিন্তু প্ৰায় একে সময়তে মাক-দেউতাক আমেৰিকাৰ পৰা আৰু মালিনী দিল্লীৰ প ৰা আহি লগ হোৱাৰ পিছত মালিনীৰ মনৰ আৰু ব্যৱহাৰৰ প্ৰায় অস্বাভাৱিক পৰিবৰ্তনে মাক-দেউতাকক চিন্তিত কৰিছিল। ইমান দিনৰ মূৰত তেওঁলোক লগ হৈছে, আমেৰিকা ভ্ৰমণৰ কিমান মনোগ্ৰাহী উত্তেজনাপূৰ্ণ কথা জমা হৈ আছে, বাগিচাত থকা ডাঙৰ ককায়েকৰ পৰিয়ালো ল'ৰা-ছোৱালীৰে মাক-দেউতাকক লগ ধৰিবলৈ আহিছে। মালিনীয়েও মাচ কমুনিকেশ্যনৰ কৰ্চ সম্পূৰ্ণ কৰি দীঘলীয়াকৈ ঘৰত থাকিব পৰাকৈ আহিছে— সকলো মিলি ৰমেন দুৱৰাৰ ঘৰ আৰু পৰিয়ালত এক হৈ-চৈ পৰিবেশৰ সৃষ্টি হৈ আছে। সেই পৰিবেশত, মালিনী যেন ঘৰত থাকিও কাকোৱেই চিনি নোপোৱা মানুহ কিছুমানৰ মাজত সময় কটাইছে,

তেনেদৰে থাকিবলৈ ল'লে। নিজৰ কোঠাৰ ভিতৰতে থাকি বেছিখিনি সময় কিতাপ-আলোচনী পঢ়া, আৰু মাত্ৰ ডাঙৰ ককায়েকৰ ল'ৰা-ছোৱালীহালৰ সৈতে কমপিউটাৰ গেমচ খেলা, সিহঁতৰ সৈতে অলপ হাঁহি-তামাচা কৰা, তেনেকৈয়ে সময় পাৰ কৰিবলৈ ধৰিলে। ককায়েক এসপ্তাহ থাকি বাগিচালৈ ঘূৰি যাবলৈ ওলাওঁতে মালিনীকো লগত অলপ দিনৰ কাৰণে লৈ যোৱাৰ প্ৰস্তাৱ দিলে। মালিনীয়ে একে আষাৰতে প্ৰত্যাখ্যান কৰিলে। মাক-দেউতাক-ককায়েক-বৌৱেকৰ মাজত আলোচনা হ'ল মালিনীৰ কি হৈছে! মাকে এদিন অকলে মালিনীক সুধিলে কি হৈছে। "নাই, একো হোৱা নাই", বুলি মালিনীয়ে উত্তৰ এৰাই আঁতৰি গ'ল।ককায়েকে বাগিচালৈ যোৱাৰ আগদিনা নিশা মালিনীৰ কোঠালৈ আহি স্পষ্টকৈ জানিব খুজিলে মানিলীৰ হৈছে কি? কিন্তু মালিনী নিৰুত্তৰ হৈ থাকিল, সম্পূৰ্ণ নিৰুত্তৰ।

দুদিন পিছত মালিনীৰ ককায়েক-বৌৱেক ল'ৰা-ছোৱালী দুটা বাগিচালৈ গুচি যোৱাৰ লগে লগে দুৱৰাৰ প্ৰকাণ্ড ঘৰটো একেবাৰে নীৰৱ হৈ পৰিল। শীতল হৈ পৰিল। লাহে লাহে মালিনী নিজৰ কোঠাৰ বাহিৰলৈ ওলাই আহি কিছু ঘূৰা-ফুৰা কৰিবলৈ ল'লে। মানুহ-দুনুহ আহিলে কথা-বতৰাত ভাগ ল'বলৈও ধৰিলে। কিছু স্বাভাৱিক অৱস্থালৈ আহিলেও এক প্ৰগাঢ় উদাসীনতা আৰু বিষণ্ণতাই যেন মালিনীৰ মন আচ্ছান্ন কৰি ৰাখিছে, সেই কথা মাক-দেউতাকে সম্পূৰ্ণ উপলব্ধি কৰিব পাৰিছে। সেই সময়তে এদিন প্ৰজ্ঞান দিল্লীৰ পৰা আহি ওলালহি। তেওঁ জহৰলাল নেহৰু বিশ্ববিদ্যালয়ত এম ফিল সম্পূৰ্ণ কৰি ইংলেণ্ডৰ কেমব্ৰিজ বিশ্ববিদ্যালয়ৰ পৰা ডক্টেৰেট কৰিবৰ কাৰণে ডাৰউইন বৃত্তি লাভ কৰিছে। এমাহৰ পিছতে কেমব্ৰিজলৈ যাব, তাৰ আগতে অলপ দিন গাঁৱৰ ঘৰ আইতাকৰ তাত থাকিবলৈ আহিছে। প্ৰজ্ঞান দুদিনৰ কাৰণে মালিনীহঁতৰ ঘৰতে থাকিব।

প্ৰজ্ঞান অহাৰ দিনাই নিশা আহাৰৰ পিছত ড্ৰইং ৰুমত মালিনী, মাক-দেউতাক আৰু প্ৰজ্ঞান বহি দুই-এষাৰ কথা আৰম্ভ কৰিলে। তেনেতে দেউতাক দুৱৰাই হাতত লৈ থকা সৰু গ্লাচটোৰ ব্ৰাণ্ডিখিনি এঢোকত শেষ কৰি মাত লগালে, "প্ৰজ্ঞান।"

"কওঁক খুড়া," প্ৰজ্ঞানে দুৱৰাৰ মুখলৈ চালে।

"মই আৰু মন্দিৰা আচলতে তুমি অহালৈ অধীৰ হৈ বৈ আছিলো।"

প্ৰজ্ঞানৰ লগতে মালিনী আৰু মন্দিৰাইও দুৱৰাৰ পিনে উৎসুক হৈ চালে।

"Coming straight to the point-- তুমি কিবা জানানেকি প্ৰজ্ঞান--

মানিলীৰ কি হৈছে? আমি ষ্টেট্‌চৰ পৰা আহি পোৱাৰ পিচতে তায়ো পৰীক্ষা শেষ কৰি ঘৰ পাইছেহি। কিন্তু এই এমাহে আমি লক্ষ্য কৰিছো the way she is behaving is absolutely not normal তাইক সুধিলে, একো হোৱা নাই বুলি কয়। She would not open her mouth-- তুমি কিবা জানা?"

সেইদিনা প্ৰজ্ঞানক ৰেল ষ্টেচনৰ পৰা আনিবলৈ যাওঁতে ঘূৰাৰ পথত মালিনীয়ে প্ৰজ্ঞানক ঘৰত বৰ্তমান তেওঁৰ অৱস্থা সম্পৰ্কে সকলো কথা জানিবলৈ দিছিল। হাচানৰ স্মৃতিবোৰে যে তেওঁৰ মন এতিয়াও সম্পূৰ্ণ আচ্ছন্ন কৰি ৰাখিছে, তেওঁ যে অকণো সহজ আৰু স্বাভাৱিক হ'ব পৰা নাই; অথচ মাক-দেউতাকক কথাবাৰৰ বিষয়ে তেওঁ একো কথাই ক'ব পৰা নাই, প্ৰজ্ঞানক জানিবলৈ দিছিল। গতিকে মালিনীক লৈ ঘৰখনৰ পৰিস্থিতি সম্পৰ্কে প্ৰজ্ঞান কিছু অবগত হৈ আছিল, আৰু দিনটো ঘৰত মালিনীৰ আচৰণো তেওঁ লক্ষ্য কৰিছিল।

প্ৰজ্ঞান খন্তেক তললৈ মূৰকৈ থাকিল। এইবাৰ মাক মন্দিৰাই মাত দিলে, "প্ৰজ্ঞান, তুমি নিশ্চয় জানা এইৰ কি হৈছে। এই আমাক বৰ ৰহস্যত ৰাখিছে। ইমান কি ডাঙৰ কথা হ'ল তাইৰ, মাক-দেউতাকেও জানিব নোৱাৰে।"

প্ৰজ্ঞানে মূৰ দাঙি মালিনীৰ চকুলৈ চালে। মালিনীয়ে প্ৰজ্ঞানৰ চকুৰ পৰা চকু নমাই তললৈ মূৰকৈ লাহেকৈ ক'লে, "প্ৰজ্ঞান, কথাবোৰ কোৱা। আচলতে তুমি আহিলে তোমাৰ মুখেৰেই মা-দেউতাক কথাবিলাক জনাম বুলি মই ঠিক কৰি থৈছিলো। কাৰণ কথাবোৰ মই নিজ মুখে ক'ব নোৱাৰো-- It's not possible." মালিনী তলমূৰকৈ থাকিল।

"কি কথা..!!'

এক প্ৰবল কৌতূহল আৰু বিস্ময়েৰে মাক-দেউতাকে মালিনীৰ পিনে চাই ৰ'ল। প্ৰজ্ঞানেও মালিনীৰ পিনে চালে। মালিনীয়ে মূৰ দাঙি প্ৰজ্ঞানলৈ চালে। চকুৰে সামান্য ইংগিত দি মালিনীয়ে ক'লে, "কোৱা প্ৰজ্ঞান, কথাবোৰ কৈ দিয়া Tell them everything....."

মালিনী লাহেকৈ বহাৰ পৰা উঠি অলপ দূৰত থকা কোঠাটোলৈ গুচি গ'ল। অলপ সময় এক গভীৰ নীৰৱতাৰে পাৰ হোৱাৰ পিছত প্ৰজ্ঞানে মালিনী আৰু হাচানৰ সমস্ত কাহিনী বিবৰি ক'বলৈ আৰম্ভ কৰিলে। প্ৰথমতে কিছু দ্বিধাগ্ৰস্ত হৈছিল যদিও পিছলৈ সহজ আৰু স্বাভাৱিকভাৱেই প্ৰজ্ঞানে কথাবোৰ কৈ গ'ল.....

দীঘলীয়া সময় ধৰি সমস্ত ঘটনাক্ৰমৰ বিৱৰণ অন্ত পৰাৰ লগে লগে কিছুপৰ যেন কাঁহ পৰি ভীণ যোৱাৰ দৰে প্ৰশান্ত নীৰৱতা নামি আহিল কোঠাটোলৈ। এবাৰ মন্দিৰা লাহেকৈ উঠি মালিনীৰ কোঠালৈ আগুৱাই গ'ল।

এনেয়ে জপাই থোৱা দুৱৰাখন খুলি মন্দিৰা কোঠালৈ সোমাই গ'ল। মালিনী নিজৰ বিছনাতে ভৰি তুলি বেৰত আঁউজি বহি আছে। কোলাতে মোটা পেপাৰবেক কিতাপ এখন থৈ দিয়া আছে। একেদৰেই বহি থাকি, মালিনীয়ে তেওঁৰ ওচৰলৈ আগুৱাই অহা মাকৰ চকুৰ পিনে চাই ৰ'ল। মাক আহি মালিনীৰ কাষত লাহেকৈ বহিল। দুয়ো দুয়োৰ চকুলৈ চাই ৰ'ল, গভীৰ দৃষ্টিৰে। মালিনী হঠাৎ মাকৰ বুকুত সোমাই পৰিল। মাকে সাবটি ধৰিলে। মালিনীৰ সমস্ত বুকু ভাঙি জলপ্ৰপাতৰ দৰে ওলাই আহিল কান্দোন। মাকৰো উচুপনি আৰম্ভ হ'ল। মালিনীক সাবটি ধৰি থাকোতে মালিনীৰ কান্ধত থুঁতৰিটো থৈ হাঠাৎ মন্দিৰাই দেখা পালে, কাষতে বিছনাত পৰি আছে লেমিনেট কৰা এখন ৰঙীন ফটোগ্ৰাফ : এজন সবল সুঠাম পেশীযুক্ত কম চুলিৰ অতি উজ্জ্বল চঞ্চল দুটি চকুৰ, হাস্যমুখী এজন আৱৰীয় যুৱকৰ সুন্দৰ ফটোগ্ৰাফ। মন্দিৰাই মালিনীক সাবটি ধৰি থকাতে এহাতেৰে ফটোখন তুলি লৈ চাবলৈ ধৰিলে।

সেইদিনাৰ পৰা মালিনীয়ে হাচানৰ ছবিখন নিসংকোচে নিজৰ কোঠাৰ টেবুলত থ'বলৈ ল'লে। আৰু পিছদিনা পুৱা ব্ৰেকফাষ্ট টেবুলত তেওঁ দ্বিধাহীন ভাবে মাক-দেউতাকক দেখুৱালে, তেওঁ আকৌ হাতৰ আঙুলিত পিন্ধিবলৈ লোৱা হাচানে দিয়া হীৰাৰ আঙঠিটো।

ইয়াৰ পিছত মাক-দেউতাকে মালিনীৰ বিয়াৰ কথাটো সম্প্ৰতিকে অবাস্তৱ বুলি ভাবিবলৈ ল'লে। এমাহৰ পিছত, মাচ কমুনিকেশ্যন ডিগ্ৰীৰ উপৰিও, মালিনীয়ে হঠাৎ ঠিক কৰিলে, তেওঁ সমাজসেৱা কৰিব, এন জি অ' প্ৰতিষ্ঠা কৰিব, আৰু তাৰ কাৰণে মুম্বাইৰ টাটা ইনষ্টিটিউট অব্ চচিয়েল চায়েন্স এণ্ড ৰুৰেল ডেভেলাপমেণ্টৰ তিনি বছৰীয়া কৰ্চ কৰিব। মালিনীয়ে তাকে কৰিলে। মালিনীৰ মনৰ অৱস্থাৰ কথা ভাবি দেউতাক দুৱৰাইও মালিনীৰ সিদ্ধান্তক সঁহাৰি দিলে।

ইতিমধ্যে তিনি বছৰৰ মূৰত মালিনী মুম্বাইৰ পৰা উভতি আহি এন জি অ' আৰম্ভ কৰিলে। 'সংকল্প' নামেৰে সমাজ সেৱাৰ সংগঠনটি প্ৰতিষ্ঠিত হ'ল। আৰু আজি প্ৰজ্ঞান ইংলণ্ডৰ পৰা উভতি আহি প্ৰস্তাৱ দিছে, তেওঁ মালিনীৰ লগতে গাঁৱত 'সংকল্প'ৰ জৰিয়তে সমাজ সেৱাৰ কাম কৰিব।

কিন্তু মালিনীৰ মাক-দেউতাকে আজি নিশা অভাৱনীয়ভাৱে তেওঁলোকৰ এটা আশাৰ কথা প্ৰকাশ কৰিলে : মালিনীক প্ৰজ্ঞানলৈ বিয়া দিবলৈ ইচ্ছা কৰে তেওঁলোকে। যদিও প্ৰজ্ঞান আকৌ বিদেশলৈ উভতি নাযায় আৰু ভৱিষ্যতে গাঁৱত গৈহে থাকিবলৈ বুলি কোৱাত তেওঁলোক নিৰুৎসাহ হৈ পৰিল।

আনহাতে প্ৰজ্ঞানেও প্ৰশ্ন কৰিলে, এনে এখন বিয়াৰ কথা ভাবিব পাৰিনেকি।.....

জীৱনৰ যোৱা ছবছৰ সমগ্ৰ ঘটনাৰাজিৰ স্মৃতি ৰোমন্থন কৰি কৰি মালিনীৰ মনটো বিষাদ আৰু আনন্দৰ মিশ্ৰিত অনুভূতিৰে শিহঁৰিত হৈ পৰিছিল। তেওঁৰ প্ৰজ্ঞানলৈ মনত পৰিল, ভাবিলে প্ৰজ্ঞান টোপনি গৈছে জানো। প্ৰজ্ঞানে শোৱাৰ আগতে বহু নিশালৈকে কিতাপ পঢ়ে। নিশা এক-দুই বজালেকে। এতিয়া বাৰ বাজিছে। ভাবিলে ফোন এটা কৰিব নেকি। কাষৰ সৰু টেবুলখনত থকা চেল ফোনটোত হাত দিলে। চেল ফোনটো অফ কৰি থোৱা আছিল। এনেতে দেউতাকৰ অফিচ কোঠাৰ লেণ্ডলাইন টেলিফোনটোৰ ৰিং শুনা গ'ল। মালিনীয়ে চেল ফোনটো তুলি ন'লৈ কোঠাৰ ৰিং হোৱা ফোনটোৰ কাষলৈ আগবাঢ়িল।

মালিনীৰ শোৱা কোঠাৰ পৰা এটা কোঠা বাদ দি সেইটো ৰমেন্দ্ৰ দুৱৰাৰ অফিচ কোঠা। নিশা কেতিয়াবা পলমকৈ টেলিফোন আহিলে মালিনীয়েই গৈ ধৰেগৈ। সেইটোৰেই বন্দবস্ত। দুৱৰাৰ চেল ফোনো ৰাতি চুইচ অফ কৰি ৰখা হয়। স্বাস্থ্যজনিত কাৰণত ডাক্তৰৰ পৰামৰ্শ মতে পৰাপক্ষত নিশা দুৱৰাৰ নিদ্ৰাযাপন ব্যাহত হ'ব নালাগে। সেইদিনা আকৌ বিশেষ টেলিফোনটো অহাৰ সময়ত দুৱৰা আৰু পত্নী মন্দিৰা বিছনালৈ যোৱা নাছিল। শোৱা কোঠাতে থকা চোফাত বহি কথা পাতি আছিল মালিনীৰ অতি প্ৰয়োজনীয় বিয়াখনৰ বিষয়টোকে লৈ। তেওঁলোকে আশা কৰিছিল যোৱা ছবছৰে মালিনীৰ মনৰ পৰা হাচানৰ প্ৰভাৱ হয়তো বহুখিনি আঁতৰিছে। আনহাতে মালিনীৰ অতীতৰ দুঃস্বপ্নটোৰ কথা সম্পূৰ্ণ জনাৰ পিছতো মালিনীক বিয়া কৰাবলৈ মান্তি হ'ব পৰা দয়াশীল এখন হৃদয়ৰ অধিকাৰী এজনেই মাত্ৰ পাত্ৰ তেওঁলোকৰ মনলৈ আহে, তেওঁ হ'ল প্ৰজ্ঞান। তেওঁলোকে কথা পাতিছিল প্ৰজ্ঞানৰ সৈতে মালিনীৰ বিয়াৰ সম্ভাৱনাটোক কিবা প্ৰকাৰে এতিয়াও এটা পজিটিভ ৰূপলৈ ঘূৰাই আনিব পাৰিনেকি, তেনে চিন্তাৰে।

কিছু সময় পিছত মন্দিৰা নৈশ প্ৰসাধন সম্পূৰ্ণ কৰি বিছনালৈ গ'ল, কিন্তু দুৱৰা আৰু অলপ সময় বহিল, হাতত দি টাইম আলোচনীৰ শেহতীয়া কপিটো লৈ। নিশা এঘাৰ বজামানত তেওঁৰ এটা টেলিফোন অহাৰ কথা আছে। টেলিফোনৰ বাৰ্তাটো আহিব এটা বিভাগীয় মুৰব্বীৰ পৰা, আৰু তাৰ ভিত্তিত দুৱৰাই জলসিঞ্চন মন্ত্ৰীৰ সৈতে দেহা নৈৰ মধ্যাঞ্চবি বন্ধান কাৰণে বৰ্ল্ড বেংকৰ ডেৰ কোটি টকাৰ ঋণৰ প্ৰকল্প এটাৰ সন্দৰ্ভত কথা পাতিব। সেইদিনা সন্ধ্যাই

দুজন ডাঙৰ নামী ঠিকাদাৰৰ সৈতে তেওঁৰ টেলিফোন যোগাযোগ হৈছিল।

চাৰে এঘাৰ বজাৰ পিছতো টেলিফোন নহা দেখি দুৱৰাও বিছনালৈ গৈ মন্দিৰাৰ কাষতে স্থান ল'লেগৈ। মন্দিৰা ইতিমধ্যে টোপনি গৈছিল। দুৱৰাৰো অলপ পিছতে চিলমিলিকৈ টোপনি আৰম্ভ হ'ল। তেনেতে ৰিং শুনা গ'ল। দুৱৰা সাৰ পায়েই তেওঁ আশা কৰি থকা টেলিফোনটো বুলি বিছনাৰ পৰা নামি অফিচ কোঠাৰ পিনে আগবাঢ়িল। দুৱৰাহঁতৰ শোৱা কোঠাৰ পৰা অফিচ কোঠালৈ কৰিডৰ এটা পাৰ হ'ব লাগে।

ইতিমধ্যে মালিনীয়ে টেলিফোনটো তুলি কথোপকথন আৰম্ভ কৰিছেই। মালিনীয়ে কোৱা শুনা গ'ল। লাইন ডিষ্টাৰ্ব কাৰণে মালিনীয়ে চিঞৰি ক'ব লগা হৈছে।ঃ হেল্লো— হয় ৰমেন্দ্ৰ দুৱৰা, হয় তেখেতৰ ঘৰ, হয় হয়, নাই নাই তেখেত শুইছে, আৰ্জেণ্ট যদি মোকে কওক, মই তেখেতৰ ছোৱালী। হয় হয়। গুণচন্দ্ৰ দুৱৰা, মোৰডাঙৰ দাদা, চেঙনি বাগিচাৰ মেনেজাৰ। হয়— কি ক'লে বুজা নাই, কি ক'লে। এবডাক্ট? ধৰি লৈ গৈছে? কোনে? কি— কি ক'লে? নাজানে? মিলিটেণ্ট? কোন? হয়, আপুনি হেল্লো কি ক'লে, হেল্লো অ'চি— দেহাপুখুৰী... হেল্লো— হেল্লো...

মালিনীয়ে চিঞৰি চিঞৰি টেলিফোনটো হাতত লৈ ৰৈ থাকিল। টেলিফোনৰ সংযোগ বিচ্ছিন্ন হৈ পৰিল। দুৱৰা আহি কোঠাৰ দুৱাৰমুখৰ পৰা মালিনীৰ কথোপকথনৰ শেষৰ বাক্য দুটা শুনিবলৈ পালে। মালিনীয়ে ইমান চিঞৰি টেলিফোনত কথা পতা শুনি মাকো সাৰ পাই উৎকণ্ঠাৰে আহি দুৱৰাৰ পিছফালে থিয় দিলেহি। দেউতাকে মালিনীক সুধিলে— "কি হ'ল, কাৰ ফোন?" মালিনীয়ে নিৰ্বাক হৈ এক সংকটাপন্ন তীব্ৰ দৃষ্টিৰে মাক-দেউতাকৰ পিনে চাই, বজ্ৰ পৰা মানুহৰ দৰে জঠৰ হৈ ৰ'ল। মাকে সুধিলে, "কাৰ ফোন?"

দেউতাকেও অত্যন্ত উদ্বিগ্নতা আৰু উত্তেজনাৰে মালিনীৰ মুখলৈ চাই সুধিলে, "কাৰ টেলিফোন মানি, কোন অ'চি?"

মালিনীয়ে নিৰুত্তৰ হৈ সম্পূৰ্ণ ভাবলেশহীনভাৱে মাক-দেউতাকৰ মুখৰ পিনে চাই থাকি, যেন তেওঁলোকৰ উপস্থিতি সম্পূৰ্ণ পাহৰি গৈ, হঠাৎ মুখখন ঘূৰাই টেলিফোনৰ হেণ্ডচেটো দাঙি মালিনীয়ে প্ৰজ্ঞানহঁতৰ টেলিফোনৰ নাম্বাৰটো ডায়েল কৰিলে। সিটো মূৰত সঁহাৰি পোৱাৰ লগে লগেই মালিনীয়ে উত্তেজিত হৈ কৈ গ'লঃ

"হেল্ল' প্ৰজ্ঞান, শুনা আমাৰ ডাঙৰ দাদাক বাগিচাৰ পৰা, চেঙনি বাগিচাৰ পৰা একষ্ট্ৰিমিষ্টে ধৰি লৈ গৈছে, এবডাক্ট কৰিছে, এইমাত্ৰ ফোনত...

দুৱৰাই থাপ মাৰি মালিনীৰ হাতৰ পৰা ৰিচিভাৰটো টানি আনি জোৰে থৈ দিয়ে আৰু ভীষণ উত্তেজিত কণ্ঠে চিঞৰি উঠে, What the hell-- কথাবোৰ আমাক নকব কিয়-- কোনে টেলিফোন কৰিছিল? কি হৈছে ঘটনাটো?"

মালিনী যেন হঠাৎ অৱশ হৈ পৰিল। কাষৰ চোফাখনত বহি কঁপা কঁপা মাতেৰে সেহাই সেহাই দেহাপুখুৰী থানাৰ অ'চিৰ পৰা শুনা টেলিফোনৰ কথাকেটা ক'লে।

প্ৰজ্ঞানে ধৰিব নোৱাৰিলে, মালিনীয়ে টেলিফোনত কথা কৈ থকা অৱস্থাতে যেন ফোনটো বন্ধ কৰি দিয়া হ'ল। কিন্তু ফোনত যি কথা শুনিলে, যিকেটা শব্দ, প্ৰজ্ঞানে অনুভৱ কৰিলে যেন তেওঁৰ বাজহাড়েদি এটা শীতল কঁপনি পাৰ হৈ গ'ল। প্ৰজ্ঞানে মালিনীহঁতৰ ঘৰলৈ টেলিফোন কৰিলে। এঙ্গেজদ্ হৈ আছে। মালিনীৰ চেলফোনটো চেষ্টা কৰিলে চুইচ্ অফ্ আছে। অলপ সময় চেষ্টা কৰি কোনো সংযোগ কৰিব নোৱাৰি প্ৰজ্ঞান নিজেই মালিনীহঁতৰ ঘৰলৈ যাবলৈ ওলাল। মাককো শোৱাৰ পৰা জগাই কথাটো ক'লে। মাকো ওলাল।

প্ৰজ্ঞানে কাষৰ ঘৰৰ অধ্যাপক চৌধুৰীক জগাই তেওঁৰ কাৰখন খুজি ল'লে।

প্ৰজ্ঞান আৰু আইমাই মালিনীহঁতৰ ঘৰৰ পদূলিৰ পৰা দেখা পায় সেই মাজৰাতিও প্ৰকাণ্ড বঙলা ঘৰটো দিনৰ দৰে পোহাৰ হৈ আছে। গোটেই কোঠাবোৰত লাইট জ্বলি আছে। পদূলিত দুখনমান জীপ্‌চী গাড়ীত বন্দুকধাৰী আৰক্ষী। বঙলাৰ পৰ্চৰ কাষত দুখন ফ্লেগ কাৰ।

প্ৰজ্ঞান আৰু আইমা গাড়ীৰ পৰা নামি বঙলাৰ পিনে খোজ লৈ যেতিয়া ড্ৰইংৰুমত সোমাল, তেতিয়া কোঠাটোত দুজন পুলিচ বিষয়া, দুজনমান নেতা জাতীয় লোক, একাষত এখন দীঘল চোফাত মূৰ পেলাই কান্দি থকা মন্দিৰা, আৰু ওচৰতে বহি আছে মালিনী। আইমা আগবাঢ়ি গৈ মন্দিৰাৰ কাষত বহি মন্দিৰাৰ মূৰত হাত এখন থ'লে। মন্দিৰাই আইমাৰ বুকুত সোমাই উচুপিবলৈ ধৰিলে।

প্ৰজ্ঞানে কোঠাটোৰ চাৰিওপিনে চকু ফুৰালে। দুৱৰাই সেই সময়ত ফোন কৰি আছিল। তেওঁ হাতেৰে ইংগিত কৰি প্ৰজ্ঞানক বহিবলৈ ক'লে। প্ৰজ্ঞান পুলিচ বিষয়া এজনৰ কাষতে চোফাত বহিল। প্ৰজ্ঞানে শুনিলে, ৰমেন্দ্ৰ দুৱৰাই ফোনত কাৰোবাক কৈছে, ".... চোৱা গোস্বামী, তুমি মুখ্যমন্ত্ৰী হিচাপে আৰু হ'ম বিভাগৰো দায়িত্বত থকা হিচাপে, ইচ্ছা কৰিলে তুমি বহুত কৰিব পাৰা। ইউ কেন ডু এ লট্। এটা কথা সকলোৰে চকুত পৰিছেঃ এই উগ্ৰপন্থীবিলাকক

তোমালোকে যিদৰে deal কৰিব লাগে, সেইদৰে কৰা হোৱা নাই। চফট্ পেড্‌লীং কৰি আছা।... বুজিছো— চৰকাৰ— কিন্তু চৰকাৰ তোমালোকৰহে— তোমালোক যদি অক্ষম হোৱা মই এম. পি. হিচাপে কেন্দ্ৰীয় চৰকাৰক ধৰিম। জানা, কেন্দ্ৰত আমাৰ চৰকাৰ। ন' ন'— গোস্বামী, The fact remains এইমখা এসময়ত তোমালোকৰ বন্ধু আছিল। গতিকেই it's no denying, you have some understanding with them. — প্ৰমাণৰ কথা নক'বা। challenge নকৰিবা। you'll be cutting your own throat-- অঁ ঠিকেই। এতিয়া শুনা মোৰ ল'ৰাক উদ্ধাৰ কৰাৰ কাৰণে যাতে ক'তো অকণো ত্ৰুটি নহয়। According to me, immediate army delpoymentৰ প্ৰয়োজন হৈছে। কাইলৈ পুৱাই Cabinet meeting মাতা। ময়ো দিল্লীক contact কৰিম— Home Minister ক ফোন কৰিম। দৰকাৰ হ'লে P.M.ৰ সৈতে কথা পাতিম। গোস্বামী, ষিকোনো এটা সাধাৰণ অপহৰণৰ ঘটনা নহয়। বিদেশী কোম্পানীৰ বাগিচাত ডাঙৰ চাকৰি কৰে মোৰ ল'ৰাই। Please remember-- My son is involved! মাজৰাতি আমনি কৰিলোঁ— ধন্যবাদ গোস্বামী— Good night."

সেই নিশা দোকমোকালিতে সাংসদ ৰমেন্দ্ৰ নাৰায়ণ দুৱৰাৰ বঙলাৰ পৰা পদূলিয়েদি ঘাইপথলৈ তিনিখন মটৰ গাড়ী ওলাই গ'ল। দুৱৰাৰ নিজৰ টয়টাখনত সপত্নীক দুৱৰা। এজন বন্দুকধাৰী দেহৰক্ষী সমুখত ড্ৰাইভাৰৰ কাষত বহিছে। সেইখনৰ পিছতে এখন জিপচী ভানত ছজনমান সশস্ত্ৰ আৰক্ষী আৰু এজন আৰক্ষী বিষয়া। আৰু কিছু দূৰত্ব ৰাখি মালিনীৰ ৰঙা মাৰুতিখনত প্ৰজ্ঞান আৰু মালিনী। প্ৰজ্ঞান দুদিনমান পিছত দেহাপুখুৰীলৈ যোৱাৰ কথা আছিল, আইমাক লৈ, গাঁৱৰ ঘৰলৈ। গাঁৱৰ ঘৰত গৈ থকাৰ কথা। কিন্তু মালিনীহঁতৰ পৰিয়ালৰ সংকটৰ সময়ত তেওঁ ওচৰত থকাটো উচিত হ'ব বুলি অনুভৱ কৰিলে, আইমায়ো কথাটোত হয়ভৰ দিলে। গতিকে প্ৰজ্ঞানো তেওঁলোকৰ লগতে যাবলৈ ওলাল। বন্দবস্ত হ'ল মালিনীৰ সৈতে চেঙনি বাগিচালৈ গৈ প্ৰজ্ঞান তাৰ পৰাই দেহাপুখুৰীলৈ যাবগৈ। চেঙনিৰ পৰা দেহাপুখুৰীলৈ আৰু পঞ্চাশ কিলোমিটাৰৰ বাট। প্ৰজ্ঞানে চেঙনি বাগিচাত বাকীসকলৰ সৈতে নামি দুদিন তাত থকাৰ কথা ভাবিলে। গুণেন্দ্ৰ দুৱৰাক উদ্ধাৰৰ প্ৰক্ৰিয়া আৰু কৌশল প্ৰস্তুতিৰ সম্পৰ্কত সংশ্লিষ্ট ব্যক্তিসকলৰ সৈতে আলোচনাত ভাগ ল'বলৈ তেওঁ কিছু আগ্ৰহী হৈ পৰিছিল। যাৱতীয় ব্যৱস্থা আৰু প্ৰক্ৰিয়া আৰম্ভ হোৱাৰ পিছত দুৱৰা, বোৱাৰীয়েক আৰু নাতি-নাতিনী দুটাক লৈ সপৰিয়ালে গুৱাহাটীলৈ উভতি আহিব।

আইমা সদ্যহতে থাকি গ'ল। আশ্ৰমৰ স্বামীজীৰ বক্তৃতামালা শেষ হোৱা

নাই এতিয়াও। আৰু তেওঁনো বাকীসকলৰ লগত গৈ কি সহায় কৰিব পাৰিব। আশ্ৰমৰ মন্দিৰত প্ৰাৰ্থনা জনাব গুণেনৰ উদ্ধাৰৰ কাৰণে। মাজনিশা কান্দি থকা মন্দিৰাক লগ পাওঁতে সেই বুলিয়েই সহানুভূতি আৰু সান্ত্বনা জনাইছিল তেওঁ।

দুৱৰাৰ টয়টা আৰু লগৰ এচকৰ্ট মাৰুতি জীপচীখন আশী-এশ কিলোমিটাৰ গতিত হাইবেদি আগুৱাই গ'ল। যিমান সোনকালে পাৰি চেঙনি বাগিচা পাবগৈ লাগে, তেনে এটা তাড়নাইও গাড়ীৰ গতি তীব্ৰ কৰিছিল। প্ৰজ্ঞানহঁতৰ দৃষ্টিৰ পৰা বহুদূৰ আগবাঢ়ি এটা সময়ত আগৰ গাড়ী দুখন প্ৰায় নেদেখা হৈ পৰিল। প্ৰজ্ঞানহঁতৰ কাৰখন বাঠী-সত্তৰ গতিত আগবাঢ়িল। পুৱাৰ শান্ত পৰিবেশ। বাটত বিপৰীত পিনৰ পৰা অহা দুই-এখন নৈশ বাছে গাড়ীখনৰ স্থিৰ গতিক মাজে মাজে কিছু ব্যাহত কৰে। দীঘলীয়া খোলা বাটটো— তথাপি প্ৰজ্ঞানে কাৰখনৰ গতি বঢ়াই নিদিলে। পুৱাৰ চেঁচা বতাহ গাড়ীৰ উইণ্ড স্ক্ৰীণৰ ফাঁকেৰে জোৰে সোমাই আহি মালিনীৰ মুখত-মূৰত লাগিছে। ভালেই লাগিছে। কিছুদূৰ দুয়ো প্ৰায় নীৰৱ হৈয়ে থাকিল। অলপ সময় পিছত প্ৰজ্ঞানে মালিনীলৈ চাই সুধিলে, "মালিনী, চিন্তা কৰি নাথাকিবা, দাদাক উদ্ধাৰ কৰা হ'বই, খুড়াৰ পিছত entire administrative machinery আছে। কালি তেখেতে Chief Minister ক যিখিনি কথা কৈছে, আন কোনো এজন মানুহৰ তেনেদৰে কোৱাৰ সাহস নাই। Police and Security people will go for all out efforts."

"একো ক'ব নোৱাৰো প্ৰজ্ঞান, সিহঁতে এতিয়ালৈকে কেবাজনো চাহৰ মানুহক হত্যা কৰিছে। দুই-এজন উভতি আহিছে যদিও only after paying huge bucks of ransom. কিন্তু প্ৰজ্ঞান, এই মুহূৰ্তত মোৰ মনলৈ দাদাৰ চিন্তাতকৈ অন্য কিছুমান চিন্তা, অন্য কিছুমান ভাবহে মনলৈ আহিছে।

"কি চিন্তা? কি ভাবিছা তেন্তে? ইমানপৰ গাড়ীৰ সমুখলৈ চাই মনে মনে বহি আছা, এষাৰ কথা কোৱা নাই"

"আচৰিত হৈ যাবা, মই কি ভাবিছো, মই যদি কওঁ।"

"কোৱাচোন বাৰু, মই আচৰিত হওঁনে নহওঁ—"

"তুমি আচৰিত হ'বা, আমাৰ পৰিয়ালৰ ইমান এটা বিপদৰ সময়ত, মই অতি স্বাৰ্থপৰভাৱে মোৰ একান্ত ব্যক্তিগত কথা কিছুমান কেনেকৈ ভাবিব পাৰিছো। হয়তো, এই যে এটা পুৱাৰ নিৰিবিলি পৰিবেশ, মই তোমাৰ কাষত বহি এই যে এটা যাত্ৰা আৰম্ভ কৰিছো, মোৰ মনত কিছুমান ভাবনাই আচ্ছন্ন কৰি পেলাইছে। কথাখিনি তোমাক ক'বল মন গৈছে—

"Sure, কোৱা Don't put me in suspense"

মালিনীয়ে কাষৰ গ্লাচখন উঠাই মাত্ৰ সামান্য ফাঁক কৰি ৰাখিলে। বতাহে চুলিবোৰ উৰাই মুখখন ঢাকি পেলাইছিল। মালিনীয়ে হাতৰ paper back কিতাপখন সমুখৰ ডেকত থ'লে। কোলাৰ বেগটোৰ পৰা ব্ৰাছডাল উলিয়াই চুলিখিনি ঠিক কৰি ল'লে। প্ৰজ্ঞানে মালিনীলৈ চাই ক'লে, "come on মালিনী, কোৱা।"

মালিনীয়ে সমুখৰ দীঘল আলিয়েদি দূৰলৈ দৃষ্টি নিক্ষেপ কৰি ক'বলৈ ধৰিলে, "I dont't know, মোৰ মনটো ভাৰাক্ৰান্ত হৈ আছে। Feeling terribly disturbed-- a sort of constant thrill sort of terrible excitement"

প্ৰজ্ঞানে নুবুজাৰ দৰে মালিনীলৈ চালে। মালিনীয়ে ক'লে,

"এমাহৰ আগতে তুমি আহিবা বুলি খবৰ পোৱাৰে পৰা মই একচাইটেদ্ হৈ ৰৈ আছিলো, তুমি অহালৈ। কালি গোটেই দিনটো তোমাৰ সৈতে একেদৰেই মনৰ উত্তেজনাৰে সময়বোৰ কটালো। বহু নিশালৈকে in fact, পুলিচৰ সেই crucial telephone call টো অহালৈকে মই তোমাৰ কথাই ভাবি আছিলো। এতিয়া এইদৰে মই যে তোমাৰ সৈতে আহি আছো, মই মাত্ৰ অনুভৱ কৰিছো-- you are so much to me. হাচানৰ মৃত্যুৰ পিছত মই জীয়াই থকাৰ একমাত্ৰ মানসিক সম্বল-- মানসিক শক্তি আছিলা তুমি, প্ৰজ্ঞান। তুমি মোৰ কাষত নথকা হ'ল মই আত্মহত্যা কৰিলোহেঁতেন। In fact, মই প্ৰায় সিদ্ধান্তই লৈছিলো-- কিন্তু সেই সময়ত তুমি মোক যিদৰে অনবৰতে আগুৰি থাকিলা, with your love and compassion -- মই আত্মহত্যা কৰিব নোৱাৰিলো। হাচানৰ স্মৃতিকে লৈ অকলেই জীয়াই থকাৰ, সমাজৰ মানুহৰ বাবে কাম কৰাৰ বাসনা হ'ল। কিন্তু মই নজনাকৈয়ে, তুমি মোৰ জীৱনত যেন অপৰিহাৰ্য হৈ পৰিছা,-- মই জীয়াই থকাৰ পথত। মই সিদ্ধান্ত লৈছো-- তোমাৰ লগত--"

প্ৰজ্ঞানে হঠাৎ উৎসাহেৰে মালিনীৰ কথাৰ আধাতে ধৰিলে-- "Most welcome, মই কৈছিলোৱেই, খুড়াদেউহঁতৰ ইচ্ছাটোৰ কথা, আমি বিবেচনা কৰিব পাৰোনেকি। আইমায়েও--"

"No No-- নহয় নহয়, বিয়া নহয়, মোৰ আৰু জীৱনত বিয়া নহয়। হাচানৰ সৈতে মোৰ বিয়া হৈ গৈছে। Formally-- আনুষ্ঠানিকভাৱে নহ'লেও--"

"তেন্তে--" প্ৰজ্ঞানে বুজিব পৰা নাই মালিনীয়ে কি ক'ব খুজিছে--

"মই তোমাৰ লগত থাকিম।"

প্ৰজ্ঞানৰ কাৰণে মালিনীৰ কথা আৰু অধিক বুজিব নোৱাৰা হ'ল। তেওঁ

হাঁহি এটাৰে ক'লে, "মোৰ লগত থাকিবা? Live in together? সহবাস—? out of wedlock?

" In a way, yes. মোৰ জীৱনৰ পৰম শুভাকাংক্ষীজনৰ সৈতে মই একেলগে থাকিম।"

"Oh hell-- Malini-- please crack the nut! What do you mean by একেলগে থাকিম?" প্ৰজ্ঞানে সামান্য উত্তেজনাৰে ক'লে।

"Simple, মই গাঁৱলৈ, দেহাপুখুৰীলৈ গৈ তোমাৰ লগত কাম কৰিম। তোমাৰ জীৱনৰ সৈতে, তোমাৰ কামৰ সৈতে, তোমাৰ ধ্যান-ধাৰণা-চিন্তা আদৰ্শৰ সৈতে নিজকে একাত্ম কৰিম। মোক নিজকে সম্পূৰ্ণৰূপে জড়িত involved কৰি ল'ম।"

প্ৰজ্ঞানে অলপ সময় একো উত্তৰ নিদি সমুখলৈ চাই গাড়ী চলাই থাকিল। বাটৰ প্ৰায় মাজতে থকা ছাগলী পোৱালি দুটাৰ কাষেৰে গাড়ীখনৰ গতি সামান্য মন্থৰ কৰি পাৰ হৈ পুনৰ গিয়েৰ যথাস্থানলৈ আনিলে আৰু অলপদূৰ নীৰৱে আগুৱাই গৈ প্ৰজ্ঞানে ক'লে, "Great, বৰ ভাল কথা। তুমি নিশ্চয় আমাৰ তাত থাকিবগৈ পাৰিবা। গাঁৱত আমাৰ ডাঙৰ ঘৰ। এনেয়ে পৰি আছে. আইমাও এতিয়া মোৰ লগতে থাকিবলৈ আহিব। মইতো তোমাৰ সংকল্পৰ নামেৰেই গাঁও অঞ্চলত আমাৰ প্ৰকল্পৰ কাম আৰম্ভ কৰিম। Most welcome মালিনী।"

প্ৰজ্ঞানে কথাকেইটা কৈ সোঁহাত ষ্টীয়াৰিঙত ৰাখি বাওঁহাতখনেৰে পিছৰ চিটৰ পৰা এটা সৰু স্কাইবেগ টান মাৰি অনি মালিনীৰ কোলাত থ'লে। তেওঁ ক'লে, "মালিনী বেগটো খোলাচোন, দুখনমান চিডি আছে। লেটচ্ হেভ্ চাম মিউজিক। গান শুনো। বৰ গহীন কথাবোৰ পাতি আছো। মনত দুশ্চিন্তাও ভৰি আছে গুণেন দাদাৰ কাৰণে।"

মালিনীয়ে বেগটোৰ পৰা দুখনমান চি ডি উলিয়ালে। সুধিলে, "কোনখন শুনিবা?"

"সেই ওপৰতে থকাখনকে দিয়া। পল ৰবচন্। গ্ৰেট। পুৰণা কিন্তু ইম্মৰটেল।"

মালিনীয়ে ডেকত চিডিখন লগাই দিলে। প্ৰজ্ঞানে এইবাৰ গাড়ীৰ গতি বঢ়াই দিলে— আশীলৈকে গাড়ী চলিল।

চেঙনি বাগিচা পাৰবগৈ লাগিব। সোনকালে। সশস্ত্ৰ সন্ত্ৰাসীৰে আক্ৰান্ত অঞ্চল। তাৰ পৰা কিছু দূৰলৈ দেহাপুখুৰী।

পল ৰব্চনৰ গীত আৰম্ভ হ'ল।

"লেণ্ড অব মই ফাডাৰ্চ..."

এটাৰ পিছত এটাকৈ গীত ঃ

অ'ল মেন ৰিভাৰ..........

হোৱেন আই ৱাজ য়ং..............

ছুজ গনা হ'ল্ড হাৰ হেণ্ড...........

প্ৰজ্ঞানে বাওঁহাতখন মালিনীৰ সোঁহাতখনত থ'লে। গাড়ী চলিল, চেঙনি বাগিচা— অভিমুখে। তাৰ পিছত দেহাপুখুৰী। লেণ্ড অব্ মাই ফাডাৰ্চ। প্ৰজ্ঞানৰ মনত ভালেদিনৰ আগৰ গাঁৱৰ টুকুৰা ছবিবোৰ ভাঁহি উঠিল। ছবিবোৰ বাস্তৱত একেদৰেই দেখিবনেকি বাৰু? প্ৰজ্ঞানে ভাবিলে।

সাংসদ ৰমেন্দ্ৰ দুৱৰাই সপৰিয়ালে চেঙনি বাগিচাত বাহৰ পাতি তিনি দিন অতিক্ৰম কৰিলে। এতিয়ালৈকে তেওঁৰ অপহৃত ৰৰপুত্ৰ, বগিচাৰ চিনিঅ'ৰ মেনেজাৰ গুণেন্দ্ৰ দুৱৰাৰ কোনো শুংসূত্ৰ পোৱা হোৱা নাই। প্ৰথম দুই-তিনিদিন মেনেজাৰৰ বালোংত অসম আৰক্ষীৰ জ্যেষ্ঠ বিষয়া, দুৱৰাৰ ৰাজনীতিক আৰু ব্যবসায়ী বন্ধু-বান্ধৱ আৰু অন্যান্য আত্মীয় কুটুম আহি ভিৰ কৰিছিলহি। আৰক্ষী আৰু চোৰাংচোৱা বিষয়াসকলেৰে মাজনিশালৈকে আলোচনা, অপহৃতক নিৰঙ্কুশ উদ্ধাৰৰ কৌশল আৰু আঁচনিৰ চিন্তা-ভাবনা কৰা হ'ল। অপহৰণকাৰীৰ পৰিচয় নিশ্চিত কৰা, অপহৰণৰ উদ্দেশ্য নিৰ্ণয় কৰা এই বিলাকো আলোচনাৰ বিষয় হ'ল। আৰু আলোচনা কৰা হ'ল অপহৰণৰ উদ্দেশ্য যদি ধন দাবী তেন্তে সেই দাবী কোনোবা সূত্ৰ ধৰি অপহৰণাকৰীয়ে জনাইছেনে, যদি জনাইছে ধনৰ অংকটো কিমান শকত। ধন দাবীৰ অবিহনে অন্য কিবা উদ্দেশ্য আছেনেকি? তেনে সময়তে তৃতিয়ী দিনা নিশা চাহ-কোম্পানীটোৰ গুৱাহাটীত থকা আঞ্চলিক অফিচৰ সঞ্চালকলৈ টেলিফোন বাৰ্তা আহিল। সেই বাৰ্তাত সশস্ত্ৰ উগ্ৰপন্থী দলটোৰ পৰিচয় জনোৱা হ'ল আৰু গুণেন্দ্ৰ দুৱৰাৰ মুক্তিৰ বিনিময়ত ডেৰ কোটি টকাৰ ধন দাবী জনোৱা হ'ল। আৰু কোৱা হ'ল ঃ দুৱৰাক অপহৰণ কৰি বাংলোৰ পৰা উলিয়াই আনাৰ সময়ত শ্ৰীমতী দুৱৰাক সাৱধান কৰা হৈছিল, যাতে পুলিচক খবৰ দিয়া নহয়। আনকি বাংলোৰ টেলিফোন সংযোগো বিচ্ছিন্ন কৰি ৰখা হৈছিল। কিন্তু শ্ৰীমতী দুৱৰাই মানুহ পঠিয়াই পুলিচক খবৰ দিয়ালে। শ্ৰীমতী দুৱৰাৰ ভুলৰ বাবে গুণেন্দ্ৰ দুৱৰাৰ মুক্তিৰ পথ অনাহত কণ্টকাকীৰ্ণ কৰি, জটিল কৰি পেলোৱা হ'ল আৰু তেওঁৰ জীৱনো অধিক সংকটময় হৈ পৰিল। তথাপি পনৰ ধনখিনি পৰিশোধৰ ক্ষেত্ৰত যাতে কোনো তথ্য পুলিচৰ অৱগত নহয় তাৰ বাবে সাৱধান কৰি দিয়া হ'ল। কোম্পানীৰ বিষয়াসকলক জনাই থোৱা হ'ল যে দুৱৰাৰ মূৰৰ কাষতে অনবৰত ট্ৰিগাৰ সাজু ৰিভলভাৰ এটা ৰৈ থাকে।

কোম্পানীৰ অফিচে এই টেলিফোন বাৰ্তা পোৱাৰ দিনাই নিশাৰ পৰত বাগিচাত সাংসদ দুৱৰাইও কোনো এক অপৰিচিত স্থানৰ পৰা কৰ্কশ যুৱ কণ্ঠত এটা টেলিফোন পালে। পুলিছে ইতিমধ্যে বাগিচাৰ অফিচ আৰু মেনেজাৰৰ বাংলোত সকলো ইনকামিং টেলিফোন বাৰ্তা টেপ কৰাৰ ব্যৱস্থা কৰি থৈছে। টেলিফোনত ৰমেন্দ্ৰ দুৱৰালৈ অহা বাৰ্তাটো আছিল এনে ধৰণৰ ঃ ৰকৰা ডাঙৰীয়া, আমাৰ বিপ্লৱী অভিনন্দন গ্ৰহণ কৰিব। শুনক, আপোনাৰ বৰ ল'ৰা গুণেন্দ্ৰ দুৱৰা আমাৰ লগত আছে। আমাৰ পৰিচয় ইতিমধ্যে যথাস্থানত জনোৱা হৈছে। যথাস্থান মানে চাহ কোম্পানীৰ গুৱাহাটী অফিচত। তেওঁলোকক গুণেন্দ্ৰৰ মুক্তিৰ বিনিময় চৰ্তৰ জাননী দিয়া হৈছে। আপুনি অৱশ্যে সেই চৰ্তৰ সৈতে জড়িত নহয়। গতিকে আমাৰ চৰ্তৰ কথা আপুনি আৰু বিশেষ জনাৰ প্ৰয়োজন নাই। তথাপি বিষয়টোৰে আপোনাৰ পুত্ৰক আগুৰি আছে যেতিয়া আপোনালোকক জনাই থওঁ ঃ আমি চেগুনি বাগিচাৰ মালিক কোম্পানীৰ পৰা ডেৰকোটি টকা পণ দাবী কৰিছো। কিন্তু এই পণৰ ধন আপোনাৰ বেঙ্কৰ পৰা দিয়াৰ প্ৰশ্ন নুঠে যেতিয়া আপোনাক সেই চৰ্তৰ সৈতে জড়িত কৰিব খোজা নাই। কিন্তু আপোনাৰ ওচৰত আমাৰ অন্য এটা বিশেষ দাবী আছে। আপুনি যেন গুণেন্দ্ৰক উদ্ধাৰৰ কামত পুলিচ-মিলিটেৰীক প্ৰয়োগ কৰাত অত্যুৎসাহী হৈ নুঠে। কাৰণ আপোনাৰ দৰে এজন এনে প্ৰতিপত্তিশালী আৰু প্ৰভাৱশালী ৰাজনৈতিক ব্যক্তিৰ স্বাৰ্থৰক্ষাৰ বাবে প্ৰশাসন যথেষ্ট তৎপৰ হৈ উঠিব, তৎপৰ হৈছেই, আমি জানিব পাৰিছো। পুলিচ-মিলিটাৰিয়ে, আমাক বেছি অসুবিধা দিলে আপোনাৰ মেনেজাৰ পুত্ৰইও বেচিকৈ অসুবিধা ভোগ কৰিব। শেষত আৰু এটা সকীয়নি ঃ সংবাদ মাধ্যমৰ পৰা আপুনি আৰু পৰিয়ালৰ সকলো যেন সম্পূৰ্ণ আঁতৰত থাকে। আৰু কোম্পানীৰ বিষয়াসকলকো ক'ব যাতে সংবাদ মাধ্যমৰ ওচৰ নাচাপে। আপুনি চিন্তা নকৰিব, আপোনাৰ ল'ৰা এতিয়া ভালদৰে আছে। পুনৰ বিপ্লৱী অভিনন্দন।"

মাজত সামান্যও যতি নপৰাকৈ আৰু ৰমেন্দ্ৰ দুৱৰাক এবাৰো কথা কোৱাৰ অৱকাশ নিদিয়াকৈ, প্ৰায় উশাহ নসলোৱাকৈ অপৰিচিত যুৱকজনে দীঘলীয়া কথাখিনি একেলেথাৰিয়ে কৈ হঠাৎ টেলিফোনটো খপকৈ নমাই থোৱাৰ শব্দ শুনা গ'ল।

অজান স্থানৰ পৰা, অচিনাকি যুৱকৰ টেলিফোনত কথাখিনি শুনাৰ অলপ পিচতে কোম্পানীৰ আঞ্চলিক অফিচৰ ডিৰেক্টৰৰ পৰা এটি ফোন আহিল। সাংসদ দুৱৰাই সেই ফোন বাৰ্তাৰ পৰা অপহৰণকাৰীয়ে কোম্পানী কৰ্তৃপক্ষৰ ওচৰত উত্থাপন কৰা পণদাবী সম্পৰ্কে সবিশেষ জানিব পাৰিলে। সেই সময়ত সেইদিনা বাগিচাৰ বাংলোত ৰাজ্যিক চোৰাংচোৱা বিভাগৰ এজন জ্যেষ্ঠ বিষয়া

শ্ৰীমেধি, জিলা আৰক্ষী প্ৰসাসনৰ এজন ডেকা বিহাৰী উপ-আৰক্ষী অধীক্ষক শ্ৰীৰঞ্জিৎ সিন্‌হা আৰু সাংসদ দুৱৰাৰ এজন বন্ধু অৱসৰপ্ৰাপ্ত আৰ্মি বিষয়া কৰ্ণেল বৰুৱা উপস্থিত আছিল। দুৱৰাই তেওঁলোকৰ সৈতে ভালেখিনি পৰ আলোচনা কৰিলে। সমস্যাটোৱে আকাঙ্ক্ষিতভাৱেই পণদাবীৰ নতুন মাত্ৰা লাভ কৰাৰ পিছত এতিয়া ৰণ কৌশল কিদৰে নিৰ্দ্ধাৰণ কৰা উচিত হ'ব তেওঁলোকে আলোচনা কৰিলে। কিন্তু আলোচনাই কোনো বিশেষ এটা পথৰ ইংগিত দিব নোৱাৰিলে, যি পথে সমস্যাক সমাধানলৈ আগুৱাব পাৰি। শেষত মাত্ৰ এটা সিদ্ধান্ত লোৱা হ'ল ঃ অপহৰণকৰাৰীহঁতে যেতিয়া কোম্পানীৰ আঞ্চলিক অফিচৰ সৈতে পোনপটীয়া যোগাযোগ কৰিছে, আনহাতে সাংসদ দুৱৰাক প্ৰক্ৰিয়াটোৰ সৈতে জড়িত কৰিব খোজা নাই, গতিকে উদ্ধাৰ কাৰ্যৰ নিয়ন্ত্ৰণ কেন্দ্ৰ গুৱাহাটীৰ পৰাই হোৱা উচিত হ'ব। আৰু সেয়ে হ'লে দুৱৰা বাগিচাত বহি থকাৰ প্ৰয়োজন নাই। তেওঁ সপৰিয়ালে পিছদিনাই বাগিচা এৰি গুৱাহাটীৰ ঘৰলৈ যাবগৈ।

আলোচনাৰ সমস্ত সময়খিনিত, প্ৰকাণ্ড কোঠাটোত, একাষত এখন চোফাত বহি আছিল মন্দিৰা দুৱৰা, মালিনী আৰু প্ৰজ্ঞান। এওঁলোকৰ এজনেও আলোচনাত কোনো ভাগ লোৱা নাছিল, কোনো ধৰণৰ মন্তব্য প্ৰকাশ কৰা নাছিল। আলোচনাত মাত দিয়াটো তেওঁলোকৰ বাবে সৌজন্যমূলক নহ'ব, নাইবা ধৃষ্টতাৰ দৰে হ'ব পাৰে, তাকে ভাবি তেওঁলোক তিনিও নীৰৱে আছিল। দুৱৰাই অৱশ্যে বহু সময়ত তেওঁৰ মন্তব্য আগবঢ়াওঁতে প্ৰজ্ঞানৰ চকুলৈও গুৰুত্ব সহকাৰে চাইছিল।

মন্দিৰা দুৱৰাই মাজে মাজে চকুপানী মচি নাকেৰে সামান্য শব্দ কৰিছিল আৰু মালিনীয়ে মাকৰ পিঠিত চুলিত হাত বুলাই নীৰৱে সান্ত্বনা দি আছিল।

মেনেজাৰৰ প্ৰকাণ্ড চৌহদৰ বৃহৎ বাংলোটোৰ প্ৰায় বিপৰীতে একাষত বাটৰ সিটো কাষত এটা সৰু টিলাৰ ওপৰত এজন এচিচ্‌টেন্ট মেনেজাৰৰ বাংলো। এচিচ্‌টেন্ট মেনেজাৰজন ছুটীত আছে, গতিকে এইকেইদিন পুলিচৰ বিষয়া নাইবা প্ৰশাসনীয় বিষয়া আহি ইয়াত বাহৰ পাতি থাকিব লগা হ'লে, নাইবা ৰাত্ৰি যাপন কৰিবলগা হ'লে সেই বাংলোটোত ব্যৱস্থা কৰা হৈছে। জ্যেষ্ঠ চোৰাংচোৱা বিষয়া শ্ৰীমেধি ঘটনাৰ দ্বিতীয় দিনাৰ পৰাই, ৰমেন্দ্ৰ দুৱৰা আহি পোৱাৰ দিনা আবেলিতে আহি, এটাইকেদিন ইয়াতে আছেহি। ডেকাবয়সীয়া অতিৰিক্ত জিলা আৰক্ষী অধীক্ষক শ্ৰীৰঞ্জিৎ সিন্‌হা জিলা সদৰৰ পৰা অন্য তলতীয়া বিষয়াসকলক লৈ প্ৰায় প্ৰতি দিনেই আহি আছে। আৰু দুদিন নিশাও থাকি যাব লগা হৈছে। তেওঁলোকৰ নিয়ন্ত্ৰণত বাগিচাত বাহৰ পাতি লৈ অসম আৰক্ষী আৰু চি.আৰ.পি.এফৰ সশস্ত্ৰ বাহিনীয়ে চেষ্টা কৰিছে ক'ৰবাত কেনিবা কিবা গুপ্তসূত্ৰ

ওলাইনেকি।

ৰঞ্জিৎ সিন্‌হা আজিও নিশা বাগিচাতে থাকি যোৱা ঠিক কৰিলে। আজি নিশা বাগিচাত থকাৰ তেওঁৰ অন্য এটা বিশেষ কাৰণ আছিল। প্ৰজ্ঞানৰ সৈতে একান্ত ভাবে কিছু দীঘলীয়াকৈ সময় কটোৱা। সিন্‌হা প্ৰথম দিনা প্ৰজ্ঞানৰ সৈতে কৰমৰ্দন কৰি সাধাৰণ চিনাকি হোৱাৰ পিছৰে পৰা প্ৰজ্ঞানৰ ব্যক্তিত্বৰ প্ৰতি গভীৰভাৱে আকৰ্ষিত হয়। দুয়ো প্ৰায় সমবয়সৰ। ৰঞ্জিৎ সিন্‌হাৰ বিয়া হৈছে, একছৰীয়া ছোৱালী এজনী আছে। অসম কেডাৰৰ আই. পি. এচ. হৈ চাৰিবছৰহে হৈছে চাকৰিত সোমোৱা। এই চাৰিবছৰতে তীক্ষ্ণ বুদ্ধি আৰু পাৰদৰ্শিতা প্ৰদৰ্শন কৰি উৰ্দ্ধতন পৰ্যায়ত এজন দক্ষ আৰক্ষী বিষয়াৰ তালিকাত স্থান পাইছে। এইকেইদিন বাগিচালৈ আহোঁতে প্ৰজ্ঞানক ছেগা চোৰোকাকৈ লগ পাই দুই এষাৰ কথাৰ বিনিময়ৰ মাজেৰেই প্ৰজ্ঞানৰ বৌদ্ধিক আৰু মেধাৰ গভীৰতাৰ পৰিচয় লাভ কৰিছিল। মালিনীৰ সৈতেও সিন্‌হাৰ কিছু অন্তৰঙ্গতা গঢ়ি উঠিছিল। অলপ গহীন আৰু কথা কম কয় যদিও ছোৱালীজনীৰ ব্যক্তিত্ব আকৰ্ষণীয়। বৰ সাদৰী। সিন্‌হাই মালিনীক কথা দিছিল, তেওঁ শ্ৰীমতী সিন্‌হাক কেঁচুৱা জীয়েকৰ সৈতে এদিন এই বাগিচালৈ লৈ আহিব। আজিয়েই অনাৰ কথা আছিল। কিন্তু হঠাৎ আত্মীয় এজন থকাকৈ অহাত শ্ৰীমতী সিন্‌হাক আনিব নোৱাৰিলে। সিন্‌হাই ভাবি থৈছিলে আজি সন্ধ্যাটো প্ৰজ্ঞানৰ সৈতে অন্তৰঙ্গ আলাপ কৰি কটাব। কিন্তু সন্ধ্যাতে গুণেন্দ্ৰৰ অপহৰণকাৰীৰ টেলিফোন আৰু গুৱাহাটীৰ পৰা চাহ কোম্পোনীৰ সঞ্চালকৰ টেলিফোন দুটা অহাৰ পিছত দীঘলীয়া আলোচনা আৰু বিভিন্ন ঠাই আৰু বিভিন্ন জনৰ সৈতে টেলিফোন সংযোগ কৰাত সন্ধ্যাটোৰ বহুত সময় অতিবাহিত হ'ল। তাৰ উপৰি গোটেই পৰিবেশটো অতি বেছি গহীন হৈ পৰিল। কোনো সময়ত হয়তো আলোচনা একো হোৱা নাই। হুইস্কিৰ গিলাচ হাতত লৈ লৈ দুৱৰা, মেধি, কৰ্ণেল বৰুৱা আৰু সিন্‌হাই দীঘলীয়া সময় মৌন হৈয়েই পাৰ কৰিছে, মাত্ৰ ঘটনাক্ৰমৰ সাম্ভাব্য গতি প্ৰকৃতিৰ বিষয়ে চিন্তান্বিতভাৱে তললৈ মূৰ কৰি বহি আছে। এনে অৱস্থাত ৰঞ্জিৎ সিন্‌হাৰ প্ৰজ্ঞান আৰু মালিনীৰ সৈতে আচুতীয়া বৈঠকৰ সুযোগ নোলাল।

শেষত সেই সুযোগৰ বন্দৱস্ত হ'ল নৈশ আহাৰৰ পিছত। সকলোৱোৰ নিজ নিজ শয়ন কক্ষত সোমাই পৰাৰ পিছত সিন্‌হা, প্ৰজ্ঞান আৰু মালিনী বঙলাৰ বাহিৰৰ বৃহৎ বাৰাণ্ডাখনলৈ ওলাই আহিল। কৰ্ণেল বৰুৱা ইতিমধ্যেই দিনাৰত যোগ নিদিয়াকৈ কুৰি কিলোমিটাৰ দূৰত থকা তেওঁৰ বাসস্থানলৈ গ'লগৈ। নগৰৰ পৰা অলপ দূৰত কিছু মাটি কিনি ফাৰ্ম হাউচ পাতি তাতে সপত্নীক অবসৰীয়া জীৱন কটাবলৈ লৈছে কৰ্ণেল বৰুৱাই।

বাৰাণ্ডাৰ লাইটবোৰ নুমাই দিয়া হ'ল। সুৰক্ষাৰ তাগিদাত বঙলাটোৰ চৌদিশত বিদ্যুৎ লাইট জ্বলাই দিনৰ পোহৰৰ দৰে কৰি ৰখা হৈছিল। চাৰিও পিনে সশস্ত্ৰ চন্তৰীয়ে পিনা পিন্ দি ঘূৰি ফুৰিছে। সিন্হাই বঙলাটোৰ সমুখৰ বহু ঠাই যুৰি দেশী-বিদেশী ফুলেৰে ভৰি থকা ফুলনি আৰু আটোম-টোকাৰিকৈ যতনাই ৰখা বহল ঘাঁহনিডৰাৰ ওপৰৰ লাইট কেইটাও অফ্ কৰাই দিয়ালে। দুয়োকাষৰ দূৰৰ পৰা অহা পোহৰত বঙলাৰ সমুখখিনি অস্পষ্টভাৱে মাত্ৰ দেখা হৈ থাকিল। কৃষ্ণা দশমীৰ দোনাকৰ পাতল পোহৰেও সমাহিত কৰিছে চৌদিশ। বহুত দূৰৰ বাগিচাৰ মজদুৰ লাইনৰ পৰা ঝুমুৰৰ বাঁহীৰ সুৰ আৰু মাদলৰ ধ্বনি ভাঁহি আহিছে। কথা পতাৰ শান্ত পৰিবেশ এটা তৈয়াৰ হৈ উঠিল।

সিন্হা, প্ৰজ্ঞান আৰু মালিনী তিনিও বাৰাণ্ডাৰ একাষত চোফাত আৰামকৈ বহিল। সিন্হাৰ হাতত এটা ব্ৰাণ্ডি। প্ৰজ্ঞানে মদ্যপান নকৰে। ইংলেণ্ডত তেওঁ সাত বছৰ থাকিল। ক'ক অৰু নেমুপানীৰ বাহিৰে মুখত এঢোকো মদ লৈ নাপালে। প্ৰায় সঘনাই তেওঁ ড্ৰিঙ্ক পাৰ্টিত, ককটেল পাৰ্টিত যোগ দিব লাগে। আনকি কোম্পানীৰ বিত্তীয় সঞ্চালক নাইবা পিছলৈ বিত্তীয় বিভাগৰ উপদেষ্টা হোৱাৰ পিছত তেওঁ নিজেও ব্যৱসায়ৰ বিশিষ্ট ব্যক্তিসকলক নিমন্ত্ৰণ কৰি ককটেল পাৰ্টিৰ আয়োজন কৰিব লগা হৈছিল। তেওঁ মদ্যপান নকৰাক লৈ ৰসিকতা কৰি ইংৰাজ অতিথিসকলে মন্তব্য কৰিছিল ঃ Oh great, the man from the land of Gandhi!

প্ৰজ্ঞানহঁতৰ তিনিও পৰস্পৰক কিছু ঘনিষ্ঠভাৱে জানিবলৈ যিবোৰ কথা যেনেধৰণে পাতিব লাগে সেইদৰে আগবাঢ়ি কিছু সময় পাৰ হোৱাৰ পিছত তেওঁলোকৰ কথাৰ মোৰ অবলীলাক্ৰমে আকৌ সাম্প্ৰতিক পৰিস্থিতিলৈ আহিল। বিশেষকৈ প্ৰজ্ঞানে বিদেশৰ বহুজাতিক কোম্পানীৰ উচ্চ মৰ্যাদাসম্পন্ন, গুৰুত্বপূৰ্ণ পদবী এৰি থৈ আহি অসমৰ পিছপৰা এখন ঠাইত সমাজ সেৱা কামত ব্ৰতী হ'বলৈ মনস্থিৰ কৰা আৰু গাঁৱৰ ঘৰত থাকি কাৰ্য্যসূচী হাতত লোৱাৰ পৰিকল্পনা কৰাৰ প্ৰেক্ষিতত সাম্প্ৰতিক সমাজৰ স্বৰূপটো স্বাভাৱিকতে আলোচনাৰ বিষয় হৈ পৰিলে। অসমৰ সামাজিক জীৱনৰ বিকাশ আৰু প্ৰগতিৰ ক্ষেত্ৰত সশস্ত্ৰ সংগঠনটোৱে কিদৰে চৰম আঘাত হানিছে সেই বিষয়ে ক'বলৈ গৈ বঞ্জিৎ সিন্হাই অসমৰ চাহ উদ্যোগৰ জটিল সংকটময় অৱস্থাৰ বৰ্ণনা আৰম্ভ কৰিলে। এই সংকটে অসমৰ সমগ্ৰ অৰ্থনৈতিক দিশতে ব্যাপক ক্ষতিসাধন কৰিবলৈ ওলাইছে। ক্ষুদ্ৰ বৃহৎ সকলোবোৰ চাহ কোম্পানীৰ পৰা কম বেছি অনুপাতত কোটি কোটি হিচাপত ধন দাবী কৰিছে সংগঠনটোৱে। সেই দাবীক প্ৰয়োজনীয়

গুৰুত্ব নিদিয়াৰ পৰিণতিত সংগঠনটোৱে ইতিমধ্যে কেবাজনো বাগিচাৰ মেনেজাৰ নাইবা কোম্পানীৰ বিষয়াক পণবন্দী হিচাপে অপহৰণ কৰিছে, আৰু অপহৃতসকলক উদ্ধাৰৰ বিনিময়ত সংশ্লিষ্ট কোম্পানীবোৰে দাবীৰ ধন আদায় দিব লগা হৈছে। সম্প্ৰতি মালিনীৰ ককায়েক গুণেন্দ্ৰ দুবৰাৰ ক্ষেত্ৰতো কিবা ব্যতিক্ৰম হ'ব পাৰে বুলি তেওঁলোকে আশা কৰাটো উচিত নহ'ব। কাৰণ সংগঠনৰ স্বাৰ্থৰ প্ৰতিকূলে কিবা ব্যৱস্থা লোৱা মানে, নাইবা তেওঁলোকৰ স্বাৰ্থক অৱজ্ঞা কৰা মানেই বিপদ মাতি অনা। এনে পৰিস্থিতিত একাধিকজন চাহ-কোম্পানীৰ মেনেজাৰ বিষয়াৰ অপহৰণকাৰীৰ হাতত ইতিমধ্যে মৃত্যু হৈছে। আনহে নালাগে অসমত পঞ্চাশখনৰো অধিক বাগিচাৰ মালিকানী থকা বৃহৎ চাহ কোম্পানী টাটা টিৰ গুৱাহাটী অফিচৰ সঞ্চালক শ্ৰীবলীন বৰদলৈ মুঠ এঘাৰ মাহ অপহৰণকাৰীৰ কৰায়ত্তত বনে জঙ্ঘলে অশেষ দুৰ্ভোগত কটাই কথমপি মৃত্যুৰ পৰা ৰক্ষা পৰি আহিব পাৰিছিল। বিনিময়ত প্ৰকাশ্যভাৱে কোনেও নাজানিলেও বহুলাখ হিচাপত সশস্ত্ৰ সংগঠনটোক ধন আদায় দিব লগা হৈছিল বুলি মানুহৰ মাজত কথা এটা প্ৰচাৰ হৈছিল। মন কৰিবলগীয়া কথা, বলীনৰ দেউতাক আছিল স্বৰ্গীয় গোপীনাথ বৰদলৈ, যি অসমক পূব পাকিস্তানৰ অঙ্গ হৈ পৰাৰ দৰে এক সৰ্ব্বনাশীয়া পৰিস্থিতিৰ পৰা ৰক্ষা কৰিছিল। এনে এজন দেশহিতৈষীৰ পুত্ৰকো সিহঁতে নিজ স্বাৰ্থপূৰণৰ বাবে পণবন্দী কৰিবলৈ কুণ্ঠাবোধ কৰা নাছিল। আটাইতকৈ ডাঙৰ কথা হৈছে, এটা বৃহৎ চাহ কোম্পানীয়ে অসমত তেওঁলোকৰ চাহ ব্যৱসায় বন্ধ কৰি দিছে। তেওঁলোক অৱশ্যে মূলতঃ চাহ উৎপাদনৰ সৈতে জড়িত নহয়, চাহৰ বৃহৎ ক্ৰেতা আৰু ৰপ্তানিৰ ব্যৱসায়ী। গুৱাহাটী চাহ নীলাম কেন্দ্ৰ প্ৰথম প্ৰতিষ্ঠাৰ সময়ত তেতিয়াৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহা, প্ৰসিদ্ধ উদ্যোগপতি হেমেন্দ্ৰ প্ৰসাদ বৰুৱা, ৰাধাগোবিন্দ্ৰ বৰুৱা, ধৰ্মানন্দ দাস এই সকলৰ উপৰি এজন ইংৰাজ চাহ ব্যৱসায়ী আছিল কেন্দ্ৰটো প্ৰতিষ্ঠাৰ বিশেষ প্ৰেৰণা শক্তি। তেওঁ আছিল জন ব্ৰক, ব্ৰুক বণ্ড কোম্পানীৰ মুৰব্বী বিষয়া। তেৱেঁই হেমেন বৰুৱাক যোৰহাটৰ পৰা কলিকতালৈ খৰতকীয়াকৈ মতাই নি গুৱাহাটীত চাহ নীলাম কেন্দ্ৰ প্ৰতিষ্ঠা কৰাৰ পৰামৰ্শ দিছিল। জন ব্ৰকৰ বক্তব্য আছিল, কলকতাত সঘনাই হৈ থকা শ্ৰমিক বিদ্ৰোহ আৰু ব্যৱসায়-বাণিজ্যৰ অস্থিৰ পৰিবেশৰ ফলত চাহ-কোম্পানীবোৰ অতিষ্ঠ হৈ উঠিছিল, নিয়মীয়া কাম-কাজৰ গতি ব্যাহত হৈ পৰিছিল। গতিকে গুৱাহাটী নীলাম কেন্দ্ৰ আৰম্ভ হোৱাৰ লগে লগেই হিন্দুস্তান লিভাৰ নামৰ কোম্পানীটোৱে অকলেই নীলাম কেন্দ্ৰটোৰ পঞ্চাশ শতাংশ চাহ কিনিবলৈ ললে। হিন্দুস্তান লিভাৰ হ'ল, ব্ৰুকবণ্ড আৰু লিপটন

নামৰ দুটা বিদেশী চাহ বিক্ৰেতা কোম্পানীৰ যুটীয়া মালিক।

পৰিতাপৰ কথা, অসমত সন্ত্ৰাসবাদীসকলৰ ধন দাবীৰ উৎপাতত প্ৰায় উপায়ান্তৰ হৈ গুৱাহাটী নীলাম কেন্দ্ৰৰ সৰ্ববৃহৎ ক্ৰেতা কোম্পানীটোৱে অসমত ব্যৱসায় বন্ধ কৰি এদিন হঠাৎ সকলোৰে অজ্ঞাতে— আনকি চৰকাৰকো নজনোৱাকৈ— এখন চাৰ্টাৰ্ড প্লেনত হিন্দুস্তান লিভাৰৰ সমগ্ৰ বিষয়া-কৰ্মচাৰীৰ প্ৰায় এশগৰাকী মানুহক কলিকতালৈ স্থানান্তৰিত কৰিলে। লগে লগে সেই সপ্তাহত নীলাম কেন্দ্ৰৰ দুটা পেকেজত মুঠ বিক্ৰীৰ একৈশ কোটি টকাৰ ঘাটি হ'ল।

যোৱা কেইদিনমান আগতে মাত্ৰ এই ঘটনা ঘটিছে। সম্প্ৰতি কেন্দ্ৰীয় চৰকাৰ আৰু ৰাজ্য চৰকাৰৰ মাজত বিষয়টো লৈ সঘন সংযোগ চলি আছে। কাৰণ বৃটিছ কোম্পানী এটাৰ ক্ষতিসাধন আৰু বিষয়াসকলৰ জীৱন বিপদাপন্ন হোৱাৰ কাৰণে বৃটিছ চৰকাৰৰ বৈদেশিক বিভাগো উদ্বিগ্ন হৈ পৰাৰ বাৰ্তা দিল্লী পাইছেহি।

এনেতে চেঙনি বাগিচাৰ পৰা মিঃ দুৱৰাক অপহৰণ কৰা হৈছে। মালিনীৰ দেউতাক সাংসদ দুৱৰাই পোনপটীয়াকৈ কেন্দ্ৰীয় গৃহমন্ত্ৰীৰ সৈতে যোগাযোগ কৰিছে। সিন্‌হাই শ্ৰীমেধিৰ মুখে আজি আবেলি শুনিবলৈ পোৱা অনুসৰি অসমত অচিৰেই ৰাষ্ট্ৰপতি শাসন হ'ব পাৰে।

"প্ৰশাসনে কি কৰিছে? People in charge of law and order-তেওঁলোকে কি কৰিছে?" প্ৰজ্ঞানে হঠাৎ সিনহাক সুধিলে—

"আপুনি দেখা নাই জানো কি কৰিছে? I am in charge of law and order. What am I doing here? A silent spectator. মোক এক বেটেলিয়ন armed police বা CRPF লৈ মিঃ দুৱৰাক বিচাৰি উদ্ধাৰ কৰি আনিবলৈ নিৰ্দেশ দিয়া হোৱা নাই। I am itching to get such an order. And it is not going to come, never, I am sure. It is not to be--" যথেষ্ট উত্তেজিতভাৱে ৰঞ্জিৎ সিনহাই কথাখিনি ক'লে।

"তেন্তে, গুণেন দাদাৰ কি হ'ব? How he is going to be rescued?" প্ৰজ্ঞানে সুধিলে—

"Pay off the ransom"-- মালিনীয়ে হঠাৎ মাত দিলে।

"Exactly,--- মিলিটেণ্টে দাবী কৰা পণৰ ধন কোম্পানীয়ে নাইবা দেউতাক সাংসদ দুৱৰাই কিছু negotiate কৰি দালালৰ যোগে আদায় দিব। মালিনীৰ দাদাক ডিঙিত গামোছা পিন্ধি ডাড়িয়ে-চুলিয়ে ভোৰোকাৰ হৈ হাঁহি হাঁহি এদিন ঘৰ ওলাবহি। কিন্তু নিৰ্দিষ্ট সময়ত এই প্ৰক্ৰিয়াটোকে সম্পূৰ্ণ কৰাত

পলম হ'লে bloody suckers will just kill him. One can't rule out such eventuality. And that will be a signal to other future target people.

'Oh no-- That cannot be...' মালিনীয়ে হাত দুখনেৰে নিজৰ মুৰটো চেপি ধৰি প্ৰায় চিঞৰি উঠাৰ দৰে ক'লে।

সিন্‌হাই লগে লগে মালিনীৰ পিঠিখনত হাত এখন থৈ ক'লে, "That's never going to be. তুমি চিন্তা নকৰিবা মালিনী। মিঃ দুৱৰা সৌশৰীৰে উভতি আহিব। but not before going through a great ordeal. কাইলৈ- পৰহিৰ ভিতৰত ransom-ৰ অংক বন্দবস্ত হৈ যাব। ডাঙৰ চাহ কোম্পানী, Foreign Exchange earner আৰু তোমাৰ দেউতা থাকিবই the brain behind the exercise, তুমি চিন্তা নকৰিবা মালিনী।" চিন্‌হাই মালিনীক সান্ত্বনা দিলে।

"কিন্তু ৰাজ্য-চৰকাৰে কি কৰিছে? এইদৰে উগ্ৰবাদীবোৰক বন্দুক কিনিবলৈ টকা যোগাৰ কৰাত সহায় কৰি দিছে? চৰকাৰৰ নীতি, policy কি?" প্ৰজ্ঞানে সুধিলে।

'Stick in the right hand and carrot in the left...."

"আৰু এইদৰে চাহ বাগিচাৰ কোম্পানীবোৰে সিহঁতক গোপনে কোটি কোটি টকা দি থাকিব?"

"প্ৰাণৰ তাড়নাত, Survival-ৰ স্বাৰ্থত তাকে নকৰি তেওঁলোকে এতিয়া অন্য উপায়ৰ বাট দেখা নাই। অৱশ্যে চেষ্টাও নকৰাকৈ থকা নাই; সন্ত্ৰাসবাদী সংগঠনটোৰ সৈতে কিবা বুজাবুজি হ'ব পাৰেনেকি? কিন্তু that's a long story সেই বুলি সিন্‌হাই হাতৰ ঘড়ীৰ ফুৰোচেন কাঁটালৈ চালে। এঘাৰ বাজিছে।

"Let it be a long story. I am interested to listen. Please Mr. Sinha....'

সিন্‌হাই মালিনীৰ পিনে চাই ক'লে, "মালিনীৰ শুবৰ হৈছেনেকি?"

"নাই নাই, নাই হোৱা, কওক – no problem", মালিনীয়ে সহাঁৰি দিলে।

সিন্‌হাই গিলাচৰ তলিত থকা ব্ৰাণ্ডিকন ডিঙিত পেলাই গিলাচটো side table-ত থ'লে। ব্ৰাণ্ডিৰ সামান্য গোন্ধ প্ৰজ্ঞান আৰু মালিনীৰ নাকত লাগিল। সেই সময়তে সমুখৰ ফুলনিৰ এদাঁতিত থকা কাঞ্চনজোপাৰ ফুলৰ গোন্ধ আহি বিয়পাই দিলেহি এছাটি মৃদু বতাহে। সিন্‌হাই অসমৰ সম্প্ৰতি চাহ উদ্যোগৰ এক ঐতিহাসিক ঘটনাৰ বৰ্ণনা আৰম্ভ কৰিলে। ঘটনাটোৰ সবিশেষ সিন্‌হাই জানিব পাৰিছিল এজন সাংবাদিকৰ পৰা। আৰু সাংবাদিকজনক কাহিনীটো কৈছিল, অসমৰ এগৰাকী প্ৰসিদ্ধ উদ্যোগপতি, বুঢ়িছৰ দিনৰে আদ্যবন্ত চহকী পৰিয়ালৰ

হাৰ্ভাদ গ্ৰেজুৱেট কৃতী চাহ খেতিয়কে। তেখেত সেই সময়ত ভাৰতীয় চাহ সন্থাৰ উপসভাপতি আছিল আৰু উল্লিখিত ঘটনাটোৰ সৈতে একান্তভাৱে জড়িত আছিল তেখেতৰ নাম হেমেন্দ্ৰ প্ৰসাদ বৰুৱা।

প্ৰায় এবছৰ আগৰ কথা। সন্ত্ৰাসবাদী সংগঠনটোৱে অসমত চাহ বাগিচা থকা কোম্পানীবোৰৰ মুখ্য অফিচবোৰলৈ বৃহৎ বৃহৎ পৰিমাণৰ অৰ্থাৎ কোটি কোটি টকাৰ হিচাপত ধন দাবী কৰি চিঠি দিলে। কোম্পানীবোৰৰ এটাইবোৰৰ মূল অফিচ কলিকতাত। এটাইবোৰ কোম্পানী ভাৰতীয় চাহ সন্থাৰ সদস্য। সন্থাৰ সভাপতি দীঘলীয়া ছুটী লৈ ইংলেণ্ডত থকা কাৰণে উপসভাপতি শ্ৰীবৰুৱাৰ আহ্বানতে কোম্পানীবোৰৰ ঘাই বিষয়াসকল একত্ৰিত হৈ দীঘলীয়া আলোচনাত বহিল, কিদৰে সন্ত্ৰাসীসকলৰ অহেতুক ধন দাবীৰ সমস্যাটোৰ স্থায়ী সমাধান কৰিব পৰা যায়। বহুত তৰ্কবিতৰ্ক আলোচনাৰ অন্তত সিদ্ধান্ত হ'ল যে তেওঁলোকে কোনেও সংগঠনটোৱে দাবী কৰা অনুযায়ী ধন আদায় নিদিয়ে, কিন্তু অসমৰ বিকাশ আৰু উন্নতিৰ হকে সংগঠনটোৱে যি প্ৰস্তাৱ নাইবা আঁচনি আগবঢ়াই তাক কাৰ্যকৰী কৰিবলৈ প্ৰতিশ্ৰুতিবদ্ধ হ'ব। সংগঠনে প্ৰয়োজনবোধ কৰিলে চাহ কোম্পানীৰ বিষয়াসকল সৈতে বিতং আলোচনাত বহিব পাৰে। সেই মৰ্মে ভাৰতীয়া চাহ সন্থাৰ অসম শাখাৰ ডিব্ৰুগড়ত থকা সচিব শ্ৰীবৰঠাকুৰৰ জৰিয়তে সংগঠনৰ সংশ্লিষ্ট ব্যক্তিলৈ বাৰ্তা পঠালে। সংগঠনে আলোচনা কৰিবলৈ মান্তি হ'ল, আৰু পুনৰ শ্ৰীবৰঠাকুৰৰ জৰিয়তে আলোচনাৰ স্থান, সময় আৰু দুই-এটা চৰ্ত সাপেক্ষে উত্তৰ পঠালে। এটা চৰ্ত আছিল। কোম্পানীসমূহে যাতে এই আলোনচাৰ বিষয়ে চৰকাৰক বা পুলিচক কোনোপধ্যেই জানিবলৈ নিদিয়ে।

আলোচনাৰ স্থান নিৰ্ণয় হ'ল ডিব্ৰুগড়ৰ কোনো এক বিশেষ গোপন ঠাইত। নিৰ্দিষ্ট দিনৰ এদিন আগেয়ে চাহ উদ্যোগৰ কৰ্মকৰ্তাসকল শ্ৰীবৰুৱাক দলপতি কৰি লৈ প্ৰথমে গুৱাহাটীত অৱতীৰ্ণ হ'ল'হি। প্ৰতিনিধিত্ব হোৱা চাহ উদ্যোগকেইটাৰ ভিতৰত আছিল, দি টাটা টি, গুড্‌ৰিক, উইলিয়ামচন মেগৰ, জে টমাচ্, কেৰিট মৰাণ, জকাই টি, আপিজে, বাৰেন টি, বাচেল ইণ্ডাষ্ট্ৰিজ আৰু আচাম দি কোম্পানী। প্ৰায়বোৰ কোম্পানীৰ পৰা দুজনকৈ প্ৰতিনিধি দলটোত আছিল। গুৱাহাটীত তেওঁলোকে আকৌ আলোচনা কৰিলে চৰকাৰক কথাটো অৱগত কৰিবনে নকৰে। কাৰণ উগ্ৰপন্থী সংগঠনে তেনে কাৰ্যৰ পৰা বিৰত থাকিবলৈ তেওঁলোকৰ ওপৰত চৰ্ত আৰোপ কৰি থৈছিল। তৎসত্বেও, শ্ৰীবৰুৱাই চৰকাৰক জনাই থোৱাৰ ওপৰত গুৰুত্ব দিলে। সেই মৰ্মেই ৰাজ্যৰ মুখ্যমন্ত্ৰী

তথা গৃহমন্ত্ৰীক দলটোৱে লগ ধৰিলে। কিন্তু তেওঁ আপত্তি দৰ্শালে। পিছত মুখ্যমন্ত্ৰীৰ আপত্তি সত্বেও প্ৰতিনিধি দলটোৱে সন্ত্ৰাসীসকলৰ সৈতে প্ৰস্তাৱিত আলোচনাত অংশ লোৱাৰ সিদ্ধান্ত গ্ৰহণ কৰিলে।

পিছদিনা, গুৱাহাটীৰ পৰা আগবেলাতে গৈ ডিব্ৰুগড়ত উপস্থিত হৈ এ বি আই টিৰ জোনেল অফিচত আঠাইকেইজন গোট খালেগৈ। বন্দবস্ত আছিল দলটোক আলোচনাৰ গোপন ঠাইলৈ বাট দেখুৱাই আগুৱাই নিবলৈ সংগঠনৰ মানুহ আহিব। চাহ কোম্পানীৰ প্ৰতিনিধিসকলে অপেক্ষা কৰিলে। কিন্তু এঘণ্টা গ'ল, দুঘণ্টা গ'ল, "গাইড"ৰ কোনো দেখা সাক্ষাৎ নাই। "টি বেৰণৰ" দলটো প্ৰতিজনৰে ৰক্ত চাপ বৃদ্ধি পাবলৈ ধৰিলে। সন্ত্ৰাসীইঁতৰ কিবা অন্য ফন্দী আছেনেকি! অৱশেষত সন্ধ্যা ৬ বজাত দুখন মটৰ বাইকত দুজন যুৱক আহি ওলালাহি। তেওঁলোকে সকলোকে গাড়ীত বহিবলৈ ক'লে। ছয়-সাতখন কাৰ বাহিৰত বৈ আছিল। চাহৰ দলটোৰ মানুহখিনি গাড়ীত বহিল। কিন্তু যুৱক দুজনে নিৰ্দেশ দিলে কোনেও গাড়ীৰ ড্ৰাইভাৰ নিব নোৱাৰিব। আৰোহীসকলৰ এজনে এজনে গাড়ী চলাই যাব লাগিব। সেই মতেই গাড়ীবোৰৰ পৰা ড্ৰাইভাৰসকলক নমাই দি ষ্টিয়াৰিঙত একোজনকৈ চাহ কোম্পানীৰ মুধাফুটা বিষয়া বহিল। নাটকীয়ভাৱে গাড়ীকেইখনে যাত্ৰা আৰম্ভ কৰিলে। প্ৰচেচনটোৰ সমুখত এখন মটৰ বাইক, আৰু আনখন গাড়ীবোৰৰ শেষত। আমোদজনক কথাটো হৈছে, গাইডজনে মটৰ কাৰকেইখন পোনবাটে গন্তব্য স্থানলৈ আগুৱাই নিনি অকা পকাই ডিব্ৰুগড় ঠাইখনতে বহুত সময় ধৰি ঘূৰাই ফুৰালে। কাৰৰ আৰোহীসকল আৰু চালকসকলৰ বাবেও ঠাইখন তেনেই আচহুৱা, তেওঁলোকক কেনি, ক'লৈ লৈ গৈছে একো উৱাদিহ পোৱা নাছিল। প্ৰায় ডেৰঘণ্টামানৰ মূৰত প্ৰতিনিধি দলটোক চহৰৰ প্ৰায় মাজতে থকা এখন চাহ বাগিচাৰ মেনেজাৰৰ বঙলাত নি উপস্থিত কৰালেগৈ। মেনেজাৰজনক ইতিমধ্যে সপৰিয়ালে সন্ধ্যাতে আঁতৰাই পঠাই বঙলাটো সম্পূৰ্ণ খালি কৰি ৰখা হৈছিল। সন্ত্ৰাসীইঁতে বঙলাটো দৰাচলতে অস্থায়ীভাৱে কবায়ত্ত কৰি পেলাইছিল। গোটেই বঙলাটোৰ চৌদিশে পঞ্চাশ-ষাঠি ফুট আঁতৰে আঁতৰে জাঙ্গল ফেটিগ পিন্ধি হাতত ৰাকী টকি লৈ সসস্ত্ৰ যুৱক কেইজনমান সটান হৈ থিয় দি আছে।

চাহ কোম্পানীৰ প্ৰতিনিধিসকলক বঙলাৰ ভিতৰত প্ৰকাণ্ড ড্ৰইংৰুমত বহিবলৈ দিয়া হ'ল। কোঠাটোৰ ভিতৰত কেউ চুকত কেবাজনো যুৱক সৈন্যৰ সাজ পিন্ধি কান্ধত AK 47 বন্দুক সাজু কৰি ৰখা অৱস্থাত লৈ চলাফুৰা কৰি থাকিল। চাহৰ ব্যৱস্থা কৰা হ'ল। প্ৰথমেই সেই কোঠাতে আলোচনা আৰম্ভ

হ'ল। উগ্ৰপন্থী সংগঠনৰ ডিব্ৰুগড় জিলা-কমাণ্ডাৰ বিষয়া আৰু কেইজনমান উচ্চপৰ্যায়ৰ সদস্যই আলোচনাত যোগ দিলে।

শ্ৰীবৰুৱাই প্ৰথমেই আলোচনাৰ আৰম্ভতে সংগঠনৰ প্ৰতিনিধিকেইজনক অসমীয়াতে চৰ্ত দিলে যে যিসকল ব্যক্তি আলোচনালৈ আহিছে তেওঁলোকক যাতে সামান্যও অসন্মান কৰা নহয়। শ্ৰীবৰুৱাই দলৰ মুখপাত্ৰ হিচাপে অসমীয়াতে আলোচনাৰ আঁত ধৰিলে। তেওঁ স্পষ্টভাৱে উগ্ৰপন্থী সংগঠনৰ প্ৰতিনিধিক জানিবলৈ দিলে যে চাহ-কোম্পানীবিলাকৰ কৰ্তৃপক্ষ সংগঠনটোৰ দাবী মানি লৈ ধন আদায় দিবলৈ মান্তি নহয়। সংগঠনটোৱে যিহেতু অসমৰ প্ৰগতি আৰু জনসাধাৰণৰ উন্নতি কামনা কৰে, গতিকে অসমৰ জনসাধাৰণৰ কাৰণে চাহ উদ্যোগে কাম কৰিবলৈ প্ৰতিশ্ৰুতিবদ্ধ। সংগঠনে নিৰ্দিষ্টভাৱে প্ৰস্তাৱ আগবঢ়াওক, আঁচনি দিয়ক, তাৰ বাবে চাহ উদ্যোগে ধন ব্যয় কৰিব, সকলো প্ৰকাৰ সহায় কৰিব। কিন্তু অকল ধনৰ দাবী কোনেও মানি নলয়। তেওঁলোকে তেতিয়া অসমৰ মেডিকেল কলেজতেইখনত C T Scan আৰু কেটামান যন্ত্ৰৰ বাবে কেবাকোটি টকাৰ প্ৰস্তাৱ দিলে। চাহ উদ্যোগৰ প্ৰতিনিধিয়ে লগে লগে সেই প্ৰস্তাৱ মানি ল'লে।

তাৰ পিছত হঠাৎ সংগঠনৰ মুৰব্বী সদস্যকেইজন বহাৰ পৰা উঠি কাষৰ এটা কোঠালৈ গ'ল, আৰু নিৰ্দেশ দি গ'ল, প্ৰত্যেক কোম্পানীৰ বিষয়া প্ৰতিনিধিক সংগঠনৰ প্ৰতিনিধিয়ে অকলশৰে গাইগুটীয়াকৈ লগ ধৰিব। দলপতি শ্ৰীবৰুৱাই সদস্যসকলক নিৰ্ভয় দিলে।

প্ৰত্যেক কোম্পানীৰ প্ৰতিনিধি নিৰ্দিষ্ট কোঠাটোলৈ গাইগুটীয়া ভাৱত সোমাই গ'ল। এটা কোম্পানীৰ পিছত আন এটা কোম্পানীৰ প্ৰতিনিধি এজন বা দুজনকৈ সুকীয়া সুকীয়াভাৱে কোঠাটোলৈ সোমাই গ'ল। শ্ৰীবৰুৱাই সাংবাদিকজনক কোৱামতে, লক্ষ্য কৰিছিল, চাহ উদ্যোগৰ সদস্যসকলৰ প্ৰত্যেকেই পোন্ধৰ বিশ মিনিটমানৰ পিছত কোঠাটোৰ পৰা ওলাই আহে। তেওঁলোকৰ মুখবোৰ বিবৰ্ণ হৈ আহে। মাতবোল সম্পূৰ্ণ বন্ধ হৈ থাকে। গভীৰ চিন্তান্বিত হৈ পৰে। শ্ৰীবৰুৱাই দুই-এজনক সুধিলে, গোপান কোঠাত কি আলোচনা হ'ল। কোনেও উত্তৰত এবাৰো মুখ নেমেলিলে।

সকলোৰে শেষত শ্ৰীবৰুৱাক মতা হ'ল। আন সকলোৰ দৰে বৰুৱাৰ আগে-পিছেও দুজন বন্দুকধাৰী যুৱক কোঠাটোৰ দুৱাৰ মুখলৈকে আগুৱাই গ'ল।

কোঠাৰ ভিতৰত বৰুৱাই আসন লোৱাৰ লগে লগে সংগঠনৰ প্ৰতিনিধি এজন যুৱকে সুধিলে, "আপুনি শ্ৰীবৰুৱা অসমীয়া মানুহ".........

"হয়"

"আপোনাক ইয়ালৈ কোনে মাতিছে? আমি আপোনাকতো মতা নাছিলো।"

"মই ভাৰতীয় চাহ সন্থাৰ উপসভাপতি হিচাপে আহিছোঁ," বৰুৱা।

"আমিতো ভাৰতীয় চাহ সন্থাক মতা নাই।"

"চাহ কোম্পানীবিলাক ভাৰতীয় চাহ সন্থাৰ সদস্য। চাহ উদ্যোগৰ যি কোনো উমৈহতীয়া স্বাৰ্থজড়িত কথাত সন্থাই তেওঁলোকেৰ প্ৰতিনিধিত্ব কৰাৰ নিয়ম। মই সেয়ে, দলটোৰ নেতৃত্বৰ দায়িত্ব লৈ আহিছো।"

"যি হওক বাৰু, আমি কোম্পানীবোৰৰ প্ৰত্যেককে কিছুমান প্ৰস্তাৱ দিছো। আপুনি তেওঁলোকৰ নেতৃত্ব লৈছে যেতিয়া, আপুনি তেওঁলোকক বুজাব যাতে আমাৰ প্ৰস্তাবোৰৰ শীঘ্ৰে সঁহাৰি দিয়ে।"

শ্ৰীবৰুৱাৰ সৈতে উগ্ৰপন্থী দুজনে বিশেষ আৰু কথা নাপাতিলে।

শ্ৰীবৰুৱা কোঠাটোৰ পৰা ওলাই আহিল। বৰুৱাৰ আগে-পিছে বন্দুকধাৰী দুটাই বন্দুক দুটা বৰুৱাৰ গাৰ পিনে এনেকৈ টোৱাই আছিল যে যি কোনো মুহূৰ্ত্ততে সিহঁতে ট্ৰিগাৰ টিপি দিব পাৰে। বৰুৱাই সিহঁতলৈ অলপ বিৰক্তি আৰু খঙেৰে চাই ক'লে,—

"আমি ইয়াত গহীন কথা আলোচনা কৰিবলৈ আহিছো, ভদ্ৰলোকৰ দৰে, তহঁতক এইদৰে আমাক গাৰ্ড দি থাকিবলৈ কিহে পাইছে?"

বন্দুকধাৰী যুৱক দুজনে বৰুৱাই টানকৈ আৰু তহঁতক বুলি কোৱা কথাখিনি শুনি বৰ ভাল নাপালে, কিন্তু মনে মনে থাকিল, একো নকবিলে।

চাহ কোম্পানীৰ প্ৰতিনিধিৰ দলটো উভতি আহিবলৈ গাড়ীত উঠিবৰ সময়ত হঠাৎ সংগঠনৰ যুৱক এজনে বৰুৱাৰ সমুখত এখন চিঠিৰ ফটোকপি দাঙি ধৰি ক'লে, "আপোনালোকক আমি চৰ্ত্ত দিছিলো, আপোনালোকে যাতে চৰকাৰক আমাৰ এই সাক্ষাৎকাৰৰ বিষয়ে নজনায়। কিন্তু এইখন চিঠি লৈ কালি দুপৰীয়া আপোনালোকে মুখ্যমন্ত্ৰীক লগ ধৰিবলৈ গৈছিল, সকলো কথা জনাই আহিবলৈ। আপোনালোকক সাবধান কৰি দিলো, আগলৈ যাতে আমাৰ নিৰ্দেশক এইদৰে উলাই কৰিবলৈ সাহস নকৰে, তাৰ ফল ভাল নহ'ব।"

কথাষাৰ শুনি বৰুৱা কিছু উত্তেজিত হৈ উঠিল, "আপোনালোকে আমাক ধমকি দিছেনেকি?"

"নাই নাই ধমকি দিয়া নাই। কিন্তু সাবধান কৰিছো।" সংগঠনৰ যুৱকজনে সামান্য সমীহ হৈ ক'লে।

"অৱশ্যেই আমাক হুমিয়াই কথা কৈছে। তেনেকৈ কথা নক'ব।" বৰুৱাই

যথেষ্ট টান স্বৰত কথাকেইটা কৈ বেগাই গাড়ীত উঠিল। গাড়ীত বহি বৰুৱাই ভাবি আচৰিত হ'ল, আগদিনা মুখ্যমন্ত্ৰীৰ হাতত দিয়া গোপনীয় চিঠিৰ ফটো কৰি কেনেকৈ চাব্বিশ ঘণ্টাৰ ভিতৰত সন্ত্ৰাসবাদী সংগঠনৰ হাতত পৰিল।

তেতিয়া ৰাতি শেষ হৈ প্ৰায় দোক মোকালি। চাৰে তিনি বাজিছিল। শ্ৰীবৰুৱাই আমোদ কৰি সাংবাদিকজনক কৈছিল, তেওঁ ভগবানক সদায় ধন্যবাদ দিব এটা কাৰণত যে সেই নিশা চাহ-কোম্পানীৰ মুধাফুটা বিষয়াখিনিক সশস্ত্ৰ সংগঠনৰ ডেকাহঁতৰ বন্দুকৰ নলীৰ আগৰ পৰা অক্ষত অৱস্থাত সোঁশৰীৰে ঘূৰাই আনি এয়াৰপৰ্টৰ প্লেনত উঠাবহি পাৰিছিল।

সেইদিনা গোপান কক্ষত সংগঠনৰ প্ৰতিনিধি আৰু চাহ কোম্পানীৰ বিষয়াসকলৰ মাজত সুকীয়া সুকীয়াকৈ কি প্ৰস্তাৱ আলোচনা হৈছিল প্ৰকাশ্যে কাকো জনোৱা হোৱা নাছিল। কাৰণ তেওঁলোকক প্ৰাণনাশৰ ভাবুকি দি থোৱা হৈছিল।

তথাপিও শ্ৰীবৰুৱাই পিচত জানিব পাৰিছিল তেওঁলোকৰ প্ৰত্যেককে এককোটি ডেৰকোটিকৈ ধনৰ দাবী কৰা হৈছিল। আনকি শ্ৰীবৰুৱাকো পিছত তেওঁৰ চাহ কোম্পানীৰ আয়ৰ পৰা মোটা অংকৰ ধন দাবী কৰা হৈছিল। তেওঁকো প্ৰাণৰ ভাবুকি দিয়া হৈছিল। তাৰ ফলত শ্ৰীবৰুৱা বহুদিন ধৰি কালিফৰ্ণিয়া আৰু মেক্সিকোত গৈ গোপনে থাকিবগৈ লগা হৈছিল। সেই যে ধন আদায়ৰ দাবী কোম্পানীবোৰৰ ওচৰত উত্থাপন কৰা হ'ল, সেই দাবী পূৰণৰ বাবেই সশস্ত্ৰ সংগঠনটোৱে পিছলৈ ক্ৰমে টেলিফোন কৰি কৰি কোম্পানীবোৰক ভীতি প্ৰদৰ্শন কৰিবলৈ ধৰিলে, কোম্পানীৰ মেনেজাৰ, বিষয়া আদিক অপহৰণ কৰিবলৈ ধৰিলে, কোনো কোনোক হত্যাও কৰা হ'ল। চাহ উদ্যোগৰ ব্যৱসায়ৰ পৰা সশস্ত্ৰ সংগঠনটাৰ এই ধন আদায়ৰ প্ৰক্ৰিয়া এতিয়াও সক্ৰিয়ভাৱে চলি আছে। তাৰেই শেহতীয়াভাৱে সেই প্ৰক্ৰিয়াৰে বলি হৈছে চেঙনি বাগিচাৰ জ্যেষ্ঠ পৰিচালক গুণেন্দ্ৰ দুবৰা।

ৰঞ্জিৎ সিন্‌হাই যথেষ্ট সময় ধৰি দীঘলীয়া কাহিনীটো কৈ উঠি মন্তব্য কৰিলে, "মিঃ সোনোৱাল, আপোনাক এই কথাবোৰ ক'লো এই কাৰণেই যে অপুনি অসমলৈ এনে এটা সময়ত সমাজ সেৱাৰ ব্ৰত লৈ দীঘলীয়া দিন ধৰি ইয়াত থাকি কাম কৰিবলৈ আহিছে, যি সময়ত অসমৰ বৰ্তমান সমাজ, জনসাধাৰণ, অসমৰ ৰাজনৈতিক আৰু প্ৰশাসনীয় যন্ত্ৰৰ কৰ্মকাণ্ড কিদৰে পৰিচালিত হৈছে তাৰেই এটা আভাস যাতে— at the very out set জানিব পাৰে আৰু সেই তথ্যজ্ঞানৰ ভিত্তিত আপুনি আপোনাৰ কামৰ আঁচনি আৰু

কৌশল নিৰ্দিষ্ট কৰি ল'ব পাৰে।"

ঠিক তেনে সময়তে কাষৰ ড্ৰইং ৰুমত টেলিফোনটোৰ ৰিং হ'ল। মালিনীয়ে বেগাই গৈ টেলিফোনটো ধৰিলে ঃ বাৰাণ্ডাৰ পৰাই প্ৰজ্ঞান আৰু ৰঞ্জিত সিন্‌হাই শুনিলে, মালিনীয়ে কোৱা ঃ হেল্লো হয়। ৰমেন্দ্ৰ নাৰায়ণ আছে ইয়াতে। নাই নাই তেখেত শুইছে। মই তেখেতৰ ছোৱালী। হয় বুজি পাইছো.... কোনে কৈছে—। কাষত ? আছে, নাই নাই ঘৰৰে মানুহ, আৰু ? আৰু মানে, নাই নাই দাদা.... হেল্লো হেল্লো....

হঠাৎ সিপিনৰ ব্যক্তিজনে টেলিফোন ৰিছিভাৰটো নমাই থয়।

মালিনীয়ে প্ৰায় বিবৰ্ণ মুখে প্ৰজ্ঞান আৰু সিন্‌হালৈ চায়।

"কাৰ ফোন ?" সিন্‌হাই সুধিলে। তেওঁৰ মাতত উৎকণ্ঠা।

"Those people-- the militants"

"I know, সিহঁতে আকৌ ফোন কৰিব"— সিন্‌হাই উদ্বিগ্ন হৈ ক'লে।

"মই কিন্তু নধৰোঁ, মোৰ ভয় লাগে।"

"তুমি নালাগে ধৰিব। সোণোৱালে ধৰিব, যদি ফোনটো আহে। আপুনি ক'ব, আপুনি মালিনীৰ সৰু দাদা, আমেৰিকাত থকাজন। কিবা pressurise কৰিলে, do not give in...." সিন্‌হাই পুলিচী তৎপৰতাৰে প্ৰজ্ঞানক দিহা দিলে।

সঁচাকৈয়ে তেনেতে আকৌ টেলিফোনৰ ৰিং হ'ল। প্ৰজ্ঞানে সিন্‌হালৈ চালে।

"সেয়া মই কৈছিলো নহয়, they will call up again. সোণোৱাল telephone টো ধৰক।"

প্ৰজ্ঞানে টেলিফোনটো ধৰিলে ঃ হেল্লো... হয়। মই।... মই ৰমেন্দ্ৰ দুৱৰাৰ দ্বিতীয়জন ল'ৰা, আমেৰিকাত থকাজন।.........

.......ঘটনাটো জানি আহিছো। ডাঙৰজন মানে দাদা হয়তো আপোনালোকৰ দয়াতে এতিয়াও জীয়াই আছে। Thank you, দাদা ভালে আছে বুলি জানি। হয় হয় ... অলপ আগতে টেলিফোন কৰিছিল, মালিনীয়ে ধৰিছিল। হয়। দেউতা শুইছে, মই তেখেতৰ ল'ৰা, মোকে ক'ব পাৰে, আপোনাৰ কি ক'ব লগা আছে।... হয় হয় ... মই কিন্তু এতিয়া দেউতাক শোৱাৰ পৰা জগাব খোজা নাই। তেখেত ঘটনাটোৰ কাৰণে যথেষ্ট অসুস্থ হৈ পৰিছে। ডাক্তৰে ঔষধ দিছে tranquiliser। তেখেতক জগাব নোৱাৰিম।... হয় হয়, মই বুজি পাইছো, কিন্তু দেউতাক মই এতিয়া কোনো পধ্যেই শোৱাৰ পৰা উঠাব নোৱাৰিম।

আপুনি মোকেই সকলো কথা ক'ব পাৰে। I am a responsible man, মোক আপুনি ভৰসা কৰব পাৰে, কওক, আপোনলোকৰ কি বক্তব্য... হয়.... হয়.... army operation হ'লে, দাদাক আপোনালোকে দূৰলৈ লৈ যাব লাগিব, জঙ্ঘলৰ ভিতৰলৈ নিব লাগিব, হয় হয় তেওঁক বেছি কষ্টত ৰাখিব লাগিব। Deep forest-ত দাদাৰ বেমাৰ-আজাৰ হ'লে, তেওঁৰ চিকিৎসাৰ অসুবিধা হ'ব, হয় হয় সকলো বুজিছো। আৰু যিটো কথা আপুনি মুখ খুলি ক'ব নোৱাৰে, কিন্তু মই বুজি পাইছো, সেইটো হ'ল — army operation হ'লে আপোনালোক গাঁৱৰ মাজত আহি টিঘিল ঘিলাব নোৱাৰিবহি আৰু তাতোকৈ ডাঙৰ কথা, army আৰু CRPF-ৰ security net work ৰ মাজেৰে আপোনালোকে দাদাৰ মূৰৰ বিনিময়ত কোম্পানীয়ে দিবলগা পনৰ টকাখিনি লাভ কৰাত জটিলতাই দেখা দিব।... There will be chances of encounter. আপোনলোকে যাতে অবাধে সহজে টকাখিনি collect কৰিব পাৰে তাৰ সুবিধা কৰি দিব লাগে...। Army deployment avoid কৰিব লাগে কিন্তু Mr. No body, আটাইতকৈ গুৰুত্বপূৰ্ণ যিটো কথা আপোনালোকে বুজিও বুজিব খোজা নাই সেইটো হৈছে army operation হ'লে, সাধাৰণ মানুহৰ নিৰ্যাতন হ'ব, They will be ultimate victims, কি ক'লে? কি ক'লে? হেল্লো হেল্লো...

সেই সময়ত টেলিফোন লাইনৰ সিপিনৰ উগ্ৰপন্থী সদস্যজনে কথাৰ আধাতে ৰিচিভাৰটো নমাই থ'লে

ৰমেন্দ্ৰ নাৰায়ণ দুৱৰাৰ প্ৰকাণ্ড ঘৰ যোৱা দুদিনমানৰ পৰা একেবাৰে নিজান পৰিছে। তাৰ আগলৈকে প্ৰায় অসপ্তাহ ধৰি ঘৰখনত উছৱৰ উদুলি-মুদুলি। ৰাজনৈতিক, ব্যৱসায়ী, উদ্যোগপতি, সমাজসেৱী, সংস্কৃতিপ্ৰেমী, আমোলা-বিষয়া, নগৰৰ সৰু-বৰ অনেক মানুহে আহি ভিৰ কৰিছিলহি দুৱৰাৰ ঘৰ। দুটাকৈ প্ৰকাণ্ড ড্ৰয়িংৰুমৰ উপৰি বাহিৰৰ প্ৰকাণ্ড দীঘল বাৰাণ্ডা, সমুখৰ ঘাঁহনি সকলোতে মানুহ বহাৰ ব্যৱস্থা কৰিবলগা হৈছিল। চাহ-কফি, বিধে বিধে মিঠাই, কেক, পেষ্ট্ৰী আদিৰো পৰিবেশন হৈছিল লগে লগে। এসপ্তাহতে দুনিশাকৈ Gala dinner partyৰ অয়োজন কৰি বিধে বিধে দেশী-বিদেশী cuisine-ৰ খাদ্য আৰু বিবিধ পানীয়ৰে আপ্যায়ন কৰা হৈছিল। এনিশা আছিল নগৰৰ আঢ্যৱন্ত অতিথিসকলৰ কাৰণে, আৰু এনিশা আছিল আছুতীয়াকৈ চাহবাগিচাৰ কোম্পানীৰ ডিৰেক্টৰ, এম. ডি., চেয়াৰমেন, ভায়েচ চেয়াৰমেন, চিনিয়ৰ মেনেজাৰ, মেনেজাৰসকলৰ কাৰণে, স্বামী-স্ত্ৰী যোৰা যোৰাকৈ।

এই সকলোবোৰ আয়োজন কৰাৰ কাৰণ আছিল ঃ যোৱা এসপ্তাহ আগতে

চেঙনী বাগিচাৰ চিনিয়ৰ মেনেজাৰ গুণেন্দ্ৰ নাৰায়ণ দুৱৰা প্ৰায় ডেৰমাহ কাল উগ্ৰপন্থীৰ কৰায়ত্তত পণবন্দী হৈ থকাৰ পৰা মুক্তি লাভ কৰি উভতি অহাৰ পিছত পৰিয়ালৰ আত্মীয় আৰু বন্ধু-বান্ধৱৰ মনত যি আনন্দোল্লাস আৰু সুখানুভূতিৰ সঞ্চাৰ হৈছিল তাৰেই প্ৰকাশ আৰু অভিব্যক্তি। গুণেন্দ্ৰ দুৱৰাই অপহৃত কালছোৱাত কিদৰে দিন পাৰ কৰিছিল, উগ্ৰপন্থীসকলৰ ব্যৱহাৰ-পাতি কেনে আছিল, কি উপায়ে নাইবা কি বন্দৱস্তৰ মাজেৰে তেওঁ প্ৰাণ লৈ উভতি আহিবলৈ সক্ষম হ'ল-- এনে নানানটা প্ৰশ্ন মানুহবিলাকৰ মাজত। বহুতেই গুণেন্দ্ৰক পোনপটীয়াকৈ সুধি তেওঁলোকৰ মনৰ ঔৎসুক্যৰ সঁহাৰি বিচাৰিলে। আনকি দুই-এজনে অনুচ্ছ কণ্ঠে সুধিয়েই দিলে-- "কিমান দিব লগা হ'ল?" কিন্তু পৰিকল্পিত আৰু কৌশলগতভাৱেই গুণেন্দ্ৰই সকলোবোৰ প্ৰশ্নৰ উত্তৰ এৰাই চলিল। এইক্ষেত্ৰত তেওঁক অপহৰণকাৰীসকলে সাৱধান কৰি থৈছিল যাতে উভতি অহাৰ পিছত তেওঁলোকৰ বিৰুদ্ধে যাব পৰা কোনো মন্তব্য পোষণ নকৰে, আৰু কোনো গোপন তথ্য সদৰী নকৰে। পুলিচৰ পক্ষৰ পৰাও তেওঁক পৰামৰ্শ দিয়া হৈছিল যাতে কি প্ৰক্ৰিয়া আৰু ব্যৱস্থাৰে তেওঁক উদ্ধাৰ কৰি অনা হ'ল সেই সম্পৰ্কে কোনো তথ্য প্ৰকাশ নকৰে। এই ক্ষেত্ৰত গুণেন্দ্ৰ দুৱৰাৰ বিশেষ সমস্যা হৈছিল তেওঁ ঘূৰি অহাৰ পিচতে আয়োজন কৰা সংবাদমেলত সাংবাদিকসকলৰ প্ৰশ্নৰ উত্তৰ দিয়াৰ সময়ত। কিন্তু তেওঁৰ সাংসদ দেউতাক ৰমেন্দ্ৰ দুৱৰাৰ অতি সক্ৰিয়, কুশলী আৰু বুদ্ধিনিষ্ঠ সহযোগত গুণেন্দ্ৰই পৰিস্থিতি চম্ভালিব পাৰিলে আৰু বিশেষ একো গোপন তথ্য সদৰী নকৰাকৈয়ে সাংবাদিকসকলৰ প্ৰশ্নবাণ প্ৰতিহত কৰিবলৈ সমৰ্থ হ'ল। সাংবাদিকসকলৰ বাবে বহু কথা ৰহস্যাবৃত হৈয়ে থাকিল।

কিন্তু গুণেন্দ্ৰ দুৱৰাৰ মুক্তি কাহিনীৰ প্ৰকৃত আঁৰৰ কথা তেনেই সীমিত যিকেইজনে জানিবলৈ পাইছিল তাৰ ভিতৰত এজন আছিল প্ৰজ্ঞান। প্ৰজ্ঞান ইতিমধ্যে চেঙনী বাগিচাৰ পৰা দেহাপুখুৰীৰ তেওঁৰ গাঁৱৰ ঘৰত উপস্থিত হৈছিলগৈ। আইমা অৱশ্যে আৰু অলপদিন আশ্ৰমত স্বামীজীৰ বক্তৃতা শুনা শেষ কৰিবলৈ গুৱাহাটীত থাকিবলগা হ'ল। প্ৰজ্ঞানে ডেৰমাহ ধৰি দেহাপুখুৰীত সংকল্পৰ সাংগঠনিক কাম-কাজৰ প্ৰাথমিক পদক্ষেপবোৰ সম্পূৰ্ণ কৰিলে। এনেতে গুণেন্দ্ৰ দুৱৰাৰ গৃহ প্ৰত্যাবৰ্তনৰ খবৰ পাই তেওঁক এবাৰ দেখা কৰা, আৰু মালিনীৰ সৈতে আলোচনা কৰি দেহাপুখুৰীত সংকল্পৰ প্ৰসাৰণৰ কাৰণে পঞ্জীয়নৰ চৰকাৰী নিয়মবোৰৰ কাম সম্পূৰ্ণ কৰা, এনেবোৰ কাৰণতে প্ৰজ্ঞান এবাৰ গুৱাহাটীলৈ আহিল। তেওঁ অহাৰ দিনাই সন্ধ্যা ৰমেন্দ্ৰ দুৱৰাৰ ঘৰত সেই বিশেষ

ডিনাৰটোৰ আয়োজন হৈছিল। সেই ডিনাৰত যোগদান কৰিবলৈ বিশেষভাৱে নিমন্ত্ৰিত হৈ আহিছিল আৰক্ষী বিষয়া ৰঞ্জিৎ সিন্‌হা। উছৱমুখৰ ডিনাৰ পাৰ্টিত বিভিন্ন বিষয়ৰ ৰসঘন কথোপকথনৰ আৰু হাঁহি ফূৰ্তিৰ হৈ-চৈৰ মাজত মুকলি ঘাঁহনিৰ এচুকত একাষৰীয়াকৈ কিছু নিৰিবিলি ঠাইত বহিছিল ৰঞ্জিৎ সিন্‌হা আৰু প্ৰজ্ঞান। গুণেন্দ্ৰ দুৱৰাৰ উদ্ধাৰকাৰ্যৰ সমগ্ৰ অপাৰেশ্যনটোত যদিও গোপনপটীয়াকৈ মাত্ৰ চাহ কোম্পানীৰ বিষয়া আৰু উগ্ৰপন্থীৰ প্ৰতিনিধিৰ মাজত সম্পন্ন হৈছিল তথাপি বিশেষ গোপান সূত্ৰৰ জৰিয়তে আৰক্ষীয়ে চোৰাংচোৱাৰ দুই-এক বিষয়া আৰু দেউতাক ৰমেন্দ্ৰ দুৱৰাই ডাঁৰৰ খবৰ ডাঁৰে পাই আছিল। তাৰ উপৰি সাংসদ দুৱৰাই দুই-এক সমস্যাৰ সমাধানত গোপনে ভাগ ল'বলগাও হৈছিল। আৰু সকলো কথাই অৱগত আছিল স্থানীয় আইন-শৃঙ্খলা আৰু সুৰক্ষাৰ দায়িত্বত থকা বিষয়া হিচাপে ৰঞ্জিৎ সিন্‌হাৰ। হুইস্কিৰ প্ৰভাৱত সিন্‌হাই অতি গহীন আৰু জটিল তথ্যবোৰ ৰসাল কাহিনীৰ দৰে বৰ্ণাই গৈছিল। একান্তমনে শুনিছিল প্ৰজ্ঞানে ঃ

ইতিমধ্যে বৃহৎ অঞ্চল জুৰি উজনি অসমত সৈন্য বাহিনী মোতায়েন কৰা হৈছিল। টি আৰ পি এফ আৰু অসম আৰক্ষীৰ সশস্ত্ৰ বাহিনী আছেই।

কোম্পানীৰ হৈ এজন উচ্চ পৰ্যায়ৰ অসমীয়া বিষয়া কৰ্পোৰেট ভাইচ প্ৰেচিডেণ্ট গৌৰাঙ্গ বৰুৱাক উগ্ৰপন্থীৰ নিৰ্দিষ্ট দুগৰাকী প্ৰতিনিধিৰ সৈতে সকলো গোপন যোগাযোগ আৰু আলোচনা কৰিবলৈ বিশেষ ক্ষমতা দিয়া হৈছিল। বিভিন্ন সময়ত বিভিন্ন স্থানত মাত্ৰ টেলিফোনেৰে যোগাযোগ কৰিছিল তেওঁলোকে। শেষত এবাৰ কলিকতাৰ এটা গেষ্ট হাউচত মৌখিকভাৱে চূড়ান্ত আলোচনাৰ মাজেৰে এক সিদ্ধান্তত উপনীত হোৱা গ'ল ঃ পণবধন দুই কোটিৰ পৰা এক কোটিলৈ হ্ৰাস হ'ল। তাৰ লগতে কোম্পানীয়ে ধনবিনি প্ৰদান কৰা প্ৰক্ৰিয়া আৰু গুণেন্দ্ৰ দুৱৰা উগ্ৰপন্থীৰ কবলৰ পৰা ওলাই অহা প্ৰক্ৰিয়া সম্পৰ্কেও সিদ্ধান্ত লোৱা হ'ল। যদিও দুয়োটা সিদ্ধান্ত শেষলৈকে কেবাৰাবো সলনি হৈহে এদিন শেষ সিদ্ধান্তত উপনীত হ'ল। হেলিকপ্টাৰেৰে অৰুণাচলৰ সীমাত দেহা নৈৰ ভৈয়ামলৈ নামি অহা জনশূন্য অঞ্চলত নৈৰ চৰ পৰা বালিত ধনৰ বস্তাকেইটা পেলোৱা হ'ব, আৰু তাৰ ছব্বিশ ঘণ্টা পিছত নামনি অসমৰ কোনো এঠাইত গুণেন্দ্ৰ দুৱৰাক থৈ অহা হ'ব। দেহা নৈৰ ওপৰে ওপৰে গৈ হেলিকপ্টাৰখন বিশেষ ঠাইত উপস্থিত হ'বলৈ এখন মেপ ফেক্স কৰি উগ্ৰপন্থীৰ গোপান কাৰ্যালয়ৰ পৰা চাহ কোম্পানীৰ বিশেষ সুৰক্ষিত কক্ষৰ ফেক্স মেচিনলৈ পঠোৱা হ'ল।

নৈখন পাহাৰৰ পৰা নামি আহিছে মাত্ৰ। প্ৰবল সোঁত। এটা পাৰে বালি আৰু শিল, সিটো পাৰে পাহাৰৰ গড়া, যিপিনে নৈখন বেগেৰে বৈ গৈছে। দুয়ো পাৰেই অটব্য হাবি, জঙ্গল। বালিখিনিৰ মাজত, শবদাহ কৰি জেওৰাৰে ঘেৰি বগা কাপোৰ বান্ধি থোৱাৰ দৰে থাকিব। তাৰেই ঠাইখিনি চিহ্নিত হ'ব। বুজিব লাগিব সেই টুকুৰাই নিৰ্দিষ্ট ঠাই। কাষৰ হাবিৰ পৰা সংশ্লিষ্ট ব্যক্তিসকল সাজু হৈ বৈ থাকিব। অতি নিৰাপদ ঠাই। বহু দূৰলৈকে কোনো জনবসতি নাই। সেই ঠাইলৈ কোনো নাহে। তথাপি বেলি ওলাওঁ নোলাওঁতেই ড্ৰপিঙৰ কামটো হ'ব লাগিব।

যথা সময়ত, যথাস্থানত আহি হেলিকপ্টাৰ আকাশমাৰ্গত ঘূৰিবলৈ ধৰিলে। তলত দেখা গ'ল বালিত জেওৰাৰে ঘেৰি থোৱা-শৱ-দাহৰ ঠাই, বগা কাপোৰেৰে ঢাকি থোৱা আছে। অৰ্থাৎ এয়াই চিন। এই ঠাইতে বস্তাকেইটা ড্ৰপ কৰিব লাগিব। হেলিকপ্টাৰৰ ভিতৰত পাইলট, কো-পাইলট, গৌৰাঙ্গবৰুৱা নিজে, এজন অস্ত্ৰধাৰী চিকিউৰিটি গাৰ্ড আৰু পিছপিনে চাৰিটা চিমেণ্টৰ খালি বস্তাত ভৰাই অনা এক কোটি পণৰ টকা।

হেলিকপ্টাৰৰ শব্দ শুনিয়েই কাষৰ হাবিৰ মাজৰ ফৰা ডিঙিত বন্দুক ওলোমাই সেউজীয়া ফেটিগ পিন্ধা চাৰিটা ডেকা ল'ৰা দৌৰি ওলাই আহিল আৰু ওপৰলৈ চাই হাত বাউল দিলে। অলপ পিছতে হেলিকপ্টাৰখন অলপ তলল নামি আহিল। এফালৰ দুৱাৰখন খুলি চিকিউৰিটি গাৰ্ডজনে ভৰিৰে গুৰিয়াই গুৰিয়াই বস্তাকেইটা তললৈ দলিয়াই দিলে। তলত পৰাৰ লগে লগে উগ্ৰপন্থীৰ যুৱককেইটাই দৌৰি দৌৰি গৈ বস্তাকেইটা পিঠিত তুলি ল'বলৈ ধৰিলে। দুজনে দুটা দুটাকৈ তুলি ল'লে। জোটাপোটা লাগি এটা বস্তাৰ বছী খুলি নোটৰ বাণ্ডিল কিছুমান হৰহৰকৈ ওলাই পৰিল। কিন্তু ল'ৰাকেইটাই সেইবোৰলৈ ভ্ৰক্ষেপ নকৰি, পৰি যোৱা নোটখিনি তেনেকৈয়ে এৰি, বস্তাকেইটা পিঠিত লৈ তৰানৰা ছিঙি হাবিৰ পিনে দৌৰিবলে ধৰিলে। তলৰ সেই দৃশ্যলৈ চাই গৌৰাঙ্গ বৰুৱা আৰু কপ্টাৰৰ সহযাত্ৰীকেইজনে "সাহ্ সাহ্" কৰি উচ্চস্বৰে হাঁহিবলৈ ধৰিলে। এসোপা নোট বালিতে পৰি থাকিল।

তাৰপিছত ৰমেন্দ্ৰ দুৱৰাৰ ঘৰত চৌবিশ ঘণ্টা সময় অধীৰ উৎকণ্ঠাৰে পাৰ হ'ল। মন্দিৰাই মাজে মাজে গৈ টেলিফোন দুটাৰ ৰিচিভাৰ তুলি তুলি চাই- - ডেড হৈ থকা নাইতো। কাৰোবাৰ টেলিফোন আহিলে চমুকৈ উত্তৰ দি নাইবা কিবা আচিলা দেখুৱাই যিমান পাৰে সোনকালে ৰিচিভাৰ নমাই থয়। দুৱৰাৰ আৰু মালিনীৰ মোবাইল দুটাৰ চুইচ অফ্ হৈ যাতে নাথাকে মনত পেলাই দিয়ে।

কিন্তু চৌবিশ ঘণ্টাৰ পিছতো আৰু ছঘণ্টা সময় অধিক উৎকণ্ঠা আৰু উদ্বেগেৰে সময় পাৰ হ'বলৈ ধৰিলে। ঘৰৰ প্ৰায় আটাইৰে মাতবোল বন্ধ হ'ল। দুৱৰাই মাত্ৰ মাজে মাজে মোবাইলত কোনোবা বিশেষ বিশেষজনলৈ ফোন কৰে। মন্দিৰা দুৱৰাৰ ৰক্তচাপ এবাৰ পৰীক্ষা কৰিব লগা হ'ল। চাপ কিছু বাঢ়িছে। ঔষধ খাবলৈ দিয়া হ'ল। গুণেন্দ্ৰৰ পৰিবাৰে গোসাঁই ঘৰ আৰু বিছনাৰ বাহিৰে অন্য ঠাইলৈ যাবলৈ বাদ দিলে।

দুধনৈৰ পিনৰ ফৰা এখন জীপচী গাড়ী আহি জালুকবাৰীৰ পৰা শৰাইঘাট দলঙৰ পিনে গতি কৰিলে। দলং পাৰ হৈ বাইহাটা চাৰিআলিৰ পিনে গতি কৰি অলপ দূৰত এটা কেঁকুৰিৰ ওচৰত গাড়ীখন থমকি ৰ'ল। গাড়ীৰ পৰা খৰতকীয়াকৈ অস্ত্ৰধাৰী চাৰিজন সন্ত্ৰাসবাদীৰ মাজত বহি অহা গুণেন্দ্ৰ দুৱৰা নামি পৰিল। লগে লগে জীপচী গাড়ীখন বাইহাটাৰ পিনে তীব্ৰ গতিৰে আগবাঢ়িল।

ডিঙিৰ পৰা ফুলাম গামোচাখন নমাই হাতত জাপিলৈ গুণেন্দ্ৰই কিছুসময় বাটৰ কাষতে ৰৈ বাইহাটাৰ পিনৰ পৰা অহা বাছ ৰখাবলৈ চেষ্টা কৰিলে। দুখনমানৰ পিছত এখন বাছ ৰ'ল। গুণেন্দ্ৰ দুৱৰা আদাবাৰীলৈকে আহি তাৰ পৰা এখন অটো' ল'লে। আৰু প্ৰায় আধাঘণ্টামানৰ পিছত ঘৰৰ পদূলিত থিয় দিলেহি। পায়জামা পাঞ্জাবী পিন্ধা, কান্ধত এটা ওলোমা বেগ। দীঘল চুলি, ডাঢ়িৰে ভোবোকাৰ। লোহাৰ গেটৰ কাষত থকা চকিদাৰটোৰে প্ৰথমে চিনি পোৱা নাছিল। "কাক লাগে' বুলি সুধি গেটৰ কাষলৈ আগুৱাই অহিল। এনেতে দূৰত বাৰাণ্ডাত বহি বাটলৈ চাই থকা মালিনীয়ে "দাদা।।" আটাইবোৰে বেগাই বাহিৰলৈ ওলাই গেটৰ পিনে আগুৱাই আহিল। চকিদাৰটোৱে লৰালৰিকৈ গেটখন খুলি দিলে।

গুণেন্দ্ৰ দুৱৰা ঘৰৰ পিনে আগবাঢ়িল।

বিস্ময়কৰ কথাটো হ'ল, গাৰো পাহাৰৰ বাঘমৰাৰ পৰা এখন জীপচী মটৰ গাড়ী চাৰিজন সশস্ত্ৰ উগ্ৰপন্থীক লৈ গুৱাহাটী বাইহাটাৰ পিনে পাৰ হৈ গ'ল, কিন্তু এই গেটেই সুদীৰ্ঘ বাটত মটৰ গাড়ীখনক ক'তো আৰক্ষী বা সৈন্য বাহিনীৰ লোকে ইণ্টাৰচেপ্ট নকৰিলে। দুই-এঠাইত গাড়ীখনৰ গতি কমাই মাত্ৰ দূৰৰ পৰাই গাড়ীৰ নম্বৰটো চাই পুনৰ গতি ল'বলৈ এৰি দিলে। উগ্ৰপন্থীৰ মাৰুতী জীপচীখনৰ এনে সুৰক্ষিত অবাধ চলাচলৰ সুবিধাখিনি অবলীলাক্ৰমেই লাভ হৈছিল নে কোনোবা অদৃশ্য নিয়ন্ত্ৰকৰ প্ৰভাৱত সংঘটিত হৈছিল সেই কথা ৰহস্য হৈ থাকিল সকলোৰে কাৰণে। মাত্ৰ ৰঞ্জিৎ সিনহাই জানিব পাৰিছিল বিশেষ সূত্ৰৰ পৰা ঃ সেই অদৃশ্য নিয়ন্ত্ৰকজন আছিল সাংসদ ৰমেন্দ্ৰ দুৱৰা।

দহদিনমানৰ পিছৰ এদিন পুৱা। ৰমেন্দ্ৰ দুৱৰাৰ বৃহৎ বঙলা-চৌহদ নিজান পৰি আছে। বৰপুত্ৰ পণবন্দী আৰু অৰণ্যবাসী হৈ দুৰ্যোগপূৰ্ণ পৰিস্থিতিৰ পৰা মুক্ত হৈ অহাৰ পিচত দুৱৰাইঁতৰ ঘৰত আনন্দোচ্ছল আৰু উছৱমুখৰ পৰিবেশৰ সৃষ্টি হৈছিল, ইউফোৰিয়া হৈছিল। সেই পৰিৱেশ সাম কাটি এতিয়া ৰমেন্দ্ৰ দুৱৰা পুনৰ আগৰ নিয়মীয়া দৈনিক কাৰ্যসূচীত ব্যস্ত হৈ পৰিছে। পুত্ৰ গুণেন্দ্ৰ দুৱৰাক চাহ কোম্পানীয়ে সম্পূৰ্ণ খৰচপাতি বহন কৰি সপৰিয়ালে ইংলণ্ড ভ্ৰমণলৈ পঠিয়াইছে। যোৱা ডেৰমহে পণবন্দী হৈ থকা অৱস্থাত তেওঁ যি মানসিক চাপত আৰু শাৰীৰিক দুৰৱস্থাত থাকিবলগীয়া হৈছিল সেইবোৰৰ প্ৰভাৱৰ পৰা নিজকে সম্পূৰ্ণ মুক্ত কৰি, পৰিষ্কাৰ কৰি, সুস্থ মন আৰু শৰীৰেৰে পুনৰ যাতে কোম্পানীৰ সেৱাত ব্ৰতী হ'ব পাৰে সেই কথাকে বিবেচনা কৰি কোম্পানীয়ে গুণেন্দ্ৰ দুৱৰাৰ এই বিদেশ ভ্ৰমণৰ ব্যৱস্থা কৰিছে। দুদিনি আগতে গুণেন্দ্ৰ দুৱৰা সপৰিয়ালে সেই ভ্ৰমণ-যাত্ৰা আৰম্ভ কৰিছে।

পুৱা সাতমান বাজিছে। বঙলাৰ বাৰাণ্ডাত বহি দুৱাৰাই খবৰ কাগজ পঢ়ি আছে। কাষত চাইড্‌ টেবুলত এচকল নেমু দিয়া একাপ ৰঙা চাহ। মালিনী লাহেকৈ ওলাই আহি দেউতাকৰ কাষতে চকীখনত বহিলহি। সমুখৰ চেণ্টাৰ পিচ্‌টেবুলত সেই দিনাৰ পুৱাৰ এদ'ম খবৰ কাগজ। তাৰে এখন খবৰৰ কাগজ বহলকৈ মেলি পঢ়ি থকাৰ কাৰণে দেউতাকৰ মুখখন ঢাক খাই আছে। মালিনীয়ে টেবুলৰ পৰা আলোচনী এখন আনি হাতত লয়। দেউতাকে গমেই নাপায়। অৱশেষত মালিনীয়ে দ্বিধাগ্ৰস্তভাৱে মাত দিলেঃ 'দেউতা—।'

দুৱৰাই চকিতভাৱে মুখৰ আগৰ পৰা কাগজখন আঁতৰাই মালিনীক দেখি ক'লে, "অ' মালিনী, উঠিলা? আজি সোনকালে উঠিলা যে, তোমাৰ আঠ বজাতহে শুই উঠাৰ সময়?"

"ৰাতি শোওতে দেৰি হয়তো, কিতাপ পঢ়ি। আজি পিছে অলপ আগতে সাৰ পাই, উঠিয়েই দিলো।" দেউতাকে পুনৰ কাগজখন পঢ়াত মন দিলে।

অলপ পিছত মালিনীয়ে দেউতাকৰ পিনে চাই আকৌ মাতে, "দেউতা"।

"ও মানী—'

দেউতাকে কাগজৰ পৰা মূৰ ঘূৰাই মালিনীলৈ চালে। মালিনীয়ে একো নামাতি দেউতাকৰ মুখলৈ চাই ৰ'ল, যেন কিবা ক'ব খুজি বৈ আছে। দুৱৰাই কথাটো লক্ষ্য কৰি কয়, "মানী, তুমি কিবা ক'বা?"

মালিনীয়ে তলমূৰ কৰে আৰু দ্বিদাগ্ৰস্তভাৱে কয়, "দেউতা, মই এটা সিদ্ধান্ত লৈছোঁ।"

দুৰৰাই মালিনীলৈ চাই অলপ হঁহাৰ দৰে কৰি কয়, "সিদ্ধান্ত। একেবাৰে সিদ্ধান্ত লৈয়েই পেলাইছা।

দুৰৰাই মালিনীৰ পিনে চাই পাতল সুৰত কয়। মালিনীয়ে তললৈ চাই থকাৰ পৰা আকৌ ওপৰলৈ লাহেকৈ মুৰ তুলি দেউতাকৰ চকুৰ পিনে চায়। দুৰৰাই সোধে, "কোৱা কি সিদ্ধান্ত।"

"দেউতা মই কাইলৈ আইমাৰ সৈতে গাঁৱলৈ যাম, প্ৰজ্ঞানহঁতৰ গাঁৱলৈ,দেহাপুখুৰীলৈ।"

"যাবা, কেইদিনমান আউটিং কৰি আহিবা, এইকেইদিন বৰ টেন্‌শ্যনত গ'ল, যাবা। সেইটোনো আকৌ কি ডাঙৰ সিদ্ধান্তৰ কথা হ'ল।"

"নহয় দেউতা--"

"নহয়।" দুৰৰাই মালিনীৰ কথাষাৰ নুবুজাৰ দৰে ক'লে।

"মানে দেউতা, মই একেবাৰে গাঁৱত থককৈ যাবলৈ ওলাইছো। এতিয়াই ঘূৰি নাহোঁ।"

"ঘূৰি নাহা, একেবাৰে যাবলৈ ওলাইছা? What do you mean?" দুৰৰাই ধৰিব পৰা নাই, মালিনীয়ে কি ক'ব খুজিছে?

"হয় দেউতা, মই প্ৰজ্ঞানৰ লগত থাকি গাঁৱত কাম কৰিম। 'সংকল্প'ৰ কাম তাত আৰম্ভ কৰিম।"

"তুমিতো ইয়াত তোমাৰ এন জি অ'ৰ কাম কৰিয়েই আছা, মই আপত্তি কৰা নাই। এতিয়াও কেইদিনমানৰ কাৰণে প্ৰজ্ঞানৰ তালৈ যাবা, মোৰ আপত্তি নাই---।"

"কিন্তু দেউতা, মই তাত কিছু বছৰ দীঘলীয়াকৈ থাকিবলৈ ওলাইছো, প্ৰজ্ঞানৰ সৈতে।"

"কিছু বছৰ? মানে?"

"দহ বছৰ, বিশ বছৰ যিমান দিন প্ৰজ্ঞানৰ প্ৰগ্ৰেমবোৰৰ কাম তাত চলি থাকে।"

"কেনেকৈ হ'ব পাৰে। Absurd---... মানী তুমি তেনেকৈ যাব নোৱাৰা।' দুৰৰাই হাতৰ কাগজখন সমুখৰ টেবুলত জোৰে সশব্দে থয় আৰু উচ্চস্বৰে কয়।

"দেউতা, মই সিদ্ধান্ত লৈ পেলাইছো।" মানিলীয়ে গহীনভাৱে তললৈ মুৰ কৰিয়েই কয়।

"So what?" তোমাৰ সিদ্ধান্ত মতেই কাম হ'ব বুলি তুমি কেনেকৈ

ভাবিছা? মই তোমাক গাঁৱত থকাকৈ যাবলৈ নিদিওঁ।" দুৰবাই তেওঁৰ মতামত স্পষ্ট ভাষাত জনালে।

"মই যাম দেউতা। In fact, সিদিনা প্ৰজ্ঞান আহোঁতেই সকলো বন্দবস্ত হৈ গৈছে। মোৰ কাৰখনেৰে গাঁৱত যাবলৈ অসুবিধা হ'ব কাৰণে প্ৰজ্ঞানে এখন নতুন টাটা চাফাৰী কিনি থৈছে। আজি তীলাৰে বিলিজ দিব। আজি আইমাৰো স্বামীজীৰ দুমহীয়া পাঠ্যক্ৰম আৰু বক্তৃতামালা শেষ হ'ব। গতিকে কাইলৈ পুৱা আইমা আৰু মহিৰামকাইক লৈ মই দেহাপুখুৰীলৈ যামগৈ bag and baggage."

নিৰুদ্বেগ অথচ দৃঢ় কণ্ঠে কথাকেইষাৰ কৈ মালিনী বহাৰ পৰা থিয় হ'ল। দুৰবা উত্তেজিত হৈ হাতৰ চিগাৰেটৰ পেকেটটো টেবুলত দলিয়াই থৈ প্ৰায় চিএৰি উঠিল, "You go to hell!"

দুৰবাই তীব্ৰ দৃষ্টিৰে মালিনীলৈ চাই ৰ'ল। মালিনী ধীৰ গতিৰে গম্ভীৰভাৱে ভিতৰলৈ যোৱা দুৱাৰৰ পিনে বাৰাণ্ডাইদি আগুৱাই গ'ল।

দেহাপুখুৰীত প্ৰজ্ঞানৰ গাঁৱৰ ঘৰ। মূলতে প্ৰজ্ঞানৰ আজোককাক পৰশুমণ্ডলৰ এই ভেটিতে ঘৰ আছিল। খেৰৰ আৰু মাটিৰ আছিল যদিও বেছ ওখ চালি, ওখ ভেটিৰ আহল-বহল ঘৰ আছিল। কাঠৰ ডাঙৰ ডাঙৰ শাল কাঠৰ খুঁটা, গমাৰীৰ চৌকাঠ, তিতাচঁপাৰ দুৱৰা-খিৰিকী। আগবাৰীত কেজোপামান নাৰিকল, কঁঠাল আৰু আমগছ, পদূলিত এজোপ বকুল। এখন ফুলনি : কাঞ্চন, গুলঞ্চ, শেৱালি, তগৰ, জবা, গোলাপ লগতে গুটিমালিকা, খৰিকাজাঁই, নাৰ্জী আদি সৰু-বৰ ফুলৰ গছ। বাৰীখনৰ বাটৰ পিনে সীমাৰ এচুকত এজোপা বহুদিনীয়া কেতেকী গছ। বহাগত ফুলে। কেতেকী ফুলৰ গোন্ধ ল'বলৈ ফেঁটী সাপ আহে বুলি কয়। কিন্তু প্ৰজ্ঞানে গছজোপাৰ ওচৰত ফেঁটী সাপ দেখা নাই কেতিয়াও। তথাপি ভয়ে ভয়ে ওচৰ চাপে। পিছ বাৰীখন প্ৰকাণ্ড। শাক-পাচলিৰ বাৰী, তাৰ উপৰি আছে এটা পুখুৰী। ঘৰটোৰ এফালে এখন ডাঙৰ তামোল-পাণৰ বাৰী। সেইখনেই পিছ বাৰীৰ লগত মিলি শেষ হৈছেগৈ এখন বাঁহনিত বাঁহনি ভৰা পাৰ হৈ, মণ্ডলৰ পথাৰখন। পিছ বাৰীৰ অ'ত-ত'ত ফলমূলৰ গছ : কৰ্দৈ, জলফাই, আমলখি, বগৰি, কলা-জামু, গোলাপীজামু ইত্যাদি।

প্ৰজ্ঞানে যেতিয়া ককাকৰ ঘৰত থাকি দেহাপুখুৰী হাইস্কুলত পঢ়িবলৈ আহিছিল তেতিয়া অৱশ্যে আজোককাৰ মাটি আৰু খেৰৰ ঘৰটো নাছিল। কিন্তু আগবাৰী আৰু পিছবাৰী দুখন একেদৰেই আছিল। স্কুলৰ পৰা আহি, নাইবা বন্ধৰ দিনাত ঘণ্টাৰ পিছত ঘণ্টাকৈ প্ৰজ্ঞানে সময় পাৰ কৰিছিল। পিছ বাৰীৰ ইমূৰৰ পৰা সিমূৰলৈকে ঘূৰি ঘূৰি, অনা-অনাই। ফলত গছবোৰত জঁপিয়াই ঘূৰি

ফুৰা বিভিন্ন তৰহৰ চৰাইবোৰৰ সৈতে প্ৰজ্ঞানৰ চিনাকি হৈ গৈছিল। সি গছৰ তলত বৈ সিহঁতক চাবলৈ আহিলে চৰাইবোৰৰ ভয় নোহোৱা হৈছিল। সিহঁতে মূৰ বেঁকা কৰি কৰি তাৰ পিনে চাই আৰু যেন তাক কিবা কথা কয়। চৰাইবোৰে নিৰ্ভয়ে গছৰ গুটিবোৰ খায়। দেওবাৰে আবেলি শিশু প্ৰজ্ঞানে পুখুৰীত ককাৰ সৈতে বৰশী বায়। কি উৎসাহ! ককাৰ বৰশী বোৱাৰ চখ আছিল। পুৰা ককাৰ পিচে পিছে দৌৰি বাঁহপোক, বৰল পোক, পানীকেছু, বোন্দা কেচুৰ টোপ সংগ্ৰহ কৰা, বিজুলী বাঁহৰ ডাঁৰ সেকি বৰশীৰ চিপ পোন কৰা ইত্যাদি যোগাৰত ককাকৰ সৈতে ব্যস্ত হৈ কি উদ্দীপনা, শিশু প্ৰজ্ঞানৰ। বৰশীৰ যোগাৰ আৰু আড়ম্বৰ বিশেষকৈ বেছি হয় খৰালি, যেতিয়া হেডমাষ্টৰ আৰু নাতিয়েক পিছপিনৰ বহল পথাৰখনৰ মাজেৰে এমাইলমান বাট গৈ দেহানৈৰ ঘূলিবোৰত বৰশী বাবলৈ যায়। ককাকৰ পিছে পিছে গৈ থকাত যে কি আনন্দ! পথাৰখনৰ সৈতে প্ৰজ্ঞানৰ এক নিবিড় সম্পৰ্ক আছিল। প্ৰায়ে ককাকৰ আঙুলিত ধৰি পিছবাৰীৰ বাঁহনিৰ মাজে মাজে লুংলুঙীয়া বাটেৰে গৈ পথাৰত নামেগৈ প্ৰজ্ঞান। বাঁহনিৰ তলেৰে কোমল শুকান পাতবোৰ খচকি যাওঁতে নাকত লগা সেমেকা বাঁহপাতৰ গোন্ধটোত সি কিবা মাদকতা পাইছিল। পাতবোৰৰ মাজৰ পৰা মাটি ফুটি ওলোৱা বেঙুনীয়া ৰঙৰ ভূমিচম্পা ফুল তুলি লয় সি। আচৰিত হয় সি, মাটিৰ পৰাই ফুল হৈ ওপৰলৈ ওলাই আহে ভূমিচম্পা।

ককাকে খেতিৰ মাটিৰ বেছিখিনি আদি-মুকছোৱা দি কিছু তেওঁলোকৰ বছৰটো জোৰাকৈ চাউলখিনিৰ কাৰণে নিজে দুটা হালোৱা লগাই দুখন হালেৰে খেতি কৰায়। খেতি সম্পৰ্কত তেওঁৰ ভাল জ্ঞান আছিল। পৰশু মণ্ডলে নিজে হাল বোৱা নাছিল যদিও স্কুলৰ গৰম বন্ধত ঘৰলৈ আহোঁতে পথাৰলৈ নি পুতেক প্ৰসন্নক পথাৰত নমাইছিল। সেইদৰে এতিয়া প্ৰসন্ন সোণোৱালেও পথাৰত খেতিৰ তদাৰকী কৰিবলৈ যাওঁতে, বিশেষকৈ বন্ধৰ দিনত প্ৰজ্ঞানক লগত লৈ যায়। দহ-এঘাৰ বছৰীয়া প্ৰজ্ঞানে পথাৰৰ বোকাত লুতুৰি-পুতুৰি হৈ, বোকা মাটি মৈয়াওঁতে মৈত উঠি, ফুৰ্তি কৰি, ৰোৱণীহঁতে বোকাত কঠীয়া কই থাকোঁতে পিছে পিছে বোকাত ঘূৰি ফুৰি, নাইবা পকা ধানৰ দিনত দাৱনীহঁতৰ পিছে পিছে লেছেৰি বুটলি, পথাৰখনৰ সৈতে প্ৰজ্ঞান হৈ পৰিছিল একাত্ম।

বহুদিনৰ মূৰত প্ৰজ্ঞান গাঁৱৰ ঘৰলৈ আহি ঘৰখনৰ চাৰিওপিনে ভালেখিনি সময় ধৰি আগবাৰী, পিছবাৰী, বাঁহনি, বহল পথাৰখন সকলোবোৰ ঘূৰি ঘূৰি ল'বালিকালৰ স্মৃতি বোমন্থনেৰে, নষ্টালজীয়াৰে অভিভূত হৈ পৰিল। সকলোবোৰ সম্পূৰ্ণ একেদৰেই আছে। প্ৰজ্ঞানৰ আজোককাক পৰশুমণ্ডলৰ দিনৰ পৰা এইখিনি

মাটিবাৰীৰ যি এক চিত্তাকৰ্ষক নৈসৰ্গিক পৰিৱেশ তাৰ একো হৰণ-ভগন হোৱা নাই। মাত্ৰ প্ৰজ্ঞানৰ আজোককাকৰ দিনৰ খেৰৰ আৰু মাটিৰ প্ৰকাণ্ড ঘৰটোৰ ঠাইত ককাক প্ৰসন্ন সোণোৱালে স্কুলৰ চাকৰিৰ পৰা অৱসৰ লোৱাৰ সময়ত স্কুলৰ হেডমাষ্টৰৰ ঘৰটো এৰি আহিব লগা হোৱাত এই অসম আৰ্হিৰ টিনৰ ঘৰটো সজালে। প্ৰথমে অৱশ্যে তিমান ডাঙৰকৈ সজা হোৱা নাছিল ঘৰটো। কিন্তু প্ৰসন্ন সোণোৱালৰ পুতেক অৰ্থাৎ প্ৰজ্ঞানৰ দেউতাক প্ৰশান্তৰ বিয়াৰ আগেয়ে ঘৰটো আহল-বহলকৈ আৰু যথেষ্ট আধুনিক ৰূপত পুনৰ নিৰ্মাণ কৰা হৈছিল। আনকি বিয়াৰ পিছত দৰা-কইনা আহি থাকিবলৈ এটা আহল-বহল শোৱা কোঠাৰ সৈতে এটাচড্ বাথৰূম আৰু ৱেষ্টাৰ্ণ পদ্ধতিৰ কমড টয়লেটবো ব্যৱস্থা কৰা হৈছিল। অধুনিক ড্ৰয়িংৰুমেৰে সৈতে গেচ চিলিণ্ডাৰ সংযুক্ত নতুনকৈ পাকঘৰো সজা হৈছিল। প্ৰসন্ন সোণোৱালে এইবোৰ কৰাইছিল মাহামান্য ন্যায়াধীশৰ ঘৰৰ সুখ-সন্তোষত ডাঙৰ হোৱা নগৰৰ লাহ-বিলাহ সংস্কাৰ আৰু সংস্কৃতিৰ সৈতে অভ্যস্ত ছোৱালী এগৰাকীক পুতেকলৈ বোৱাৰী কৰি আনি অলপ দিনৰ কাৰণে হ'লেও থাকিবলৈ সাধাৰণ সা-সুবিধাখিনি দিয়াৰ প্ৰয়োজনত। পুৰণি আজোককাকৰ দিনৰ মাটিৰ ভেটি আৰু খেৰৰ ঘৰটোৰ পৰা এই টিনৰ অসম আৰ্হিৰ কেবাকোঠালীয়া ঘৰলৈ ৰূপান্তৰৰ কাহিনী প্ৰজ্ঞানে শুনিছিল আইমাৰ মুখৰ পৰা।

প্ৰজ্ঞানে যোৱা সপ্তাহৰ ভিতৰত ঘৰটোৰ আৰু দুই এটা কাম কৰিলে। ককাকে মাক-দেউতাকলৈ সজা আধুনিক শোৱা কোঠাটোৰ লগতে ঘৰৰ আৰু দুটা কোঠাত এটাচ্‌ড বাথৰুম সজালে। তাত গীজাৰ লগালে। তাৰ উপৰি আগৰ কুঁৱাটোতে মটৰ পাম্প সংযোগ কৰি অভাৰ হেড ৰিজাৰ্ভাৰ কৰি ৰাণিং ৱাটাৰৰ ব্যৱস্থা কৰিলে। কিছুদিন গাঁৱত দীঘলীয়াকৈ থাকিবলৈ আহিছে যেতিয়া থকামেলাৰ সাধাৰণ সা-সুবিধাখিনিৰ বন্দবস্ত কৰি ল'লে। তাৰ উপৰি মালিনীও আহি এইটো ঘৰতে থাকিব। গাঁৱত কাম কৰিবলৈ আহিলেও মালিনী নগৰীয়া চহকী সম্ভ্ৰান্ত পৰিয়ালৰ আদৰত ডাঙৰ হোৱা ছোৱালী। গাঁৱৰ অভিজ্ঞতা নাই। তেওঁৰ প্ৰকল্পৰ গাঁওখনলৈ তিনিবছৰে অহা-যোৱা কৰিহে কাম কৰিছে, তাত থাকি কাম কৰিবলগীয়া হোৱা নাই। আৰু এদিন পিচতে মালিনী, আইমা আৰু মহিৰাম কাই আহি দেহাপুখুৰী পাবহি। আইমা আৰু মহিৰাম নিজৰ ঘৰলৈকে আহিব, মালিনীক লৈহে প্ৰজ্ঞানৰ চিন্তা হৈছে। তথাপি সমাজসেৱা কৰিবলৈ আহিছে যেতিয়া মালিনীয়ে নিশ্চয় বুজিব, গাঁৱৰ জীৱন সুখকৰ নহয়, কিছু ব্যক্তিগত কষ্টৰ দুৰ্ভোগ থাকিব। অৱশ্যে গ্ৰাম্য সমাজসেৱাৰ প্ৰশিক্ষণ লৈছে যেতিয়া

মালিনীয়ে নিশ্চয় তেওঁৰ কামৰ ধৰণ কেনে হ'ব তাৰ সম্যক জ্ঞান নিশ্চয় আছেই।

পিছবাৰীৰ এচুকত ঘৰ সাজি বহু বছৰ ধৰি এটা নেপালী পৰিয়াল আছে। প্ৰজ্ঞানহঁতৰ খেতিমাটিৰ হালোৱা এজনৰ পৰিয়াল। সিহঁতৰে ডাঙৰ ল'ৰাটো হাইস্কুলৰ নৱম শ্ৰেণীত পঢ়ে। আইমাই ব্যৱস্থা কৰি দিছে। সি দিনটোৰ বেছিখিনি সময় প্ৰজ্ঞানহঁতৰ ঘৰতে থাকে। মহিৰাম আইমাৰ সৈতে গুৱাহাটীৰ ঘৰত গৈ থকাৰ কাৰণে যোৱা এমাহে সেই ল'ৰাটোৱেই প্ৰজ্ঞানৰ বাবে ৰন্ধা-বঢ়াকে ধৰি চোৱাচিতা কৰাৰ দায়িত্ব লৈ, স্কুললৈ যোৱা সময়খিনি বাদে, প্ৰজ্ঞানহঁতৰ ঘৰতে থাকে। প্ৰজ্ঞানে নিজেও ৰন্ধা-বঢ়া কৰি ভাল পায়, চখ আছে। গতিকে সমস্যা হোৱা নাই। ঘৰটোৰ বাৰাণ্ডাৰ এদাঁতিত এটা ডাঙৰ কোঠা খালী আছিল। আগেয়ে প্ৰজ্ঞানৰ ককাকে স্কুলৰ পৰা অৱসৰ লোৱাৰ পিচত নৱম আৰু দশম মানৰ মধ্যমীয়া বুদ্ধিৰ দুখীয়া ছাত্ৰ-ছাত্ৰীক সেই কোঠাটোত একো পৰিশ্ৰমিক নোলোৱাকৈ ইংৰাজী, অঙ্ক আদি দুটামান বিষয়ে স্কুল ছুটীৰ পিছত ওপৰঞ্চিকৈ পাঠদান কৰিছিল। প্ৰজ্ঞানে সেই কোঠাটোতে সম্প্ৰতি সংকল্পৰ কাৰ্যালয়ৰ বাবে ব্যৱস্থা কৰি ল'লে।

প্ৰজ্ঞান দেহাপুখুৰীৰ ঘৰত ভৰি দিয়া দিন ধৰি পোন্ধৰ দিন মানলৈ তেওঁক দেখা কৰিবলৈ গাঁৱৰ মানুহে ভিৰ কৰিলে। সেই ব্যস্ততা শাম কটাৰ পিছতহে প্ৰজ্ঞানে সংকল্পৰ প্ৰাথমিক কামত মন দিব পাৰিলে। তেওঁ বাচি বাচি কিছু পুৰণি চিনাকি আৰু ইতিমধ্যে আইমাই দি থোৱা পৰামৰ্শ মতে বিশজন যুৱক-যুৱতীৰ এটা দল গঠন কৰি ল'লে। বেছি কেইজনে আগৰ স্কুলত পঢ়া দিনৰ বন্ধু। তাৰে কেইগৰাকীমান স্থানীয় স্কুলৰ শিক্ষক-শিক্ষয়িত্ৰী। সামাজিক কামৰ বাবে এটি স্বেচ্ছাসেৱী দল হিচাপে সংকল্প নামেৰে দলটো পৰিচিত হ'ল। ইতিমধ্যে মালিনীৰ এন জি অ' 'সংকল্প'ৰ সৈতে সংযুক্ত কৰি দেহাপুখুৰীৰ সংকল্প নামৰ সংগঠনটো পঞ্জীয়নমভুক্ত কৰা হ'ল। প্ৰথম দিনা সংগঠনটো আনুষ্ঠানিকভাৱে গঠন কৰাৰ সময়ত স্থানীয় ৰাইজৰো বিশিষ্ট কিছু ব্যক্তিক নিমন্ত্ৰণ কৰা হৈছিল। দেহাপুখুৰী উচ্চ মাধ্যমিক স্কুলৰ সভাগৃহতে সংগঠনৰ সভা হৈছিল। প্ৰজ্ঞানে সংগঠনটো কিয় গঠন কৰা হৈছে সেই সম্পৰ্কে বহলাই ৰাইজক বুজাই দিলে : দেশে স্বাধীনতা লাভ কৰা আধা শতিকা হ'ল যদিও, আৰু স্বাধীন চৰকাৰে দেশৰ কাৰণে, গাঁও অঞ্চলৰ কাৰণে অনেক উন্নয়ন আঁচনি লৈছে যদিও সেই আঁচনিসমূহৰ ফল ৰাইজে এতিয়াও লাভ কৰা নাই। ইয়াৰ এক প্ৰধান কাৰণ হৈছে আঁচনিসমূহৰ বাস্তৱায়ন পৰ্যায়ত জনসাধাৰণৰ সামগ্ৰিক অংশ গ্ৰহণ সাব্যস্ত হোৱা নাই। জনসাধাৰণৰ যিসকল চৰকাৰৰ প্ৰশাসনীয় প্ৰক্ৰিয়াটোৰ অংশীদাৰ, তেওঁলোকৰ

যি দায়বদ্ধতা তাৰপৰা আঁতৰি থাকে। ফলত উন্নয়নৰ আঁচনিসমূহৰ অপমৃত্যু ঘটে। ফলত কোটি কোটি টকাৰ ব্যয়ৰ পিচতো, বিশেষকৈ গ্ৰাম্য অঞ্চলবোৰৰ যথোচিত উন্নতি পৰিলক্ষিত হোৱা নাই। দেহাপুখুৰীৰ দৰে এই বৃহৎ অঞ্চলটোবো বাট-পথ, শিক্ষা, স্বাস্থ্য, খেতি-বাতিৰ কোনো বিশেষ উন্নতি হোৱা নাই। কিন্তু, আঁচনিসমূহত জনসাধাৰণৰ অংশগ্ৰহণ হ'লে আঁচনিসমূহৰ বাস্তব ৰূপায়ণৰ প্ৰতি ৰাইজ দায়বদ্ধ হৈ পৰিব। দেশ গঢ়াৰ মহান প্ৰক্ৰিয়াৰ সৈতে জড়িত হৈ পৰিব। তাৰ প্ৰতি আমি সকলো সচেতন হ'ম। এই সচেতনতাই আমাৰ বিশেষকৈ নতুন প্ৰজন্মৰ মনত দেশপ্ৰেমৰ মনোভাৱ সঞ্চাৰিত কৰিব। "দেশখন মোৰ" বুলি চিন্তা কৰাৰ ধাৰণাটোৱেই বৰ্তমান সময়ত যুৱ-চামৰ মনত নোহোৱা হৈছে....।

প্ৰজ্ঞানে এইদৰে সাধাৰণভাৱে সমাজ উন্নয়নত ৰাইজৰ অংশগ্ৰহণৰ বিশেষ কিছু কথা কৈ যোৱা এমাহ দেহাপুখুৰী অঞ্চলৰ সমগ্ৰ ঠাই ঘূৰি ঘূৰি যি অভিজ্ঞতা হৈছে, তাৰ ভেটিত কিছু কাম কৰিবলৈ সংকল্প নামৰ এটা স্বেচ্ছাসেৱী সংগঠন গঢ়ি তোলাৰ বিষয়ে ৰাইজক অৱগত কৰিলে। লগতে জনালে অঞ্চলটোৰ উন্নতিৰ কাৰণে যিমানবোৰ কাম কৰিব লগা আছে, তাৰ ভিতৰত সৰ্বপ্ৰথম গুৰুত্বপূৰ্ণ কামটো হৈছে, অঞ্চলটোৰ বানপানীৰ সমস্যাৰ সমাধান। প্ৰজ্ঞানে জনালে 'সংকল্প'ই এই দিশটোত প্ৰথম কাৰ্যসূচী হাতত ল'ব। আৰু তাৰ বাবে প্ৰজ্ঞানে ৰাইজৰ সহায়-সহযোগ কামনা কৰিলে। একান্তমনে, প্ৰায় মন্ত্ৰমুগ্ধ হোৱাৰ দৰে উপস্থিত ৰাইজে প্ৰজ্ঞানৰ কথাবোৰ শুনিলে আৰু প্ৰজ্ঞানৰ সংগঠনৰ সৈতে সহযোগ কৰিবলৈ অকুণ্ঠ চিত্তে সঁহাৰি জনালে।

সভাখন আৰম্ভ হোৱাৰ অলপ পিচতে দুখন মটৰ বাইকত চাৰিজন যুৱক, এজন কিছু বয়সস্থ লোক, আহি গাঁৱৰ মানুহখিনিৰ এদাঁতিত বহিছিলহি। প্ৰজ্ঞানে ৰাইজক কথাখিনি কৈ সংকল্পৰ সদস্যকেইজনক ৰাইজৰ সন্মুখত চিনাকি কৰি দিলে। তাৰ পিচতে সভাৰ কাম শেষ হ'ল। মানুহবিলাক দিহাদিহি যাবলৈ ধৰিলে। এনেতে সভাৰ মাজতে মটৰবাইকৰ আৰোহী কেইজন লাহেকৈ প্ৰজ্ঞানৰ ওচৰলৈ আগুৱাই গ'ল। প্ৰজ্ঞান তেতিয়া চকী এখনত বহি আছিল। বয়সস্থজনৰ সৈতে বাকী যুৱক তিনিজন প্ৰজ্ঞানৰ ওচৰতে খালী থকা চকীত বহিল। বয়সস্থজন প্ৰজ্ঞানৰ কাষতে বহিছিল তেওঁ মাত লগালে, "সোণোৱাল ডাঙৰীয়া। আপুনি মোক চিনি নাপাব। আপুনি ইয়াৰ পৰা মেট্ৰিক পাছ কৰি যোৱাৰ পিছতহে মই ইয়ালৈ আহিছো। আচল ঘৰ কৈঠালকুছিত আছিল। এতিয়া মই ইয়াৰে মানুহ, ইয়াতে বিয়া-বাৰু কৰাই এতিয়া এই ঠাইৰেই বাসিন্দা হৈছো।" মানুহজনৰ মাত-কথাত নামনি অসমৰ ঠাঁচ।

প্ৰজ্ঞানে তেওঁৰ কথাৰ মাজতে সুধিলে, "আপোনাৰ নামটো কি। আপুনি কি কৰে?"

"মোৰ নাম দীনেশ বৰ্মন। মই চাপ্লাইৰ কাম কৰো। মোৰ দুখন ট্ৰাক আছে। প্ৰকিউৰমেণ্ট ডিপাৰ্টমেণ্ট, এফ চি আই. পি ডব্লিউ ডিৰ গুদামৰ মাল কেৰী কৰো। চাহ বাগানতো মোৰ চাপ্লাইৰ কাম থাকে। এইদৰে এক নম্বৰী, দুই নম্বৰী কাম চালাই থাকো আৰু।" কথাষাৰ দ্বিধাহীনভাৱে কৈ দীনেশে এবাৰ হাঁহিলে। লগত অহা তিনিও যুৱকেও তেওঁৰ হাঁহিত যোগ দিলে।

"এক নম্বৰী, দুই নম্বৰী। এইবোৰৰ মানে কি মই বুজি নাপালো।" প্ৰজ্ঞানে গহীনভাৱে সুধিলে।

ডেকা আৰু যুৱককেইজনে আকৌ হাঁহিলে। ডেকাই ক'লে, "আপুনি বিলাতত থকা মানুহ, আপুনি এতিয়াই নুবুজিব, ইয়াৰ মানুহে জানে, শব্দবোৰ আপুনিও লাহে লাহে জানি যাব। পিছে মই আপোনাক লগ ধৰিবলৈ আহিলোঁ এটা কথা সুধিবলৈ।"

"কওক কি সুধিবলৈ বিচাৰে।"

"আপুনি সোণোৱাল ডাঙৰীয়া ইয়াত ৰাইজৰ কাম কৰিবলৈ আহিছে, ৰাইজৰ মানুহবোৰক লগত লৈ, কিন্তু আপুনি কাম কৰিব পাৰিব জানো? আপুনি এই মানুহবোৰক কিমান জানে? আপুনি ইংলণ্ডত থকা মানুহ। মই ভাবোঁ আপুনি ইংলণ্ডতে থকাটো ভাল হ'ব।

"ইংলণ্ডত মই মাত্ৰ দহটা বছৰহে আছো। কিন্তু মইতো ইয়াৰে মানুহ। মোৰ ঘৰ ইয়াতেই। মোৰ আজোককা, ককাৰো আগৰ কেই পুৰুষৰ পৰা আমাৰ ঘৰ ইয়াত। মোৰ ককাই ইয়াত হাইস্কুল পাতিলে, চিকিৎসালয় পাতিলে আৰু কেইবাটাও ৰাজহুৱা অনুষ্ঠান গঢ়িলে, ৰাইজৰ সহযোগত। মইও কিয় নোৱাৰিম ৰাইজৰ সহযোগত ৰাইজৰ কাম কৰিবলৈ?" প্ৰজ্ঞানে অলপ উচ্চ স্বৰেৰে উত্তেজনাৰে কথাকেইটা ক'লে।

"ঠিক আছে, কৰক কৰক, ৰাইজৰ কাম কৰক। শুনিছো আপুনি বোলে বিলাতত বহুত ডাঙৰ কোম্পানীত ডাঙৰ বিষয়া আছিল। নিশ্চয় বহুত টকা হ'ব আপোনাৰ।"

"হয় মাহে পাঁচ লাখ টকা দৰমহা পাওঁ। এবছৰৰ ছুটীত আহিছো, চাবাথিকেল ছুটী। মই এবছৰৰ শেষত ইয়াত থাকিয়েই ষাঠি লাখ টকা পাম। এবছৰৰ পিছত মই যেতিয়া চাকৰি ইস্তফা দিম তেতিয়া মোৰ প্ৰভিডেণ্ড ফাণ্ড আদিৰে আৰু প্ৰায় এক কোটিমান টকা পাম। হয় মোৰ বহুত টকা আছে।"

"তেতিয়াহ'লেতো কথাই নাই। ইমান টকাৰে ৰাইজৰ কাম কৰিবলৈ আপোনাৰ একো চিন্তাই নাই। কম সময়ৰ ভিতৰতে আপুনি নেতা হৈ যাব পাৰিব আৰু আমি ভাবো অহা ইলেকশ্যনত এম এল এ বা এম পি হৈয়ো যাব পাৰিব। আমাক কিন্তু তেতিয়া নাপাহৰিব আকৌ, এতিয়া উঠো তেন্তে, লগ পাম।"

সেইবুলি মানুহজন আৰু যুৱক তিনিজন বহাৰ পৰা উঠি নিজৰ বাইকৰ পিনে গ'ল। শব্দ কৰি মটৰ বাইক দুখন গাঁৱৰ বাটেদি দ্ৰুত গতি কৰিলে।

প্ৰজ্ঞানে তবধ মানিলে। বাইক দুখনত উঠি মানুহকেইটা গুচি যোৱা দৃশ্যটোলৈ তেওঁ নীৰৱে চাই ৰ'ল। গাঁৱত এতিয়া এনেবোৰ মানুহো আছে প্ৰজ্ঞানে ভাবিলে।

পুৱা পাঁচ বজাতে নতুন টাটা চাফাৰিখনেৰে যাত্ৰা আৰম্ভ কৰি আইমা আৰু মহিকাই মালিনীক তেওঁলোকৰ ঘৰৰ পৰা ল'বলৈ আহিল। মালিনীও আইমাৰ লগত দেহাপুখুৰীলৈ যাব, প্ৰজ্ঞানৰ লগত সমাজসেৱাৰ কামত যোগ দিবগৈ। থেঁৱ 'সংকল্প' নামৰ স্বেচ্ছাসেৱী সংগঠনৰে প্ৰসাৰণ ঘটাই দেহাপুখুৰীৰ পিছপৰা অঞ্চলত প্ৰজ্ঞানৰ নেতৃত্বত একে নামেৰেই এটি নতুন সংগঠনেৰে সমাজ সেৱা কাৰ্যসূচীত যোগ দিবগৈ মালিনীয়ে। মাক-দেউতাকৰ ঘোৰ আপত্তি সত্ত্বেও নিজৰ মতকে সাব্যস্ত কৰি আকোৰগোঁজভাৱে মালিনী আইমাহঁতৰ সৈতে দেহাপুখুৰীলৈ যাবলৈ ওলাল। মালিনী গাড়ীত উঠিবলৈ আহিৰ পৰত দেউতাকে জীয়েকক বিদায় দিবলৈ বাহিৰলৈ ওলাই নাহিল। মাত্ৰ বনকৰা ল'ৰাজনৰ হতুৱাই ভিতৰৰ পৰাই নিৰ্দেশ দিয়ালে যে মালিনীহঁতৰ গাড়ীখনত এজন বন্দুকধাৰী দেহৰক্ষী যাব। মাক মন্দিৰা চকুপানীৰে ওলাই আহিল। আইমাই বুজনি দিলে, "তুমি চিন্তা নকৰিবা মন্দিৰা। মালিনীক যাবলৈ দিয়া। মই আছো নহয়। বাপৰ দৰে তাইও মোৰ নাতিনী নহয় জানো?"

দেহাপুখুৰীলৈ ছঘণ্টাৰ বাট। এঘাৰ বজাত টাটা চাফাৰিখন আইমাহঁতৰ গাঁৱৰ পদূলিত ৰ'লহি।

মালিনীক থাকিবলৈ দিয়া কোঠাটো আহল-বহল ডাঙৰ। প্ৰজ্ঞানৰ দেউতাক প্ৰশান্তৰ বিয়াৰ আগে আগে নকইনা আৰু দৰা থাকিবৰ কাৰণে সজা হৈছিল। পুৰণা ঘৰটোৰ সৈতে সংযোগ কৰিব লগা হৈছিল কাৰণে ঘৰৰ এমূৰে কোঠাটো সজা হৈছিল। ফলত ঘৰৰ বাকী কোঠাকেইটাৰ মানুহৰ পৰা অলপ আঁতৰ হৈ কোঠাটোত এক নিৰিবিলি পৰিবেশ আছিল। নগৰৰ এখন আধুনিক ঘৰৰ পৰা ওলাই অহা আৰু ন্যায়ধীশ পিতৃৰ একমাত্ৰ কন্যাৰ লগত দিয়া অতি

উৎকৃষ্টমানৰ চৌখিন আচবাব পত্ৰেৰে কোঠাটো সজ্জিত। পৰিতাপৰ কথা, কোটাটো তেনেকৈ ব্যৱহাৰ হোৱাই নাছিল। পালেং, ডানলপিল' মেট্ৰেচ, বাৰ্ড্ৰব, ড্ৰেচিং মিৰৰ, চকী, চাইড টেবুল, মজিয়াৰ কাৰ্পেট গোটেইবোৰ প্ৰায় একেদৰেই আছে। আনকি আজি প্ৰায় পঁইত্ৰিশ বছৰৰ পিচতো বস্তুবোৰৰ নতুন গোন্ধ নাকত লাগে। মালিনীক সেই কোঠাটোকে ব্যৱহাৰ কৰিবলৈদিয়া হ'ল। মালিনীও এখন নগৰৰ অত্যাধুনিক ঘৰত সদায় থাকি তেনে পৰিবেশত অভ্যস্ত ছোৱালী, সেইটো কোঠাত থাকি ভাল পাব, প্ৰজ্ঞানে ভাবিলে। মালিনীয়ে ভালেই পালে কোঠাটো। কিন্তু অলপ এমূৰীয়া হোৱাৰ কাৰণে যেন অকলশৰীয়াকৈ থকা ভাব এটা মনলৈ আহিব পাৰে। বিশেষকৈ, মালিনীয়ে আইমাক ক'লে, ডাঙৰ বৰষুণৰ সময়ত ঢেৰেকণি আৰু বিজুলী অহিলে তেওঁৰ ভীষণ ভয় লাগে, কেতিয়াবা ৰাতি তেনেকুৱা হ'লে কিন্তু মালিনী আইমাৰ লগত শুবলৈ গুচি আহিব। আইমাই কোনো আপত্তি নাই বুলি জনাই থ'লে।

মালিনী ঘৰটোৰ কোঠাকেটা ঘূৰি চাই শেষত প্ৰজ্ঞানৰ ককাকৰ কিতাপৰ আৰু আলোচনীৰ লাইব্ৰেৰীত সোমাল। তেওঁ তবধ মানিলে। গাঁৱৰ ঘৰ এখনত এজন ব্যক্তিগত মানুহৰ ইমানবোৰ আৰু ইমান বিভিন্ন বিষয়ৰ কিতাপ সঞ্চিত থাকিব পাৰে— দেখি আচৰিত হ'ব লাগে।

তেতিয়াৰ দিনত The Time, The Encounter, The London Time আদি ইংৰাজী অলোচনীও গাঁৱৰ লাইব্ৰেৰীত থকাটো বিস্ময়কৰ কথা। পিচলৈ কিছু কিতাপ প্ৰজ্ঞানেও সংযোজন কৰিছিল। ঘৰৰ ভিতৰখন ঘূৰি চাই মালিনী প্ৰজ্ঞানৰ সৈতে আগবাৰী আৰু তাৰপিছত পিছবাৰীলৈ ওলাই গ'ল। পিছবাৰীয়েদি গৈ বাঁহনিডৰাৰ মাজেৰে প্ৰকাণ্ড পথাৰখনৰ এইমূৰত থিয় হ'লগৈ। আহিন মাহৰ শেষ হ'বৰ হৈছে। ধানবোৰত থোক ধৰিবৰ হৈছে। বিশাল বিস্তীৰ্ণ পথাৰখন কোমল সেউজীয়া ৰঙেৰে উপচি পৰিছে। আহিনৰ দুপৰীয়া চোক নথকা ৰ'দ ফালি বতাহ বলিছে। ধানগছবোৰ এক নিয়মীয়া ছন্দত এনেদৰে হালি হালি গৈছে যেন বহল বিল নাইবা হ্ৰদৰ বুকুত পানীৰ ঢৌবোৰহে লেথেৰি নিছিগাকৈ বাগৰি গৈছে। এখন পথাৰৰ এনে মনোমোহা দৃশ্য মালিনীয়ে জীৱনত আগেয়ে দেখা নাছিল। ৰেল বা গাড়ীৰে যাওঁতে কদাচিত চকুত পৰিলেও এনেদৰে উপভোগ কৰা নাছিল। তেওঁ প্ৰায় আপোন পাহৰা হৈ পথাৰখনৰ দূৰণিৰ চকুৰে মনিব নোৱৰা হোৱা সিটো পাৰলৈকে চাই থাকিল। তেওঁৰ মুখেদি অৱলীলাক্ৰমে অনুচ্চ কণ্ঠত যেন নিগৰি ওলাল, "How Green Is My Valley!" সেইবুলি কৈ হঠাৎ মালিনীয়ে প্ৰজ্ঞানৰ হাত এখনত খামুচি ধৰি তেওঁৰ চকুলৈ চাই

আবেগেৰে ক'লে, "প্ৰজ্ঞান, I envy you, you have such a home-- so sweet and beautiful! You are so lucky!"

"I am indeed. কিন্তু, there is the other side of the story." সেইবুলি প্ৰজ্ঞানে মালিনীক পথাৰখনৰ দূৰৰ সিটো প্ৰান্তলৈ আঙুলিয়াই দেখুৱাই ক'লে, "সেই সিপিনে পথাৰখন নৈ এখনত শেষ হৈছে, দেহা নৈ। বৰ ডাঙৰ আৰু কোবাল নৈ। পথাৰখনৰ নামো সেই কাৰণে দেহা পথাৰ। কাষৰ দুখন গাঁৱৰ প্ৰায় পঞ্চাছঘৰমান মানুহৰ খেতিৰ মাটি ইয়াত আছে। আমাৰো আছে। আজোককাৰো আগৰ পুৰুষৰ পৰা এইখন পথাৰৰ সৈতে আমাৰ সম্পৰ্ক। ককাৰ সৈতে গৈ নৈখনত বৰশী বাবলৈ যোৱাৰ কথা মোৰ এতিয়াও মনত আছে। পিছে নৈখনৰ সৈতে ইমান পুৰণি আপোন সম্পৰ্কটো কিছুদিনৰ পৰা threatened হৈ পৰিছে।

"কেনেকৈ ?" মালিনী জানিবলৈ আগ্ৰহান্বিত হৈ পৰিল।

"দেহা নৈৰ Physiological গঠনটোত হঠাৎ কিছুমান unforeseenপৰিবৰ্তন হ'বলৈ ধৰিছে কিছুদিনৰ পৰা, বিশেষকৈ যোৱা ১৯৫০ চনৰ বৃহৎ ভূমিকম্পৰ সময়ত দেহা নৈৰ উৎসৰ পাহাৰ খহি মটিবোৰ নৈয়েদি ক্ৰমে প্ৰতি বছৰে বৈ আহিবলৈ ধৰিলে। নৈখনৰ তলিখন shallow বাম হৈ আহিল। ফলত বাৰিষা নৈয়ে পানী ধৰি ৰাখিব নোৱাৰি বানপানীৰ সৃষ্টি কৰে, আৰু তাৰ পিচতেই পানী কিছু শুকোৱাৰ লগে লগেই নৈখনৰ গৰাখহনীয়া আৰম্ভ হয়। আচলতে পথাৰখনৰ সিটো মূৰে কেবছৰমান আগলৈকে এখন দুখীয়া কৈবৰ্ত গাঁও আছিল। প্ৰত্যকৰে অলপ অলপ খেতি মাটি আছিল যদিও মূলতে নৈৰ মাছ মাৰি সংস্থানৰ ব্যৱস্থা কৰিছিল। কিন্তু যোৱা পাঁচ বছৰতে গৰাখহনীয়াত গাঁওখন দেহা নৈৰ বুকুত জাহ গ'ল। মানুহখিনি সৰ্বহাৰা হৈ কিছু দূৰত নৈখনৰে আগলৈ এটা অংশত আধা নিৰ্মাণ কৰি থোৱা মথাউৰি এটাত সৰু সৰু জুপুৰি পজা সাজি তাতে almost in a subhuman অৱস্থাত জীৱন নিৰ্বাহ কৰি আছে। আমি সেইবিলাক ঠাইলৈ পিছত যাম। এতিয়া ওভতো ব'লা। ভাত-পানী খাই অলপ জিৰণি লোৱা। আবেলিকৈ সংকল্পৰ সদস্যসকল আহিব। আমাৰ সংগঠনৰ প্ৰাৰম্ভিক কামবোৰৰ বিষয়ে আলোচনা কৰিবলৈ আমি সদায় লগ হওঁ। তুমি সকলোৰে সৈতে তেতিয়াই চিনাকি হ'ব পাৰিবা।"

কিন্তু মালিনী আৰু প্ৰজ্ঞান উভতি ঘৰ পোৱাৰ আগতেই সংকল্পৰ বেছিখিনি সদস্যই— দূৰৰ দুই-এজন বাদ দি— প্ৰজ্ঞানহঁতৰ ঘৰৰ বহা কোঠাত বহি বৈ আছেহি। ওচৰৰ দুই-এজন মানুহো আহিছে। কেবামাহো লগ নোপোৱাকৈ

থকা আইমাকো মাত লগাবলৈ। আইমাই গুৱাহাটীৰ পৰা অনা মিঠাই আৰু কেক চাহৰ লগত দি প্ৰায় শেষ কৰিবৰে হ'ল।

প্ৰজ্ঞানে সংকল্পৰ সদস্যকেজনৰ সৈতে মালিনীক চিনাকি কৰি দিলে ঃ এওঁ পৰাগ বৰুৱা— শিক্ষক, এওঁ কৈলাশ কেওঁট— এৱোঁ শিক্ষক, অনুপমা শইকীয়া শিক্ষয়িত্ৰী, নিৰু হাজৰিকা, মহিলা সমিতিৰ সম্পাদিকা, ৰাতুল হাজৰিকা, ব্লক অফিচৰ কৰ্মচাৰী, বলেন কেওঁট ডেকা খেতিয়ক, শলীয়া— খেতিয়ক, কণমাই, ভাল বোৱনী আৰু বৰ ভাল বিহু নাচিব পাৰে। বাকী দূৰত থকা আৰু কেবাজনো সদস্য-সদস্যা আছে, আমি আবেলিকৈ লগ পাম।"

পৰিচয় কৰাই দিয়া প্ৰতিজনৰে সৈতে মালিনীয়ে অতি আৱেগিক সহকাৰে ভাব আৰু কথোপকথন বিনিময় কৰিলে। মানিলীৰ ৰমণীয় সৌন্দৰ্য, গহীন ব্যক্তিত্ব আৰু নমনীয় কথা-বাৰ্তই যুৱক-যুৱতীকেগৰাকীক মুগ্ধ কৰিলে। আবেলিলৈ ভালকৈ লগ পোৱাৰ কথাৰে তেওঁলোকে বিদায় ল'লে।

আবেলি পাঁচ বজাত চাকৰি আৰু নিজ নিজ কামৰ পৰা আহৰি হৈ সংকল্পৰ বাৰজন সদস্য লগ লাগিল সংকল্পৰ নিজ কাৰ্যালয়ত। কাৰ্যালয়ৰ স্থান হ'ল প্ৰজ্ঞানহঁতৰ ঘৰৰে বাহিৰৰ বাৰাণ্ডাৰ সৈতে সংলগ্ন এটা ডাঙৰ কোঠা। এনেয়ে পৰি থকা কোঠাটো যোৱা কেদিনমানৰ ভিতৰতে ঠিকথাক কৰি চকী-টেবুল নতুনকৈ ভৰাই, প্ৰয়োজনীয় বয়বস্তু, সা-সৰঞ্জাম গোটাই কাৰ্যালয়ৰ উপযুক্ত কৰি লোৱা হৈছে। মালিনী সোমায়েই অৱশ্যে কোঠাটোৰ আৰু কিছু সংশোধনৰ প্ৰস্তাৱ দিলে। যিখিনি কাৰ্যকৰণ কৰিবলৈ প্ৰজ্ঞানে মানিলীকে দায়িত্ব দিলে।

দুপৰীয়া মালিনীয়ে সংকল্পৰ আঠজনক লগ পোৱাৰ পছত বাকী চাৰিজনক এতিয়া লগ পালে। তেওঁলোক হ'ল ঃ ৰমাকান্ত সন্দিকৈ, শিক্ষক আৰু স্থানীয় সাংবাদিক, গুৱাহাটীৰ দুখন দৈনিক কাকতৰ প্ৰতিনিধি, স্কুলত প্ৰজ্ঞানৰ সহপাঠী আছিল আৰু এজন হ'ল ৰবি গোহাঁই, এখন সৰু কিতাপৰ দোকানৰ গৰাকী, গান গায় আৰু এটা নাট্যদলৰ সম্পাদক, বাকী দুজন দীনকান্ত আৰু ৰবীন, দুবছৰ হ'ল দুয়ো সন্মানসহ বি. এ. পাছ কৰি ঘৰতে বহি আছে, কৰ্মসংস্থান হোৱা নাই।

চিনাকি পৰ্বৰ পিছত সদস্যসকলৰ সমুখত প্ৰজ্ঞানে মালিনীক সংকল্পৰ সাংগঠনিক দিশত যোৱা এমাহে প্ৰাৰম্ভিক কিছিনি কাম সম্পন্ন কৰিলে তাৰ কিছু আভাস দিলে। প্ৰজ্ঞানে তেওঁৰ কথাখিনি যোৱা এমাহে দেহাপুখুৰীত তেওঁ লাভ কৰা অভিজ্ঞতাৰে কৈ গ'ল ঃ সুদীৰ্ঘ তেৰ বছৰৰ মূৰত মই দেহাপুখুৰীত

দীঘলীয়াকৈ থাকিবলৈ আহিলোঁ। মই মোৰ নিজৰ ঘৰলৈ অহাৰ ভাবনাৰে ইয়ালৈ আহিলোঁ। প্ৰত্যেকজন মানুহৰে Home বুলি, ঘৰ বুলি পৃথিৱীত এটুকুৰা ঠাই থাকে। মই সদায় অনুভৱ কৰো দেহাপুখুৰী is my home. মালিনী তুমি অথনি কৈছিলা, you envy my home. মই ইয়াত জন্ম হোৱা নাছিলো, কিন্তু ক্লাছ ফ'ৰৰ পৰা মেট্ৰিক পাছ কৰালৈকে এইখন ঘৰক— যিখন ঘৰ মোৰ পিতৃকে ধৰি পূৰ্বৰ কেবাপুৰুষৰো জন্ম আৰু বাসস্থান— এইখনকে মোৰ ঘৰ বুলি, হ'ম বুলি মই সদায় অনুভৱ কৰি আহিছো। য'তেই মই মোৰ "হ'ম এড্ৰেছ' দিব লগা হৈছে মই দেহাপুখুৰীৰ ঘৰৰ ঠিকনাকে দিওঁ। And I am pround of my home, my root. সেই কাৰণেই ইংলেণ্ডত দুবছৰৰ উচ্চ শিক্ষা আৰু সাত বছৰ চাকৰি কৰাৰ পিছত এদিন হঠাৎ অনুভৱ কৰিলো মই যেন ক্ৰমে এখন ঘৰৰ পৰা, মোৰ শিপাৰ পৰা বিচ্ছিন্ন হ'বলৈ ধৰিছো। সেই অনুভৱৰ তাড়না, intensity ক্ৰমে ইমান বেছি হ'বলৈ ধৰিলে যে মনটো ভীষণ অস্থিৰ হৈ পৰিল। মাজে মাজে তাত থাকি শ্বাসৰুদ্ধ হোৱাৰ দৰে হ'ল। মোৰ ককালৈ— প্ৰসন্ন সোণোৱাল— তোমালোকে জনা, তেওঁলৈ বৰকৈ মনত পৰিল। আইমালৈ মনত পৰিল। তোমালোকে জানা, মই সৰুতে পিতৃ-মাতৃ হেৰুৱাই ককা আৰু আইমাৰ লগত ইয়াতেই ডাঙৰ-দীঘল হৈছিলো। মোৰ মনত পৰিল ককাই কিদৰে তেতিয়াৰ দিনত এম. এ.ত ফাৰ্ষ্ট ক্লাছ ডিগ্ৰী লৈও, ই. এ. চি., জুডিছিয়েল মেজিষ্ট্ৰেট আদিৰ চাকৰি পায়ো গ্ৰহণ নকৰি, গাঁৱত থাকি স্কুল পতাৰ, ডিচপেনেচৰী পতাৰ কামত নিজকে জীৱনটো উৎসৰ্গিত কৰিলে। মই নিজকে ককাৰ ৰূপত কল্পনা কৰি চালো। মই উৎফুল্লিত হৈ পৰিলো। লগে লগেই এবছৰৰ চাবাথিকেল ছুটী লৈ গুছি আহিলো, ঠিক কৰিলো, এবছৰৰ পিছত চাকৰিৰ পৰা ইস্তফা লৈ দেহাপুখুৰীত থাকি যাম, অন্ততঃ দীঘলীয়াকৈ কিছুদিন, যেতিয়ালৈকে ইয়াত কৰিবলৈ অহা কামবোৰৰ বাস্তৱ ৰূপটো গঢ় লৈ নুঠে। ইতিমধ্যে মই তোমালোকক কৈছো, কিদৰে coincidently গুৱাহাটীলৈ আহিয়েই মালিনীৰ এন. জি. অ'. সংকল্পই মই ইয়াত আহি কাম কৰাৰ এটা স্পষ্ট ধাৰণা দিলে, আৰু মালিনীৰ সংকল্পকে চকুৰ আগত লৈ মই ইয়াত আহি তোমালোকক লগত লৈ আমাৰ সমাজ সেৱাৰ পৰিকল্পনা আৰু আঁচনিৰ কাম পৰ্যায়ক্ৰমে আৰম্ভ কৰিবলৈ লৈছো। এই এমাহত কিদৰে প্ৰথম পৰ্যায়ত আগবাঢ়ি আহিছো সেই বিষয়ে মই বিচাৰিছো মোৰ বাল্যবন্ধু সহপাঠী, ৰমাকান্তই কওক— মালিনীয়ে জানিবৰ কাৰণে। প্ৰজ্ঞানে ৰমাকান্তৰ পিনে চাই তেওঁৰ দীঘলীয়া কথাখিনি সামৰিলে।

ৰমাকান্তই হাঁহি এটা মুখত লৈ ক'বলৈ আৰম্ভ কৰিলে, "মালিনী, মই

কিন্তু তুমি বুলিয়ে সম্বোধন কৰিম। ইয়াত কম বয়সীয়াকিজনে আমাক দাদা বুলি মাতে, কিন্তু ডাঙৰ-সৰু সকলোৱে ইজনে সিজনক তুমি বুলিয়েই মাতে।"

"নিশ্চয় নিশ্চয়, ময়ো ডাঙৰ সৰু সকলোকে তুমি বুলিয়েই মাতিম। অকল সেয়ে নহয়, মই প্ৰজ্ঞানক নাম কাঢ়ি মাতো, তোমাকো ৰমা বুলিয়েই মাতিম, বয়সত তুমি ডাঙৰ হ'লেও।' মালিনীয়ে হাঁহি হাঁহি ক'লে।

"মই অতি ভাল পাম, মোক তুমি বুলি, আৰু নাম কাঢ়ি মাতিলে।" ৰমাকান্তই ক'লে।

তেওঁ আৰম্ভ কৰিলে, "আচলতে কথাখিনি প্ৰজ্ঞানে কৈ শেষ কৰিলেই ভাল হ'লহেঁতেন। কিয়নো আমি যি কৰিবলৈ লৈছো, আৰু যি আৰম্ভ কৰা হৈছে সকলো প্ৰজ্ঞানৰ পৰিকল্পনা আৰু পৰামৰ্শ মতেই হৈছে। যোৱা এমাহে আমি প্ৰজ্ঞানৰ ভাষাতে সম্পূৰ্ণ কৰিলোঁ-- আমাৰ journey of rediscovery. পুনৰাবিষ্কাৰৰ যাত্ৰা। আমি এই অঞ্চলটোত তিনিটা মৌজাৰ প্ৰায় পাঁচশ পৰিয়াল বাস কৰো। কিন্তু অঞ্চলটোৰ মানুহখিনিৰ সকলো দিশৰ বিষয়ে বিশদভাৱে আমি নাজানো। সমাজ উন্নয়নৰ বাবে আমি কাম কৰিবলৈ ওলাইছো, কিন্তু উন্নয়নৰ base টো ক'ত হ'ব, উন্নয়নৰ প্ৰক্ৰিয়া কিদৰে আৰম্ভ হ'ব, উন্নয়নৰ প্ৰয়োজনীয় দিশবোৰ, priorities বোৰ, thrust ereaবোৰ অমি নিৰ্দিষ্ট কৰি ল'ব লাগিব। তাৰ বাবেই আমি অঞ্চলটোৰ কেখনমান ঠাই কিছুমান বিশেষ ভিত্তিত প্ৰথমে নিৰ্বাচন কৰি ল'ব লাগিব। আমি যোৱা এমাহে এই কামবোৰৰ বহুখিনি সম্পূৰ্ণ কৰিলোঁ। এইখিনি কৰোতে কেটামান বিশেষ কথাত আমি গুৰুত্ব দিব লাগা হৈছে, প্ৰথম মানুহখিনিৰ মনলৈ সচেতনতা অনা, যাতে তেওঁলোকে উন্নয়নৰ প্ৰয়োজনীয়তা উপলব্ধি কৰে। তেওঁলোকে বুজিব লাগিব তেওঁলোকে কিছুমান মৌলিক প্ৰাপ্য লাভৰ বাবে তেওঁলোকৰ অধিকাৰ আছে। তেওঁলোকৰ অজ্ঞতা আৰু অসচেতনাৰ আছিলা লৈ মানুহখিনিক চিৰদিন সেই অধিকাৰৰ পৰা পাব লগা সকলো প্ৰাপ্যৰ পৰা বঞ্চিত আৰু কৰি ৰখা হৈছে। উদাহৰণ স্বৰূপে দেহানৈ পাৰৰ এখন কৈৱৰ্ত গাঁও আজি পাঁচ বছৰ হ'ল গৰাখহনীয়াত সৰ্বস্বান্ত হৈ দেহা নৈৰ আধা বন্ধা মথাউৰি এটাত মুৰৰ ওপৰত চালি একোখন লৈ মানুহখিনিয়ে অশেষ দুৰ্দশাগ্ৰস্ত জীৱন-নিৰ্বাহ কৰি আছে। আগেয়ে প্ৰতিঘৰৰ অলপ অলপ খেতি মাতি আছিল আৰু দেহা নৈত মাছ ধৰি বজাৰত বেছিচিল-- তেনেকৈয়ে কোনোৰকমে পোহপাল গৈছিল। এতিয়া তেওঁলোকৰ খেতি-বাতি নাই, নদীতো বেচিবলৈ মাছ মাৰিব নোৱাৰে, কাৰণ কোনোবা বিহাৰী মহলদাৰে দেহা নৈ ডাকত লৈ

থৈছে, সিহঁতৰ মানুহেহে মাছ ধৰিব পাৰিব। ফলত মানুহখিনিৰ দুৰবস্থাৰ সীমা নোহোৱা হৈছে। মতা মানুহবোৰৰ কিছুমানে আনাৰ মাটিত হালোৱা হৈছেগৈ, নাইবা দিন হাজিৰা কৰিবলৈ যায়। তিৰোতাবোৰেও কিছুমানে আনৰ পথাৰত ৰোৱণী বা দাৱনী হৈ দুপইচা আৰ্জে, সৰু ল'ৰা-ছোৱালীবোৰৰ কিছুমান চহৰলৈ বন কৰা ল'ৰা-ছোৱালী হৈ গুচি গৈছে। কিন্তু আচৰিত কথাটো হৈছে মানুহখিনিয়ে তেওঁলোকৰ অভাৱনীয় দাৰিদ্ৰ্যক, অকথনীয় দুৰবস্থাকে মানি লৈছে, অতি বেছি কেৰ্ণিয়াবা— অদৃষ্ট বুলি হয়তো হুমুনিয়াহ পেলাইছে। অবস্থাৰ পৰিবৰ্তনৰ ভাবনা তেওঁলোকৰ মনলৈ কাহানিও নাহেই।

এই অঞ্চলত আৰু ভালেমান ঠাই আছে য'ত দাৰিদ্ৰ্যক মানুহবোৰে গ্ৰহণ কৰি লৈছে, সেয়েই তেওঁলোকৰ প্ৰাপ্য বুলি। আমি যোৱা এমাহে তেনে পিছ পৰা ঠাই দুখনমান বাছি উলিয়াইছো। মানুহবোৰৰ ঘৰলৈ গৈছো, কথা পাতিছো, মনবোৰৰ আভাস লৈছো। বহুতেই প্ৰথমে ভাবিছিল, আমি নিৰ্বাচনৰ ভোট বিচাৰি যোৱা মানুহ। কাৰণ তেওঁলোকে একমাত্ৰ তেনে কামতে বা স্বাৰ্থতে বাহিৰৰ মানুহ তেওঁলোকৰ ওচৰলৈ যোৱা লগ পাইছে। আমি অৱশ্যে সোনকালেই তেওঁলোকক আমাৰ আচল উদ্দেশ্যৰ কথা বুজাব পাৰিলো। আমি কোনবোৰ ঠাইত ততালিকেই সচেতনতা সঞ্চাৰ কৰাৰ কাম হাতত ল'ব লাগিব, সেইবোৰ বিচাৰি উলিয়াইছো। মূলতঃ প্ৰজ্ঞানেই গোটেই অভিযানটোত আগভাগ লৈছে। আমি মাত্ৰ দুই-তিনিজনকৈ ভাগ ভাগ হৈ তেওঁৰ সংগী হিচাপে যাওঁ। প্ৰজ্ঞানে বহুত দিনৰ মূৰত অঞ্চলটোৰ ঠাইবোৰলৈ বাট-পথবোৰ পাহৰিছেও। ঠাইবোৰলৈ লৈ যোৱাত আমি তেওঁক সহায় কৰিছে।"

ৰমাকান্তৰ কথাৰ মাজতে মহীকায়ে এখন ট্ৰেট কাপ আৰু ডাঙৰ এক পট চাহ লৈ কোঠাত সোমাল। পিছে পিছে আইমা দুখন কাঁহীত নাৰিকলৰ লাডু আৰু পাতি চেপ্টা পিঠা লৈ সোমালহি। কোঠাটোৰ মানুহখিনিৰ মাজত এটা মৃদু আলোড়ন হ'ল। দুই-একেষাৰ কথাও আৰম্ভ হ'ল ইজন সিজনৰ মাজত। লগে লগে মালিনী উঠি গৈ আইমাৰ হাতৰ পৰা কাঁহি দুখন লৈ সকলোৰে মাজতে ঘূৰণীয়া টেবুল এখনত সেই দুখন থ'লে। মহীকায়ে ট্ৰেখন সকলোৰে ওচৰলৈ আগবঢ়াই এটা এটা কাপ হাতত ল'বলৈ দিলে আৰু অনুপমা উঠি গৈ টিপটৰ পৰা প্ৰত্যেকৰে কাপত চাহ ঢালি গ'ল। মালিনীয়ে লাডু আৰু পাতি চেপ্টাৰ কাঁহী দুখন প্ৰত্যেকৰ ওচৰলৈ লৈ গ'ল। প্ৰত্যেকেই বাওঁহাতত চাহৰ কাপ আৰু সোঁহাতত লাডু আৰু পাতি চেপ্টা পিঠা তুলি ল'লে। মালিনীয়ে দুখনকৈ পিঠা খাই উঠি আইমাক শলাগি তৎ পোৱা নাই। দুয়োটা পটৰ চাহ

আৰু মাজৰ টেবুলত কাঁহি দুখনত থোৱা নাৰিকলৰ লাডু আৰু পাতিচেপ্টা এটাইখিনি শেষ হোৱাৰ পিছত আকৌ আলোচনা আৰম্ভ হ'ল। এইবাৰ আইমাও একাষত এখন চকীত বহি ল'লে। মহীকাইৰ হাতৰ তামোলৰ বঁটাৰ পৰা পান এটুকুৰা চিঙি মুখত ভৰাই মালিনীয়ে ক'লে, "ৰমাৰ কথাবোৰ শুনি মোৰ এনে লাগিছে, মই কিয় এমাহ দেৰীকৈ আহিলো। প্ৰজ্ঞান আহোঁতেই একেলগে গুচি অহা হ'লে এই এমাহে ময়ো ঠাইবোৰ চাবলৈ যাব পাৰিলোহেঁতেন। I am itching to go to the places to meet the people."

"ঠাই ঘূৰিবলৈ, মানুহ লগ পাবলৈ তুমি বহুত সময় পাবা মালিনী। In fact তুমি আৰু অনুপমাইঁতে লগ লাগি ঠাইবোৰত, বিশেষকৈ তিৰোতাবোৰৰ মাজত, বহুত কাম কৰিব লাগিব। আমাৰ আঁচনি মতে তোমালোকৰ অতি গুৰুত্বপূৰ্ণ কাম আছে। you have a vital role--" এই বুলি কৈ প্ৰজ্ঞানে আলোচনাৰ দ্বিতীয় পৰ্যায় আৰম্ভ কৰিলে ঃ

"মানুহখিনিৰ মনক তেওঁলোকৰ প্ৰাপ্যৰ অধিকাৰ সম্পৰ্কে সচেতন কৰি লোৱাৰ পিছত তেওঁলোকে সেই প্ৰাপ্যবোৰ পোৱাৰ বা আদায় কৰি লোৱাৰ যি প্ৰক্ৰিয়া সেই প্ৰক্ৰিয়া সম্পৰ্কে তেওঁলোকক অৱগত কৰাই-- সেই প্ৰক্ৰিয়াৰ সৈতে জড়িত হোৱাত, দৰকাৰ হলে তাত সক্ৰিয় অংশ ল'বৰ কাৰণে আমাৰ সংগঠনে সহায় কৰিব। উদাহৰণস্বৰূপে, দেহা নৈৰ দুয়োকাষে থকা বিস্তীৰ্ণ গাঁও অঞ্চলে আজি কিছু বছৰৰ পৰা প্ৰবল বানপানীত অশেষ নিৰ্যাতন ভুগি আহিছে। মানুহখিনি বানপানীৰ কবলৰ পৰা ৰক্ষা পাব লাগে। সেই ৰক্ষা পোৱাটো তেওঁলোকৰ প্ৰাপ্য। আৰু সেই প্ৰাপ্য পূৰণত যিবোৰ চৰকাৰী আঁচনি বা পৰিকল্পনা, যিবোৰ প্ৰক্ৰিয়া তাৰ সৈতে তেওঁলোক জনসাধাৰণ জড়িত হ'ব লাগিব। আমি সেই কামত সহায় কৰিম। মই এই বিষয়ে আমাৰ সংকল্পৰ আৰম্ভৰ প্ৰথম দিনাই ৰাইজৰ একাংশক সাধাৰণভাৱে কৈছিলো। তেওঁলোকে অতি উৎসাহ প্ৰকাশ কৰিছিল।"

প্ৰজ্ঞান হঠাৎ বৈ গ'ল। সকলোৱে তেওঁৰ পিনে চাই আছে। তেওঁ হাঁহি এটা মাৰি ক'লে, "এহ, মই একেবাৰে ৰাজহুৱা সভাত ৰাজনৈতিক বক্তৃতা দিয়াদি কথাবোৰ কৈ আছো। তোমালোকে চাগে আমনি পাইছা। মই আচলতে মালিনীয়ে বিশদবাৱে জানিবৰ বাবে তেওঁক উদ্দেশ্য কৰিহে কথাবোৰ কৈছো। ধৰি লোৱা আমৰ যোৱা এমাহৰ কামৰ এটা খতিয়ান, শুনাত যদিও লেক্‌চাৰৰ দৰে হৈছে।"

"লেক্‌চাৰ নহয় প্ৰজ্ঞান। I must know everything. মই সংকল্পৰ এগৰাকী হৈ কাম কৰিবলৈ ওলাইছো। মই সকলো কথা ভালকৈ জানিব লাগিব।"

মালিনীয়ে তেওঁৰ কথাবাৰত যথেষ্ট গুৰুত্ব দি মনৰ ভাবটো প্ৰকাশ কৰিলে। মালিনীয়ে কথাবাৰ কৈ খন্তেক ভলালৈ মূৰকৈ কিবা এটা যেন ভাবি ল'লে। তাৰ পিছত সুধিলে, "এটা কথা জানিবলৈ মোৰ আগ্ৰহ হৈ আছে। কথাটো হৈছে— ইয়াত বাৰু উগ্ৰপন্থী সংগঠনটোৰ প্ৰভাৱ কনে? কাৰণ তিনিমাহ আগতে ইয়াৰ পৰা বিশ কিলোমিটাৰ দূৰৰ চেঙনী বাগিচাৰ পৰা মোৰ দাদাক অপহৰণ কৰি লৈ গৈছিল, পণবন্দী কৰি, আৰু যথেষ্ট ধনৰ বিনিময়ত তেওঁ মুক্তি পাইছে।"

"আমি সেইবোৰ কথা সকলো শুনিছো", ৰমাকান্তই কৈ গ'ল, "উগ্ৰপন্থীয়ে ক'বলৈ গ'লে ইয়াত প্ৰায় সমান্তৰাল establishment হিচাপেই কাম কৰি আছে। সাধাৰণ মানুহৰ জীৱন নিৰ্বাহত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছে।

"সম্প্ৰতি উগ্ৰপন্থীৰ এটাইতকৈ ডাঙৰ সমস্যাটো হৈছে, আমাৰ স্থানীয় ভালেমান যুৱক ঘৰ এৰি সশস্ত্ৰ সংগঠনটোত গোপনে যোগ দিছে। অন্ততঃ আমি সেই বুলিয়েই ভাবিছো। কাৰণ ল'ৰাখিনি নোহোৱা হোৱাৰ পিচত বহুদিনলৈ কোনো খবৰ নাই। আৰু আগলৈও অন্য কিছুমান ডেকা ল'ৰাই যোগ দিয়াৰ সম্ভাৱনা নুই কৰিব নোৱাৰি।"

"ডেকাল'ৰা মানে কেবাটাও একেবাৰে কম বয়সীয়া কিশোৰ ল'ৰা। তেৰ-চৈধ্য বছৰীয়া হ'ব। তেনেকুৱা তিনি-চাৰিটামান গৈছে।" আন এজন উপস্থিত কম বয়সীয়া ল'ৰাই দীননাথৰ লগতে যোগ দিলে।

প্ৰজ্ঞানেই আকৌ ক'লে, "কিন্তু মই ইতিমধ্যেই নোহোৱা হোৱা ল'ৰাকেজনৰ প্ৰত্যেকৰে ঘৰলৈ গৈ তেওঁলোকৰ বিষয়ে বিতং খবৰ লৈ আৰু তোমালোকৰ সৈতেও আলোচনা কৰি যি বুজিছো, ল'ৰাখিনি কিবা আদৰ্শৰ প্ৰতি আগ্ৰহান্বিত হৈ উগ্ৰপন্থী দলত যোগ দিবলৈ যোৱা নাই। অলপ অৱস্থাপন্ন ঘৰৰ যি দুটামান গৈছে, সিহঁতে পঢ়া-শুনা কৰি চাকৰি-বাকৰি নাপাই বহি থকা ল'ৰা। Frustrationয়ে সিহঁতক তেনে পথলৈ লৈ গৈছে। Cheer desparation. বাকী বেছি কেইটাই দুখীয়া ঘৰৰ ল'ৰা। সিহঁতে নিৰাপত্তাহীন ভবিষ্যতৰ মুখামুখি হৈ কিবা এটা সংস্থানৰ বাট বিচাৰি পাইছে। ভুলীয়া ল'ৰাকেটাৰ দিবাস্বপ্ন, Advertureৰ আকৰ্ষণ। কাৰণ মই জানিব পাৰিছো সেইকেটা শ্ৰেণীত পঢ়া-শুনাত ভাল নহয়, কিন্তু উৎপতীয়া— মাৰপিট, দাবী-ধমকি দি ফুৰা ল'ৰা। গতিকে মোটেই কথাবোৰৰ মূলতে হৈছে অৰ্থনৈতিক পৰিস্থিতি। মই প্ৰত্যেক ঘৰতে সুধিছিলো, তেওঁলোকে কিয় পুলিচক খবৰ দিয়া নাই।"

"কাৰণ উগ্ৰপন্থী দলৰ পৰা গাঁৱৰ মানুহক ভমিয়াই থৈছে, কাবোবাৰ ঘৰৰ ল'ৰা নোহোৱা হ'লে যাতে পুলিচক খবৰ দিয়া নহয়।" এজনে প্ৰজ্ঞানৰ

কথাৰ ওপৰতে ক'লে। আৰু এজনে যোগ দিলে, "পুলিচক জনালে আৰু এটা বিপদ। পুলিচৰ সোধপোছ কৰাৰ নামত আন কিছুমানক, বিশেষকৈ ডেকা ল'ৰাবোৰৰ হাৰাশাস্তি।"

"তাৰমানে গাঁৱৰ মানুহবোৰ বেছ বিপদত দিন কটাব লগা হৈছে।" মালিনীয়ে উপলব্ধি কৰিলে।

"সেই কাৰণেই আমি চিন্তাত পৰিছো, সাধাৰণ ৰাইজক কিদৰে ৰক্ষা কৰিব পাৰি।" ৰমাকান্ত।

"মানুহখিনিক সংগঠিত কৰিব লাগিব। solidarity আনিব লাগিব।" মালিনী

"কিন্তু তাতো বহুত বাধা আছে।" ৰমাকান্ত

প্ৰজ্ঞান আৰু মালিনীয়ে ৰমাকান্তৰ চকুলৈ চালে।

"প্ৰথম বাধা, উগ্ৰপন্থীৰ ভীতি প্ৰদৰ্শন, দ্বিতীয়তে আমাৰ মাজতে সিহঁতৰ লগত বিভিন্ন স্বাৰ্থত লেনদেন কৰা লোক আছে, ওপৰৰ পৰা তললৈকে।"

"হয় মযো শুনিছিলো, IPS ৰঞ্জিৎ সিন্‌হাৰ মুখত। আনকি চৰকাৰী অফিচৰ লোকো আছে। কিন্তু মোৰ কথা হৈছে, আৰু মোৰ দৃঢ় বিশ্বাস, গাঁৱৰ মানুহখিনি একগোট হ'লে, সচেতন হ'লে, মানুহৰ মনত আমি সম্পূৰ্ণ আশ্বাস আৰু নিৰ্ভয় সঞ্চাৰ কৰিব পাৰিলে আমি বাধাবোৰ অতিক্ৰম কৰিব পাৰিম।" প্ৰজ্ঞানে দৃঢ়ভাৱে এটা এটাকৈ প্ৰায় নাটকীয়া ভংগীত, কথাকেটা ক'লে।

মালিনীয়েও একে সুৰতে ক'লে, "সেইটো অৱস্থা create কৰিব নোৱাৰিলে, তেনে এটা situaton গঢ় দি ল'ব নোৱাৰিলে আমি ইয়াত বিকাশ, social changeৰ কোনো আঁচনিয়েই হাতত ল'ব নোৱাৰিম দেখোন।' ইংৰাজী মাধ্যমত স্কুল-কলেজত পঢ়া মালিনীয়ে তেওঁৰ কথাত ইংৰাজী শব্দৰ স্বাভাৱিক ব্যৱহাৰ এৰাব নোৱাৰে।

"সেই কাৰণেই আমি ভাবিছো, অঞ্চলটোৰ সাধাৰণ মানুহখিনিক ঘৰে ঘৰে গৈ মুখামুখিকৈ প্ৰতিজনক, দলীয়ভাৱে, ৰাজহুৱাভাৱে আমি তেওঁলোকক লগ ধৰো। আমি তেওঁলোকক বুজাওঁ, তেওঁলোকক প্ৰথমেই আশ্বস্ত কৰি লওঁ আৰু আমাৰ আঁচনিৰ কথা কওঁ। সকলোকে আমাৰ আঁচনিৰ সৈতে জড়িত কৰি লওঁ। আমি প্ৰত্যকৰে ঘৰে ঘৰে নিজে গৈ এখন ৰাজহুৱা সভা আহ্বান কৰোঁ— — —

কেদিনমান পিছতে প্ৰস্তাৱিত ৰাজহুৱা সভাখন পতাৰ এক বিশেষ প্ৰয়োজন আহি পৰিল। আৰু আগতে সংকল্পৰ জৰুৰীভাৱে সভা এখন আহ্বান কৰা হ'ল।

মালিনীয়ে ইতিমধ্যে সংকল্পৰ কাৰ্যালয়ৰ এক নতুন ৰূপ এটা দিছে। পইচাৰ অভাৱ নাই। প্ৰজ্ঞানে যথেষ্ট ধন লগত আনি বেংকত জমা থৈছে। তাৰেপৰা এটা শকত পুঁজি সংকল্পৰ নামত বেংকত চেভিংচ একাউণ্ট কৰি জমা থৈছে। মালিনীয়ে কাৰ্যালয়ৰ ডাঙৰ কোঠাটোৰ খিৰিকীৰ পৰ্দাবোৰ সলালে। আগৰ কাঠৰ পুৰণা বেঞ্চ আৰু চকীকেখনৰ ঠাইত নতুন কুচন দিয়া ভাল চকী আনিলে, এখন দীঘলীয়া কনফাৰেঞ্চ টেবুল কৰালে, তাৰ উপৰি আৰু দখন সৰু টেবুল আৰু চকী আনিলে অফিচৰ লিখা-মেলা কাম কৰিবলৈ। নতুন আলমাৰি, ৰেক আদিৰ ব্যৱস্থা কৰিলে, কাগজ-পত্ৰ আৰু যাৱতীয় অফিচৰ আচবাব-পত্ৰ গোটালে। তাৰ উপৰি আৰু এটা বিশেষ কাম কৰিলে ঃ সেইটো হৈছে এটা টেলিফোনৰ আৰু এটা জেৰক্স মেচিনৰ ব্যৱস্থা কৰিলে। এই গোটেই কামখিনি কৰোঁতে মালিনীৰ লগত আছিল কনিষ্ঠ সদস্য দুজন— দীননাথ আৰু ৰবীন। এওঁলোক দুজনক লৈ মালিনীয়ে নিজেই গাড়ী চলাই জিলা সদৰলৈ গৈ সকলোবোৰ বস্তু সংগ্ৰহ কৰি আনিলে। মালিনীয়ে আৰু এটা কাম কৰিলে। সংগঠনৰ সদস্যসকলৰ অনুমতি সাপেক্ষে সংস্থানহীন হৈ থকা ল'ৰা দুজনকে কাৰ্যালয় সহাকাৰী হিচাপে কাম কৰিবলৈ দিয়া ব্যৱস্থা গ্ৰহণ কৰিলে। মূলতঃ কাৰ্যালয়ৰ ব্যৱহাৰৰ বাবে অনা হৈছে যদিও টেলিফোনটো পি চি অ' হিচাপে আৰু জেৰক্স মেচিনটো তাৰ লগত সংযোগ কৰি ব্যৱসায়িক ভিত্তিত ব্যৱহাৰ কৰাৰ বন্দবস্ত হ'ল। সেইদৰে পিচিঅ' আৰু জেৰক্স মেচিনৰ পৰা যিখিনি আয় হ'ব তাৰে এটা অংশ কাৰ্যালয়ৰ পুঁজিত ৰাখি বাকীখিনি দীন আৰু ৰবীনে লাভ কৰিব। এওঁলোক দুজনক মাহিলী দৰমহা হিচাপেও দুহেজাৰকৈ দিয়া হ'ব। কাৰ্যালয়ত মালিনীৰ ব্যক্তিগত কম্পিউটাৰটো ৰখা হ'ল। দীন আৰু ৰবীনক সদায় পুৱা এঘণ্টাকৈ কম্পিউটাৰৰ সাধাৰণ প্ৰশিক্ষণো দিয়া হ'ল। দীনহঁতৰ লগতে তেওঁলোকৰ লগৰ আগ্ৰহী আৰু কেইজনমানক পাল পাতি পাতি মালিনীয়ে কম্পিউটাৰৰ প্ৰশিক্ষণ দিবলৈ ল'লে। কম্পিউটাৰত দেহাপুখুৰী অঞ্চলৰ সমগ্ৰ তথ্য বিভিন্ন উৎসৰ পৰা সংগ্ৰহ কৰি মেম'ৰিত ৰখা হ'ল।

মালিনীয়ে ৰবীনৰ সহায় লৈ আৰু এটা কাম কৰিলে ঃ সমগ্ৰ দেহাপুখুৰী অঞ্চলৰ এখন ডাঙৰ মেপ তৈয়াৰ কৰিলে। তাত দেহা নৈৰ বানপানীয়ে প্লাবিত কৰা অঞ্চলসমূহ চিহ্নিত কৰা হ'ল। সেই মেপখন আৰু অন্যান্য দুখনমান সুন্দৰ ছবি কাৰ্যালয়ৰ বেৰত আৰি দিয়া হ'ল। সংকল্প নামটো এখন ডাঙৰ ফলকত ডাঙৰ ডাঙৰ আখৰেৰে লিখি ফলকখন কাৰ্যালয়ৰ বাহিৰত সকলোৰে চকুত পৰাকৈ আৰি দিয়া হ'ল। সংগঠনৰ সকলো সদস্যই মালিনীয়ে কাৰ্যালয়ৰ বাবে লোৱা ব্যৱস্থাবোৰ বৰকৈ প্ৰশংসা কৰিলে।

নতুন ৰূপত সজোৱা- সংকল্পৰ কাৰ্যালয়ত সদস্যসকলৰ সেইদিনা প্ৰথম সভা। এটা অতি গুৰুত্বপূৰ্ণ বিষয়ক লৈ আলোচনা হোৱাৰ কথা ঃ দুদিন আগতে প্ৰজ্ঞান আৰু মালিনী দেহাপুখুৰীৰ প্ৰায় এশ কিলোমিটাৰ দূৰত থকা জিলা সদৰলৈ গাড়ী লৈ গৈছিল কেটামান কাম হাতত লৈ। তাৰে এটা কাম আছিল বান নিয়ন্ত্ৰণ বিভাগত সোমাই এটা তথ্য সংগ্ৰহ কৰা যে দেহা নৈৰ বান নিয়ন্ত্ৰণৰ বাবে কিছু বছৰৰ আগেয়ে মথাউৰি বান্ধ বন্ধাৰ আঁচনি হাতত লৈ মাত্ৰ অলপ দূৰ বান্ধ বান্ধিয়েই প্ৰকল্পটো বন্ধ ৰাখিলে। কি কাৰণত তেনে হ'ল, কিহৰ ফলত প্ৰতি বছৰে দেহাপুখুৰীৰ তিনিটা মৌজাৰ খেতিৰ মাটি সদায়ে বিপন্ন হৈ আছিছে, গড়াখহনীয়াই ব্যাপক অঞ্চল বিধ্বস্ত কৰিছে। আঁচনিখনৰ পুনৰ কাৰ্যকৰী কৰাৰ পৰিকল্পনা নাইনেকি?

প্ৰজ্ঞানে সংকল্প নামৰ তেওঁলোকৰ এন. জি. অ'টোৰ পৰিচয় দিয়া সত্ত্বেও এক্সিকিউটিভ্ ইঞ্জিনীয়াৰ বৰাই প্ৰথমে মুখ খুলিব খোজা নাছিল, কাৰণ এইবোৰ কাৰ্যালয়ৰ গোপনীয় তথ্য। চীফ ইঞ্জিনীয়াৰ বা বান নিয়ন্ত্ৰণ বিভাগৰ আয়ুক্তৰ অনুমতি অবিহনে এনেবোৰ তথ্য বাহিৰৰ মানুহক জানিবলৈ দিয়া নাযায়।

বৰাৰ যথেষ্ট বয়স হৈছে. চুলি-ডাড়ি গোটেই পকিছে। জধলা চেহেৰা। মানুহক কথা ক'বলৈ যেন তেওঁৰ কষ্ট হয়। অৱসৰ ল'বলৈ হয়তো বেছি দিন নাই। চাকৰিৰ দিনকেটা পাৰ কৰিলেই হ'ল।

তেনেতে মালিনীয়ে তেওঁৰ বেগৰ পৰা মোবাইল ফোনটো উলিয়াই অনাৰ লগে লগে ক'লে, "মিঃ বৰা, আপুনি বাৰু কাইন্দ্‌লী চীফ ইঞ্জিনীয়াৰৰ টেলিফোন নাম্বাৰটো দিবনে, মই তেখেতলৈ টেলিফোন এটা কৰো। তেখেত মোৰ দেউতাৰ বন্ধু..."

"আপোনাৰ দেউতাক..." বৰাই অলপ সন্ত্ৰস্ত আৰু সমীহ-সূৰত মালিনী আৰু প্ৰজ্ঞানৰ মুখলৈ চালে।

"এওঁৰ দেউতাক— এম. পি., ৰমেন্দ্ৰ নাৰায়ণ দুৱৰা।" প্ৰজ্ঞানে অলপ শব্দকেটাত প্ৰয়োজনতকৈ অধিক জোৰ দি ক'লে।

"অ' হয় নেকি? নাই— নাই নালাগে, আপুনি কিয় তেখেতলৈ টেলিফোন কৰিব লাগিছে। সৰু কথা এটা। আচলতে যাকে তাকে এইবোৰ ডকুমেণ্ট দিয়া নাযায়। কিন্তু আপোনালোকক সেই বুলি", ই, ই, বৰাই অলপ দূৰত এটা কম্পিউটাৰত কাম কৰি থকা এজন ডেকা ল'ৰালৈ চাই ক'লে, "হেৰা দীপেন, তুমি সেই ফাইলটো জানা নহয়, দেহাপুখুৰীৰ embankment projectটো যে, তুমিয়েই deal কৰিছিলা, আনাচোন।"

দীপেন উঠি আহিল। বৰাই চিনাকি কৰি দিলে, "এওঁ জুনিয়ৰ ইঞ্জিনীয়াৰ, এবছৰহে হৈছে সোমোৱা। মোৰ অফিচত কম্পিউটাৰ দিছে, দুমাহমান হ'ল, মই সেইবোৰ একো নাজানো, লাহে লাহে শিকিব লাগিব। এওঁ ভাল জানে কম্পিউটাৰ। সেই কাৰণে কম্পিউটাৰৰ কাম থাকিলে তেওঁকে লগাওঁ। বোৱাচোন দীপেন ফাইলেটো লৈ আহা তুমিয়েই।"

ইতিমধ্যে বৰাই পিয়নক মাতি চাহ-বিস্কুট অনালে। সন্‌গীয়াকে কথাও ক'বলৈ ধৰিলে। আনফালে দীপেনে ফাইলটো আনে মানে, ফাইলত থকা সকলোখিনি তথ্য তেওঁ জনায়েই দিলে:

আঠ বছৰৰ আগেয়ে দেহা নৈৰ মাথাউৰিৰ আঁচনিৰ কাম পৰ্যায়ক্ৰমে চৰকাৰে হাতত লৈছিল। কিন্তু প্ৰথম বাজেটৰ যিখিনি টকা নিৰ্দিষ্ট কৰা হৈছিল সেইখিনিৰে প্ৰথম পৰ্যায়ৰ কামটো সম্পূৰ্ণ নহ'ল। প্ৰথম পৰ্যায়ৰ যি অলপ কাম হৈছিল, পিছৰ বছৰতে বানপানীয়ে মথাউৰি ভাঙি পেলালে। তাৰ পিছত আৰু যোৱা ছবছৰে নতুনকৈ কামৰ টকাও মঞ্জুৰী হোৱা নাই, একো কামো হোৱা নাই।" চৰকাৰৰ কিবা আঁচনি সম্প্ৰতি হাতত আছেনে, এই কামৰ কাৰণে। বৰাই লগে লগে উত্তৰ দিলে, "কোনো আঁচনি নাই। এইবোৰ কেৰা কোটি টকাৰ কাম হ'ব, আমাৰ চৰকাৰৰ এতিয়া যি অৱস্থা, কৰ্মচাৰীক মাহেকত দৰমহা দিবলৈকে পইচা নাই, পুৰণা বাট-পথকেটাৰ অৱস্থা দেখিছেই— ক'ৰ পৰা মাথাউৰিৰ কাৰণে টকা পাব।"

প্ৰজ্ঞান আৰু মালিনীয়ে সেইখিনি তথ্যকে জানি লৈ, অতি নিৰুৎসাহজনক ছবি এখন মনত লৈ, কাৰ্যালয়টোৰ পৰা ওলাই আহিল। বৰাই অতি আদৰ-সাদৰে প্ৰজ্ঞান আৰু এম. পি. ডাঙৰীয়াৰ জীয়েকক বাৰাণ্ডালৈকে আগবঢ়াই থৈ গ'ল।

প্ৰজ্ঞান আৰু মালিনী বাহিৰলৈ আহি পদূলিত থকা গাড়ীলৈ আগবাই যাওঁতে হঠাৎ দেখিলে গাড়ীখনৰ বেন আঁৰ হৈ থকাৰ দৰে দীপেন নামৰ ডেকা কনিষ্ঠ অভিযন্তাজন হাতত তেওঁৰ ব্ৰিফকেচটো লৈ থিয় হৈ আছে। প্ৰজ্ঞানইতো ওচৰ চপাৰ লগে লগে তেওঁ ক'লে, "মই বাৰু আপোনালোকৰ লগতে অলপ দূৰ যাব পাৰোনে?"

"নিশ্চয়" বুলি প্ৰজ্ঞানে দীপেনক গাড়ীৰ পিছৰ চিটত বহিবলৈ দিলে।

"তুমি বুলিয়েই মাতিছো দেই। তুমি ক'ত নামিবা?" প্ৰজ্ঞানে সুধিলে।

"মই আচলতে আপোনালোকক এটা গোপন আৰু জৰুৰী কথা জনাবলৈ, অফিচৰ অগোচৰে লগ ধৰিবলৈ আহিছো। মই দুটামান কথা ক'ম।"

"আমি এখন বেঁষ্টোৰালৈকে যাওঁ। ক'ত ভাল ৰেষ্টোৰা আছে জানো। আমি চিনি নাপাম।" মালিনীয়ে ক'লে।

"মই ভাবিছো, আমাৰ ডিপাৰ্টমেণ্টৰ গেষ্ট হাউচলৈকে যাওঁ। বেছি দূৰ নহয়। ময়ো তাৰে এটা কোঠাতে থাকো, ভাড়া ঘৰ এতিয়াও লোৱা নাই।"

গেষ্ট হাউচত তেতিয়া কোনো মানুহ নাছিল। দ্বীপেনে ব্ৰিফকেচৰ পৰা এখন চিঠি আৰু দেহা নৈৰ এখন ব্লুপ্ৰিণ্টৰ প্ৰতিলিপি উলিয়াই প্ৰজ্ঞান আৰু মালিনীৰ সমুখত মেলি ধৰিলে। মূল ফাইলটো ই ইৰ টেবুলৰ চেল্‌ফত তলা মাৰি অন্য কন্‌ফিডেন্সিয়েল কাগজৰ লগত আছে। এদিন ভুলতে আন কেইটামান ফাইলৰ লগত এই ফাইলটো কম্পিউটাৰ টেবুলত পৰি আছিল। তেতিয়াই দ্বীপেনে কাগজখিনি জেৰক্স কৰি থৈছিল।

এমাহৰ আগতে মাত্ৰ চীফ ইঞ্জিনীয়াৰৰ অফিচৰ পৰা অহা অতি গোপন চিঠিখন পঢ়ি প্ৰজ্ঞানহঁতে জানিব পাৰিলে– ঃ দেহা নৈ সমতললৈ নামি অহাৰ পৰা ব্ৰহ্মপুত্ৰত মিলি যোৱালৈকে দুয়োপাৰে মথাউৰি মৰা, আৰু মথাউৰিৰ মাজে মাজে সংলগ্ন পৰাৰসমূহলৈ মুখ্য নলা নিৰ্মাণ কৰাৰ বাবদ বৰ্ল্ড বেংকৰ পৰা প্ৰথম পৰ্যায়ত তিনি কোটি টকা ঋণ দিছে। চাৰিটা পৰ্যায়ত মুঠ বাৰকোটি টকাৰ ঋণৰ অনুমোদন আহিছে। কেন্দ্ৰীয় চৰাকৰৰ জৰিয়তে ৰাজ্য চৰকাৰলৈ সেই ধন আহিব। ৰাজ্য চৰকাৰে মথাউৰিৰ মধ্যৱৰ্তী নলাবোৰ নিৰ্মাণ কৰিব। কিন্তু ঋণৰ ধন ব্যৱহাৰৰ ক্ষেত্ৰত কিছুমান চৰ্ত দিয়া হৈছে। তাৰে এটা প্ৰধান চৰ্ত হৈছে ঃ মথাউৰি নিৰ্মাণৰ ক্ষেত্ৰত যিবিলাক শ্ৰমিক আৰু বনুৱা নিয়োগ হ'ব, সেইবিলাক সংশ্লিষ্ট পথাৰসমূহৰ খেতিয়কসকল হ'ব লাগিব। যাতে, খেতিয়সকল এই বৃহৎ নিৰ্মাণ কাৰ্যৰ পৰা আৰ্থিকভাৱে পোনপটীয়াকৈ কিছু লাভবান হয়।

দ্বিতীয়তে মথাউৰি নিৰ্মাণ কাৰ্যত গাঁৱৰ মানুহবোৰৰ দ্বাৰা গঠিত কিছুমান পথাৰ সমিতি জড়িত হ'ব লাগিব। সেই সমিতিবোৰে কামবোৰৰ সকলো দিশ, আনকি টকা-পইচাৰ লেনদেনৰ বিষয়েও পৰ্যবেক্ষণ কৰিব পাৰিব। বোধকৰোঁ এনেবোৰ স্বৰ্ত্তৰ কথা যাতে বাহিৰত প্ৰকাশ নাপায়, সেইবাবেই চিঠিকনৰ তথ্যখিনি গোপনীয় কৰি ৰাখিবৰ বাবে কাৰ্যকৰী অভিযন্তা বৰাক 'কৰ্তৃপক্ষ'ৰ দ্বাৰা নিৰ্দেশনা দি থোৱা হৈছে। গোটেই ব্যৱস্থাটোৰ আঁৰত ন্যস্ত স্বাৰ্থ জড়িত আছে। দ্বীপেনে অনুৰোধ কৰিলে যাতে বাৰ্ল্ড বেংকৰ প্ৰজেক্টটোৰ বিষয়ে তেওঁৰ পৰা কথাবোৰ জনা বুলি কাকো নকয়। প্ৰজ্ঞানে দ্বীপেনক ভৰসা দিলে। কিয়নো দিল্লীত বৰ্ল্ড বেকৰে অফিচত এছিয়ান ফাণ্ডিং বিভাগত কেথেৰীন ক্ৰেয়াৰ নামে এগৰাকী মহিলা বিষয়া আছে, যি প্ৰজ্ঞানৰ সৈতে কেম্ব্ৰিজ একেলগে অধ্যয়ন কৰিছিল

আৰু তেওঁৰ সৈতে নিয়মীয়া যোগাযোগ এতিয়াও আছে। প্ৰজ্ঞানে সেই সূত্ৰেই কথাবোৰ জানিছে বুলি ক'ব।

প্ৰজ্ঞান আৰু মালিনীয়ে কনিষ্ঠ অভিযন্তা দ্বীপেন শৰ্মাক অশেষ ধন্যবাদ জনালে আৰু আগলৈও সংকল্পৰ সৈতে যোগাযোগ ৰাখিবলৈ অনুৰোধ কৰিলে। দ্বীপেনে ক'লে তেওঁ প্ৰজ্ঞানৰ বিষয়ে বহুত কথা আগেয়ে শুনিছে। সংকল্পৰ দৰে এটা স্বেচ্ছাসেৱী অনুষ্ঠানৰ সৈতে জড়িত হ'বলৈ আৰু প্ৰজ্ঞানৰ দৰে এজন 'unique personality ৰ সৈতে সম্পৰ্ক স্থাপন কৰিবলৈ দ্বীপেন সদায় আগ্ৰহী হ'ব, সেইবুলি দ্বীপেনে তেওঁ মনৰ ভাব প্ৰকাশ কৰিলে। কিন্তু লগতে তেওঁ ক'লে, "পোনপটীয়াকৈ আপোনালোকৰ লগত থকাত অসুবিধা আছে, চৰকাৰী চাকৰীয়াল হিচাপে। তথাপি মই সদায় আছো, আপোনালোকৰ লগত। পিছত থাকি হ'লেও।" দ্বীপেনে একমুহূৰ্ত থমকি ৰৈ, হাঁহি এটা মাৰি প্ৰজ্ঞানলৈ চাই আকৌ ক'লে, "অৱশ্যে দাদা, ক'ব নোৱাৰো, কেতিয়াবা দেখিব, পিছৰ পৰা নহয়, এইবোৰ চাকৰি দলিয়াই থৈ আপোনালোকৰ লগত একেবাৰে আগশাৰীত থিয় দিছোঁগৈ। Sometime I feel so, disgusted, suffocated."

দ্বীপেনৰ হঠাৎ এনে এক ক্ষোভজড়িত উক্তিত প্ৰজ্ঞান অলপ আচৰিত হ'ল। দেহাপুখুৰীলৈ সোনকালে উভতিব লাগে, গোটেই বাটটো বৰ বেয়া। বোধকৰো প্ৰথম নিৰ্মাণ কৰাৰ পৰা বাটৰ কোনো মেৰামতি হোৱা নাই। লাহে লাহে গাড়ী চলাব লাগিব। গতিকে দ্বীপেনৰ সৈতে দীঘলীয়াকৈ কথা-বতৰা পতাৰ ইচ্ছা এটা হৈছিল যদিও প্ৰজ্ঞান আৰু মালিনীয়ে বেছি পলম নকৰিলে। কিন্তু আৰু অলপ সময় থাকি দ্বীপেনৰ সৈতে কথা পাতি প্ৰজ্ঞানে অনুভৱ কৰিলে, চৰকাৰী অফিচবোৰত সম্প্ৰতি এনে এক পৰিবেশ আৰু পৰিস্থিতিয়ে ৰূপ লৈছে- - তাৰ মাজত দ্বীপেনৰ দৰে এজন মেধাবান চিন্তাশীল শুভবুদ্ধিসম্পন্ন তৰুণ পুৰুষে যথেষ্ট বিবেক দংশনত ভুগিব লগা হৈছে।

প্ৰজ্ঞান আৰু মালিনীয়ে দ্বীপেনক দেহাপুখুৰীলৈ মাতিলে, শনি-দেওঁবাৰে গৈ দুদিন প্ৰজ্ঞানহঁতৰ ঘৰত থাকি আৰু দীঘলীয়াকৈ কথা-বতৰা পাতিব পাৰিব, সংকল্পৰ সদস্যসকলকো কাৰ্যালয়ত লগ পাব। দ্বীপেন যাব বুলি কথা দিলে।

সেইদিনা ৰাতিয়েই প্ৰজ্ঞানে দিল্লীত থকা বিশ্ববেংকৰ বিত্তীয় বিষয়া কেথেৰীন ক্ৰেয়াৰৰ সৈতে যোগাযোগ কৰিলে। দেহাপুখুৰীৰ পৰা ইণ্টাৰনেট চেটেলাইট সংযোগৰ ব্যৱস্থা হোৱা নাই। প্ৰজ্ঞানে বিভিন্ন সূত্ৰৰ যোগে কেথেৰীনৰ টেলিফোন নাম্বাৰটো সংগ্ৰহ কৰিলে। টেলিফোনৰ কথা-বাৰ্তাৰেই প্ৰজ্ঞানে নিশ্চিত কৰিলে বিশ্ববেংকে দেহাপুখুৰীৰ মথাউৰিৰ বাবে চাৰিটা পৰ্যায়ত তিনি কোটিকৈ

বাৰ কোটিৰ ঋণ মঞ্জুৰ কৰিছে, আৰু প্ৰথম পৰ্যায়ৰ তিনি কোটি টকা ইতিমধ্যে কেন্দ্ৰীয় চৰকাৰযোগে ৰাজ্য চৰকাৰৰ ননপ্ৰেন ফাণ্ডত জমা হৈ আছে। মথাউৰি নিৰ্মাণ আৰু ধন শোধ কৰাৰ চৰ্তসমূহ আৰু প্ৰক্ৰিয়া সম্পৰ্কেও প্ৰজ্ঞানে নিশ্চিত হৈ জানিব পাৰিলে। কেথেৰীনৰ সৈতে প্ৰজ্ঞানে ব্যক্তিগত খা-খবৰবোৰো বিনিময় কৰাৰ পিছত মথাউৰিৰ কাম আৰম্ভ হ'লে প্ৰজ্ঞানহঁতৰ ঘৰত কেদিনমান থাকি অসমৰ গাঁও চাবলৈ অহাৰ কথা দিলে কথেৰীনে।

'সংকল্প'ৰ চকুত লগা নতুন কাৰ্যালয়ত সকলোকিজন সদস্য জৰুৰীভাৱে আহি গোট খাইছেহি। পথাৰত ধান দাবৰ সময় এতিয়াও হোৱা নাই কাৰণে শলীয়া আৰু ৰূপাইও আবেলি তিনি বজাতে সকলোতকৈ আগতে আহি উপস্থিত হৈছেহি। দীনকান্ত আৰু ৰবীন ব্যস্ত হৈ পৰিছে সদস্যসকলক বহুৱাওৱা, গিলাচত পানী আনি দিয়া, অন্যান্য ইটো সিটো প্ৰয়োজনত। প্ৰজ্ঞান আৰু মালিনী ইতিমধ্যে আহি বহিয়েই আছে। আলোচনাত মেজখনৰ চাৰিওপিনে এটাইকেজন বহিল, মাত্ৰ দেখা গ'ল, অনুপমা আহি পোৱা নাই।

তথাপিও কাৰ্যসূচী আৰম্ভ হ'ল। প্ৰজ্ঞানে দেহা নৈৰ মথাউৰিৰ প্ৰকল্পৰ বিষয়ে সকলো কথা সদৰী কৰাৰ পিছত সিদ্ধান্ত লোৱা হ'ল যে এসপ্তাহৰ ভিতৰতে তিনিখন মৌজাৰ প্ৰত্যেকতে ৰাজহুৱা সভা পাতি গোটেই ৰাইজক প্ৰকল্পটোৰ বিষয়ে বুজাই দিয়া হওক। আৰু অতি সোনকালেই প্ৰকল্পৰ প্ৰথম পৰ্যায়ৰ কাম আৰম্ভ কৰিবলৈ কৰ্তৃপক্ষক জৰুৰী আবেদন জনোৱা হওক, যাতে অহা বাৰিষাৰ পূৰ্বেই প্ৰথম পৰ্যায়ৰ কাম সম্পূৰ্ণ হৈ যায়। প্ৰকল্পটোৰ বিষয়ে প্ৰচাৰ মাধ্যমৰ জৰিয়তেও ৰাইজক অৱগত কৰা হওক। এইখিনি কাম ৰমাকান্তই কৰিব। আলোচনাৰ পিছত কোনটো মৌজাত কোন কোন তাৰিখত সভা অনুষ্ঠিত কৰা হ'ব— সেই তাৰিখকেটা ঠিক কৰা হ'ল। সদস্যসকলৰ মাজত মৌজা অনুসৰি দায়িত্বও ভাগ ভাগ কৰি ন্যস্ত কৰা হ'ল।

এনে এময়তে কোবেৰে চাইকেল চলাই অনুপমা আহি পালেহি, আৰু কাৰ্যালয়ৰ কোঠাত সোমাই অতি উত্তেজনা সহকাৰে কোৱা কথাখিনি হ'ল : অনুপমাহঁতৰ গাঁৱত চৰাকাৰী ঘাই পথৰ দাঁতিত গনেশ তেৱাৰী নামে এজন কাঠৰ বেপাৰীৰ ঘৰ। বিহাৰী মানুহ কিন্তু ইয়াতে পঞ্চাছ বছৰো ওপৰ হ'ল। কাঠৰ মিলৰ পৰা ফলা কাঠ আনি বিক্ৰী কৰে। এই অঞ্চলৰ সেইখনেই এটাইতকৈ ডাঙৰ কাঠৰ দোকান । গনেশ তেৱাৰী বুঢ়া হৈছে, এতিয়া একমাত্ৰ পুতেকে দোকান চলায়। পাঁচ বছৰ হ'ল তেওঁলোকে কাঠৰ কোৰেৰী এটাও লীজত লৈছে। পুতেকে অসমীয়া স্কুলত পঢ়িছিল। মেট্ৰিক পাছ কৰিয়েই ব্যৱসায়তে

নামিছে। অসমীয়া ছোৱালী এজনীৰ প্ৰেমত পৰি বিয়া কৰাই আনিছে। বিহাৰত তেওঁলোকৰ এতিয়া কোনো নাই, তাৰ মাটি-বাৰী বেচি ইয়াতে ব্যৱসায়ত খটুৱাইছে। ইচ্ছা পুতেকৰে লগ লাগি এবছৰ মানৰ ভিতৰত সৰুকৈ হ'লেও এটা কাঠৰ মিল প্ৰতিষ্ঠা কৰিব। তেৰাবী মানুহজন সবৰবহী। স্থানীয় সামাজিক সকলো কামত, নাইবা ৰাজহুৱা অনুষ্ঠান-প্ৰতিষ্ঠানত সদায় প্ৰচুৰ দান-বৰঙণি দিছে।

অলপ দিনৰ আগতে হঠাৎ এদিন উগ্ৰপন্থী সংগঠনৰ চাব-মোহৰ মৰা পেডৰ কাগজত চিঠি আহিল পঞ্চাশ লাখ টকাৰ দাবীৰ নিৰ্দেশেৰে। এখনৰ পিছত এখনকৈ কেবাখনো চিঠি আহিল। শেষত চূড়ান্ত চিঠিখন আহিল মৃত্যুৰ ভাবুকিৰে। উপায়ান্তৰ হৈ বেংকৰ সমস্ত সঞ্চয় আৰু অ'ৰ ত'ৰ পৰা গোটাই পোন্ধৰ লাখ টকা, বন্দবস্ত কৰি থোৱা চেনেলেদি পঠাই দিলে। তেওঁলোক সন্তুষ্ট নহ'ল। শেষত আজি পুৱতি নিশা তেওঁলোকৰ চাৰিজন বন্দুকধাৰী বিপ্লৱী আহি ঘৰৰ পৰা পুতেকজনক হাত দুখন পিছলৈ নি আৰু মুখখন কাপোৰেৰে বান্ধি বাহিৰলৈ উলিয়াই আনিলে। বুঢ়া বাপেকে দৌৰি ওলাই আহি বাধা দিলে। এজন বন্দুকধাৰীয়ে বুঢ়াৰ বুকুলৈ গুলী এৰি দিলে। বুঢ়া বাৰাণ্ডাৰ মজিয়াত পৰি গ'ল। সৰসৰকৈ তেজ ওলাল তেওঁৰ বুকুৰ পৰা। ঘৰৰ বাকী মানুহ পেপুৱা লাগি ভিতৰত সোমাই থাকিল। পুতেকটোক বন্দুক ধাৰীকেইটাই অপহৰণ কৰি কেনি লৈ গ'ল কোনেও ক'ব নোৱাৰিলে। ডেকাকেইটাই চিঞৰি চিঞৰি কৈ গ'ল, "ঐ মানুহবোৰ চুপ থাকিবি। পুলিচত নাযাবি, যোনে যাব তাকে গুলীয়াম। আৰু এই বুঢ়াটোক পুৰিবলৈ গাঁৱৰ মানুহ কোনো যাব নোৱাৰিব, যিয়েই ওলাবি সিয়েই অসমীয়াৰ শত্ৰু হ'বি আৰু আমাৰ গুলী খাবি।"

দিনটো বুঢ়াৰ শটো বাৰাণ্ডাতে পৰি আছে। গোটেই দিনটো দাহ কৰিবলৈ কোনো ওলাই নাহিল। এতিয়া মই ইয়ালৈ ওলাই আহোঁতে দেখিলোঁ, গৰু গাড়ী এখনত গাড়োৱানটোৱে বুঢ়াৰ শটো তুলি লৈছে, বাঁহ, ঢাবি, খৰী আৰু কাঠৰ বাটাম কেটামানৰ সৈতে। গাড়ীখন শ্মশানলৈ গৈ আছে। মৃত বুঢ়াৰ বুঢ়ী ঘৈণীয়েক আৰু বোৱাৰীয়েকজনীয়ে কান্দি কান্দি চাই আছে। প্ৰায় ন বছৰীয়া নাতিয়েকটো সুদা গাৰে ধুতি এখন পিন্ধি গাড়ীখনৰ কাষে কাষে খোজ লৈছে।

অনুপমাই প্ৰায় উশাহ নসলোৱাকৈ গোটেই ঘটনাটোৰ বৰ্ণনা দিলে। বৰ্ণনা শুনি উঠাৰ লগে লগেই প্ৰজ্ঞানে ক'লে— "চাকাৰীখনত যিমানজন পাৰা উঠা, বাকীকেজন চাইকেলত আহি থাকা, যিমান সোনকালে পাৰা আহি থাকা। ইয়াৰ পৰা গাঁওখনলৈ পাঁচ কিলোমিটাৰ বাট ; গৰু গাড়ীত শ লৈ শ্মশান পায়গৈ মানে

আমিও সেইখিনি পামগৈ। মালিনী, তোমাৰ বেগত কিছু পইচা আছে নহয়? অন্ত্যেষ্টিক্রিয়াৰ সামগ্রী কিনিবলৈ?"

"আছে" মালিনীয়ে উত্তৰ দিলে।

"ব'লা, যোন যেনেকৈ পাৰা। ছোৱালীকেজনী আৰু চাই কেল নেহোৱাকেজন গাড়ীত উঠা। ব'লা— ব'লা — hurry up...." প্রজ্ঞানে দৌৰি গৈ চিটত বহি গাড়ী ষ্টাৰ্ট কৰিলে।

দেহা নৈৰ পাৰত ওখ বাকৰি এখনত সমূহীয়া শ্মশান। তাতেই কাঠৰ বেপাৰী বৃদ্ধ গণেশ তিৱাৰীৰ চিতা জুই জ্বলি আছে। বৃদ্ধৰ একমাত্র পুতেকক আগনিশা সন্ত্রাসীৰ দলৰ লোকে অপহৰণ কৰি নিছে। গতিকে বৃদ্ধৰ ন বছৰীয়া নাতিয়েকেই মুখাগ্নি আদি সংকাৰৰ কামখিনি কৰিবলগা হ'ল। মৃতকৰ সংকাৰৰ বৈদিক কামখিনিৰ কাৰণে যযমান এজন বিচাৰি পোৱা নগ'ল। কিন্তু সংকল্পৰ কোনোবা এজনে ক'লে যে পঞ্জিকাৰ পিছপিনৰ পৃষ্ঠা এটাত বিভিন্ন পূজা-পাৰ্বনৰ বিধিৰ মাজতে সংকাৰ অনুষ্ঠান বিধিখিনি আৰু মুখাগ্নিৰ মন্ত্রটো ছপোৱা থাকে। পঞ্জিকা প্রজ্ঞানহঁতৰ ঘৰতে আছিল। আইমাই প্রত্যেক বছৰে নতুন পঞ্জিকা কিনাৰ অভ্যাস। গতিকে পঞ্জিকাৰ সহায়েৰেই মুখাগ্নিৰ কামখিনি কৰি তিৱাৰীৰ নাতিয়েকক ঘৰলৈ পঠাই দিয়া হ'ল, প্রজ্ঞানৰ চাফাৰীত সংকল্পৰ সদস্যসকল আৰু পৰিয়ালৰ এজন নে দুজন চিতাৰ অলপ দূৰত আঁহত এজোপাৰ তলত থাহনিত বহি আছে। সদ্যসসকলৰ কাৰো মুখত বিশেষ কথা-বতৰা নাই। এনেতে, কিছুদিন আগতে প্রজ্ঞানহঁতে সংকল্পৰ উদঘাটন কৰি পতা এখন সভাত প্রজ্ঞানক লগ ধৰিবলৈ অহা বৰ্মন নামৰ ঠিকাদাৰজন আৰু তেওঁৰ সংগী তিনিজন আহি শ্মশান পালেহি। তেওঁলোকে মটৰ বাইক দুখন দূৰতে থৈ বাকি তিনিজন খোজকাঢ়ি প্রজ্ঞানহঁতৰ কাষত থিয় দিলেহি। চিতাখনৰ পিনে চাই বৰ্মনে ক'লে, "বৰ অন্যায় কাম হৈছে দেই। যোনেই কৰিছে, বেয়া কাম কৰিছে। মানুহজনক এইদৰে গুলীয়াই মাৰিব লাগেনে। মই ঠিকাৰ কামত তেওঁৰ মিলৰ পৰাই সদায় কাঠ নিছিলোঁ। কিমান বিল্ডিং আৰু দলঙৰ কামত তিৱাৰীৰ মিলৰ কাঠ লগালো। বৰ দুখ লাগে দিয়ক সোণোৱাল।"

প্রজ্ঞানহঁতে কোনেও একো নক'লে। নীৰৱ হৈয়ে ৰ'ল। "সোণোৱাল, মই অলপ সহায় কৰিমনেকি?" সেই বুলি বৰ্মনে বেক পকেটৰ পৰা পাৰ্চটো উলিয়াই মেলিব খুজি প্রজ্ঞানহঁতলৈ চালে। জ্যেষ্ঠ সদস্য ৰমাকান্তয়ে লগে লগে ক'লে, "নালাগে, বৰ্মন, তিৱাৰীৰ ঘৰৰ পৰাই সেইখিনি যোগাৰ কৰি আনিছে। আৰু লাগিলে আমিও আছোঁ।"

"বাৰু বাৰু। হ'ব তেনে। এনেবোৰ কামত মই সহায় কৰিবলৈ মোৰ ভাল লাগে। বাৰু, আমি তেন্তে এতিয়া যাওঁগে। এটা কাম কৰো, আমাৰ ইহঁত দুটা থাওক। ৰতন আৰু ব'লো। কিবা কামত দৰকাৰ হ'ব পাৰে।"

"থাওক বাৰু থাকিব খোজে যদি। কিন্তু সংকাৰৰ কামখিনি আমিয়েই চলাব পাৰিম।" জ্যেষ্ঠ সদস্যজনে আকৌ ক'লে।

"তথাপিও, ৰতন, বলো, তহঁত দুটা থাক। আমি গৈ থাকো। পি. ডব্লিউ. ডি. অফিচত মোৰ জৰুৰী. কাম এটা আছে। অফিচ বন্ধ হ'বৰেই হৈছে।"

বৰ্মন আৰু লগৰ এজন আঁতৰি গৈ দূৰত থকা মটৰ বাইকত গুচি গ'ল। ৰতন আৰু বলো বাকী সংকল্পৰ সদস্যখিনিৰ কাষতে ৰহি থাকিল।

কোনেও মুখেৰে একো কোৱা নাই। কিন্তু সংকল্পৰ সদস্যসকলৰ প্ৰত্যেকেই সমস্ত ঘটনাটোৰ তাৎপৰ্য আৰু সংকটৰ বিষয়ে মনে মনে বিন্যাস কৰি আছিল। প্ৰজ্ঞানেই এবাৰ আৰম্ভ কৰিলে, "চাক্ষুষ ৰূপত আজি আমি এইটো ঘটনাৰ বিষয়ে জানিব পাৰিলো। কিন্তু ৰাজ্যত এনে আৰু কিমান ঘটনা সংঘটিত হৈছে সেইবোৰৰ বিষয়ে কাকতে-পত্ৰই, হে জানি আছিছোঁ, কিন্তু how long? আৰু কিমান দিন এইদৰে থাকিব?"

"মইতো তাকেই কৈ আছিছোঁ। People must raise its voice. They must unite and consolidate." মালিনীয়ে তেওঁৰ নিজস্ব নাটকীয় ভংগীত ক'লে।

"কিন্তু গাঁৱৰ মানুহক একমুঠ কৰাটো কেনেকৈ সম্ভৱ হ'ব পাৰে?" অনুপমাই প্ৰশ্ন কৰিলে।

"তাৰেই প্ৰথম পদক্ষেপ হিচাপে দেহা নৈৰ মাথাউৰি প্ৰকল্পত ৰাইজক সম্পূৰ্ণ জড়িত কৰি ল'বৰ কাৰণে আমি যি আঁচনি কৰিছোঁ— সেই কাম অতি সোনকালে আৰম্ভ কৰিব লাগিব। মই ভাবিছো, আমি দুই-এদিনৰ ভিতৰতে এখন ৰাজহুৱা সভা আহ্বান কৰোঁ। আৰু ৰাইজক মথাউৰি প্ৰকল্পটোৰ বিষয়ে বুজাই দি মথাউৰিটোৰ physical কামখিনি যে ৰাইজে লগ লাগি কৰিব লাগিব, তাৰ বাবে প্ৰাপ্য ধন যে ৰাইজৰ প্ৰতিজনৰ হাতলৈ আহিব— এইবোৰ কথা আগতীয়াকৈ আমি জনাই থ'ম।" অনুপমাৰ প্ৰশ্নৰ উত্তৰ দিবলৈ গৈ প্ৰজ্ঞানে দীঘলীয়াকৈ কথাখিনি ক'লে।

"কিন্তু মই এটা কথা বুজি পোৱা নাই : প্ৰকল্পটোৰ বিষয়ে অহা চিঠিপত্ৰ এক্সিকিউটিভ ইঞ্জিনীয়াৰৰ অফিচত গোপান কৰি ৰখাৰ motive কি!" মালিনীয়ে সুধিলে।

"সেইটোৱেইটো আচল কথা। আমাৰ এই গোটেই অঞ্চলটোৰ বেছিখিনি ঠায়েই অতি পিছপৰা, জনজাতীয় আৰু নিৰক্ষৰ, দৰিদ্ৰ মানুহ। এই মানুহবোৰৰ অজ্ঞতাৰ সুযোগ লৈ চৰকাৰৰ বহুত আঁচনিৰ কাম আংশিকভাৱে, নাইবা একেবাৰে নকৰাকৈয়ে, কাগজে-পত্ৰই সম্পূৰ্ণ হোৱা দেখুৱাই সমুদায় ধন ভাগে ভাগে বিতৰণ হৈ যায়। মালিনী তুমি motiveৰ কথা সুধিছিলা নহয়? motive এইটোৱে, how to grab the fund-- wholly or its lion's share." প্ৰজ্ঞানে বুজাই দিলে।

"আমি তেন্তে অহা দেওবাৰেই সভাখনৰ আয়োজন কৰো। আজি দেওবাৰ, এসপ্তাহ আছে। এসপ্তাহৰ ভিতৰত ভালকৈ প্ৰচাৰ চলাওঁ।" ৰমাকান্তই ক'লে।

"কিছু Wall poster হাতে লিখিয়েই সকলো ঠাইত লগাই দিয়া যাব।"..

"মই এটা কথা ভাবিছো প্ৰজ্ঞান।" অলপ চিন্তা কৰি পৰাগ বৰুৱাই ক'লে।

"কি ভাবিছা?"

"আমি মথাউৰি প্ৰকল্পৰ কথাটো আগতীয়াকৈ প্ৰচাৰ নকৰোঁ। মাত্ৰ অঞ্চলটোৰ বিকাশৰ কাৰণে বিভিন্ন বিষয়ে আলোচনা কৰা হ'ব বুলি জনাম। সভাস্থলীতহে প্ৰকল্পটোৰ বিষয়ে বিশদভাৱে ব্যাখ্যা কৰিম। সদ্যহতে প্ৰকল্পৰ কথাটো আমাৰ মাজতে থাকক। মই কথাটো কিছু কৌশলগত দিশৰ পৰাহে কৈছোঁ।" পৰাগে সদস্যসকলৰ মাজতে থাকিব বুলি কোৱাৰ সময়ত মন নকৰিলে বা গুৰুত্ব নিদিলে যে পিছপিনে বৰ্মন ঠিকাদাৰৰ বহতীয়া ল'ৰা দুটা বহি আছে।

সমুখত চিতা জ্বলি আছে। প্ৰজ্ঞানহঁতৰ আলোচনাও চলি থাকিল। এনেতে বাকৰিৰ ওখোৰা-মোখোৰা বাটেৰে কিছুদূৰ আহি দূৰতে এখন জীপ্‌চি ভান ৰ'লহি আৰু তাৰ পৰা দুজনমান বন্দুকধাৰী আৰক্ষী সহ এজন পুলিচ বিষয়া নামি প্ৰজ্ঞানহঁতৰ পিনে আগুৱাই আহিল। সংকল্পৰ মানুহখিনি থিয় হ'ল। পুলিচ বিষয়াজন ওচৰলৈ আহি অলপ পুলিচী ঢঙত সুধিলে, "সেইটো গণেশ তিৱাৰীৰ ডেডবডী জ্বলোৱা হৈছেনেকি?"

"হয়।" প্ৰজ্ঞানে উত্তৰ দিলে।

"এনেকৈ আপোনালোকে unnatural deathৰ মানুহ এটাক পুলিচক নজনোৱাকৈ কিয় জ্বলাই দিলে। spot verificationৰ কথা আছে— post-mortem হ'ব লাগে। আপোনালোক শিক্ষিত মানুহ হৈ সেইবোৰ কথা নাজানিলে কেনেকৈ হয়।" পুলিচ বিষয়াজনৰ মাতত ৰূঢ়তা স্পষ্ট।

ৰমাকান্ত অলপ উত্তেজিত হ'ল, "হেৰি অ'চি ডাঙৰীয়া। আপুনি পুলিচী

মেজাজত কথা নক'ব। শিক্ষিত নে অশিক্ষিত আপুনি বিচাৰ কৰিবলৈ কোন। আপুনি জানে এখেতসকল কোন?"

"জানো। শুনিছোঁ। এখেত ইংলণ্ডৰ পৰা আহিছে, লগত বান্ধৱী এগৰাকী লৈ, ইয়াত সমাজ সেৱা কৰিবলৈ।" দুই ওঁঠৰ ফাঁকেদি হঁহাৰ নিচিনা কৰি অ'চি গৰাকীয়ে কথাষাৰ ক'লে।

"আপুনি পেলোই কৰি কথাবাৰ কৈছে কিয়?" অন্য এজন ডেকা সদস্যই উত্তজিত হৈ ডাঙৰ মাতেৰে অ'চিক ধৰিলে।

"হ'ব হ'ব ৰমাকান্ত। তেখেতে কোৱা কথাটো ভুল হোৱা নাই। মই ইংলণ্ডৰ পৰা অহা, মোৰ লগত মালিনী মোৰ এগৰাকী বন্ধু অহা আৰু আমি সমাজ সেৱাৰ কাৰণে অহা— সঁচা কথাই। তুমি ৰমা উত্তেজিত নহ'বা। ৰ'ব আপুনি মিঃ হাজৰিকা নহয়?"প্ৰজ্ঞানে পুলিচ বিষয়াৰ বুকুৰ জেপত লগাই থোৱা তেওঁৰ নামৰ strip টোলৈ চাই ক'লে।

"হয় মই ইনচ্‌পেক্টৰ হাজৰিকা। দেহাপুখুৰী থানাৰ অ'চি।"

"শুনক মিঃ হাজৰিকা আমি কেনে পৰিস্থিতিত আছি তেৰাবীৰ শবটো দাহ কৰিব লগা হ'ল আপুনি নাজানে।"

"কি পৰিস্থিতি?"

"শুনক, আমি যিখিনি তেৰাবীৰ ঘৰৰ মানুহৰ পৰা জানিছোঁ, ঘটনাটো হ'ল: কালি নিশা সন্ত্ৰাসবাদীয়ে তেৰাবীৰ পুতেকক অপহৰণ কৰি নিবলৈ অহাৰ সময়ত বাধা প্ৰদান কৰাত পিতাক তেৰাবীক সিহঁতে হত্যা কৰে, আৰু যাবৰ সময়ত গাঁৱৰ মানুহক সিহঁতে বন্দুকৰ গুলীৰ আৱাজ শুনাই ভমিয়াই থৈ যায় যাতে কোনো মানুহ তেৰাবীৰ ঘৰলৈ নাহে, পুলিচক একো খবৰ নিদিয়ে আৰু কোনো শবদাহ কৰিবলৈ নাযায়। আজি দুপৰীয়ালৈকে তেৰাবীৰ মৃতদেহ ঘৰত পৰি আছে। গাঁৱৰ এজন মানুহো তালৈ অহা নাই। পিছত তিনি বজাত আমাৰ এগৰাকী সদ্যসাৰ পৰা যেতিয়া কথাটো জানিব পাৰিলোঁ আমি লগে লগেই ইয়ালৈ আহিলোঁ। তেতিয়া গৰুগাড়ী এখনত গাবোৱান এটাই শটো তুলি শ্মশান পাইছেহি। লগত ন বছৰীয়া নাতি ল'ৰা আৰু মিলত কাম কৰা দুটামান বনুৱা। সেই অৱস্থাত আমি যেতিয়া এইখিনি পাওঁহি তেতিয়া পুলিচক খবৰ দিয়া, post mortem কৰা এইবোৰ কথা— যিমান শিক্ষিত মানুহেই নহওক, সেইবোৰ কথা মনলৈ অহাটো স্বাভাৱিক নহয়। কিন্তু আমি যাক অনিয়ম কৰিলোঁৱেই, আপোনলোক পুলিচৰ মানুহখিনিয়ে কি কৰি আছিল। এই আবেলিলৈকে?" প্ৰজ্ঞানে অলপ চোকা সুৰত অ'চিক প্ৰশ্ন কৰিলে।

"এ নক'ব। গাঁৱৰ মানুহক প্ৰেচুৰ কৰি থোৱাৰ কাৰণে নিশ্চয় কোনোৱেই আমাক খবৰ দিবলৈ যাবলৈ সাহ নকৰিলে। তথাপি ইনফৰমাৰ এজন দুপৰীয়া থানালৈ গৈছিল। কিন্তু তেতিয়া থানাত মাত্ৰ এ. এছ. আইজন, কনিষ্টবল আৰু আৰ্মদ পুলিচ দুটাহে আছিল। সিহঁত থানা এৰি আহিব নোৱাৰে। থানাৰ বাকী আৰ্মদ পুলিচখিনিক লৈ মই বিশ কিলোমিটাৰ দূৰৰ চাহবাগিচা এখনলৈ গৈছিলো, ইণ্ডাষ্ট্ৰি মিনিষ্টাৰ আহিছিল— বাগিচাত লাঞ্চ খাব। গতিকে চিকিউৰিটি ডিউটি লৈ তাত থাকিব লগা হৈছিল। এতিয়া ঘূৰি আহি থানাত খবৰটো পায়েই বেগাই আহিছোঁ।"

"গতিকে বুজিলে নহয় পৰিস্থিতিটো?"

"হয় বুজিলোঁ। মই ইতিমধ্যে এচ. পি.লৈ ৱায়াৰলেছ মেচজে পঠাইছো। CRPF পঠাইছে। মই যাওঁ এতিয়া। আৰু এবাৰ স্পট্ ভেৰিফিকেশ্যন কৰি প্ৰিলিমিনেৰী ৰিপোৰ্ট এটা তৈয়াৰ কৰোঁগৈ। বিপ্লৱীমখাৰ অত্যাচাৰত আমাৰ শোৱন-খাৱন নোহোৱা হৈছে। বাৰু মিঃ সোণোৱাল মই আহিছোঁ।" অ'চি হাজৰিকা যাব খুজি কিবা এটা মনত পৰাৰ দৰে আকৌ ক'লে, "অ' ৰ'ব, মিঃ সোণোৱাল, আপোনাৰ কথাখিনি, অৰ্থাৎ আপোনালোক কিদৰে এই ঘটনাটোত ইনভলভদ্ হ'ল, মই মোৰ ৰিপৰ্টত ষ্টেটমেণ্ট হিচাপে এণ্ট্ৰি কৰিম। দৰকাৰ হ'লে আপুনি হয়তো এবাৰ থানালৈ যাব লগা হ'ব পাৰে।"

"নিশ্চয় যাম।"

'আহোঁ তেনে।" সেইবুলি হঠাৎ তেওঁ চিতাখনলৈ চালে। কিবা এটা ভাবিলে। আৰ্মদ পুলিচকেজনক কিবা এটা হুকুম দিলে। পুলিচকেজনে বন্দুক ৰিভাৰ্চ কৰি বাওঁহাতে ধৰি অ' চি' হাজৰিকাৰ সৈতে একলগে চেলুট দিলে। তাৰ পিছত তেওঁলোক ভানখনৰ পিনে গিৰিপ্‌গিৰিপ্‌কৈ খোজ ল'লে।

সংকল্পৰ সদস্যসকলে এসপ্তাহ ধৰি প্ৰস্তাৱিত ৰাজহুৱা সভাখন অনুষ্ঠিত কৰাৰ প্ৰস্তুতিত শোৱা-খোৱা সকলো বাদ দি ব্যস্ত হৈ পৰিল। ৰাতিপুৱা ঘৰত চাহ-জলপান খায়েই সংকল্পৰ অফিচলৈ আহি বিভিন্ন কামত ব্যস্ত হৈ পৰে। পোষ্টাৰ লিখা, বেনাৰ লিখা, অঞ্চলটোৰ মুখিয়াল লোকসকলক ব্যক্তিগতভাৱে নিমন্ত্ৰণ কৰিবলৈ হাতে লিখা চিঠি এখন জেৰক্স কৰা, লেফেফাত নাম-ঠিকনা লিখা ইত্যাদি প্ৰস্তুত হোৱাৰ পিছত চিঠিবোৰ ঘৰে ঘৰে গৈ বিলাই দিয়া, পোষ্টাৰ বেনাৰ আদি বিভিন্ন ঠাইত লগাই দিয়া ইত্যাদি কামত সদস্যখিনি ব্যস্ত হ'ল। দুজনমানে ভাগ ভাগ কৰি মাকিনীয়ে চলাই যোৱা চাফাৰি গাড়ীত উঠি গোটেই অঞ্চলটোত মাইক আৰু লাউডস্পীকাৰেৰে সভালৈ ৰাইজক আহ্বান

জনালে। তাৰ উপৰি অঞ্চলটোৰ প্ৰায় সকলোবোৰ পৰিয়ালৰ ঘৰে ঘৰে নিজে গৈ গৈ মানুহক সভালৈ আহিবলৈ কোৱা হ'ল। এই কামত প্ৰজ্ঞান আৰু জ্যেষ্ঠ সদস্যকেজনে বিশেষ অংশ লৈছিল, খোজকাঢ়ি, চাইকেল মাৰি যিদৰে সুবিধা হয়— সেইদৰে তেওঁলোক প্ৰচাৰ কাৰ্যত লাগি গৈছিল। প্ৰজ্ঞানহঁত সম্পূৰ্ণ বিশ্বস্ত হৈ পৰিছিল, সভালৈ নহাকৈ কোনো মানুহ নাথাকে। আঁতৰৰ কোনোবা দুই-চাৰিজন আহিব নোৱাৰিলেও দেহাপুখুৰী মৌজাৰ অন্ততঃ প্ৰত্যেক ঘৰৰে মুনিহ-তিৰোতা সকলো আহিব। তেওঁলোকে বাইজৰ পৰা সেই সঁহাৰি সম্পূৰ্ণ পাইছে।

সভা দেহাপুখুৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ সন্মুখৰ বহল ফিল্ডখনত অনুষ্ঠিত কৰিবলৈ লোৱা হৈছিল। প্ৰসন্ন সোণোৱালে জীৱন দি পাতি থৈ যোৱা বিদ্যালয়খনৰ চৌহদত সভা পাতিবলৈ নাতিয়েক প্ৰজ্ঞান সোণোৱালে জনোৱা আবেদন বিদ্যালয়ৰ অধ্যক্ষই হাঁহিমুখে মঞ্জুৰ কৰিলে।

সভাৰ দিনটো দেওবাৰ। পূৰ্ণিমা তিথি। হাল ক্ষতিৰ দিন। গতিকে আশা কৰা হৈছে মানুহখিনিয়ে সোনকালে খাই-বৈ তিনি বজাত আহি সকলো গোট খাবহি। আশা কৰা হৈছে তিনিওটা মৌজাৰ বচা বচা মানুহখিনি আহিলেও এহেজাৰ মানুহ আহিব। ওচৰৰ গাঁওকেখনৰ তিৰোতা মানুহখিনিও আহিব। তেওঁলোককো বিশেষভাৱে নিমন্ত্ৰণ কৰা হৈছে।

বাৰাণ্ডাৰ বেৰত সমজুৱাই দেখাকৈ এখন বেনাৰ আঁৰা হ'ব : "দেহাপুখুৰীৰ আঞ্চলিক বিকাশৰ কাৰণে 'সংকল্প'ৰ আহ্বানত ৰাজহুৱা সভা।" কাৰ্যসূচী দীঘলীয়া নহয়। বিদ্যালয়ৰ অধ্যক্ষ সভাপতি হ'ব। অনুপমাই এটা বৰগীত গাব। ৰমাকান্তই সভাৰ উদ্দেশ্য ব্যাখ্যা কৰিব, প্ৰজ্ঞানে অঞ্চলটোৰ বিকাশৰ মূল বিষয়টো উত্থাপন কৰি দেহা নৈৰ মথাউৰিৰ বাবে বৰ্ল্ড বেংকৰ অৰ্থ-সাহায্যৰে অনুমোদিত প্ৰকল্প আৰু তাৰ কাৰ্যকৰণত স্থানীয় ৰাইজৰ সক্ৰিয় অংশগ্ৰহণৰ বিষয়ে বিতংভাৱে সদৰী কৰি ৰাইজৰ জ্ঞাতাৰ্থে প্ৰকল্পটোৰ কথাখিনি ক'ব। তাৰ পিছত নিৰ্দিষ্ট কৰি থোৱা দুজনমান বক্তাই প্ৰজ্ঞানৰ কথাখিনি সমৰ্থন কৰি ৰাইজক সহযোগ কৰিবলৈ আহ্বান জনাব। সমজুৱাৰ পৰাও দুই-এজনক ক'বলৈ দিয়া হ'ব। তাৰ পিছতে সভাপতিৰ মন্তব্য। শেষত এটা সমবেত সংগীত : স্কুলৰ ওপৰ শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰী দহগৰাকীৰে এসপ্তাহতে এটা সমবেত সংগীত প্ৰস্তুত কৰিছে সংকল্পৰ সদস্য ৰবি গোহাঁয়ে। সংকল্পক লৈ বিশেষভাৱে গীতটোও তেৱেঁই ৰচনা কৰিছে। সমবেত সংগীতৰ পিছতেই মালিনীয়ে শলগাৰ শৰাই আগবঢ়াব। লগে লগে সভা ভংগ হ'ব। এয়েই কাৰ্যসূচী। সংকল্পৰ অফিচত সভাৰ আগদিনা সন্ধ্যা এই কাৰ্যসূচী সদস্যসকলৰ লৈতে আলোচনা মৰ্মে নিৰ্দিষ্ট কৰা হ'ল। পিছদিনা

পুৱা দেহাপুখুৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়লৈ গৈ সভাস্থলীৰ ব্যৱস্থাপনাখিনি কৰিবগৈ লাগিব।

পিছদিনা দেওবাৰ। সভাৰ দিন। পুৱা পাঁচমান বাজিছে। আইমাই তলমূৰকৈ ঘৰৰ পদূলীৰ কাষতে থকা বকুল জোপাৰ তলৰ পৰা ফুল তুলি আছে কৰণি এটা এহাতে লৈ।

এইদৰে বকুলজোপাৰ তলত ফুল তুলি থাকোঁতে আইমাৰ সদায় এটা কথা মনত পৰে : তেওঁৰ গাভৰুকালত এদিন জোনাকৰ সন্ধ্যাত মাকহঁতৰ ঘৰৰ পদূলিত এজোপা বকুলৰ তলৰ ছাঁত প্ৰসন্ন সোণোৱালে তেওঁক বুকুৰ মাজত সাবটি ধৰি প্ৰথম চুমাটো খাইছিল। জীৱনত সেই সন্ধ্যা পুৰুষৰ ওঁঠৰ প্ৰথম চুমা আছিল তেওঁৰ দুই ওঁঠত, এতিয়াও এইজোপা বকুলৰ তলত ফুল তুলি থাকোঁতে আইমাৰ কথাটো মনত পৰে। মনত পৰে সেই প্ৰথম শিহঁৰণখিনিৰ কথা। সেই শিহঁৰণে যেন আজিও তেওঁৰ মনটো চুইযাব খোজে, এই আশী বছৰ বয়সতো! অস্ফুট হাঁহি এটা বিৰিঙিল তেওঁৰ দুই চকুত।

"আই"— কোনোবাই মতা শুনি আইমাই মূৰ দাঙি চাই দেখে পদূলিৰ গেটখনত হাত থৈ শলীয়া আৰু বলেন।

"কি হ'ল অ'— তহঁত দেখোঁন? ইমান পুৱাই?" আইমাই ল'ৰা দুটাৰ মুখলৈ চাই সিহঁতক অলপ উদ্বিগ্ন হৈ অহা যেন পালে।

গেটখন খুলি সিহঁত দুটা সোমাই আহিল।

"প্ৰজ্ঞান দাদাহঁত শুয়েই আছেনেকি আই?" শলীয়াই সুধিলে।

"শুই আছে। পিছে উঠিবৰ হৈছেই। ছয় বজাত দুইটাই উঠে বাপো উঠে, মালিনীও উঠে। আহচোন বাৰু, বহহি।" আইমাই যিখিনি ফুল তুলিছিল তাকে কৰণিটোত লৈ ঘৰৰ পিনে খোজ দিলে, শলীয়াহঁতো পিছে পিছে আগবাঢ়িল।

বাৰাণ্ডাতে এখন হাত লগোৱা বেঞ্চ আৰু কেখনমান কাঠৰ চকী আছে। শলীয়া আৰু বলেন বেঞ্চখনত বহিল। ইতিমধ্যে প্ৰজ্ঞান আৰু মালিনীও সাৰ পাই উঠিছিল। প্ৰজ্ঞানে বাথৰূমত দাঁত ব্ৰাছ কৰি আছিল আৰু মালিনীয়ে পাকঘৰৰ পৰা ট্ৰেত তিনিকাপ চাহ আৰু বিস্কুট লৈ ওলাই আহিছিল, প্ৰজ্ঞান, আইমা আৰু নিজৰ কাৰণে। আইমাই বকুল ফুল তুলি অহাৰ পিছতে মালিনীয়ে চাহ সাজু কৰি আনি তিনিও পুৱা বাহিৰৰ বাৰাণ্ডাত বহি চাহ খোৱা আৰু কথা পতাৰ নিয়ম এটা হৈ উঠিছিল।

পানী গৰম হৈয়ে আছিল। প্ৰজ্ঞান বাথৰূমৰ পৰা ওলাই আহোঁতে মানে মালিনীয়ে আৰু দুকাপ চাহ কৰি আনিলে। হাতে হাতে চাহৰ কাপ লৈ এটাইকেইজন

ৰাৰাণ্ডাত ৰহিল। প্ৰজ্ঞানে সুধিলে, "কি হ'ল শলীয়া, ৰাতিপুৱা আহিলা যে" আমি আঠ বজাত হাইস্কুললৈ যোৱাহে কথা আছিল।"

"প্ৰজ্ঞান দাদা ডাঙৰ কথা এটা হৈছে।" শলীয়াৰ কণ্ঠত উদ্বিগ্নতা।

"কি কথা?"

"কালি সন্ধ্যাৰ পৰা নিশালৈকে কেবাখনো মটৰ চাইকলত এটা দলে ক'লা কাপোৰেৰে মুখ বান্ধি ঘৰে ঘৰে গৈ মানুহবোৰক বন্দুক দেখুৱাই কৃষিছে কোনোবেই যাতে আগ্নি আমাৰ সভালৈ ওলাই নাহে। যিয়েই আহে গুলী খাব।" শলীয়াই বিস্ফোৰক খবৰটো দিলে।

"সিহঁত অৱশ্যে বাছি বাছি কাৰো কাৰো ঘৰলৈ যোৱা নাই। শলীয়া আৰু আমাৰ ঘৰলৈ যোৱা নাই। বোধকৰোঁ সংকল্পৰ মেম্বাৰবিলাকৰ ঘৰ বোৰ বাদ দিছে।" আন এজনে যোগ দিলে।

"তোমালোকে কেনেকৈ গম পালা কথাটো?"

"কালি ৰাতি আমি ইয়াৰ পৰা কাম শেষকৰি ঘৰলৈ যাওঁতে, তেতিয়া নমান বাজিছিল, দেখিছিলো মটৰ চাইকেলৰ পৰা নামি ঘৰে ঘৰে সোমাইছে আৰু ওলাইছে। এঘৰত সোমাই কথাটো সুধিলো। সেই ঘৰতে ক'লে। আমাৰ ঘৰত গৈ সিহঁত আহিছিলনেকি সোধোতে নাই অহা বুলি ক'লে।" শলীয়াই বৰ্ণনাটো দিলে।

কিছুসময় সকলো মৌন হৈ থাকিল।

"এই দলটো কোন হ'ব পাৰে?" মালিনীয়ে সুধিলে।

"Obviously সন্ত্ৰাসবাদীৰ দলটো।" — প্ৰজ্ঞান।

"সিহঁতৰ কি স্বাৰ্থ আছে?" মালিনীয়ে আকৌ সুধিলে।

"দেহা নৈৰ মথাউৰিৰ প্ৰকল্পত বাহিৰৰ অংশ গ্ৰহণ কৰাৰ বিষয়ে বাহিৰক আমি জানিবলৈ দিম— এই কথাটোৱে কিবা স্বাৰ্থত সিঁহতক অসুবিধা দিব। মই নিশ্চিত নহয়, কিন্তু তেনে এটা কাৰণেই হ'ব পাৰে।"

"কিন্তু সেই কথাটো আমি এতিয়ালৈকে আমাৰ সদস্যবিলিবি বাহিৰে কাকো জানিবলৈ দিয়া নাছিলোঁ। বাজহুৱা সভাতহে প্ৰকল্পৰ detail condition বোৰ ঘোষণা কৰাৰ কথা আছিল।"

"আমাৰ সন্দেহ হৈছে, কালি শ্মশানত আমি আলোচনা কৰি থাকোঁতে আমাৰ পিছতে বাদৰ বৰ্মনৰ ল'ৰা দুটা বহি আছিল। সিহঁতেই গৈ বাক ক'ব লাগে কৈছেগৈ।" শলীয়াই ঠিক সূত্ৰটো ধৰিব পাৰিছে।

প্ৰজ্ঞান মালিনীহঁত চিন্তিত হৈ অলপ সময় মৌন হৈ ৰ'ল।

"এতিয়া আজিৰ সভাখন আমি পাতিমনে, কি কৰিম?" মালিনীয়ে প্ৰশ্ন তুলিলে।

"তাকেইতো, ভাবিব লগা হৈছে, কি কৰা যায়। প্ৰজ্ঞানৰ মাতত এক বিমূঢ়তাৰ চাপ পৰিলক্ষিত হ'ল।

"তইঁতে কিহৰ চিন্তা কৰিব লগা হৈছে। সভা হ'বই। সভা তইঁতে পাতিবি। কিহৰ আকৌ ভৰা চিন্তা কৰিব লগা হৈছে। যা, চাহ-জলপান খাই ওলাই যা; সভাস্থলীৰ ব্যৱস্থাবোৰ কৰগৈ।" আইমাই অতি স্পষ্টভাবে আৰু দৃঢ়তাৰে বাক্য দুটা ক'লে।

পুৱা আঠ বজাত সভাৰ আয়োজক সংকল্পৰ পুৰুষ-মহিলা সকলো সদস্য দেহাপুখুৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ সমুখৰ ফিল্ডত সভাস্থলীখনৰ যাৱতীয় ব্যৱস্থাবোৰ কৰিবলৈ গোট খালেহি। প্ৰথমে গোট খায়েই প্ৰজ্ঞানে পুৱা শলীয়াৰ পৰা জানিবলৈ পোৱা গুৰুত্বপূৰ্ণ বিষয়টো উলিয়ালে। সদস্যসকলৰ আৰু দুই-একেও অন্য সূত্ৰৰ পৰা সকলো গম পাইছে। আনকি অনুপমাই শুনা মতে সন্ত্ৰাসবাদীয়ে অঞ্চলটোত অঘোষিতভাবে 'বন্ধ'ৰ নিৰ্দেশ দিয়া বুলি ওলাইছে। বিষয়টোৰ আলোচনা দুই-একে সভাখন স্থগিত কৰাৰ পৰামৰ্শ আগবঢ়ালে। কিন্তু মালিনীয়ে কৈ উঠিল, "নহয়, আমি সভা পাতিমেই — come what may."

"সভাখন অন্য তাৰিখলৈ নিলে তেতিয়াও বাধা নাহিব বুলি আমি ক'ব নোৱাৰো—" প্ৰজ্ঞান।

"বাধা আহিবই, সিহঁতে এৰি নিদিয়ে।

"তাৰ উপৰি প্ৰকল্পৰ কথাটো অমি বাইজক অতি সোনকালে জানিবলৈ দিয়াটো অতি প্ৰয়োজনীয় হৈ পৰিছে।" — প্ৰজ্ঞান

"অথনি পুৱা আইৰেও কৈছিল, আজি সভা পাতিবই লাগে। মানুহ আহেনাহে পিছৰ কথা।"— শলীয়া।

"আৰু এটা কথা, সভাখন নাপাতিলে আমি সিহঁতৰ ওচৰত সেওঁ মনা হ'ব, সিঁহতক ভয় কৰা হ'ব, which we are absolutely not."-- মালিনী

আলোচনা সামৰা হ'ল। "So lets go ahead" বুলি প্ৰজ্ঞান বহাৰ পৰা গিৰিপ্‌কৈ উঠিল। আন সকলেও উঠি সভাস্থলীলৈ ওলাই আহিল।

সভাস্থলীৰ সমুখত অলপ ঠাই খালী ৰাখি পিছলৈ বহু ঠাই জুৰি বেঞ্চবোৰ পাৰি দিয়া হ'ল। পাঁচশ মানুহ সহজে বহিব পাৰিব। দৰকাৰ হ'লে ডেকা ল'ৰাবোৰ কাষত থিয় হৈ থাকিব। সমুখত মহিলাৰ কাৰণে চাৰি পাতি পৰা হ'ল। দীঘল বহল বাৰাণ্ডাখনত দুশাৰীকৈ চকী দিয়া হ'ল। শিক্ষকসকল

আৰু বিশিষ্ট অতিথিসকল বহিবৰ কাৰণে। মাজতে এখন টেবুল, তাত টেবুল ক্লথ পৰা হৈছে। টেবুলত এগিলাচ পানী প্লেটেৰে ঢাকি থৈছে। ফুলৰ কৰণি এটাত মালিনীয়ে ঘৰৰ পৰা লৈ অহা সজীৱ গোলাপ আৰু তগৰৰ গুচ্ছ এটা থ'লে। অলপ বকুল ফুল লৈ আহিছিল, টেবুলখনত ছটিয়াই দিলে। বকুলৰ সুগন্ধ বিয়পিল। পিছফালে বেনাৰখন লগাই দিয়া হ'ল। মাইক স্পীকাৰ নির্দিষ্ট স্থানত সাজু কৰা হ'ল। Test কৰা হ'ল। বৰগীতৰ কাৰণে খোল, তাল আৰু বাঁহী আনি থোৱা হ'ল। সভাৰ সভাপতি স্কুলৰ অধ্যক্ষ ডাঙৰীয়া দুই বজাতে আহি নিজৰ অফিচ কক্ষত বহি আছে। সভা আৰম্ভ হ'লেই আহি অসান ল'বহি।

সকলো প্ৰস্তুতি সম্পূর্ণ। আঢ়ৈ বাজিছে। সাধাৰণতে দুই এজনকৈ মানুহ আহিবৰ হৈছে। তেনেতে মালিনীয়ে চাকৰীখনত আইমা আৰু যদুকাইক লৈ আহিল। প্ৰজ্ঞান আৰু লগৰ দুজনমান গৈ আইমাক আদৰি আনিলে। আইমাক ওপৰৰ চকীত বহিবলৈ আগুৱাই নিব খোজোতে তেখেতে আপত্তি কৰি জোৰকৈ তলত মহিলা সকলে বহিবলৈ ব্যৱস্থা কৰা ঠাইখনিলৈ আগবাঢ়িল। মাজতে পাৰি থোৱা বহল পাতি এখনত বহিল। যদুকাই পিছৰ একেবাৰে শেষৰ বেঞ্চ এখনত বহিল।

"মাইকত ঘোষণা হ'ল : তিনি বজাত সভা আৰম্ভ হ'ব। বাইজে সভাস্থালীত আসন গ্ৰহণ কৰকহি।"

দুই বাজি পঞ্চত্ৰিশ হ'ল। প্ৰজ্ঞান মালিনীৰ লগতে আয়োজক বাকীসকলেও উদগ্ৰীৱ হৈ পদূলিৰ পিনে চাই আছে। সকলোৰে মনত উৎকণ্ঠা। মানুহ আহিবনে নাহে। মানুহ আহিবনে? দূৰৰ পৰা চাইকেলেৰে অহা মানুহখিনি অন্ততঃ পাবহি লাগিছিল।

মাইকত উচ্চ স্বৰে ঘোষণা চলিল অহৰহ।

দুই বাজি পঞ্চাশ হ'ল।.... তিনি বাজিল। কাৰো দেখা দেখি নাই।

অধ্যক্ষ ডাঙৰীয়া আহি থিয় দিলেহি। "কি হ'ল বাইজৰ দেখা দেখিয়েই নাই দেখোন।" তেওঁ ক'লে। তেওঁক তেতিয়ালৈকে কথাটো কোনেও জানিবলৈ দিয়া নাছিল।

প্ৰজ্ঞানে হাতৰ ঘড়ীলৈ চাই চাই পদূলি মুখত থিয় হৈ বাটৰ দুই-পিনে বহুত দূৰলৈকে চাই আছে। সভালৈ অহা কোনো মানুহৰ দেখা দেখি নাই। নিজৰ কামত দুই-এজন মানুহ চাইকেলেৰে বা খোজকাঢ়ি পাৰ হৈ গৈছে। প্ৰজ্ঞানে মূৰৰ চুলি মোহাৰি মোহাৰি পায়চাৰী কৰিবলৈ ধৰিলে।

চাৰি বাজিল। সভাস্থলীত মহী কাইৰ বাহিৰে আৰু এজনো মানুহ আহি

উপস্থিত নহ'লহি। এনেজাৰ মানুহৰ উপস্থিতি আশা কৰা সভাস্থলীত এটাইবোৰ আসন শূন্য। প্ৰকাণ্ড সভাথলীখনত মাজতে আইমা আৰু পিছত মহীকাই বহি আছে। বাবাগুৱাৰ চকীবোৰো খালী হৈ আছে। বিশিষ্ট ব্যক্তিসকলৰো কোনো নাহিল। সমবেত সংগীতৰ ল'ৰা-ছোৱালীখিনিৰ মাত্ৰ চাৰিজনহে আহিছে।

আয়োজকসকলক নিশ্চিত হ'ল সভালৈ মানুহ নাহে। সন্ত্ৰাসীসকলৰ ভীতি প্ৰদৰ্শন সফল হ'ল। ইতিমধ্যে অধ্যক্ষ ডাণ্ডৰীয়াক সভালৈ এজনো মানুহ নহাৰ কাৰণো জানিবলৈ দিয়া হ'ল।

"মোৰ ঘৰলৈ কিন্তু কোনো যোৱা নাছিল আহিব নালাগে বুলি ক'বলৈ।" অধ্যক্ষই ক'লে।

"ছাৰ, সিহঁতে বাচি বাচি অলপ মানুহ বাদ দিছে। সংকল্পৰ সদস্যখিনিৰ ঘৰলৈও যোৱা নাই।"

'মই গম নাপালোঁ ভালেই হ'ল। কাৰণ গম পোৱা হ'লে মোৰো হয়তো অহা নহ'লহেঁতেন।" অধ্যক্ষ ডাণ্ডৰীয়াই ক'লে।

"সন্ত্ৰাসবাদীলৈ তেনে আপোনাৰো ভয় ছাৰ?" মালিনীয়ে সুধিলে।

"Obviously আইজনী। মোৰ কি নিৰাপত্তা আছে? সিদিনা সেয়া বৃদ্ধ তিৱাৰীক গুলীয়াই থৈ গ'ল। আৰু কিমানক সিহঁতে মৃত্যুমুখলৈ টানি নিছে। নীতি আদৰ্শৰ মূল্য এসময়ত যি আছিল সেয়া এতিয়া আছে জানো? স্বাধীনতা আন্দোলনৰ সময়ত বন্দুকৰ আগত বুকু পাতি মানুহ শ্বহীদ হৈছিল। কিন্তু এতিয়া সন্ত্ৰাসবাদীৰ বন্দুকৰ গুলী খাই শ্বহীদ হোৱাৰ কিবা অৰ্থ আছে জানো। মই এই বয়সত ল'ৰা-ছোৱালী পৰিয়ালক দুৰ্ভোগত পেলাই থৈ মৰিব নোৱাৰো। এই হতচাৰী বিবেক-বিবেচনা হৃদয় শূন্য দুৰ্ধৰ্ষবোৰলৈ মই ভয় নকৰাকৈ নোৱাৰোঁ। আমাৰ নিৰাপত্তা কি আছে?"

অধ্যক্ষ ডাণ্ডৰীয়াই তেওঁৰ চাইকলখনৰ পিনে খোজ ল'লে।

মাইক্ৰোফোনৰ মানুহটোৱে বস্তুবোৰ সামৰিবলৈ লৈছিল। হঠাৎ প্ৰজ্ঞানে মাইকৰ মানুহটোক উদ্দেশ্য কৰি চিএঞৰি ক'লে, "হেৰা, মাইকৰ বস্তুবোৰ সামৰি ভিতৰত ক'ৰবাত থোৱা আৰু এটা ভাল মাইক্ৰোফোন আৰু স্পীকাৰ এটা আমাৰ গাড়ীখনত থোৱা। বেটাৰীটোও লোৱা।

প্ৰজ্ঞানে সদস্যসকলক একেলগে বহিবলৈ কৈ ঘোষণা কৰিলে, "আমি এনেকৈ ইয়াতে এৰি নিদিওঁ। আমাৰ বক্তব্য আমি ৰাইজক জনাম, আজিয়েই আজি সন্ধ্যাৰ ভিতৰতে। আমি চাৰি-পাঁচজন যাম গাড়ীখনত, বাকীকেজন ঘৰলৈ যাওকগৈ। কাইলৈৰ পৰা তেওঁলোকেও ঘৰে ঘৰে গৈ আমাৰ কথাখিনি প্ৰত্যেকক

জনাই আহিব। তাব উপবি আমি কিছু হগা গোহাবি উলিয়াম। মালিনী, তুমি বেগাই আইমাক আৰু মহীকাইক ঘবত থৈ আহাগে।"

সেইদিনাই বাতিলৈকে প্রজ্ঞান, মালিনী আৰু চাবিজন সদস্য গাড়ীত উঠি গাঁৱে গাঁৱে কেইবাঠাই ঘূৰিলে আৰু বাটে বাটে বৈ বৈ লাউড স্পীকাৰ যোগে সংকল্পৰ মূল বক্তব্যখিনি সমগ্র ৰাইজক আৱগত কৰালে। দেহাপুখুৰীৰ বৃহৎ অঞ্চলটোৰ ৰাইজৰ সামগ্রিক উন্নতিৰ হকে সংকল্পৰ আঁচনিসমূহৰ বিষয়ে কৈ দেহা নৈৰ মথাউৰিৰ বাবে বর্ল্ড বেংকৰ বাব কোটি টকাৰে অর্থ-সাহায্যত চৰকাৰে ৰূপায়ন কৰিব লগা প্রকল্পটোৰ বিষয়ে জনালে। আৰু জনালে, এই প্রকল্পত সমগ্র ৰাইজৰে প্রত্যক্ষ অংশ গ্রহণৰ স্বার্থৰ কথা। সেইদিনা গোটেই অঞ্চল ঘূৰি শেষ কৰাটো সম্ভৱ নাছিল। কিন্তু পিছদিনা পুৱাৰ গোটেই দিনটো বাতিলৈকে ঘূৰি ঘূৰি প্রজ্ঞানহঁতে ৰাইজক কথাবোৰ সদৰী কৰিলে। প্রজ্ঞানহঁতে লক্ষ্য কৰিলে, দেহাপুখুৰী স্কুলৰ বাকৰিত আহ্বান কৰা সভাস্থলীত ৰাইজৰ এজনো উপস্থিত নহ'লেও প্রজ্ঞানহঁত বাটে বাটে গৈ মাইক্রোফোনযোগে কৈ ফুৰা বক্তৃতা শুনিবলৈ প্রত্যেক ঘৰৰ মানুহ পদূলিলৈকে ওলাই আহি জমা হৈছিলহি। ইয়াৰ উপবি সংকল্পৰ সদস্যসকলে দল কৰি কৰি বিভিন্ন ঠাইলৈ গৈ ঘৰে ঘৰে মানুহবোৰক লগ ধৰি কথাবোৰ বুজালেগৈ। পিছলৈ এনেবোৰ কাম কৰিবলৈ যাওঁতে প্রজ্ঞান আৰু মালিনীয়ে গাঁৱৰ মানুহখিনিৰ সৈতে নানান কথা-বতৰাৰ মাজেৰে আপোন হৈ পৰাৰ সুযোগ পাইছিল। দুখীয়া সাধাৰণ মানুহৰ ঘৰতো চাহ-জলপানৰ উপবি আনন্দমনে ভাত-পানীও খাবলৈ আপত্তি নকৰিছিল। মানুহবোৰৰ সুখ-দুখ অভাৱ-অভিযোগ আৰু নানান সমস্যাবোৰো জানিব পাৰিছিল। কোনোবা ৰোগীক সংকট অৱস্থাত প্রজ্ঞানৰ গাড়ীত তুলি চিকিৎসালয়লৈ নিয়া, কোনোবা দুখীয়া ঘৰৰ ল'ৰা-ছোৱালীক বিদ্যালয়লৈ যাবলৈ কাপোৰ-কানি-কিতাপ-পত্রৰ যোগাৰ কৰি দিয়া এনে কিছুমান ব্যক্তিগত সহায় প্রদান কৰাৰ মাজেৰেও প্রজ্ঞান আৰু মালিনী মানুহবোৰৰ প্রিয়ভাজন হৈ উঠিছিল।

নিশা দহ বাজিছে, ভাতৰ টেবুলত প্রজ্ঞান, মালিনী আৰু আইমা। কাঁহৰ কাঁহী-বাটিত আহাৰ পৰিবেশন কৰা হৈছে। এটা বিশেষ আলমাৰীত দামী চাইনাৰ ডাইনিং চেট আৰু ক্রোকাৰিজ আছে। সেইখিনি প্রজ্ঞানৰ মাক কইনা হৈ আহোঁতে লগত আনিছিল। কিন্তু সেই চেট্‌টো আজি বত্রিশ বছৰ তিনিবাৰহে ব্যৱহাৰ হৈছিল ঃ প্রজ্ঞানৰ মাক নকইনা হৈ এইখন ঘৰত থকা দিনকেটাত। পিছত এবাৰ প্রজ্ঞানৰ শহুৰেক-শাহুৰেক আহোঁতে, আৰু তৃতীয়বাৰ প্রজ্ঞানৰ দেউতাক প্রশান্ত সোণোৱালৰ সৈতে তেওঁৰ সতীর্থ বিষয়া দুগৰাকী দেহাপুখুৰীলৈ অহাৰ সময়ত।

কিন্তু পথ দুৰ্ঘটনাত প্ৰজ্ঞান মাক-দেউতাক দুয়োৰে একেলগে অকাল মৃত্যু হোৱাৰ পিছৰে পৰা ডাইনিং চেট্‌টো অন্তদিনে আলমাৰীতে সোমাই আছে। এইবাৰ মালিনী অহাৰ দিনা মহীকাইয়ে মালিনীৰ কথা ভাবি চেট্‌টো উলিয়াইছিল। কিন্তু ভাতৰ টেবুলত চেট্‌টো থ'বলৈ যাওঁতেই মালিনীয়ে সেইঁ ঠাইত উপস্থিত হৈ চেট্‌টো নি আলমাৰিত ভৰাই থ'লে। আৰু নিজেই পাকঘৰৰ পৰা টেবুললৈ কাঁহী-বাটি উলিয়াই আনিলে।

প্ৰজ্ঞান, মালিনী আৰু আইমা— তিনিও খোৱা টেবুলৰ কাষত বহিবলৈ লৈছে। এনেতে কাষৰ ড্ৰইংৰুমৰ টেলিফোনটোৰ ৰিং শুনা গ'ল। প্ৰজ্ঞানেই উঠি গৈ টেলিফোন তুলি ল'লে। প্ৰজ্ঞানৰ কণ্ঠত শুনা গ'ল ঃ হেল্লো— হেল্লো— হয় কৈছোঁ। প্ৰজ্ঞান সোণোৱাল। আপুনি। অ'— বাৰু হয়, আমাৰ সভাখন নহ'ল— for your pleasure and satisfaction of your ego.... নাই... নাই কিন্তু যি কাৰণত সভাখন পতা হৈছিল— সেই কাম আমি সম্পূৰ্ণ কৰিলো। জানিছেই নহয়... আপোনালোকৰ কৃপাত ৰাইজ নাহিল, গতিকে আমি নিজেই ৰাইজৰ ওচৰলৈ গ'লো ; আমাৰ উদ্দেশ্য পূৰণ কৰিলোঁ। হয় কি ক'লে? হয় আমি তেৱাবীৰ সৎকাৰ কৰিবলৈ গৈছিলোঁ। কি ক'লে? হয় আমি। মালিনী, হয় তেওঁ থাকিব। আমি ইয়াৰ পৰা নাযাওঁ। মইতো মোৰ নিজৰ ঠাইত— নিজৰ ঘৰত থাকিবলৈ আহিছো। কি? মোৰ সৎকাৰ? ব'ব মোৰ সৎকাৰৰ সময় এতিয়াও হোৱা নাই ডাঙৰীয়া। আপুনি ক'লেও সেই চিন্তা মই এতিয়া নকৰো। আৰু সঁচাকৈয়ে যেতিয়া মোৰ সৎকাৰৰ সময় হ'ব আপুনি আপোনাৰ কান্ধৰ পৰা বন্দুকটো হাবিলৈ দলিয়াই থৈ আহি আপোনাৰ সেই কান্ধতে মোৰ শৱটো তুলি ল'ব। আমি সেই দিনৰ কাৰণেহে প্ৰস্তুত হৈছোঁ। হেল্ল শুনিছে— হেল্লো... হেল্লো।...

সিপিনৰ ব্যক্তিজনে হয়তো সংযোগ এৰি দিলে। প্ৰজ্ঞানে লাহেকৈ টেলিফোন ৰিচিভাৰটো থৈ ঘূৰি চায়।

মালিনী কাষত উদগ্ৰীৱ হৈ বৈ আছে।

"কাৰ ফোন?" মালিনীয়ে সুধিলে।

"Some stupid fellow cracking jokes!" প্ৰজ্ঞানে ইহাৰ দৰে কৰি ক'লে।

"Don't be silly-- কোন কোৱা।" মালিনীয়ে পুনৰ উৎকণ্ঠাৰে সুধিলে।

"Come on-- ব'লা ভাত খাবলৈ ব'লা nothing serious."

মালিনীয়ে প্ৰজ্ঞানৰ হাতত ধৰি আবেগেৰে টান সুৰত ক'লে, "প্ৰজ্ঞান,

you must tell me. কোনে টেলিফোন কৰিছিল। কি কৈছিল।"

"Ok Ok, শুনা, সন্ত্ৰাসবাদীৰ কোনোবা এটা roughsod. মোক.. ভীতি প্ৰদাৰ্শন কৰিছে, আমি ইয়াত কাম বন্ধ কৰিব লাগে, ইয়াৰ পৰা গুচি যাব লাগে। সিদিনা আমি তেৰাবীৰ সংকাৰ কৰিবলৈ যোৱাটোত সিহঁত terribly annoyed মোৰ সংকোৰৰ বাবে বোলে বেছি দিন নাই। that's all-- সেইবোৰ বাদ দিয়া। আমি এতিয়া সিহঁতৰ ভাবুকিত গুৰুত্ব দি হাত সাবটি বহি থাকিম নেকি?"

"নাথাকোঁ। কিন্তু...."

"ব'লা ব'লা, কলদিল আৰু হাঁহৰ আত্মা ঠাণ্ডা হ'ল। অইমা বৈ আছে।"

প্ৰজ্ঞান খোৱা কোঠাৰ পিনে আগবাঢ়িলে। পিছে পিছে মানিনীও গ'ল, অতি চিন্তিত মনে।

ৰমেন্দ্ৰ দুৱৰাৰ ব্যক্তিগত অফিচ কোঠা। এখন সৰু চেক্ৰেটেৰিয়েট টেবুল। লিখা-মেলাৰ নানা সা-সঁজুলি, আৰু এটা লেপ্‌টপ। একাষত এটা অতি শুৱনি আৰু আৰামী চোফাচেট।

অলপ আগতে দুৱৰাৰ কোঠাৰ পৰা দুজন মানুহ ওলাই গ'ল। এখন নতুন বলেৰ' গাড়ীত মানুহ দুজন আহিছিল। গাড়ীৰ শব্দ ক্ৰমে আঁতৰি যোৱা দুৱৰাৰ কাণত পৰিল। মানুহ দুজনৰ এজন আছিল প্ৰথম শ্ৰেণীৰ ঠিকাদাৰ সুবোধ হাজৰিকা, বয়স পঞ্চাছৰ ওচৰ চাপিছে। প্ৰথমে গৃহ নিৰ্মাণৰ পৰা পথ নিৰ্মাণ আৰু এতিয়া বাননিয়ন্ত্ৰণ আৰু জলসিঞ্চন বিভাগৰ একেবাৰে শীৰ্ষস্থানৰ ঠিকাদাৰ। ক'লা-বগা দুয়ো বং মিলাই কেবা কোটি টকাৰ পুঁজিৰ মালিক। লগত অহাজন দেহাপুখুৰীৰ বৰ্মন, হাজৰিকাৰ স্থানীয় হিচাপে কাম কৰা সহযোগী ঠিকাদাৰ।

ইতিমধ্যে দুৱৰাৰ ব্যক্তিগত সকলো প্ৰয়োজনীয় কামত সহায় কৰা, বহুদিনীয়া পুৰণি, বিশেষভাৱে নিৰ্দিষ্ট বনকৰা ল'ৰা নিৰ্মলে চোফাচেটৰ দুৱৰা সদায় বহা নিৰ্দিষ্ট চকীখনৰ কাষৰ টেপয়-পিছ টেবুলখনত ড্ৰিংক্‌চৰ যোগাৰখিনি বতনাই দিলেহি। এচুকত থকা সৰু চেলাৰৰ পৰা এটা ব্লেকলেভেলৰ ডাঙৰ বটল, এটা হুইস্কি গ্লাচ, ডিকেন্টাৰত পানী (যদি প্ৰয়োজন হয়), ভিতৰৰ পৰা আইচ্ বাউল এটাত কিছু আইচ কিউব, ইত্যাদি সামগ্ৰীখিনি লৈ নিৰ্মল ওলাই গ'ল। নিৰ্মলে জানে, আজি চাহাব অকলে আছে, গতিকে তাৰ আৰু প্ৰয়োজন নাই। প্ৰায়েই চাহাবৰ বিভিন্ন স্বাৰ্থত বিশেষ ঘনিষ্ঠ দুই-এজন, যাৰ সৈতে চাহাবৰ এই বিশেষ ব্যক্তিগত কক্ষত অন্তৰংগভাৱে কথা-বাৰ্তা নাইবা ভাব-বিনিময় কৰিবলৈ অধিক সুচল হয়, তেনে পৰিস্থিতিত নিৰ্মলে ড্ৰিংক্‌চ চাৰ্জ কৰে :

বিভিন্নজনৰ বিভিন্ন ৰুচি মতে ড্ৰিংকচ্ পৰিবেশন কৰিব লাগে। কাৰোবাক স্কচ্, কাৰোবাক ব্ৰাণ্ডী, কোনোবাই অকৌ ৰামৰো খবৰ লয়, কাৰোবাক মাত্ৰ বীয়েৰ, কাৰোবাক ৱাইন— (বিশেষকৈ কোনোবা মহিলা অতিথিক) কোনোবাই আকৌ নিশা ন-দহ বজাতো ভদ্‌কা বা জীন্ ভাল পায়। তাৰ উপৰি, কাৰোবাক অকল পানীৰে, কাৰোবাক চ'দা আৰু পানী, কাৰোবাক অকল চ'দা আৰু বৰফ, কোনোবাই বৰফৰ টুকুৰাত হুইস্কি লৈ, হুইস্কি অন ৰক, ভদ্‌কা বা জীন নেমু এচকল নাইবা লাইম কৰ্দীয়েল দুচামুচ, কাৰোবাক মাত্ৰ কুহমীয়া গৰম পানীত ব্ৰাণ্ডি— ইত্যাদি ইত্যাদি, বিভিন্ন ফৰমাইচ অনুসৰি ড্ৰিংকচ্ আপ্যায়ন কৰাৰ ব্যৱস্থা ৰমেন্দ্ৰ নাৰায়ণ দুৱৰাৰ ঘৰত আছে। দুৱৰাৰ ডাঙৰ পাৰ্টি আদি আয়োজন হ'লে যিদৰে ব্যাপক পৰ্যায়ত সকলো যোগাৰ আৰু ব্যৱস্থা থাকে, সেইদৰে তেওঁৰ এই ব্যক্তিগত কাৰ্যালয় কক্ষতো দুই-তিনিজনীয়া আপোন অতিথিৰ আপ্যায়ণৰ কাৰণে সকলো ব্যৱস্থাই মজুত থাকে। আৰু সেই বিশেষ ব্যৱস্থাখিনিৰ মূল কাৰ্যবাহী লগুৱাজন হ'ল নিৰ্মল।

ইতিমধ্যে ক্লাছ ৱান ঠিকাদাৰ হাজৰিকা আৰু তেওঁৰ সহযোগী বৰ্মন ওলাই যোৱাৰ পিছৰে পৰা ৰমেন্দ্ৰ দুৱৰা কিছু চিন্তান্বিত হৈ পৰা দেখা গ'ল। তেওঁ চোফাচেটটোৰ চেণ্টাৰ টেবুলখনলৈ চালে: নিৰ্মলে প্ৰয়োজনীয় কামখিনি কৰি থৈ গৈছে।

দুৱৰা চেক্ৰেটাৰীয়েট টেবুলৰ কাষৰ পৰা উঠি আহি চোফাকেখনৰ নিৰ্দিষ্ট চকীখনত বহিল। কাষতে চেণ্টাৰ পিচ টেবুলখন। টেবুলৰ ওপৰত তেওঁৰ সেই সময়ৰ প্ৰয়োজনীয় বস্তুকেপদ। দুৱৰাই টিভিৰ ৰিমট্‌টো হাতত তুলি টিভিটো অন কৰিলে, কোনোবা এটা বাতৰি চেনেলৰ প্ৰচাৰ চলি আছে।

হাতত নীট্ হুইস্কি এটা, কেটুকুৰামান বৰফসহ লৈ বৰুৱাই টিভিৰ স্ক্ৰীণখনত চকু থ'লে। বাতৰিৰ প্ৰাসংগিক ছবিবোৰ ওলাল, আঁতৰি গ'ল ; বাতৰি পঢ়োতা লাৱণ্যময়ী পাঠিকাগৰাকীৰ মুখৰ শব্দবোৰ দুৱৰাৰ কাণত সোমাল আৰু ওলাল। দুৱৰাৰ মনত ছবি আৰু শব্দৰ একোৱেই চাপ নপৰিলঃ তেওঁৰ মনলৈ মাত্ৰ আহিল অলপ আগতে ঠিকাদাৰ দুজনৰ সৈতে হোৱা কথা-বৰ্তাখিনি। দুৱৰাই গোটেই কথাখিনি নাটকৰ সংলাপৰ দৰে মনত পেলালে। তেওঁ ঠিকাদাৰ দুজনক কথা পাতিবলৈ ঘৰলৈ মতাই আনিছিলে— কাৰণ টেলিফোনত কিছুমান কথা পতা উচিত নহয়। বিশেষকৈ যিবোৰ কথাৰ সৈতে চৰকাৰৰ ভিতৰুৱা তথ্য জড়িত থাকে। তাৰ উপৰি আলোচ্য বিষয়টোৰ সৈতে এটা বিৰোধ দল জড়িত হৈ আছে। ক'ৰবাত কেনেবাকৈ ক্ৰচ কানেক্‌ছন হ'লে বিপদ। তাৰ উপৰি

আজিকালি ৰাজনৈতিক নেতা আৰু বিভিন্ন স্বাৰ্থৰ সৈতে জড়িত বুলি ভবা লোকৰ কাৰ টেলিফোন, ক'ত কেনেকৈ কৰি থৈছে একো ক'ব নোৱাৰি।

"সেই কাৰণেই কালি নিশা তোমালোকৰ সৈতে টেলিফোনত কথা আৰু আগবাঢ়িবলৈ নিদি ইয়ালৈ মাতি পঠালোঁ। এতিয়া কোৱা হাজৰিকা, দেহা নৈৰ ইৰিগেশ্যনৰ প্ৰজেক্টটোত কিহৰ অথন্তৰ লাগিছে বুলি ক'ব খুজিছিলা," দুৱৰাই ঠিকাদাৰ হাজৰিকা আৰু বৰ্মনক সুধিলে।

"কামটো ঠিকে-ঠাকেই হৈছিলে ছাৰ, কিন্তু হঠাৎ এটাৰ পিচত এটাকৈ জেং লাগিছে আৰু এতিয়া এনে অৱস্থা পাইছেগৈ কামটো আমাৰ নহ'ব যেনেই লাগিছে।" বৰ্মনে উত্তৰ দিলে।

"সেইটো কেনেকৈ হ'ব পাৰে। মই ইমান মেনেজ কৰি, উৰলৰ্ড্ বেংকৰ অফিচ, ইউনিয়ন মিনিষ্ট্ৰিৰ অফিচ-- পিলাৰ টু পোষ্ট মানুহ ঘূৰাই ফাণ্ডটো আনিলো। ষ্টেট গভৰ্ণমেণ্টৰ কনচাৰ্নড অফিচাৰসকলৰ টেবুলৰ পৰা ফাইল আমি বিচৰা মতেই ওলাই আহিল। ফিল্ড লেভেলত যোগাযোগ হৈ গৈছে। "সিসকলৰ" সৈতেও নিগোচিয়েশ্যন হৈ গৈছে বুলি জনালা।"

"হয় চাৰ, মই নিজে উপস্থিত আছো, টেলিফোনৰ কাষত, ই-ইৰ একেবাৰে বেডৰুমত।" বৰ্মনে তৎকালে অলপ গৰ্ববোধেৰে ক'লে।

"তেন্তে এতিয়া আকৌ কিহৰ জেং ওলাল? কিহৰ সমস্যা হ'ল?"

এইবাৰ হাজৰিকাই মাত দিলে, "সমস্যা দুমুখীয়া সাপৰ দৰে হৈছে ছাৰ। ডাবল্ এজেড্ নাইফ্। প্ৰথম, – এইবাৰ সিসকলে আগতকৈ ডাঙৰ ষ্টেক দিছে-"

"ডাঙৰ ষ্টেক?" —

"ছেভেণ্টি পাৰছেণ্ট।'

"ইমান বেছি।" দুৱৰাই বিস্ময় মানিলে। "তোমালোকলৈ, ডিপাৰ্টমেণ্টলৈ থাৰ্টি পাৰছেণ্ট থাকিব। এবচাৰ্ড।"

"তেওঁলোকৰ বোলে কেবাটাও কনচাইনমেণ্ট্ আহি চিটাগঙৰ ডকত জাহাজত বৈ আছেহি। ইমিডিয়েট হিউজ ফাণ্ড প্ৰয়োজন হৈছে।" হাজৰিকাই ক'লে—

"গতিকে আমাৰ পৰাই ভালকৈ সান কাঢ়িব খুজিছে" বৰ্মনে ক'লে।

দুৱৰাই অলপ সময় চিন্তা কৰি সুধিলে, "অ' কে, দ্বিতীয় সমস্যা?"

"এইটো সমস্যা আৰু বেচি জটিল হৈছে।" ঠিকাদাৰ হাজৰিকাই ক'লে।

"কোৱাচোন"

"মথাউৰিৰ কামটোৰ ওপৰত চকু পৰিছে।"

"চকু পৰিছে? কাৰ।"

"ছাৰ, আপুনি ভালকৈ চিনি পায়, প্ৰজ্ঞান সোণোৱাল, আপোনাৰ ছোৱালীও তেওঁৰ লগত আছে।' বৰ্মনে মাত দিলে।

"ওঁ প্ৰজ্ঞান, জানো মানীও আছেগৈ তেওঁলোকৰ ঘৰতে, এন জি অ' এটাৰ কাম কৰিবলৈ।'

"তেওঁলোকে, তেওঁলোকৰ এন জি অ'ৰ তত্বাৱধানত মথাউৰিৰ গোটেই প্ৰজেক্টটো গাঁৱৰ মানুহবোৰৰ হতুৱাই কৰাবালৈ আন্দোলন আৰম্ভ কৰিছে। কাৰণ উৱৰ্ল্ড বেংকৰ প্ৰজেক্টটোৰ সেইটো এটা চৰ্ত।" — হাজৰিকা।

"তেনেকুৱা চৰ্ত আগেয়েও আছিল। উৱাৰ্ল্ড বেংকৰ কিছুমান কন্দিছন্চ্ থাকেই। সেইবিলাকত কোনেও গুৰুত্ব দিয়া নাছিল।" দুৱৰা

"আগৰো দুটামান প্ৰজেক্টত তেনে নিয়ম আছিল। আমি সেইবোৰ গাপ দিয়াই, গাঁৱৰ দুজনমানৰ চহী লৈ, বাকী হেজাৰ-বিজাৰ চহী পৃষ্ঠাই পৃষ্ঠাই ভৰাই দি কাম হাছিল কৰিছিলোঁ।" — বৰ্মন

"মই জানো সেই কথা।" দুৱৰা

"কিন্তু এইবাৰ কথাবোৰ জনাজনি হৈ গৈছে। সোণোৱালৰ চিনাকি কোনোবা বৃটিছ মহিলা এগৰাকী দিল্লীৰ উৱাৰ্ল্ড বেংকৰ ফাণ্ডিং বিভাগতে কাম কৰে। তেওঁৰ সৈতে সোণোৱালে কথা পাতি সব নিশ্চিত হৈছে।" হাজৰিকাই সমস্যা কিমান গভীৰলৈকে গৈছে, সেই বিষয়ে অধিক তথ্য যোগালে।

"ফলত এতিয়া গোটেই সুবিধাটোৱেই হাতচাৰা হ'ব যেন লাগিছে ছাৰ।" — বৰ্মন

"প্ৰজ্ঞানৰ এন জি অ'ক অথৰিটি কোনে দিছে, চুপাৰভাইজ কৰিবলৈ। প্ৰজেক্টৰ কামত তেওঁলোকে কেনেকৈ ইণ্টাৰভেন কৰিব?" দুৱৰাই অলপ জোৰ দি কথাষাৰ ক'লে।

"হাইৰ্কটৰ বোলে নিৰ্দেশ আছে। এন জি অ'ই চৰকাৰৰ ৰাজহুৱা স্বাৰ্থৰ কামত তদাৰক কৰিব পাৰে।"— হাজৰিকা।

"হয় নেকি? তথাপি মই খবৰ ল'ব লাগিব।" দুৱৰাই চিন্তা কৰিলে।

"কিন্তু সকলো বাদ দি ডাঙৰ কথা হৈছে, সিসকল অংঘলত থকাসকলক লৈ। বঞ্চিত হ'লে ঘটনাই কি ৰূপ লয় ঠাৱৰ কৰিবলৈ টান। এনেয়েই নটিছ দি দি যিদৰে টকা লুটিবলৈ ধৰিছে।" বৰ্মনে এক অতি সংকটজনক পৰিস্থিতিৰ পূৰ্বাভাষ দিলে।

"এনিথিং মে হেপেন্ ছাৰ।" — হাজৰিকা

হাজৰিকাই এবাৰ মন্তব্যৰে পৰিস্থিতি অধিক গহীন হৈ পৰাৰ ইংগিত দিলে, "তাতে ছাৰ, আপোনাৰ ছোৱালীও সেইবিলাকত লগ লাগিছেগৈ।"

"ন', মই তাইক আঁতৰাই আনিম। ইফ চিটুৱেশ্যন ডিমাণ্ডচ্ মই তাইক আমেৰিকালৈ পঠাই দিম দাদাকৰ তালৈ। মানীক কোনোপধ্যেই বিপদৰ মুখলৈ ঠেলি দিব নোৱাৰি।"

দুৱৰাই উদ্বেগ্নতভাৱে কথাকেটা ক'লে আৰু আলোচনা সামৰাৰ ইংগিতেৰে ৰিম'ট কলিংটো টিপিলে। কিছু দূৰত এটা কলিংবেল বজা শুনা গ'ল।

"বাৰু তোমালোক এতিয়া যোৱা। বৰ্মন আজি থাকিবানে, দেহাপুখুৰীলৈ যাবাগৈ?

"যামগৈ চাৰ। গাড়ী আছে। নতুন বলেৰ' এখন ল'লো। যোৱা সপ্তাহত" — বৰ্মনে গৰ্ববোধৰ হাঁহি এটাৰে কথাকেষাৰ ক'লে।

"ভাল কৰিছা—" দুৱৰাই বিশেষ একো গুৰুত্ব নিদিলে।

মানুহ দুজন ওলাই যোৱাৰ সময়তে ভিতৰ দুৱাৰেদি নিৰ্মলে আইচ্ বাউল এটা পিতলৰ সুন্দৰ ট্ৰে এখনত লৈ কোঠালৈ সোমাই আহিল, আৰু দুৱৰাৰ স্কটচ্ পানৰ যোগাৰখিনি কৰি দি আকৌ অহা দুৱাৰেদি ওলাই গ'ল।

দুৱৰাই স্কটচ্‌ৰ গিলাচটোৰ পৰা মাজে মাজে চিপ্ লৈ ইমান পৰে হাজৰিকা আৰু বৰ্মনৰ সৈতে অলপ আগতে হোৱা আলোচনা আৰু কথা-বাৰ্তাখিনি পুনৰ ৰোমন্থন কৰিলে। অলপ সময় কিবা চিন্তা কৰি তেওঁ কৰ্ডলেচ্ টেলিফোনটো তুলি জলসিঞ্চন আৰু বাননিয়ন্ত্ৰণ দুয়ো বিভাগৰে এডিচনেল চীফ্ ইঞ্জিনীয়াৰ দিগন্ত চৌধুৰীক সংযোগ কৰিলে। দুৱৰাই জানিব পাৰিলে চৌধুৰী তেতিয়া জীমখানা ক্লাবত আছে।

"ভালেই হ'ল, মই তোমাক এটা দৰ্কাৰী কথাত এতিয়াই লগ পাব লাগে। নাই ঘৰত নালাগে— ভালেই হৈছে ক্লাবতে আছা। তাতেইহে কথাটো আলোচনা কৰিবলৈ সুবিধা হ'ব। মই গৈ আছো—দুই মিনিট পিছতে। থেংকে ইউ...."

দুৱৰাই টেলিফোনটো থৈ নিৰ্মলক কলিংবেলেৰে কোঠালৈ মাতি ড্ৰাইভাৰক গাড়ী ৰেডী কৰিবলৈ নিৰ্দেশ দিয়ে। হাতত থকা গিলাচৰ হুইস্কিখিনি একে ঢোকে খাই বাহিৰলৈ যোৱা দুৱাৰৰ পিনে তেওঁ খোজ দিলে।

জীমখানা ক্লাবৰ ওপৰ মহলাৰ এখন সৰু মুকলি বেলকনিত মাত্ৰ তিনিজন মানুহ বহিব পৰাকৈ তিনিখন চোকা। মাজত এখন চেণ্টাৰ পিচ্। বাহিৰৰ জোনাক

আৰু একাষৰ টেনিচ ক'ৰ্টৰ পৰা অহা পোহৰেই যথেষ্ট হ'ব বুলি বেলকনিৰ লাইট্‌টো নুমাই দিয়া হৈছে। সমুখৰ টেবুলত কেটামান আয়নাৰ বাটিত ভুজিয়া, দালমুদ আৰু চামুচ একোখন। কেখনমান পেপাৰ নেপকিন, বিদেশী চিগাৰেটৰ এটা পেকেট আৰু লাইটাৰ। বেয়াৰাৰে মাজে মাজে ড্ৰিংকচ্‌ আনি খালী গিলাচ উঠাই লৈ ভৰা গিলাচ টেবুলত থৈ গৈছেহি। দুৱৰাই এতিয়াও নীট্‌ লৈছে।

কিছু সময় দুৱৰা আৰু চৌধুৰী দুয়ো দীঘলীয়াকৈ নীৰৱ হৈ ৰ'ল। ইয়াৰ আগতে দুৱৰাই দেহানৈৰ প্ৰস্তাৱিত মথাউৰি প্ৰকল্পৰ পটভূমি আৰু সাম্প্ৰতিক পৰিস্থিতি সম্পৰ্কে বিৱৰি কৈ বৰ্তমানে প্ৰক্ৰিয়াটোত যি বাস্তৱ জটিলতাৰ সৃষ্টি হৈছে সেই কথাও ক'লে। আৰু শেষত সকলো সমস্যা আৰু জটিলতাৰ মীমাংসাৰ অৰ্থে এক অভাৱনীয় সমাধান কৌশল আগবঢ়ালে।

দিগন্ত চৌধুৰী সমৰেন্দ্ৰ দুৱৰাতকৈ বয়সত সৰু। দুৱৰাৰ এতিয়া পয়ষষ্ঠি, দিগন্ত চৌধুৰীৰ পঁচপন্ন বছৰ হ'ব। কিন্তু পশ্চিমীয়া 'ক্লাব' সংস্কৃতিত সকলো একে বয়সৰ বন্ধুৰ দৰে হৈ পৰে। একেলগে চিগাৰেট মদ্যপানৰ কোনো সংকোচবোধৰ অবকাশ নাথাকে। চৌধুৰীয়ে আঙুলিৰ মাজত লৈ থকা চিগাৰেটটো সমুখত থকা এচট্ৰেট হেঁচা মাৰি জ্বলি থকা জুইকণ নুমাই দীঘলীয়া নীৰৱতা ভংগ কৰিলে। চৌধুৰীয়ে প্ৰায় দৃঢ় কণ্ঠে ক'লে, "আপোনাৰ প্ৰস্তাৱটো মই ভাবি চালো। —মোৰ দ্বাৰা নহ'ব।"

চৌধুৰীয়ে কথাষাৰ কৈ ফ্লাড্‌ লাইটৰ পোহৰত সমুখৰ টেনিচ্‌ কৰ্টলৈ দৃষ্টি দিলে। পঁইত্ৰিছ-চল্লিছ বৰ্ষীয়ান আপকাণ্ট্ৰীয় অঞ্চলৰ দুগৰাকী মহিলা, বাগিচাৰ মেনেজাৰৰ ৰূপহী পত্নী চৰ্ট আৰু টি-চাৰ্ট পিন্ধি চিঙ্গলচ্‌ খেলিছে। ডিউচ্‌ খেলি এগৰাকীয়ে মেটছ্‌ পয়েন্ট্‌টো জিকাৰ আপ্ৰাণ চেষ্টা কৰিছে। দুৱৰাই চৌধুৰীৰ মনযোগ আকৰ্ষণ কৰি ক'লে, "চোৱা চৌধুৰী, অফিচিয়েলী মই তোমাক একো পৰামৰ্শ দিব নোৱাৰো। Insist কৰা, জোৰ কৰাৰ প্ৰশ্নই নুঠে। কিন্তু ব্যক্তিগতভাৱে মই তোমাক অনুৰোধ কৰিব পাৰোঁ। তুমি মোৰ সৈতে অনেক ঠিকাৰ কামত দীল কৰিছা। তুমি মোৰ ভাতৃসম। সেই বুলিয়েইহে তোমাক অনুৰোধটো কৰিছো। কাৰণ কামটো তোমাৰ পৰ্যায়তে হৈ যাব-পাৰে। নহ'লে মই একেবাৰে মুখত হাত থ'লোঁহেঁতেন। তোমাৰ মনত আছে, কেবাজনকো চেৰাই তুমি এডিচনেল চীফ হৈছা। আৰু সেই কামৰ পিছফালে সহায় কৰাত অদৃশ্য হাতখন আছিল মোৰ, তুমি সকলো জানা।" দুৱৰাই ক'তো যতি নেপেলোৱাকৈ স্পষ্ট আৰু জোৰ দি দীঘলীয়া কথাখিনি কৈ পেলালে।

চৌধুৰীয়ে চিগাৰেট এটা জ্বলাই লৈ কিছু অনুচ্চ কণ্ঠে ক'লে, "আই

হেভ্ বেচিপ্ৰোকেটড্ ইউ এপ্ৰপ্ৰিয়েটলী চাৰ। ইউ ডউল প্লীজ ৰিমেম্বাৰ।"

"আই ডু", দুৰ্ব্বাই উত্তৰ দিলে।

"কিন্তু এই কামটো, আপোনাৰ পৰামৰ্শমতে; গোটেই প্ৰজেক্টটো স্লেলভ্ কৰি ৰখা, বন্ধ কৰি ৰখা কেনেকৈ সম্ভৱ হ'ব মই ভাবি পোৱা নাই। বিশেষকৈ গোটেই কথাটো জনাজনি হৈ গৈছে। এন জি অ' এটাই ইছু কৰি লৈছে। আপোনাৰ ছোৱালীয়েই তাত ইনভলভ্ হৈ আছে।" চৌধুৰীয়ে পুনৰ অপাৰগতা প্ৰকাশ কৰিলে।

"মোৰ ছোৱালীক মই আঁতৰাই আনিম। চি হেজ বিন ৰংলী গাইডেড্। আই উইল ব্ৰিং হাৰ ৰাউণ্ড। মুঠতে তুমি এই মথাউৰিৰ প্ৰজেক্টটো বন্ধ কৰি ৰাখা, টিল বে'ণ কামচ্। ৰবযুণ আহিলেই আৰু কেবামাহো পাম। লেট আচ বাই চাম টাইম। আমি কিছু সময় পালেই এন জি অ' ফেক্টৰটো এলিমিনেট্ কৰিব পাৰিম।

"কিন্তু কি গ্ৰাউণ্ডত্ কি ভিত্তিত?" চৌধুৰীৰ কণ্ঠত দুৰ্ভাবনা প্ৰকট হৈ উঠিল।

"চাম্ টেক্নীকেল-নন্‌ফিজিবিলিটি। কিবা কাৰিকৰী কাৰণত। ধৰা নদীৰ গতি সলনি হোৱাৰ লক্ষণ দেখা গৈছে। তাৰ বাবে ফাৰ্ডাৰ চাৰ্ভেৰ প্ৰয়োজন হৈছে, নাইবা অৰিজিনেল প্ৰজেক্ট নাইবা স্লুপ্ৰিন্টত ভুল ওলাইছে— চ' এণ্ড চ'ফ'ৰ্থ....।"

দুৰ্ব্বাই চৌধুৰীক নোহোৱাটোক হোৱা কৰা যুক্তিৰে প্ৰায় আশ্বস্ত কৰিবলৈ ধৰিলে। চৌধুৰীয়ে হাঁহি এটা মাৰি মন্তব্য দিলে, "ছাৰ, ইউ দিড এ গ্ৰেট মিচ্‌টেক। আপুনি ইঞ্জিনীয়াৰিং পঢ়িব লাগিছিল। ওকালতি কৰি পলিটিচিয়ান হৈ নাম কৰিলেও আপুনি ইঞ্জিনীয়াৰিং হৈও নাম কৰিব পাৰিলেহেঁতেন।" চৌধুৰীয়ে আকৌ এবাৰ হাঁহি গিলাচৰ পৰা ডাঙৰকৈ এঢোক খালে।

দুৰ্ব্বাই চৌধুৰীৰ কথাৰ পাতল সুৰটোত গুৰুত্ব নিদিলে। ক'লে, "তোমাৰ পৰ্যায়তে কামটো হোৱা মই বিচাৰো দিগন্ত। সেয়ে হ'লে পাছৰ কামখিনি সহজ হয়। মনত ৰাখিবা, বাৰ কোটি টকা। নট এ মেটাৰ অব্ জ'ক। আৰু তোমাৰ দ্বাৰা যদি নহয়, মই অন্য ব্যৱস্থা ল'ম। বাট্ চৌধুৰী, আই উইল গেট ইট্ ডান্। আই উইল্ চি টুই ইট ডেট ইটি ইজ ডান্— দেহানৰ মথাউৰিৰ প্ৰকল্পৰ কাম সদ্যহতে বন্ধ থাকিব টেক্ ইট্ ফ্ৰম মি—"

দুৰ্ব্বাই যথেষ্ট উত্তেজিতভাৱে কথাকেটা ক'লে, হাতত থকা গিলাচটোৰ ৰাইট্‌খিনি একে ঢোকে খালে, আৰু যাবলৈ থিয় হ'ল।

খোৱা টেবুলত নিশাৰ আহাৰ দিয়া হৈছে। টেবুলৰ কাষত বহি গহীনভাবে মন্দিৰাই স্বামীলৈ অপেক্ষা কৰি আছে। দুৱৰামুখত সচতেনভাৱে বেয়াৰা এজন থিয় হৈ আছে। দুৱৰা সোমাই আহিল, নিশাৰ ঘৰুৱা পোছাকত। নিৰ্দিষ্ট চকীখনত বহিলহি। বেয়াৰাজন তৎপৰ হৈ আগুৱাই আহিল, আহাৰ পৰিবেশন কৰিবলৈ। নিশাৰ সাজ আহাৰ সাধাৰণভাবে কৰা হয়, অনাড়ম্বৰ। এটা ষ্টু, ডালি, অলপ তৰকাৰি, আৰু ৰুটি। কেতিয়াবা দিনৰে মাছৰ আঞ্জাৰ এচকলা মাছ।

দুয়োৰে ডিছত বেয়াৰাজনে অলপ অলপ ষ্টু দিলে। ৰুৱৰাই ফৰ্ককনেৰে ষ্টুৰ পৰা বাছি ফুলকবি এটুকুৰা মুখলৈ তুলি নিবলৈ ধৰি হঠাৎ মন কৰিলে মন্দিৰা তলমূৰকৈ গহীন হৈ বহি আছে, খোৱা আৰম্ভ কৰা নাই।

"কি হ'ল মন্দিৰা, খোৱা নাই দেখোঁন", দুৱৰাই চাই সুধিলে। মন্দিৰাই হঠাৎ হাতৰ চামুচখন সশব্দে ডিছখন থৈ দুই হাতেৰে চকু ঢাকি ফেঁকুৰাই কান্দিবলৈ ধৰিলে। দুৱৰাই বিস্ময়ৰে মন্দিৰালৈ চাই সুধিলে, "কি হৈছে মন্দিৰা, কিয় কান্দিছা? হোৱাটিজ ৰং উইথ্ ইউ?"

মন্দিৰাৰ কান্দোন আৰু চৰিল। দুৱৰা থিয় হৈ মন্দিৰাৰ কাষলৈ আহিল। কাষত থিয় হৈ ভেবা লাগি থকা বেয়াৰাটোলৈ চাই চকুৰে ইংগিত দিলে, কোঠাৰ পৰা ওলাই যাবলৈ বেয়াৰাজন ওলাই গ'ল।

দুৱৰাই মন্দিৰাৰ পিঠিত, মূৰত হাত ফুৰাই ক'লে, "কাম্ অন মন্দিৰা, কি হৈছে কোৱা।" মন্দিৰাই কান্দোন কিছু বন্ধ কৰি নাক মোহাৰি মোহাৰি কন্দা কন্দা ভাবেৰেই ক'লে, "তুমি মানীৰ কথা চিন্তা কৰিছা? বিয়া-বাৰু নোহোৱকৈ, কথা নাই, বতৰা নাই, গাঁৱৰ লোকৰ ঘৰত সোমাই আছেগৈ। কি ক'ম মানুহে।"

"ৰ'বা, তুমি নাকান্দিবা। মই এতিয়াই তাইলৈ টেলিফোন কৰিছোঁ।" দুৱৰাই হঠাৎ টেলিফোনেৰে সমস্যাটো সমাধান কৰি পেলাবলৈ ওলাল। কিন্তু তেওঁৰ উদ্যম সেমেকি গ'ল মন্দিৰাই যেতিয়া ক'লে, "ক'লৈ টেলিফোন কৰিবা? আজি এসপ্তাহে প্ৰজ্ঞানহঁতৰ টেলিফোন বেয়া হৈ আছে। সিহঁতৰ মোবাইল নেটবোৰ্কো নাপায়। টেলিফোন থাকিলে এদিনে দুদিনে কথা পাতিছিলোঁ। কিন্তু আজি এসপ্তাহে তাইৰ একো খবৰ নাই। তাতে দূৰদৰ্শনৰ বাতৰিত শুনিলো দেহাপুখুৰীৰ এজন সাংবাদিকক সিহঁতে গুলীয়াই মাৰিছে। তেওঁ শিক্ষক আছিল আৰু সমাজসেবক। ইহঁতেও সমাজসেৱাত লাগিছেগৈ।"

দুৱৰাই মন্দিৰাক এৰি নিজৰ চকীত বহিলগৈ। সমুখৰ ডিছত ষ্টু ঠাণ্ডা হ'ব ধৰিছে। দুৱৰাই মুখত ল'লে। মন্দিৰাইও এচামুচ ষ্টু মুখত লৈ আকৌ ক'বলৈ ধৰিলে, "নাজানো, কি কৰিব খুজিছে তাই জীৱনটোৰ। ইমানবোৰ ল'ৰা

গুলাইছিল, তাই বিয়াৰ নামেই নুশুনে। দিল্লীত বিবোৰ কাণ্ড কৰিলে। সেই বুলি গোটেই জীৱনটো তাকে ভাবিয়েই হা-হুতাশ কৰি থাকিবনে? এইবাৰ ভাবিছিলো, প্ৰজ্ঞানৰ প্ৰতি তাইৰ ভাব এটা হৈছেনেকি।"

দুৰৰাই সেইখিনিতে ধৰিলে, "ময়ো ভাবিছিলোঁ। কিন্তু প্ৰশ্নটো মানীৰ সন্মতি বা আপত্তিক লৈ উঠা নাই। সমস্যাটো হৈছে প্ৰজ্ঞানৰ হঠাৎ গ্ৰাম্যপ্ৰীতি। সমাজসেৱাৰ ধাণ্ডা। কেম্ব্ৰিজৰ ৰ'ডচকলাৰ, মাল্টিনেশ্যনেল বিজনেচ্ কোম্পানীৰ ভাইচ্ প্ৰেচিডেণ্ট, এতিয়া অসময় জকাইচুকত সমাজসেৱা। আটাৰ ষ্টুপিডিটি। মানীৰ যেনিবা সন্মতিয়েই থাকিল, তাইক বিয়া দি গাঁৱলৈ পঠাব পাৰিনেকি?"

মন্দিৰাই দুৰৰাৰ কথাৰ আঁত ধৰিলে, "এতিয়া কি কৰিছে? গাঁৱত গৈ সোমাই আছেগৈ, আজি তিনিমাহে এবাৰো তাইক দেখা পোৱা নাই। মই ফোন কৰিলেহে তাইৰ মাতটো শুনো। তালৈকে আজি এসপ্তাহে সিহঁতৰ টেলিফোনটো বেয়া হৈ আছে। সিপিনে সন্ত্ৰাসবাদীয়ে গাঁৱত মানুহ গুলীয়াই আছে। মোৰ অনবৰত মনত পৰি থাকে। কি হ'ব তাইৰ জীৱনটো।"

"মন্দিৰাৰ আকৌ মাত থোকাথুকি হ'ল।

"ৰ'বা নাকান্দিবা মন্দিৰা, কটিখন খোৱা, এয়া লোৱা, পানী খোৱা।" দুৰৰাই মন্দিৰাৰ পিনে পানীৰ গিলাচটো আগবঢ়াই দিয়াৰ লগে লগে আকৌ ক'লে, "মই এতিয়াই দেহাপুখুৰীলৈ এটা মেচেজ্ পঠাইছোঁ ডি জি পিক কৈ। দুইটাকে আৰ্জেণ্ট্‌লী এবাৰ আহিবলৈ কৈ দিওঁ। কিবা এটা বাহানা দি।"

দুৰৰাই ডিনাৰ খাই উঠি বাচ বেচিনত মুখ ধুই মৃদু সুগন্ধি টাৱেলেৰে হাত মচি মচি গোনেই টেলিফোনৰ ওচৰলৈ গ'ল? ডি জি পি শ্ৰীবাস্তৱৰ পি এ জনে লগে লগেই অতি সন্ত্ৰমেৰে চাহাবৰ লৈতে বমেন দুৰৰাক টেলিফোনত সংযোগ কৰি দিলে।

দহদিনৰ পিছৰ এটা পুৱা। বমেন দুৰৰাৰ বঙলাৰ বাহিৰৰ দীঘল-বহল বাৰাণ্ডাত বেতৰ এটা ডাঙৰ চোফাচেট। দুৰৰা আৰু প্ৰজ্ঞান বহি আছে। সমুখৰ ঘূৰণীয়া চাপৰ ডাঙৰ টেবুলখনত এজাপ বাতৰিকাকত আৰু ইংৰাজী বাৰ্তালোচনী। দুৰৰাই এখন কাকত বহলকৈ মেলি মন দি পঢ়ি আছে। প্ৰজ্ঞানে ইণ্ডিয়া টুডে'ৰ পুৰণা কপি এটাৰ পাত লুটিয়াই আছে। তেওঁৰ একাষত, এয়াৰ বেগ এটা তেওঁৰ পিন্ধা-উৰা কাপোৰ আৰু লাগতিয়াল বস্তু ভৰোৱা আছে। আচলতে, এসপ্তাহ দুৰৰাহঁতৰ ঘৰত ঠাকি প্ৰজ্ঞান এতিয়া দেহাপুখুৰীলৈ ঘূৰি যাবলৈ প্ৰস্তুত হৈ আছে। পদূলিৰ পিনে মুখ কৰি প্ৰজ্ঞানৰ টাটা চাফাৰীখন সাজু হৈ আছে।

প্ৰজ্ঞানহঁতৰ গাঁৱৰ ঘৰৰ গোটেই অঞ্চলটোতে কেবাদিনো ধৰি টেলিফোন লাইন বেয়া হৈ থকাত ডি জি পিৰ সহায়ত পুলিচৰ বাইৰাৰযোগে দেহাপুখুৰীলৈ এটা বাৰ্ত্তা পঠাইছিল, মালিনীৰ মাক মন্দিৰাৰ গাটো অলপ ভাল নহয়— মালিনী এবাৰ আহিলে ভাল আছিল। লগে লগেই মালিনী গুৱাহাটীলৈ আহিল। প্ৰজ্ঞানে মালিনীক অকলে নপঠাই তেওঁও লগতে আহিল।

গুৱাহাটীলৈ আহি গম পালে মন্দিৰাৰ গা বিশেষ বেছি একা হোৱা নাই। ৰক্তচাপটো কিছু উৰ্দ্ধত আছে, সেয়েই। মালিনীয়ে পৰিয়ালৰ নিজস্ব ডাক্তৰৰ পৰা জানিব পাৰিলে, আচলতে মাকৰ অনবৰতে টেনশ্যন হৈ থাকে। মালিনী দূৰত থকাৰ কাৰণে। সেয়ে ৰক্তচাপটো উঠা-নমা কৰি থাকিবই। তাতে তেওঁৰ কিছু চুগাৰৰ সমস্যা আছে। গতিকে দুদিন বেডৰেষ্টত ৰখা হৈছিল। এতিয়া এবচলিউটলি নৰ্মেল। "তথাপি তুমি এবাৰ আহি দেখা দিলাহি ভাল কৰিলা। তেওঁ মেণ্টেলী ৰিলিফ পাইছে।" ডাক্তৰজনে যোগ দিলে।

প্ৰজ্ঞানহঁত আজি উভটি দেহাপুখুৰীলৈ যাবলৈ ওলাইছে। প্ৰজ্ঞান সাজু, মালিনীৰহে পলম হৈছে। পুৱাতেই সোনাতলীৰ জনজাতীয় গাঁওখনৰ পৰা দহগৰাকীমান যুৱতী মহিলা আহিছিল, মালিনী অহা বুলি জানি দেখা কৰিবলৈ। তেওঁলোক মালিনীয়ে প্ৰথম আৰম্ভ কৰা সংকল্পৰ সদস্যা। তেওঁলোকৰ সৈতে হৰ্ষমুখৰ কথা বাৰ্তা হোৱা, তেওঁলোক এটাইকে চাহ-জলপানেৰে আপ্যায়ন কৰা আদি কামত বহুত সময় গ'ল। গতিকে মালিনীৰ খদমদম লাগি আছে।

দুবৰাই হাতত মেলি ৰখা কাগজখনৰ পৰা চকু নাতঁৰোকৈয়ে মাত দিলে, "প্ৰজ্ঞান"

প্ৰজ্ঞানে হাতত লৈ থকা ইণ্ডিয়া টুডে'ৰ কপিটো সমুখৰ টেবুলত থ'লে। দুবৰাৰ পিনে চাই সঁহাৰি দিলে, "কওক খুড়া।"

দুবৰাই হাতৰ মেলা কাগজখন তেনেকৈয়ে নমাই থৈ কিছু আবেগ জড়িতভাৱে ক'বলৈ আৰম্ভ কৰিলে, "প্ৰজ্ঞান, তোমাক মই শেষবাৰৰ বাবে আকৌ অনুৰোধ কৰিছো। তুমি এন জি অ' কৰা আমি বাধা দিয়া নাই, নিদিওঁ। কিন্তু কালি ৰাতিও মই কৈছিলো, দেহানৈৰ মথাউৰিৰ প্ৰকল্পটোত তোমালোকে কাম কৰা এৰি দিয়া। দেহাপুখুৰীত আৰু অনেক কাম আছে কৰিবলগা। তোমালাকে সেই প্ৰজেক্টটোত ইণ্টাৰফিয়াৰ কৰিলে, সমস্যা জটিল হোৱাৰ সম্ভাৱনা আছে।"

"কিন্তু খুড়া কেনে ধৰণৰ সমস্যা হ'ব পাৰে, সেই বিষয়ে আপুনি কালিও আলোচনাত মোক বুজাই ক'ব পৰা নাই, অথবা ক'ব খোজা নাই।"

"ধৰা, চৰকাৰৰ সৈতে এটা ডাইৰেক্ট কনফ্ৰণ্টেশ্যন আহিব পৰিব।"

"ন' খুড়া, কনফ্ৰণ্টেশ্যনৰ প্ৰশ্নই নাই। আমি সহযোগহে কৰিম। আৰু ইণ্টাৰভেন কৰাৰ কথা নাই। গাঁৱৰ মানুহে প্ৰকল্পত অংশ গ্ৰহণ কৰিব। কাৰণ মথাউৰিটো অহা বাৰিষাৰ আগতে হোৱাটো আৰু অৰিজিনেল আঁচনি আৰু পৰিকল্পনা মতে কামখিনি কাৰ্যকৰী হোৱাটো অত্যন্ত দৰ্কাৰি কথা। সেই অঞ্চলটোৰ তিনি-চাৰিটা মৌজাৰ মানুহখিনিৰ কাৰণে—"

দুৰ্বাই মাজতে ধৰিলে, "ইংলণ্ডত ইমান দিন থাকি এটা সম্পূৰ্ণ বেলেগ জীৱন কটাই, হঠাৎ তাৰ পৰা একেবাৰে বিচ্ছিন্ন হৈ অসমলৈ গুচি আহিলা। এন জি অ'ৰ মাজেৰে জনসেৱাৰ কথা ভাবিছা— অলৰাইট্। কিন্তু তুমি সেই কাম ইয়াত থাকিও, ইয়াৰ ওচৰে-পাঁজৰে গাঁওবোৰতো কৰিব পাৰিলাহেঁতেন। মালিনীয়ে ইয়াতেই কাম আৰম্ভ কৰিছিল—"

"আৰম্ভ কৰাই নহয়, অতি সুন্দৰকৈ দুবছৰতে তেওঁৰ দায়িত্ব সম্পূৰ্ণ কৰিছিল। অঞ্চলটোৰ মানুহখিনি সম্পূৰ্ণ আত্মনিৰ্ভৰশীল হৈ পৰিছে। সেয়ে তেওঁ অন্য ঠাইলৈ যোৱাৰ সলনি মোৰ লগত আইমাৰ লগত থাকি কাম কৰিবলৈ ওলাইছে। দ্বিতীয়তে, মই প্ৰথমেই, মোৰ গাঁওখন, মোৰ অঞ্চলটোৰ কথাহে চিন্তা কৰিব লাগিব। নহ'লে মোৰ অঞ্চলৰ মানুহে মোক দোষাৰোপ নকৰিব জানো? সেই অঞ্চলৰ প্ৰথম আৰু বৃহত্তম সমস্যাটো হৈছে বানপানী। সেয়েই দেহানৰ মথাউৰিৰ প্ৰকল্পটো আমাৰ সংকল্পৰ কাৰণে ম'ষ্ট ভাইটেল ইচ্যু।"

দুৰ্বাই প্ৰজ্ঞানৰ দীঘলীয়া কথাখিনি শুনাৰ পিছত আকৌ এবাৰ কণ্ঠ আবেগজড়িত কৰি ক'লে, "ঠিক আছে প্ৰজ্ঞান, মই এইবাৰ তোমাক অন্য এটা অনুৰোধ কৰিছো। মোৰ এইটো অনুৰোধ অন্ততঃ ৰাখা। মানীক— মালিনীক তুমি গাঁৱলৈ যোৱাটো বন্ধ কৰা। তাইক লগত লৈ নাযাবা। তাই আমাৰ লগত থাওক।"

"নিশ্চয়। মই তেওঁক নিশ্চয় এতিয়াই ক'ম। কিন্তু জোৰ কৰি, যাব নোৱাৰা বুলি ক'ব পাৰিম জানো?"

ঠিক সেই সময়তে ভিতৰৰ পৰা মালিনী আৰু পিছে পিছে মন্দিৰা বাৰাণ্ডালৈ ওলাই আহে। মন্দিৰা গহীন, বিষণ্ণ। মালিনীৰ কান্ধত ওলোমাই লোৱা এটা এয়াৰ বেগ। তেওঁ প্ৰফুল্লিত। মালিনীয়ে ওলাই অহাৰ লগে লগে ক'লে, "ব'লা প্ৰজ্ঞান— ৰেডী।"—

প্ৰজ্ঞানে লাহেকৈ মূৰ দাঙি মালিনীলৈ চালে, অলপ সময় ল'লে, ক'লে, 'মালিনী, এক মিনিট বহাচোন।"

"আকৌ বহিব কিয় লাগে? মই ওলাওঁতেই বহুত দেৰি হৈ গ'ল। ব্ৰেকফাষ্টত তোমালোকৰ লগত বহাই নহ'ল। এতিয়া কোনোৰকম ওলাই আহিছোঁ, দেৰীয়েই হৈছে, আকৌ কিয় বহিব লাগে?" মালিনীয়ে মনতে কাণৰটো বুজিবলৈ চেষ্টা কৰিলে।

"বহাচোন, কথা আছে।" প্ৰজ্ঞানে ক'লে।

"কি কথা? কোৱাচোন, নবহিলেও হ'ব।" মালিনীয়ে প্ৰজ্ঞানক সুধিলে আৰু কাষত গহীন হৈ বহি থকা দেউতাকলৈও বেঁকাকৈ নিৰীক্ষণ কৰিলে।

প্ৰজ্ঞানে স্পষ্ট কণ্ঠেৰে ক'লে, "মালিনী, তুমি আৰু আকৌ মোৰ লগত দেহাপুখুৰীলৈ যাব নালাগে। মই তোমাক কালিও এবাৰ কৈছিলো— খুড়ীদেউৰ কথামতে। এতিয়া আকৌ শেষবাৰ কৈছো, তুমি গাঁৱলৈ যোৱাটো খুড়া আৰু খুড়ীদেৱে বিচৰা নাই।"

"মা-দেউতাই বিচৰা নাই, কথাটো নতুনকৈ এতিয়া হোৱা নাই। প্ৰথম যাওঁতেই তেওঁলোকে বিচৰা নাছিল। কিন্তু মই গ'লোঁ, এতিয়াও বিচৰা নাই, কিন্তু মই যাম।" মালিনীয়ে দৃঢ়মনে ক'লে।

"মানী।" মাকে কঁপা মাতেৰে মাতিলে।

"ডু নট্ বি চ' কদ্ মালিনী। কথাটো আকৌ এবাৰ ভালকৈ চিন্তা কৰি চোৱা। প্ৰ'জ এগু ক'নচ্।" — প্ৰজ্ঞান

"মানী, প্ৰজ্ঞানে ঠিকেই কৈছে। গিভ্ আনাদাৰ থত্। তুমি চিন্তা কৰা তোমাৰ জীৱনটোৰ সৈতে বহুত কথা সাঙোৰ খাই আছে। মানী—' দুৱৰাই এবাৰ শেষ চেষ্টা দিয়াৰ দৰে ক'লে।

মানিলীয়ে প্ৰায় দেউতাকৰ কথাৰ ওপৰতে ধৰাৰ দৰে ক'কে, "দেউতা, মোৰ জীৱনটো, মই বিচৰাৰ দৰে, মই পোৱাৰ মোৰ অধিকাৰ আছে। মাৰ এতিয়া বয়স বত্ৰিশৰ ওপৰ হ'ল।"

হঠাৎ মালিনী থিয় হ'ল। ফ্লাইবেগটো আকৌ কান্ধত আঁৰি ল'লে।

"যাওঁ বলা প্ৰজ্ঞান। সন্ধ্যাৰ আগতে দেহাপুখুৰী পাবগৈ লাগিব।"

মালিনী আগুবাই গৈ গাড়ীখনৰ পিছৰ চিটত কান্ধৰ বেগটো থ'লে।

পিছলৈ ঘূৰি চাই ডাঙৰকৈ মাকক ক'লে, "মা, তুমি এনেয়ে চিন্তা কৰি নাথাকিবা। গাটো ভালে ৰাখিবা। বি পি চাই থাকিবা। দেহাপুখুৰীৰ টেলিফোন ভাল হৈ গৈছে। মই টেলিফোন কৰি থাকিম।"

মালিনীয়ে লক্ষ্য কৰিলে দেউতাক ইতিমধ্যে লাহেকৈ উঠি ভিতৰলৈ গুটি গৈছে। মালিনীইঁতক বিদায় দিয়াৰ প্ৰতি গুৰুত্ব দিব নুখুজিলে।

"আইমা অৰু মোৰ সৈতে মালিনী সুন্দৰাকৈ থাকিব। একো চিন্তা নকৰিব খুড়ী, আহোঁ খুড়ী।" প্ৰজ্ঞানে বেঁকা হৈ মন্দিৰাক ওপৰৰ পৰা সেৱা এটা কৰি, কাষৰ এয়াৰবেগটো হাতত তুলি গাড়ীখনৰ পিনে আগুৱাই গৈছে। মালিনীয়ে গাড়ীৰ ওচৰৰ পৰা হাতখন জোকাৰি মাকক বিদায় দি গাড়ীৰ ভিতৰত বহিল।

গাড়ীখন ষ্টাৰ্ট হ'ল।

মন্দিৰাই আঁচলেৰে চকু দুটা মচি ল'লে।

প্ৰজ্ঞানে গাড়ীৰ এক্‌চেলেটৰত ভৰিৰ হেঁচা ক্ৰমে বঢ়াই দিলে। গাড়ীখনে গতি ল'লে। মালিনীয়ে গাড়ীৰ সমুখেদি বাটটোৰ বহুদূৰলৈ চাই ৰ'ল। তেওঁৰ মনটো গহীন, কিছু বিমৰ্ষ। প্ৰজ্ঞানে দুই-এবাৰ বাওঁপিনে মূৰ ঘূৰাই মালিনীলৈ চালে। মালিনীৰ নীৰৱতা ভঙাৰ প্ৰতি উৎসাহী নহ'ল।

প্ৰজ্ঞানে এবাৰ লাহেকৈ ক'লে, "গান শুনিবা নেকি?"

"নাই, নালাগে।" মালিনীয়ে গহীন হৈয়েই, মূৰ নলৰোৱাকৈ উত্তৰ দিলে।

আৰু অলপ দীঘলীয়া সময় পাৰ হ'ল। এইবাৰ মালিনীয়ে মাত দিলে, "প্ৰজ্ঞান, আই থিঙ্ক্ আই হেভ্ টু আল্টিমেটলী ডিচাইড্।"

"কি ডিচাইড কৰাৰ কথা কৈছা মালিনী?" প্ৰজ্ঞানে মূৰ বেঁকা কৰি মালিনীলৈ চাই সুধিলে।

"মোৰ বিয়াখনৰ কথা।"

"তোমাৰ বিয়াৰ কথা?"

"হয়, মই ভাবিছোঁ মোৰ বিয়াখন হৈ যাওক।"

"ডেট্‌চ অ'কে! ডেট্‌চ গ্ৰেট! ৰ'বা মই এতিয়াই খুড়া-খুড়ীক কওঁ—ল'ৰা ঠিক কৰক।" প্ৰজ্ঞান উল্লসিত হৈ উঠিল। জেকেটৰ জেপৰ পৰা চে'ল ফোনটো উলিয়ালে। লগে লগে মালিনীয়ে এখন হাতেৰে প্ৰজ্ঞানৰ হাতৰ চে'ল ফোনটোত হাত থৈ ক'লে, "ড'ন্ট্ বি চিল্লী প্ৰজ্ঞান। মাই-দেউতাক তুমি একো কোৱাৰ প্ৰয়োজন নাই। মই নিজেই ক'ম, যেতিয়া ক'ব লাগে।"

"ঠিক আছে, সেয়েই হ'ব। তুমি নিজেই ক'বা। কিন্তু বৰ ভাল কথা এটা শুনিলো। বৰফ গলিছে।। ইয়াৰ পিছত গান নুশুনাকৈ নোৱাৰি।" প্ৰজ্ঞানে বাছি লোচোৱাকৈয়ে চি ডি এখন উলিয়াই ডে'কত লগাই দিলে। জাজ্ সংগীতৰ গীত এটা তীব্ৰ স্বৰত বাজি উঠিল। মালিনীয়ে লাহেকৈ ডেকৰ নবটো পকাই ভলিউমটো কমাই দিলে। মৃদু সুৰত জাজ্ সংগীত বাজি থাকিল।

মালিনীয়ে আকৌ সমুখলৈ চাই ৰ'ল। গহীন। প্ৰজ্ঞানে ষ্টিয়াৰিঙত

আঙুলিৰে জাজ্ সংগীতৰ ড্ৰামচেটৰ তাল মিলাই গ'ল।

সংকল্পৰ কাৰ্যালয়ত সদস্যসকল বহি আছে। তেওঁলোকৰ আজি সাপ্তাহিক পৰ্যালোচনাৰ দিন। প্ৰতি শনিবাৰে সেই পৰ্যালোচনাত দেহাপুখুৰী অঞ্চলটোৰ বিভিন্ন ঠাইৰ ৰাইজৰ বা ব্যক্তিবিশেষৰ কিবা নতুন সমস্যা ওলালে সেই বিষয়ে আলোচনা হয়। একোখন ঠাইত দুই-তিনিজন সদস্য জড়িত হৈ থাকে। প্ৰধানকৈ আৰ্থিক সমস্যাই দৰিদ্ৰ পৰিয়াল একোটাক অসুবিধাত পেলায়। কোনোবা ৰুগীয়াৰ চিকিৎসা, কাৰোবাৰ ঘৰৰ স্কুলীয়া বা কলেজীয়া ছাত্ৰ-ছাত্ৰীৰ পঢ়াৰ খা-খৰচ ইত্যাদিবোৰৰ ব্যৱস্থাৰ বাবে সহায় কৰিব লগা হয়।

প্ৰজ্ঞানৰ এটা ঘটনা সদায় মনত পৰি আছিল ঃ তেওঁ দেহাপুখুৰী হাইস্কুলত পঢ়ি থাকোঁতে এবাৰ পিকনিকলৈ যোৱাৰ বাটত এঘৰ দুখীয়া মানুহৰ ঘৰৰ চাৰিওটা ল'ৰা-ছোৱালী পুখুৰীৰ বিষাক্ত পানী খাই তেজ-বমি কৰি চিকিৎসাৰ অভাৱত মৃত্যু হোৱা দেখা পাইছিল। একেলগে চাৰিখন চিতাত জ্বলোৱা প্ৰজ্ঞানে দেখিছিল। সেই কাৰণেই তেওঁ ইংলণ্ডৰ পৰা অনা সমস্ত ধন 'সংকল্প'ৰ নামত বেংকত জমা থৈ এটা চেৰিটী পুঁজি কৰিছিল। আৰু সেই পুঁজিৰ সুদৰ পৰা, অঞ্চলটোত চিকিৎসা আৰু খোৱাপানীৰ ব্যৱস্থাৰ কাৰণে সাহায্য দিয়াৰ ব্যৱস্থা কৰিছিল। তাৰ উপৰি ৰাষ্ট্ৰীয় আৰু আন্তৰ্জাতিক বিভিন্ন বিত্তীয় সাহায্য এজেন্সীৰ পৰাও সংকল্পৰ পুঁজী সমৃদ্ধ কৰাৰ চেষ্টা চলাই থকা হৈছে। অঞ্চলটোৰ ভালেমান অতি পিছপৰা গাঁৱত য'ত খোৱা পানীৰ সহজ ব্যৱস্থাৰ অভাৱ, তাত সংকল্পই প্ৰতি তিনিঘৰৰ মাজত একোটাকৈ কুঁৱা খান্দি দিয়াৰ ব্যৱস্থা কৰিলে। খন্দা কামখিনি তিনিওঘৰে লাগি কৰিব আৰু পকা ৰিং বনোৱা আৰু পকীৰ কামখিনিৰ খৰচৰ বাবে সংকল্পৰ পুঁজিৰ পৰা সহায় কৰিব। কোনো কোনো ঠাইত, যি গাঁৱত বিত্তীয় অৱস্থা ভাল তাত সংকল্পই পুঁজিৰ পৰা ঋণ দিব। এইদৰে সংগঠন কৰি সংকল্পৰ সদস্যসকলে দেহাপুখুৰীৰ পিছপৰা প্ৰায় আটাইবোৰ গাঁৱতে খোৱাপানীৰ ব্যৱস্থা প্ৰায় সম্পূৰ্ণ কৰিলে।

তাৰ উপৰি সংকল্পই আৰু এক বিশেষ অভিযান আৰম্ভ কৰিছে। অঞ্চলটোত গাঁওবাসীৰ বহুতৰ ঘৰত কম বয়সীয়া ছোৱালীবোৰ স্কুললৈ নাযায়। তাৰ মূল কাৰণ হৈছে ছোৱালীবোৰে ঘৰত লাচনি-পাঁচনি কৰিব লাগে। বিশেষকৈ একোখন ঘৰত মাক-বাপেক আৰু ঘৰৰ জ্যেষ্ঠসকল পথাৰলৈ খেতি-বাতিৰ কামত ওলাই গ'লে ঘৰত থকা শিশু বা কিশোৰী ছোৱালীয়ে ঘৰৰ কাম কৰিব লাগে। ঘৰত সৰু ভায়েক-ভনীয়েক থাকিলে ডাঙৰজনীয়ে সিহঁতৰ তদাৰক কৰিবলৈ ঘৰত থাকিব লাগে। অথচ তেনে এজনী ছোৱালীৰ ককায়েক বা

ভায়েক তেতিয়া স্কুললৈ পঢ়িবলৈ যায়। এইদৰে গাঁৱত ভালেমান কিশোৰী ছোৱালী আধাপঢ়াকৈয়ে নাইবা একেবাৰে নপঢ়াকৈয়ে ঘৰতে থাকি যায়। সংকল্পই এই ছোৱালীখিনিৰ শিক্ষাৰ ব্যৱস্থা কৰিবলৈ ল'লে। অৱশ্যে এই ব্যৱস্থা শিক্ষা বিভাগে ইতিমধ্যে সংগঠন কৰিছেই। সংকল্পই ব্যৱস্থাটোক দেহাপুখুৰীত সফলভাৱে কাৰ্যকৰী হোৱাত সহায় কৰিবলৈ সিদ্ধান্ত ল'লে। একোটা অঞ্চলত ঘৰৰ অসুবিধাৰ কাৰণে স্কুললৈ যাব নোৱাৰা ছোৱালীবিলাকৰ তালিকা কৰি আবেলি আবেলি সিহঁতক ওচৰৰ প্ৰাথমিক স্কুললৈ যোৱাৰ ব্যৱস্থা কৰা হ'ল। প্ৰাথমিক স্কুলৰ ডেকা শিক্ষকজন নাইবা তেওঁৰ অসুবিধা হ'লে সেই সেই অঞ্চলৰ সংকল্পৰ একোজন সদস্যই সেই ছোৱালীখিনিক শিক্ষাদান কৰাৰ দায়িত্ব ল'লে। ছোৱালীবিলাকৰ স্কুলত পঢ়াৰ সকলো খৰচ সংকল্পৰ পুঁজিৰ পৰা বহন কৰিবলৈ দায়িত্ব ল'লে। দেখা গৈছে, যোৱা তিনিমাহৰ ভিতৰতে এনে অনানুষ্ঠানিকভাৱে বহুতো কিশোৰী ছোৱালীক শিক্ষা দিয়াৰ ব্যৱস্থাই নিয়াৰিকৈ কাম কৰিছে। অৱশ্যে সংকল্পৰ এনেবোৰ কৰ্ম-আঁচনিৰ উপৰি দেহানৈৰ মথাউৰিৰ সংকল্পটোৰ সৈতে সমগ্ৰ অঞ্চলৰ ৰাইজক জড়িত কৰাৰ যি বৃহৎ আঁচনি সংকল্পই হাতত লৈছে তাৰ কাৰ্যসূচীত গুৰুত্বসহকাৰে সংকল্পৰ সদস্যসকলে নিজকে আত্মনিয়োগ কৰিছে।

আজিৰ পৰ্যালোচনা সভাত সদস্যসকল আহি গোট খাইছেহি। প্ৰজ্ঞান আৰু মালিনী আহি পোৱা নাই। তেওঁলোক কিবা জৰুৰী কথা এঠাত পুৱাই জিলা সদৰলৈ গৈছে। একজিকিউটিভ ইঞ্জিনীয়াৰক লগ ধৰিবলৈ। এতিয়াই ঘূৰি আহি পোৱাৰ কথা। মহীকাইক কৈ গৈছে সদস্যসকলক জনাবলৈ যাতে তেওঁলোকে প্ৰজ্ঞানহঁতক ঘূৰি নহালৈকে অপেক্ষা কৰে।

প্ৰজ্ঞান আৰু মালিনী আহি নাপালেও সদস্যসকলে সাপ্তাহিক পৰ্যালোচনাৰ কাম আৰম্ভ কৰিলে। কেইটা কুঁৱা নতুনকৈ খন্দা হ'ল, কোন কোন গাঁৱত আৰু কেইজনী ছোৱালী স্কুলত ভৰ্তি হৈছে আৰু অন্যান্য কিবা সমস্যা হৈছেনেকি আৰু ক'ত কেনে ধৰণৰ কামত সংকল্পই সহায় কৰি লগা হৈছে ইত্যাদি ইত্যাদি। এই গোটেইবোৰ তথ্য ৰবীনে কম্পিউটাৰত ভৰাই গৈছে।

পৰ্যালোচনাৰ কাৰ্যসূচীৰ কাম আধামান সম্পন্ন হওঁতেই প্ৰজ্ঞান আৰু মালিনী আহি পালেহি। গাড়ীখনৰ পৰা প্ৰায় জঁপিয়াই নামি অহাৰ দৰে আহি দুয়ো সংকল্পৰ কাৰ্যালয়ত সদস্যসকলৰ মাজত বহিলহি। প্ৰজ্ঞান আৰু মালিনী দুয়োকে চিন্তান্বিত আৰু গহীন হৈ থকা দেখা গ'ল। প্ৰজ্ঞানে আৰম্ভ কৰিলে, "আজি পুৱাই মই দিল্লীৰ পৰা উৱাৰ্ড বেঙ্কৰ মিছ পামেলাৰ এটা ফোন পালো।

তেওঁ জনালে যে, ৰাজ্য চৰকাৰে কেন্দ্ৰীয় চৰকাৰৰ সংশ্লিষ্ট দপ্তৰলৈ এখন চিঠি দিছে, কোনো অনিবাৰ্য কাৰণত দেহাপুখুৰীৰ মথাউৰিৰ প্ৰকল্পটোৰ কাম স্থগিত ৰাখিছে। সেই চিঠিৰ প্ৰতিলিপি উৱৰ্ল্ড বেঙ্কৰ দিল্লী অফিচলৈ পঠাইছে। সেইখন সংশ্লিষ্ট বিভাগৰ বিষয়া হিচাপে মিছ্ পামেলাই পঢ়িবলৈ পাই লগে লগে প্ৰজ্ঞানলৈ টেলিফোন কৰি কথাটো জনাইছে।

প্ৰজ্ঞানে তাৰ পিছতেই মালিনীক লগত লৈ জিলা সদৰত একজিকিউটিভ ইঞ্জিনীয়াৰ বৰাক লগ ধৰিলেগৈ। প্ৰজ্ঞানহঁত বিষায়জনৰ কোঠাত সোমাই তেওঁৰ সন্মুখত আসন লোৱাৰ লগে লগেই তেওঁ তৎপৰ হৈ ক'বলৈ ধৰিলে, "আপোনালোক নিজেই আহিল ভালেই হ'ল। আচলতে আপোনালোক নহা হ'লে মই নিজহে আপোনালোকক খবৰটো দিলোঁহেঁতেন। কাৰণ দেহাপুখুৰীৰ মথাউৰিৰ প্ৰকল্পটোৰ সম্পৰ্কত আপোনালোক জড়িত হৈ পৰিছে। মেল-মিটিং পাতি ৰাইজকো সাজু কৰিছে। গতিকে দেৰি হোৱাৰ আগতে আপোনালোকে কথাটো জনাবৰ কাৰণে মই চিন্তা কৰিয়েই আছিলোঁ।"

"কথা মানে প্ৰকল্পটোৰ কাম বন্ধ কৰি দিয়াৰ সিদ্ধান্তটোৱেই নহয় জানো?"

"এক্‌জেক্টলি। আপোনালোকে গম পাইছেই তাৰ মানে। ষ্ট্ৰেঞ্জ! আপোনালোকে ইমান সোনকালে কেনেকৈ জানিলে!"

"আপুনি জানে, দিল্লীত উৱাৰ্ল্ড বেংকৰ ফাণ্ডিং বিভাগত মোৰ বন্ধু এগৰাকীয়ে কাম কৰে। আজি পুৱাই তেওঁৰ পৰ গম পাইছোঁ। কিন্তু তেওঁ বিশেষ কাৰণটো এতিয়াও জনা নাই। মাত্ৰ আন "এভইডেবল ৰিজন" বুলি জনাইছে বোলে। কিন্তু তেওঁলোকে তেনেকৈ ক'লেই মানি নলয়। ডিটেইল জানিবলৈ বিচাৰিব। কিন্তু আপুনি কি জানে? প্ৰকল্পৰ কাম কিয় বন্ধ কৰা হৈছে?" প্ৰজ্ঞানে যথেষ্ট দৃঢ় কণ্ঠে সুধিলে।

ওঁঠৰ তলত সামান্য হাঁহি এটাৰ মাজে মাজে বৰাই অতি সহজকৈ উত্তৰ দিলে, "সেইটোহে মই ক'ব নোৱাৰিম সোণোৱাল। মাত্ৰ ওপৰৰ হুকুম, আগবাঢ়িবলৈ মানা কৰিছে, আমি কামত আগ নাবাঢ়ো। দ্য প্ৰজেক্ট ইজ্ কেন্সেইন এবেয়েন্স।"

এইবাৰ মানিনীয়ে মাতটো অলপ ডাঙৰকৈ ক'লে, "চাওক মিঃ বৰা, আপুনি ইমান ডাঙৰ কথা এটা যিমান সহজভাৱে কৈ থৈ দিলে তিমান সহজেই হৈ যোৱা কথা এইটো নহয়"

"মই সহজ কৰি দিয়া নাই। নিশ্চয় কিবা এটা জটিল, ডাঙৰ কথা হৈছে। ধৰক কিবা টেকনিকেল দোষ ওলাইছে, এতিয়াহে চকুত পৰিছে। তেনেকুৱা

কেতিয়াবা হয়। প্ৰজেক্টটোৰ একচুৱেল ইমপ্লিমেণ্টেশ্বনৰ কাম হাতত ল'বৰ সময়ত ধৰা পৰে। ইমান ডাঙৰ প্ৰকল্প এটা, শেষ মুহূৰ্ততো কিবা কাৰিকৰী কাৰণ ওলাবা পাৰে।"

"তেনে কিবা হ'লে বেলেগ কথা। তথাপি আমি জানিব লাগিব কি কাৰণত বন্ধ কৰিব লগা হৈছে, সেইটো ঠিক কৰিবলৈ কিমান দিন লাগিব। সোনকালে হ'বনে নহয়। বাৰিষালৈ বেছি দিন নাই। আপোনাৰ পৰা বিশেষ একো নাজানিলেও আমি শীঘ্ৰেই চি ই'ৰ অফিচৰ পৰা খবৰটোৰ আনিম। ধন্যবাদ বৰা আহিলোঁ।

প্ৰজ্ঞান আৰু মালিনী ইইৰ কাৰ্যালয়ৰ পৰা ওলাই আহোঁতে, হঠাৎ মালিনীৰ মনত পৰিল সহকাৰী অভিযন্তা দ্বীপেনলৈ। কোঠাটোত সোমাই দেখিলে তেওঁ কোঠাটোত নাই। মালিনীয়ে লক্ষ্য কৰিলে দ্বীপেনৰ টেবুলৰ ওপৰত এখন পেপাৰবেক কিতাপ তললৈ মেলা অৱস্থাত পৰি আছে। কিতাপখনৰ নাম 'দ্য ৰ'দ এহেদ' ৰচনা বিল গে'টছ।

প্ৰজ্ঞানহঁতে দ্বীপেনক পদূলিৰ গেটৰ কাষত তেওঁলোকৰ গাড়ীখনৰ কাষত থিয় হৈ থকা দেখা পালে। দ্বীপেনৰ পৰামৰ্শ মতে তাতে থিয় হৈ কথা নাপাতি ওচৰৰে এখন চাহৰ দোকানলৈ গৈ টেবুল এখনৰ কাষত তেওঁলোক বহিলগৈ। তেওঁলোকে বেছি সময় নল'লে। গৰম চিংৰা আৰু চাহ একাপ খোৱাৰ সময়খিনিত দ্বীপেনে প্ৰজ্ঞানহঁতক দেহানৈৰ মথাউৰিৰ প্ৰকল্পৰ কাম বন্ধ ৰখাৰ কথাটো ক'লে, যিটো বিষয়ে প্ৰজ্ঞানহঁতে ইতিমধ্যে গম পাইছেই। সেইদিনা পুৱাই ই ইয়ে দ্বীপেনক কথাটো জনাই নিৰ্দেশ দিলে যাতে খবৰটো কাকো জানিবলৈ নিদিয়ে। দীপেনে অন্য এটা খবৰ প্ৰজ্ঞানহঁতক দিলে : দুদিন আগতে জিলা সদৰৰ এজন পুলিচ বিষয়া ইই বৰা ওচৰলৈ আহিছিল। দ্বীপেনে তেতিয়া একাষৰ কম্পিউটাৰত কিবা এটা প্ৰগ্ৰেমৰ কাম কৰি আছিল। পুলিচ বিষয়াজনে কিছু সাৱধানতাৰে আৰু অনুচ্চ কণ্ঠত ইইৰ সৈতে কথা পাতিছিল। বিষয়াজনে দেহানৈৰ প্ৰকল্পটোৰ বিষয়ে জানিবলৈ বিচাৰিছিল। আৰু প্ৰকল্পটোৰ ক্ষেত্ৰত সংকল্প নামৰ সংগঠনটোৱে কিবা অসুবিধাৰ সৃষ্টি কৰিছেনেকি? প্ৰজ্ঞান সোণোৱাল বোলা মানুহজনে ইইৰ সৈতে কেনে ধৰণৰ আলোচনা কৰিছিল ইত্যাদি ইত্যাদি কিছুমান কথা পতা দ্বিপেনে স্পষ্টকৈ নহ'লেও হেনা-হুচাকৈ শুনিবলৈ পাইছিল। সেই কথাখিনিকে দ্বীপেনে প্ৰজ্ঞানহঁতক জানিবলৈ দিলে। ইই চৌধুৰীৰ পৰা সংকল্প আৰু প্ৰজ্ঞানৰ বিষয়ে পুলিচৰ জনাৰ ইচ্ছা কিয় হ'ল। প্ৰজ্ঞান আৰু মালিনীয়ে ক্ষন্তেক ভাবি চাই লগে লগেই সেইবিষয়ত গুৰুত্ব নিদি বহাৰ পৰা উঠিল আৰু

দ্বীপেনক কাৰ্যালয়ৰ সন্মুখত নমাই থৈ দেহাপুখুৰীলৈ উভতিল।

পুৱাই দিল্লীৰ পৰা পামেলাৰ টেলিফোনত আৰু পিছত জিলা সদৰলৈ গৈ ইই বৰাৰ মুখে দেহানৈৰ মথাউৰিৰ প্ৰকল্পৰ কাম বন্ধ কৰিবলৈ বিভাগীয় সিদ্ধান্তৰ বিষয়ে নিশ্চিতভাৱে জানি আহি প্ৰজ্ঞানে গোটেই কথাখিনি সংকল্পৰ সদস্যসকলক অৱগত কৰিলে। সদস্যসকলৰ সকলোৱেই কিছু সময় ধৰি মৌন হৈ ৰ'ল। চিন্তান্বিত হৈ পৰিল। তেওঁলোকে তিনিখন মৌজাৰ অটাইবোৰ গাঁৱলৈ গৈ গৈ মানুহখিনিক সাজু কৰিছিল মথাউৰিৰ কাম আৰম্ভ হ'লেই সকলোৱে পৰ্যায়ক্ৰমে মথাউৰি বন্ধা কামত ভাগ ল'ব লাগিব। সকলো সংগঠন প্ৰায় সম্পূৰ্ণ হৈ উঠিছিল। ৰাইজৰ সকলোৱে শ্ৰম দানৰ কথাটোত উৎসাহিত হৈ আছিল। এতিয়া প্ৰকল্পৰ কাম বন্ধ হৈছে বুলি জানিলে মানুহখিনি হতাশ হ'ব। কিমান দিনলৈ বা কাম বন্ধ ৰাখে! তাতে আৰু তিনি মাহৰ পিছতে বাৰিষা আহিব। সেয়ে হ'লে, অহা ছমাহলৈ কাম আৰম্ভ কৰিব নোৱাৰিব। আৰু এই ছমাহতে আকৌ এবাৰ বানপানীৰ জীয়াতু ভুগিব। এই গোটেইবোৰ কথা সদস্যসকলৰ মনলৈ আহিল। দুই-একে সেই ভাববোৰ ব্যক্তও কৰিলে। শেষত আলোচনা মৰ্মে ঠিক হ'ল, পিছদিনাই প্ৰজ্ঞান গুৱাহাটীলৈ গৈ চীফ ইঞ্জিনীয়াৰৰ অফিচত সকলো কথা বিশদভাৱে জানি আহিবগৈ। আগবেলা প্ৰজ্ঞানৰ কিছুকাম আছে, ভাত পানী খাই পিছবেলা ৰাওনা হ'ব। ইতিমধ্যে অঞ্চলটোৰ পিছপৰা গাঁওবোৰত কুঁৱা খন্দা আৰু সকলোতে শিশু-কিশোৰী ছোৱালীৰ কাৰণে প্ৰাথমিক শিক্ষাৰ সংগঠন সম্পূৰ্ণ কৰা কামত সংকল্পই অধিক উদ্যমেৰে লাগিবলৈ সিদ্ধান্ত লোৱা হ'ল।

পিছদিনা পুৱা। মালিনীয়ে কাৰ্যালয়ত গাঁৱৰ চাৰিজন ল'ৰাক কম্পিউটাৰ শিকাই আছে। এজনক এসপ্তাহৰ এদিনত পুৱা দুঘণ্টাকৈ। মালিনীয়ে এই কামটোত উৎসাহ পাইছে। কাৰণটো হ'ল ঃ অসমীয়াত মেজৰ লৈ বি. এ. পাছ কৰি সংস্থানহীন হৈ গাঁৱৰ ঘৰত বহি থকা দুজন ল'ৰা আৰু এজনী ছোৱালীক তিনিমাহ কম্পিউটাৰ শিকাই দেউতাকৰ ব্যৱসায়ী বন্ধু এজনে নতুনকৈ প্ৰকাশ কৰিবলৈ লোৱা বাতৰি কাকত এখনত কম্পিউটাৰৰ চাকৰিত ভৰ্তি কৰাই দিলে। তাৰ পিছত আৰু ভালেকেইজন যুৱক-যুৱতী আহিছিল, সংকল্পৰ কাৰ্য্যলয়ত কম্পিউটাৰ শিকিবলৈ। কিন্তু সকলোকে সুবিধা দিয়া সম্ভৱ নহয় আৰু কম্পিউটাৰ শিকালেও সকলোকে পিছত কাম যোগাৰ কৰি দিয়াৰ সম্ভাৱনাও নাই। ভাগ্যক্ৰমে প্ৰথম তিনিজনে পালে। তথাপি নিৰুৎসাহ নকৰি সম্প্ৰতি চাৰিজনকে লৈছে। অৱশ্যে ওচৰৰ চাহ-বাগানবোৰত, নাইবা অন্যান্য ব্যৱসায়-বাণিজ্যত আজিকালি

কম্পিউটাৰ ব্যৱহাৰ হৈছে। গতিকে গাঁৱৰ এই নিবনুৱা শিক্ষিত দুই-চাৰিজন ল'ৰাই প্ৰযুক্তিবিদ্যাটো শিকি ল'লে ক'ৰবাত হয়তো সংস্থান হৈ যাব পাৰে। গতিকে মালিনীয়ে গাঁৱৰ শিক্ষিত নিবনুৱা যুৱক-যুৱতীৰ দুই-চাৰিজনক কম্পিউটাৰ শিকোৱাত আগ্ৰহী হৈছে। প্ৰয়োজন হ'লে আৰু এটা কম্পিউটাৰ আনি আৰু অধিক ল'ৰা-ছোৱালীক কম্পিউটাৰ শিক্ষা দিয়াৰ কথাও মনতে ভাবিছে মালিনীয়ে।

প্ৰজ্ঞানে ঘৰৰ সন্মুখত গাড়ীখন ধোৱা-মেলা কৰিছে। দুপৰীয়াকৈ ৰাওনা হ'ব। ৰাতিলৈ গুৱাহাটী পাবগৈ। জলসিঞ্চন আৰু বান নিয়ন্ত্ৰণৰ চীফ ইঞ্জিনীয়াৰ আৰু প্ৰয়োজন হ'লে সেই বিভাগৰ মন্ত্ৰীক লগ ধৰি দেহানৰৈ প্ৰকল্পৰ কাম বন্ধ কৰাৰ কাৰণে কি আৰু কেতিয়াৰ পৰা কাম আৰম্ভ কৰিবলৈ সমৰ্থ হ'ব— সেই কথা নিশ্চিতভাৱে জানি আহিবগৈ।

এনেতে এজন পুলিচ চাব-ইন্সপেক্টৰ মটৰ বাইকত উঠি প্ৰজ্ঞানহঁতৰ ঘৰৰ পদুলিত ৰ'লহি। বাইকৰ পিছত বহি আহিছে এজন বন্দুকধাৰী চিপাহী। তেওঁলোক বাইকৰ পৰা নামি গেট খুলি আগুৱাই আহিল। প্ৰজ্ঞানে কান্ধৰ টাৱেলখনত হাত মচি মচি তেওঁলোক ওচৰ পোৱালৈ বৈ থাকিল। পুলিচ এচ আইজন আৰু পিছে পিছে ৰঙা টুপীৰ বন্দুকধাৰী চিপাহীজন প্ৰজ্ঞানৰ ওচৰত আহি ৰ'লহি। প্ৰজ্ঞানে সুধিলে, "আপোনালোক আহিল দেখোন। আহক, ভিতৰলৈকে। বহকহি। মই এই চাফাই কাম এটাত লাগি আছোঁ।"

"আমি নবহোঁ। আপোনালোকক কথা এটা ক'বলৈ আহিলোঁ।। আমাক অ'চি চাহাবে পঠাইছে।"

"কওক কি কথা?"

"আপোনাক আৰু মালিনী দুৱৰাক আমাৰ থানালৈ মাতিছে, অ'চি চাহাবে, কিবা দৰকাৰী কথা আছে।'

"দৰকাৰী কথা? কেনে ধৰণৰ কথা?" প্ৰজ্ঞান সামান্য উৎসুক হৈ পৰিল।

"মই বিশেষ গম নাপাওঁ। মাত্ৰ আপোনালোক দুয়োকে ছাৰে মাতিছে, এই বেলাতেই। যিমান সোনকালে পাৰে।"

"হ'ব বাৰু।"

"আমি আহিলোঁ। মই চাৰক ক'মগৈ আপোনালোক আহি আছে বুলি।"

"ক'ব, আমি যাম।"

প্ৰজ্ঞানে ভাবিলে, কিয় মাতিছেনো, তেওঁলোকক থানালৈ।

দেহাপুখুৰী থানাৰ অ'চি ইন্সপেক্টৰ হাজৰিকাই প্ৰাৰম্ভিক সৌজন্যতাখিনি

কৰি আচল কথাৰে অহাত বেছি সময় নল'লে। হাজৰিকাৰে আগনিশা জিলা সদৰৰ কাৰ্যালয়ৰ পৰা এটা ডব্লিউটি মেছেজ আহিছে, তৎকালীনভাৱে অনুসন্ধান কৰি এটা ৰিপ'ৰ্ট পঠাব লাগে। আৰু লগতে দুটামান ইনষ্ট্ৰাকশ্বন আহিছে। হাজৰিকাই দুৱৰামুখত চেণ্ট্ৰীটোক মাতিলে। চেণ্ট্ৰীয়ে কোঠাত সোমাই চেলুট দিলে। কাকো যাতে কোঠাত সোমাবলৈ নিদিয়ে, ইন্সপেক্টৰে হুকুম দিলে। চেণ্ট্ৰীয়ে "হুকুম চাৰ" বুলি চেলুট দি ওলাই যোৱাৰ পিছত অ'চিয়ে অতি কম কথাতে বিষয়টোৰ আলোচনা শেষ কৰাৰ কথা ভাবিলে। তেওঁ প্ৰজ্ঞানৰ চকুৰ পিনে চাই পুলিচী দৃষ্টিৰে অথচ সম্ভ্ৰম সহকাৰে চাই ক'ল, "আপোনালোকে বেয়া নাপাব। আপুনি স্বৰ্গীয় প্ৰসন্ন সোণোৱালৰ নাতি ল'ৰা। তেখেতৰ নাম এই গোটেই অঞ্চলটোতে এতিয়াও অতি শ্ৰদ্ধাৰে সোঁৱৰে। আপোনাৰো নামো শুনি থাকোঁ। বিদেশত বহুদিন ধৰি আছিলগৈ। আৰু আপুনি মিছ্ দুৱৰা, এম পি ছাৰৰ ছোৱালী– আপোনালোকক এইদৰে থানালৈ মাতি আনিবলগীয়া হোৱাত মই বৰ বেয়া পাইছোঁ। কিন্তু...।" হাজইৰিকাই ক্ষন্তেক থমকি আকৌ ক'লে ঃ

"মই পোনে পোনেই কথাটো উলিয়াইছোঁ।"

"কওক, কি কথা।"

"আপোনালোকক CIA ৰ মানুহ আৰু RAWৰ Agent বুলি সন্দেহ কৰা হৈছে। এই এলিগেশ্বনটো সম্পৰ্কত অনুসন্ধান কৰিবলৈ মোলৈ নিৰ্দেশ আহিছে।"

"অনুসন্ধান কৰক তেন্তে, ৰিপ'ৰ্ট দাখিল কৰক অনুসন্ধান কৰি কি পালে। এতিয়া আমি নিজে ক'মনেকি আমি CIAৰ মানুহ আৰু RAWৰ Agent।" প্ৰজ্ঞানে ক'লে। লগে লগে মালিনীয়েও যোগ দিলে, "আমি যেনিবা মুখেৰে নহয় বুলিয়েই ক'লোঁ, আপুনি কিয় মানি ল'ব। So make an investigation, prove the allegation and report"

মালিনী সামান্য উত্তেজিত হৈ কথাষাৰ কোৱাৰে মন কৰি অ'চি হাজৰিকাই অলপ আমোদ পোৱাৰ দৰে ক'লে, "মিছ্ দুৱৰা for your kind information, মোৰ ইতিমধ্যে investigation সম্পূৰ্ণ হৈ গৈছে, allegtionৰ সত্যতা সম্পৰ্কেও মোৰ থিৰাং কৰা হৈ গৈছে। আৰু মইreport এটা লিখি formality থিনি কৰিব লগা কামটো মাত্ৰ বাকী আছে।"

"কথাটো বুজা নাই। কালি নিশা আপোনালৈ WT Message আহিল, আৰু ৰাতিটোৰ ভিতৰতে investigation হৈ গ'ল, কেনেকৈ হ'ব পাৰে।" প্ৰজ্ঞানে আচৰিত হৈ সুধিলে।

"কাৰণ WTটোৰ পিচতে আমাৰ এতিয়াৰ IBৰ Deputy Director ৰঞ্জিৎ সিন্‌হাৰ পৰা মোলৈ এটা telephone আহিল। তেওঁ জনালে যে WT টো মাত্র routine formality ৰ কাৰণে পঠোৱা হৈছে। কাৰণ এটা annonymous source পৰা পুলিচলৈ খবৰ আহিল যে প্রজ্ঞান সোণোৱাল নামে এজন CIA আৰু RAWৰ এজেণ্টে দেহাপুখুৰীত গোপনে কাম কৰি আছে। Allegationটোৰ fileটো IB লৈ গৈ সিন্‌হাৰ হাতত পৰিল। সিন্‌হা বৰ্তমান IBৰ ডেপুটি ডাইৰেক্টৰ। সিন্‌হাই আপোনালোক দুয়োকে ভালদৰে জানে। মিছ দুবৰাৰ ডাঙৰ দাদাক চেঙনী বাগিচাৰ পৰা অপহৰণ কৰাৰ সময়ত আপোনালোক দুয়োকে লগ পাইছিল, তেখেতে কৈছিল। CIA বা RAWৰ সৈতে আপোনালোকৰ কোনো সম্পর্ক নাই বুলি তেওঁ সম্পূর্ণ নিশ্চিত। গতিকে জিলা SP ৰ যোগেদি দেহাপুখুৰীৰ থানাৰ পৰা এটা report বিচৰা হ'ল। মই এতিয়া prima facie কোনো proof নাই বুলি report এটা পঠাই দিলেই হ'ল।"

পুলিচ ইন্সপেক্টৰ হাজৰিকাৰ মুখত আমোদজনক কথাখিনি শুনাৰ পিছত প্রজ্ঞান আৰু মালিনী অলপ সময় মৌন হৈ ৰ'ল। মালিনীয়ে চেল ফোনটো লৈ দেউতাকৰ সৈতে কথা পাতিবলৈ চেষ্টা কৰিলে। Network out of range কেবাবাৰো চেষ্টা কৰি বাদ দিলে। মালিনীয়ে দেউতাকক জনাব খুজিছিল, প্রজ্ঞানৰ বিষয়ে কিবা যদি CIA বা RAWৰ সৈতে সংযোগ থকাৰ কথা হৈছে সেইবোৰ ভিত্তিহীন কৰাৰ ব্যৱস্থা কৰিব লাগে। প্রজ্ঞানে আৰু হাজৰিকাইও মালিনীক পৰামর্শ দিলে দেউতাকক এইবোৰৰ মাজলৈ আনিব নালাগে।

প্রজ্ঞানে কিছু চিন্তান্বিতভাৱে ইন্সপেক্টৰ হাজৰিকাক সুধিলে, "বাৰু ইন্সপেক্টৰ, আপুনি পুলিচৰ মানুহ, আপুনি হয়তো ভাবি উলিয়াব পাৰিব।"

"কি বিষয়ে?"

"এই যে মোক ভিত্তিহীনভাৱে CIAৰ এজেণ্ট সাজিলে, কিয় সাজিলে, what is the motive? আৰু কোনে এই কামটো কৰিছে?"

"Obviously। আপোনাক দুর্নাম পেলাই সাধাৰণ মানুহৰ মনত আপোনাক কলঙ্কিত কৰা। সেইটোৱেই motive, কাৰণ এই অঞ্চলটোত আপুনি ইতিমধ্যে আপোনালোকৰ সংগঠনৰ কাম-কাজৰ মাজেৰে অতি জনপ্রিয় হৈ পৰিছে। আপোনাৰ যথেষ্ট সুনাম হৈছে। দ্বিতীয়তে কোনে এই কাম কৰিছে সেইটো মই নিশ্চিতভাৱে ক'ব নোৱাৰিম, কিন্তু আপুনি এটা উগ্রপন্থী দলৰ স্বার্থৰ বিৰুদ্ধে নির্ভিকভাৱে মাত মাতি আছে আৰু কাম কৰিছে। গতিকে

তেওঁলোকেই এই কাম কৰিছে বুলি ভবাৰ নিশ্চয় থল আছে। যি হওক কালি নিশা সিন্‌হা ছাৰে আপোনালোকৰ টেলফোনত কেবাবাৰো চেষ্টা কৰি পোৱা নাছিল। মোৰ সৈতে reportটোৰ কথা পতাৰ পিছত আপোনালোকক ক'বলৈ কৈছিল, আপোনালোকে যেন অলপ সাৱধানে বহিৰলৈ ওলোৱা-মেলা কৰে। দৰকাৰ হ'লে মোক SP চাহাবক কৈ আপোনাৰ personal security ৰ ব্যৱস্থা কৰিবলৈ কৈছে। সিন্‌হা ছাৰৰ কথাটোক ময়ো হয়ভৰ দিওঁ। আপুনি অলপ সাৱধানে থাকিব। সন্ধ্যাৰ পিছত আপুনিয়েই নহয়, সংগঠনটোৰ সকলোৱেই ঘৰৰ বাহিৰলৈ পৰাপক্ষত ওলাই নাযাব।"

হাজৰিকাই কলিংবেল বজালে। দুৱাৰৰ বাহিৰত বৈ থকা চিপাহী পিয়নটো সেমাই আহি চেলুট দিলে।

"টাইপিষ্টটোক মাতিছোঁ বুলি ক', টাইপৰ কাম আছে।" লগতে ক'লে, "মিঃ সোণোৱাল আৰু মিছ দুৱৰা মই অত্যন্ত দুখিত আপোনালোকক এইদৰে থানালৈ আনিব লগা হ'ল। আপোনালোকক trouble দিব লগা হ'ল। বেয়া নাপাব। মই আপোনালোকক তেন্তে বিদায় দিওঁ, reportটো সোনকালে পঠাব লাগে।"

প্ৰজ্ঞান আৰু মালিনী ঘৰলৈ উভতি আহোঁতে পোনাই অহা বাটটো এৰি দেহাপুখুৰীৰ বজাৰৰ চাৰি আলিয়েদি ঘূৰি আহিব লগা হ'ল। চাৰিআলিৰ এখন বিশেষ দোকানৰ পৰা মালিনীয়ে বিস্কুট আৰু অন্যান্য খোৱা বস্তু আনে, সংকল্পৰ কাৰ্যালয়ত সদস্যসকলৰ চাহৰ লগত খাবলৈ। বজাৰৰ ঘূৰণীয়া পাকটোৰে গাড়ীখন আহি থাকোঁতে হঠাৎ মালিনীয়ে চিঞৰি উঠিল, "My God!"

"কি হ'ল?" প্ৰজ্ঞানে সুধিলে।

"সেয়া দেখা নাই? Wallত?"

প্ৰজ্ঞানে আচলতে চাৰিআলিৰ মানুহৰ সমাগমৰ মাজেৰে গাড়ীখন চলাওঁতে কাষলৈ মন কৰা নাছিল। মালিনীৰ উত্তেজিত কথাবাৰত কাষলৈ চাই দেখিলে পকী দেবালৰ কেবা ঠাইতো ডাঙৰ ডাঙৰ হাতেলিখা পোষ্টাৰ:

'চি আই এৰ চোৰাংচোৱা—

প্ৰজ্ঞান সোণোৱাল—

সাৱধান হওক"

"RAW ৰ এজেণ্ট

প্ৰজ্ঞান সোণোৱালৰ ভুৱা সংগঠন

সংকল্প। বিশ্বাস নাযাব।

প্ৰজ্ঞান সোণোৱাল প্ৰতাৰক
ভুৱা সমাজসেৱী।'
ইত্যাদি।

প্ৰজ্ঞানে গাড়ীখন ৰখাই দিলে। তেওঁ পোষ্টাৰখিনি মনদি পঢ়িলে। তেওঁ লক্ষ্য কৰিলে বাটটোৰ দুই এজন মানুহেও ঠিয় হৈ বৈ পোষ্টাৰবোৰ পঢ়ি পাৰ হৈ গৈছে। প্ৰজ্ঞানে ষ্টিয়াৰিঙত হাত দুখন থৈ হাঃ হাঃকৈ হাঁহিবলৈ ধৰিলে। মালিনীয়ে প্ৰতিক্ৰিয়া ক'ৰি ক'লে, "কি কাণ্ড! ইমান চিঁৰিয়াছ কথা এটা, তুমি চিএণৰি হাঁহিছা!"

"নাহাঁহি কি কৰিম। মই এতিয়া মানুহৰ ঘৰে ঘৰে গৈ কৈ ফুৰিমনেকি--এইবোৰ মিছা কথা, বিশ্বাস নকৰিবা।" তেওঁ ক্ষন্তেক বৈ আকৌ ক'লে, "সেইবোৰ চিন্তা আমি নকৰো। আমি আমাৰ আচল কাম কৰি যাম। তুমি বিস্কুট নোলোৱানেকি?"

"নলওঁ বিস্কুট-টিস্কুট। সৌৱা মানুহবোৰে তোমালৈ চাইছে দেখিছা?"

"ঠিক আছে মই লৈ আহিছোঁ।"

সেই বুলি প্ৰজ্ঞান গাড়ীৰ পৰা নামি গৈ অলপ দূৰতে থকা নিৰ্দিষ্ট দোকানখনৰ পৰা বিস্কুটৰ কেবাটাও পেকেট আৰু অন্যান্য খোৱা বস্তু লৈ আহিলগৈ। প্ৰজ্ঞান দোকানলৈ খোৱা বস্তু কিনা, আৰু ঘূৰি অহা এই গোটেই সময়খিনিত বাটৰ মানুবোৰ নাইবা দোকানখনৰ সন্মুখত বৈ থকা মানুহবোৰে তেওঁক বিশেষ মনযোগেৰে লক্ষ্য কৰিলে। প্ৰজ্ঞানে গাড়ীখনত উঠি হাতৰ বেগটো পিছৰ চিটত থৈ গাড়ী ষ্টাৰ্ট কৰিলে।

প্ৰজ্ঞান আৰু মালিনী গাড়ীখনত আহি ঘৰৰ পদূলিয়েদি সোমাই সংকল্পৰ কাৰ্যালয়ৰ সন্মুখত ৰ'লহি। তেওঁলোকে গাড়ীৰ ৰা নামিয়েই দেখিলে সদস্য কেইজনমানে কিছুমান বাল পোষ্টাৰ ফালি ফালি দ'ম কৰিছে। দুখনমান পোষ্টাৰ কাষত পৰি আছে। ইতিমধ্যে প্ৰজ্ঞানইঁতে বাটৰ দেৱালত দেখি অহা পোষ্টাৰবোৰেই, দেৱালৰপৰা ফালি এক্‌ৰাহি অনা হৈছে। ৰবীন, পৰাগইঁতে বাটেৰে আহোঁতে দেৱালবোৰত দেখা পাই ফালি আনি ইয়াত দ'ম কৰিছে। কাষতে বটল এটাত কেৰাচিন তেল আনি থৈছে। অলপ পিচতে পোষ্টাৰবোৰ তেওঁলোকে জ্বলাব। প্ৰজ্ঞানে সদস্যকেইজনলৈ চাই হাঁহি এটাৰে ক'লে, "এইদৰে পোষ্টাৰবোৰ ফালি আনি যত্ন পাতিলে একো ফল নধৰিব, যি ক্ষতি হ'ব লাগে, হৈ গ'ল। কিন্তু মোৰ চিন্তা হৈছে, মোৰ ইমেজ কলংকিত কৰি সংকল্পৰ সুনাম নষ্ট কৰাৰ চেষ্টা চলাইছে নেকি। সেই কাৰণেই সংকল্পই এতিয়া এনেদৰে কাম

কৰিব লাগিব যাতে মানুহৰ সংগঠনটোৰ প্ৰতি গভীৰ বিশ্বাস আৰু আস্থা অটুট থাকে।"

সদস্যসকলে দেহানৈৰ মথাউৰিৰ প্ৰকল্পৰ শেহতীয়া পৰিস্থিতি আৰু তাৰ পিছত প্ৰজ্ঞানক বিদেশৰ চোৰাংচোৱা সাজি বাতৰি প্ৰচাৰ কৰা এই দুয়োটা বিষয়ে সকলো দিশ আলোচনা কৰি থাকোঁতেই এজন কনিষ্ঠ সদস্য নৰেনে চাইকেলত আহি উত্তেজিতভাৱে খবৰ দিলেহি, দেহানৈৰ নামনি ঘাটত সন্ত্ৰাসবাদীয়ে এখন নাবৰ তিনিজন বিহাৰী নাৱৰীয়া গুলীয়াইছে। এজন থিতাতে মৰিছে, দুজনৰ অৱস্থা বেয়া। ঘটনাটো হ'ল ঃ ঘাটত নাও এখনত দহবস্তামান সৰিয়হ বোজাই কৰি নাৱৰীয়া তিনিটা সাজু হৈছিল দেহানৈয়েদি ভটিয়াই ব্ৰহ্মপুত্ৰ পাৰ হৈ সিপাৰলৈ যাব, সিপাৰত ট্ৰেক্টৰ থৈ থাকিব, ৰামলালা কাব্ৰাৰ তেলৰমিললৈ সৰিয়হৰ বস্তাকেইটা লৈ যাব। নাৱৰীয়া তিনিজনৰ লগত ৰামলাল কাব্ৰাৰ এজন গোমোস্তা, যি সৰিয়হখিনি গাঁৱৰ পৰা সংগ্ৰহ কৰি কিনি আনিছে। কিন্তু তেনেতে সন্ত্ৰাসবাদী চাৰিজন আহি ওলালহি। সিহঁতে নাৱৰীয়াকেইজনক হুকুম দিলে। সৰিয়হৰ বস্তাবোৰ নাৱৰ পৰা নমাব লাগে আৰু নাওখনেৰে সিহঁতক দেহানৈয়েদি নি ব্ৰহ্মপুত্ৰৰ সিপাৰৰ জংঘলখিনিত থৈ আহিবগৈ লাগে। বিহাৰী গোমোস্তাজনে আপত্তি কৰিলে। মুহূৰ্ততে এজন সন্ত্ৰাসবাদীয়ে জেকেটৰ ভিতৰৰ পৰা হেণ্ডগান এটা উলিয়াই গোমোস্তাজনক গুলীয়াই দিলে। তাকে দেখি নাৱৰীয়াকেইটা নাৱৰ পৰা জাপ মাৰি দৌৰিবলৈ ধৰিলে। সন্ত্ৰাসীকেইটাই সিহঁতক পিছফালৰ পৰা গুলীয়ালে। আৰু সিহঁতে সৰিয়হৰ বস্তাৰ সৈতে নাওখন লৈ নৈৰ সিপাৰলৈ কোবেৰে নাও চলালে। বন্দুকৰ গুলীত মুঠতে গোমোস্তাজন আৰু নাৱৰীয়া এটাৰ থিতাতে মৃত্যু হ'ল। নাৱৰীয়া এটা জখম হৈ তাতে পৰিল। বাকী তৃতীয়টো বাহুত গুলী লৈ দৌৰি আহি গাওঁ পাইছেহি আৰু নৰেনক কথাবোৰ কৈছেহি। এতিয়া জখম হোৱা দুজনক জিলা সদৰৰ চিভিল হাস্পতাললৈ নিব লাগে। মৰি থকা দুয়োৰো ব্যৱস্থা কৰিব লাগে। নৰেন ৰোৱা নাই, লগে লগে আহি এইখিনি পাইছেহি।

প্ৰজ্ঞান আৰু ছাৰিজন জ্যেষ্ঠ সদস্য গাড়ীত উঠিল। গাড়ীখন হত্যাকাণ্ডৰ স্থানলৈ দ্ৰুত গতিৰে আগবাঢ়িল। প্ৰজ্ঞানহঁতে প্ৰথমেই পুলিচক খবৰ দি গুৰুতৰভাৱে আহত দুজনক হাস্পতাললৈ নিলে, তাৰ পাছত মৃত গোমোস্তাজন আৰু নাৱৰীয়া দুজনৰ পোষ্টমৰ্টেম, সম্পৰ্কীয়সকলক খবৰ দিয়া আদি কামবোৰ কৰিলে। বিহাৰী গোমোস্তাজনৰ সম্পৰ্কীয় থাকে ব্ৰহ্মপুত্ৰৰ সিপাৰত। তথাপিও যথেষ্ট কষ্ট কৰি খবৰ দিব পাৰিলে।

এই গোটেইবোৰ কাম কৰি লগৰ সদস্যকেইজনক ঘৰে ঘৰে নমাই প্ৰজ্ঞান উভতি ঘৰ পাওঁতে ৰাতি এঘাৰ বাজিল।

সেইদিনাই সন্ধ্যা এঠাইত গোপন আলোচনা হৈছিল। আলোচনাটো হৈছিল সমৰেন্দ্ৰ দুৱৰাৰ ব্যক্তিগত কক্ষত। দুৱৰা আৰু তেওঁৰ সন্মুখত বহি আছিল প্ৰথম শ্ৰেণীৰ বিখ্যাত ঠিকাদাৰ সুবোধ শইকীয়া আৰু তেওঁৰ সহকাৰী বৰ্মন।

ইতিমধ্যে দেহানৈৰ মথাউৰিৰ কাম বন্ধ হোৱা কথাটোত তিনিও উৎসাহ প্ৰকাশ কৰাৰ পিছত আলোচনাত ঠিক হ'ল যে প্ৰকল্পটোৰ কাম কমেও ছমাহলৈ বন্ধ হৈ যোৱাৰ ফলত প্ৰজ্ঞানহঁতৰ সংঘটোৰ বাধাক কিবা প্ৰকাৰে নিৰ্মূল কৰাৰ ব্যৱস্থা হ'ব বুলি তেওঁলোক নিশ্চিত হ'ব পাৰিছে।

"আমাৰ নিশ্চত কিবা strategy ঠিক কৰি উলিয়াব পৰা যাব।" দুৱৰাই কথাযাৰ কৈ লগতে হঠাৎ মনত পৰাৰ দৰে ক'লে, "অ' ৰ'বা, প্ৰজ্ঞান CIAৰ agent, RAWৰ মানুহ এনেকুৱা কথা ওলাইছে বোলে। এইবোৰ খবৰ ক'ৰ পৰা ওলাইছে জানানে?" দুৱৰাই সুধিলে।

"সেই নিষিদ্ধ ঠাইৰ পৰাই ওলাইছে। আচলতে তেওঁলোকৰ হৈ কাম কৰা overground এচাম, মানুহ আছে, সাংবাদিক, বুদ্ধিজীৱী এনে শ্ৰেণীৰ। সেইসকলৰে কাম হ'ব।"

"হুঁম!" দুৱৰাই চিন্তা কৰিলে।

"আচলতে যাতে সাধাৰণ মানুহে প্ৰজ্ঞানহঁতৰ কামত অন্য স্বাৰ্থ থকা বুলি সন্দেহ কৰে। প্ৰজ্ঞান সোণোৱাল যে আচলতে অসৎ মানুহ এনে এটা ভাব মানুহৰ মনত দিব পাৰিলে সিহঁতৰ স্বাৰ্থ সিদ্ধি হয়।"

"হু!" দুৱৰাই আকৌ এবাৰ এটা শব্দ কৰি নীৰৱ হৈ পৰিল।

"আচলতে জাল চপাই আনিছে।" বৰ্মনে ক'লে।

"মানে?" দুৱৰাই সুধিলে।

"প্ৰকাণ্ড ঘৰিয়াল এটা পানীত থাকিলে নৈৰ পৰা মাছ তুলিব কেনেকৈ? নৈত ইপিনে বৌ-বৰালীৰে ভৰি আছে। গতিকে ঘৰিয়ালটোক আঁতৰাব লাগিব। জাল পেলোৱা হৈছে ঘৰিয়ালৰ ওপৰত।"

"কিন্তু এটা কথা, মোৰ ছোৱালীও প্ৰজ্ঞানৰ লগত আছে।" দুৱৰাই অলপ উচ্চ স্বৰত ক'লে।

"সেই কথাটোৰ কাৰণে অসুবিধা হৈ আছে তেওঁলোকৰ। আপোনাৰ সৈতে প্ৰজ্ঞান সোণোৱালৰ সম্পৰ্ক—"

"— মোৰ সম্পৰ্ক? নাই নাই— মোৰ কোনো সম্পৰ্ক নাই।" দুৱৰাই

শইকীয়াৰ কথাৰ ওপৰতে ধৰি উত্তেজিতভাৱে ক'লে। অলপ বৈ দুৱৰাই আকৌ ক'লে, "প্ৰজ্ঞান সম্পৰ্কত মোৰ কোনো দায়িত্ব নাই। বৰং তেওঁ মোৰ অন্যায়হে কৰিছে। মোৰ ছোৱালীজনীক গাঁৱলৈ নি সমস্যাবোৰৰ মাজত জড়িত কৰি পেলাইছেগৈ। মই তাইক কেনেকৈ ঘৰলৈ ওভতাই আনো সেইটোহে চিন্তা।" দুৱৰাৰ কণ্ঠত উদ্বিগ্নতা স্পষ্ট হৈ পৰিছে।

"আমি আশা কৰোঁ অপোনাৰ ছোৱালী ছাৰ, সোনকালেই ঘূৰি আহিব।" শইকীয়াই ক'লে।

"নাজানো কিহৰ ভিত্তিত তুমি কথাষাৰ ক'লা। কিন্তু এটা কথা তোমালোকক মই সাৱধান কৰি থলোঁ— মোৰ ছোৱালীৰ যাতে সামান্যও ক্ষতি নহয়। তাইক যাতে কোনেও একো কৰিব নোৱাৰে। তাইৰ সামান্য ক্ষতি হ'লেই একেদিনাই এটা টেলিফোনেৰে মই তাত army deployment কৰাই দিম। তোমালোকৰ হাবিত থকা বন্ধুহঁতৰ দেহাপুখুৰীত বিচৰণ কৰাৰ মুদা মাৰি দিম।"

সেই নিশাই প্ৰায় বাৰ বজাত একজিউকিটিভ ইঞ্জিনীয়াৰ চৌধুৰীৰ শোৱা কোঠাত থকা টেলিফোনটো বাজি উঠিল। চৌধুৰীয়ে টেলিফোনটো ধৰি কথা আৰম্ভ কৰিয়েই বুজি পালে কাৰ পৰা ফোনটো আহিছে। তেওঁ বুকুখনত দুটামান ধপ্‌ধপনি অনুভৱ কৰিলে। তেওঁৰ ডিঙি শুকাই যোৱা মাতেৰে অতি ক্ষীণ স্বৰত সিপিনৰ কথাৰ উত্তৰ দি গ'লঃ হয় হয়, বুজি পাইছোঁ। নাই নাই কোনো নাই, মোৰ পৰিয়াল গুৱাহাটীত আছে, ল'ৰা-ছোৱালী কলেজত পঢ়ে। মই ইয়াত অকলে, নাই নাই চব শুই আছে, মই বেড ৰুমত অকলে আছোঁ। হয় আপোনালোকৰ সৈতে আগতে কেবাবাৰো কথা হৈছে।... নাই নাই ঠিকাদাৰ দুজন গুৱাহাটীলৈ গৈছে।... হয় হয় এম পি দুৱৰাৰ তাত। হয় হয় ঠিকেই গম পাইছে। মথাউৰিৰ কামটো বন্ধ ৰখাৰ নিৰ্দেশ আহিছে। সেইটো সম্ভৱ নহয়... কেবাকোটি টকাৰ কাম, মোৰ financial powerৰ বাহিৰত। নাই নাই, মই মাত্ৰ execute হে কৰিব পাৰোঁ। আৰু execute কৰোঁতেই যিখিনি কৰিব লাগে। সেইখিনিৰ সুবিধা মোৰ হাতত আছে। আগেয়েও তেনেকৈয়ে আপোনালোকৰ সৈতে কাম কৰি আহিছোঁ। নাই নাই... মোৰ levelত জোৰকৈ projectটো হাতত ল'ব নোৱাৰোঁ। তাতে কথাটো জনাজনি হৈ গৈছে। ... হয় হয় .... NGO এটাই intervene কৰিছে।... হয় হয় প্ৰজ্ঞান সোণোৱাল। আপোনালোকে সকলো জানিছে। ... হয় হয় আচলতে কামটো আমাৰ interestতে বন্ধ ৰখা হৈছে। NGO টোক আঁতৰাই ল'বলৈ সময় লৈছে? buying time কি ক'লে? মই ধৰিব পৰা নাই। মই? কি ক'লে। ৭৫ লাখ?

এতিয়াই My God কেনেকৈ সম্ভব? ..... হয় হয় বুজিছোঁ আপোনালোকৰ consignment আহি আছে। হয় ৭৫ লাখ তিনিজনে মিলি হয়। কিন্তু কেনেকৈ সম্ভব!! হয় হয় মোৰ ল'ৰা-ছোৱালী.... নাই নাই সিহঁতৰ.... হেৰি ৰ'বচোন হেৰি শুনক...... শুনক....hello, hello।

প্ৰজ্ঞানে ৰাতি এঘাৰ বজাত উভতি আহি জানিলে মালিনী অকলে আছে। প্ৰজ্ঞান অহা গম পায়েই তেওঁ বাহিৰলৈ ওলাই গৈ বাৰাণ্ডাত থিয় হ'ল। প্ৰজ্ঞান গাড়ীখনৰ পৰা আহি ওচৰ পাওঁতেই মালিনীয়ে জনালে আইমা আবেলিতে মহীকাইৰ লগত বিশ কিলোমিটাৰ দূৰত থকা প্ৰজ্ঞানৰ পেহীয়েকৰ তালৈ গৈছে। পেহীয়েকৰ ঘৰত বাৰ্ষিক নাৰায়ণ পূজা আছে। বৰ ডাঙৰকৈ পাতে। পুৱাতে কথাটো আইমাই প্ৰজ্ঞানক কৈ থৈছিল। প্ৰজ্ঞানে তেতিয়া কৈছিল, তেওঁৰ যদি কিবা কাৰণত গুৱাহাটীলৈ যোৱা নহয় তেন্তে মালিনীক লৈ গাড়ীখনতে আটাইকেইজন নাৰায়ণ পূজালৈ যাব। কিন্তু হঠাৎ উগ্ৰপন্থীৰ দ্বাৰা হোৱা নৃশংস হত্যাকাণ্ডত নিহত আৰু আহতকেইজনৰ ব্যৱস্থা ল'বলৈ গৈ প্ৰজ্ঞান ঘূৰি নহাত বহুত পলম হোৱাৰ ফলত আইমা মহীকাইক লৈ অট'ৰিক্সাতে গুচি গ'ল। আইমাই জনাই থৈ গ'ল, তেওঁলোক নাৰায়ণ পূজাৰ পিছত আৰু ঘূৰি নাহে। সেই ৰাতিটো তাতে থাকিব। ৰাতিৰ খোৱাখিনি ৰান্ধি থোৱাই আছে। মালিনী প্ৰজ্ঞান অহালৈ ৰ'ল, কাৰণ ঘটনাবোৰ কি হ'ল তেওঁ জানিবলৈ উদগ্ৰীৱ হৈ আছে।

প্ৰজ্ঞানহঁতৰ পিছ বাৰীত থকা নেপালী পৰিয়ালটোৰ ক্লাছ নাইনত পঢ়া টিকাৰাম সন্ধ্যা কিছু সময়লৈ মালিনীৰ লগত থাকিলহি। মালিনীৰ পৰা ইংৰাজী গ্ৰামাৰ বুজি ল'লে আৰু শেইক্সপীয়েৰৰ নাটক দুখনমানৰ গল্প শুনিলে। তাৰ পিছত সি গ'লগৈ। মালিনীয়েও অকলে থাকিব পাৰিব বুলি টিকাৰামক ভৰসা দিলে। মালিনীয়ে ঘৰখনৰ এমূৰত থকা নিজৰ কোঠাটোৰ পৰা আহি আগকালৰ ড্ৰয়িংৰুমত বহিলহি হাতত কিতাপ এখন লৈ। শশী থাৰুৰৰ RIOT। কিতাপত ভালকৈ মন বহুৱাব পৰা নাই, প্ৰজ্ঞান অহালৈ উৎকণ্ঠিত হৈ বৈ আছে।

প্ৰজ্ঞান ঘৰত সোমায়েই প্ৰথমে গাটো ধুই আহিবলৈ গ'ল। দিনটো ঘূৰাঘূৰি কৰি অত্যন্ত ভাগৰ লাগি আছিল তেওঁৰ। ইতিমধ্যে মালিনীয়ে খোৱা টেবুলত ভাতৰ জোগাৰ কৰিছিল। প্ৰজ্ঞান খোৱা টেবুলত বহিল যদিও একো খাবলৈ মন নকৰিলে। দুপৰীয়াও ভাত খোৱা হোৱা নাছিল। ব্যস্ততাৰ কাৰণে। হাস্পতালত আগেয়ে ফুলত একেলগে পঢ়ি পিছত অৰ্থপেডিক চাৰ্জন হোৱা এজনক পাইছিল। তেঁৱেই তেওঁৰ কেবিনলৈ মাতি আনি প্ৰজ্ঞানক চিকেন ৰ'ল এটা খাবলৈ দিছিল। দিনটো প্ৰায় অৰ্দ্ধাহাৰে থাকিলেও প্ৰজ্ঞানৰ এতিয়া খোৱা টেবুলত বহি একো

খাবলৈ মন নগ'ল। অলপ ডাইল বাটি এটাত লৈ চুপৰ দৰে খাই থ'লে। মালিনীৰো ভোক নাছিল। সন্ধ্যা টিকাৰাম আহোঁতে এবাটি চিৰাভজা আৰু ক্ৰীম লৈ আহিছিল। সেইখিনি খাই এতিয়া বৰকৈ ভোক নাই। গতিকে মালিনীয়েও বিশেষ একো নাখালে। মালিনীয়ে ডাইনিং টেবুলৰ খোৱাখিনি নি ৰেফ্ৰিজাৰেটৰত থৈ দিলেগৈ।

প্ৰজ্ঞান আৰু মালিনী কিছু সময় ড্ৰয়িং ৰুমত বহিল। মালিনীয়ে প্ৰজ্ঞানৰ মুখত গোটেই দিনটোৰ ঘটনাবোৰ শুনিলে। পিছদিনা আগবেলা আইমা ঘূৰি অহাৰ পিছত ভাত-পানী খাই আবেলি প্ৰজ্ঞান গুৱাহাটীলৈ যাব। জলসিঞ্চন আৰু বান-নিয়ন্ত্ৰণ বিভাগৰ চীফ ইঞ্জিনীয়াৰক লগ ধৰি দেহানৈৰ প্ৰকল্পৰ কাম স্থগিতকৰণৰ প্ৰকৃত কাৰণটোৰ বিষয়ে জানি আহিবগৈ। ৰাতি ভালেখিনি হ'ল। বাহিৰত বতাহৰ এটা সোঁ সোঁৱণী শব্দ শুনা গ'ল। বৰষুণো অহা যেন লাগিল। দুয়ো নিজৰ নিজৰ কোঠালৈ শুবলৈ গ'ল। প্ৰজ্ঞানে বিছনাত মূৰৰ পিনে বেৰত গাৰু এটা দি আঁউজি শুলে। দেহাপুখুৰীলৈ বাতৰি কাকতবোৰ সাধাৰণতে পিছবেলা আহে। কাকতৰ দ'মটো কাষত লৈ পাত লুটিয়াবলৈ ধৰিলে। কিন্তু দিনটোৰ ঘটনাবোৰহে বাৰে বাৰে তেওঁৰ মনলৈ আহিবলৈ ধৰিলে।

ঠিক সেই সময়তে বাহিৰত এটা বিৰাট বজ্ৰপাতৰ শব্দ হ'ল আৰু লগে লগে বিজুলী সৰবৰাহ ব্যাহত হৈ পৰিল। প্ৰজ্ঞানে গাৰু তলৰ পৰা টৰ্চটো উলিয়াই তাৰ পোহৰত নিৰ্দিষ্ট ঠাইত থকা মম এডাল জ্বলাওঁতে মনত পৰিল মালিনীয়ে বিজুলী ঢেৰেকনিলৈ বৰ ভয় কৰে। আগয়ে দুই-এবাৰ তেনেকুৱা হওঁতেই মালিনী দৌৰি কোঠাৰ পৰা ওলাই আহি আইমাৰ লগত শুইছিলহি। তাতে মালিনীৰ কোঠাটোও এমূৰীয়া। মালিনীয়ে ভয় খাব নেকি। গোটেই ঘৰটোত তেওঁলোক দুজনৰ বাহিৰে অন্য আৰু কোনো মানুহ নাই। ইপিনে বাহিৰত ধুমুহা-বৰষুণ-বতাহ-ঢেৰেকনি আৰু প্ৰবলভাবে আৰম্ভ হ'ল। তেনেতে প্ৰজ্ঞানে হঠাৎ তেওঁৰ দুৱাৰত টোকৰ শুনিলে। প্ৰজ্ঞানে হুকটো খুলি দুৱাৰখন মেলি দিলে। নাইট গাউনটো পিন্ধি মালিনী উত্তেজিতভাবে কোঠাটোলৈ সোমাই আহিল। লগে লগেই এটা বিৰাট ঢেৰেকনি আহিল। মালিনীয়ে প্ৰজ্ঞানক সাবটি ধৰিলে। কেইমুহূৰ্তমান দুয়ো তেনেকৈয়ে থকাৰ পিছত প্ৰজ্ঞানে মালিনীক বাহুটোত আঁকোৱালি ধৰি কাষৰ বিছনাখনত বহুৱাই ক'লে, "কি কৈচুৱা ছোৱালীৰ নিচিনা কৰিছা? ঢেৰেকনিলৈ এনেকৈ ভয় কৰেনে?"

"নহয় জানা—মই সৰুৰে পৰা এই বস্তুটো ভীষণ ভয় কৰোঁ।"

লগে লগে আকৌ এটা ঢেৰেকনি আৰু মালিনীয়ে "উমা—!!" বুলি

বিছনাখনত পৰি দিয়ে আৰু গাৰুটোত মুখ গুজি দিয়ে।

প্ৰজ্ঞানে মালিনীৰ ওচৰলৈ গৈ বিছনাখনতে বহি মালিনীৰ গাত হাত থৈ ক'লে, "মালিনী, এটা কাম কৰা, তুমি ইয়াতে শোৱা, মই বহি আছোঁ, ধুমুহা-বৰষুণ শাম কাটিব অলপ পিছতে, তোমাৰ টোপনি আহিলে, মই গৈ কাষৰ আইমাৰ কোঠাত শুই থাকিম।"

প্ৰজ্ঞানে সেই বুলি কৈ মালিনীৰ ভৰি দুখন বিছনাত তুলি দিয়ে, আৰু দীঘল দি বিছনাখনত শুবলৈ সহায় কৰে। সেইদৰে ভৰি দুখন তুলি ধৰোঁতে মালিনীৰ কোমল তেজাল ভৰি দুখনৰ স্পৰ্শত প্ৰজ্ঞানৰ দেহৰ দুভালমান ধমনীয়েদি যেন এটা কঁপনি পাৰ হৈ গ'ল। প্ৰজ্ঞান ওচৰতে থকা চকী এখনত বহিল আৰু কাষৰ টেবুলখনৰপৰা আলোচনী এখন লৈ মমৰ পোহৰত পাত লুটিয়াবলৈ ধৰিলে। মালিনীয়ে প্ৰজ্ঞানৰ পিনে পিঠি দি শুবলৈ চকু মুদে। কোঠাটোত মমৰ পাতল পোহৰ। প্ৰজ্ঞানে আলোচনীৰ পাত লুটিয়ায়, বিশেষ মনযোগ দিব নোৱাৰে। তেওঁৰ সমুখত শুই থকা মালিনীৰ পিনে চাই নানান কথা ভাবিবলৈ ল'লে। তেওঁৰ মনলৈ আহিল এটাৰ পিছত এটাকৈ কিছুমান দৃশ্যৰ ছবি। সেই দৃশ্যবোৰ মাত্ৰ মালিনীক কেন্দ্ৰ কৰি। কটন কলেজত পঢ়িবলৈ যোৱাৰ সময়ত তেওঁৰ পিতৃ-বন্ধু ৰমেন্দ্ৰ দুৱৰাৰ ঘৰত মালিনীক প্ৰথম লগ পোৱাৰ পিছৰ পৰা এতিয়ালৈকে বিভিন্ন সময়ত, বিভিন্ন পৰিস্থিতিত, বিভিন্ন সুখ-দুখ, হৰ্ষ-বিষাদ, ঘাত-প্ৰতিঘাত, সংঘাত-সংকটত মালিনীক অতি নিবিড়ভাৱে, মালিনীৰ এজন অত্যন্ত শুভাকাংক্ষীভাৱে, তেওঁ লগ পাই অহা দৃশ্যবোৰ প্ৰজ্ঞানৰ মনলৈ আহিল, এটাৰ পিছত এটাকৈ। কেলিডোস্কোপৰ দৃশ্যৰ দৰে।

তেনেকৈ পোন্ধৰ মিনিটমান সময় পাৰ হৈ গ'ল। লাহে লাহে বাহিৰত ধুমুহা শাম কাটিলে। বিজুলী-ঢেৰেকনিও সম্পূৰ্ণ বন্ধ হ'ল। প্ৰজ্ঞান লাহেকৈ বহাৰ পৰা উঠিল আৰু বিছনাখনৰ কাষলৈ গৈ মালিনীৰ গাত, কাৰণ অন্য কাপোৰ নথকাত, বেডকভাৰখনকে ভালকৈ মেলি দিলে; কাৰণ গৰমকালি যদিও বৰষুণজাকৰ কাৰণে সামান্য ঠাণ্ডা ঠাণ্ডা লাগিছে। প্ৰজ্ঞানে বেডকভাৰখন মালিনীৰ গাত লাহেকৈ মেলি দিলে। হঠাতে প্ৰজ্ঞানৰ কি এটা ভাবনা খেলালে। তেওঁ তেওঁৰ ওঁঠেৰে মালিনীৰ কপালখন লাহেকৈ স্পৰ্শ কৰিলে আৰু কোঠাটোৰ পৰা ওলাই যাবলৈ বুলি সমুখলৈ এখোজ দিলে। তেনেতে মালিনীয়ে চকু দুটা মেলি প্ৰজ্ঞানৰ হাত এখনত খাপ মাৰি ধৰিলে।

"ন'যা প্ৰজ্ঞান, নাযাবা।" মালিনীয়ে এক অস্বাভাৱিক কঁপা মাতেৰে ক'লে।

প্ৰজ্ঞানে গাটো ঘূৰাই মালিনীলৈ চাই ক'লে, "মই ভাবিছিলোঁ, তুমি টোপনি গ'লা। ধুমুহা শাম কাটিছে, বিজুলী-ঢেৰেকনি আৰু নাহে। মই ওচৰতে থকা আইমাৰ কোঠাতে শোওঁগে।"

"মোৰ টোপনি অহা নাছিল। এনেয়ে চকু মুদি আছিলোঁ। আৰু মাজে মাজে চকু পিৰিকিয়াই দেখিছিলোঁ তুমি গভীৰভাবে কিবা ভাবি আছা। ময়ো চকু মুদি কিবা কিবি ভাবি আছিলোঁ।"

"ঠিক আছে, ভবা-চিন্তা বাদ দি এতিয়া আচলকৈ শুই থাকা। like a good girl। মই কাষৰ কোঠাতে শুম। একো ভয় নাই...।"

প্ৰজ্ঞান আকৌ যাব খোজোতে মালিনীয়ে এইবাৰো তেওঁৰ হাতখনত ধৰি নিজৰ ফালে তেওঁক টানি আনিলে আৰু বিছনাখনত তেওঁৰ কাষতে বহুৱাই দিলে। মালিনীয়ে নিজে মুখৰ তলৰ গাৰুটো পালেঙৰ শিতানৰ পিনে বেৰত থৈ তাতে পিঠিখন দি আঁউজি ল'লে আৰু ক'লে, "প্ৰজ্ঞান বহাচোন, মোৰ দুটামান কথা আছে।"

প্ৰজ্ঞান মালিনীৰ কাষতে বহিল। "ইমান ৰাতিখন কি কথা। কোৱা।" প্ৰজ্ঞানে ক'লে।

মালিনীয়ে হঠাৎ প্ৰজ্ঞানৰ হাত এখন নিজৰ হাতৰ মাজত লৈ অলপ গহীন ভাবত ক'লে, "প্ৰজ্ঞান, সিদিনা ঘৰৰ পৰা আহোঁতে বাটত তোমাক কৈছিলোঁ, মই সিদ্ধান্ত লৈছোঁ, বিয়া পাতিম। তুমি তেতিয়া দেউতাক ফোন কৰিব খুজিছিলা immediate ল'বা ঠিক কৰিবলৈ। মই তোমাক ফোন কৰিবলৈ বাধা দিছিলোঁ।"

"পিছে এতিয়া তুমি কি ক'ব খুজিছা মালিনী?" প্ৰজ্ঞানে মালিনীৰ চকুলৈ গভীৰভাবে চাই সুধিলে।"

"আজিয়েই এতিয়াই তুমি মা-দেউতালৈ ফোন কৰিব নালাগে। কিন্তু তোমাক মই ক'ব খুজিছোঁ তোমাৰ সৈতেই মোৰ বিয়াখন হৈ যাওক।"

"Really? Are you sure তুমি কি কৈছা?"

"Absolutely," সেইবুলি মালিনীয়ে হঠাৎ প্ৰজ্ঞানৰ বুকুত মুখটো নমাই দিলে। মালিনীয়ে তেনেদৰেই প্ৰজ্ঞানৰ বুকুত মুখটো থৈ কৈ যাবলৈ ধৰিলে, "প্ৰজ্ঞান, আদি কিছুদিনৰ পৰা, মই অতি অসহায়বোধ কৰা হৈছোঁ। নিঃসঙ্গতাই মাজে মাজে প্ৰচণ্ড ধুমুহাৰ দৰে মোৰ বুকুখনৰ মাজত খলকনি তুলিব খোজে। মই যেন শ্বাসৰুদ্ধ হৈ পৰোঁ। মই হঠাৎ অত্যন্ত অসহায় হৈ পৰো।"

"তেনেকৈ কিয় কৈছা মালিনী? মই দেখোঁন তোমাক কেতিয়াও অসহায়

অনুভৱ কৰিবলৈ নিদিয়াকৈ ৰাখিছোঁ। মই বহুত দূৰত থাকিলেও চিঠি, টেলিফোন, ই-মেইলযোগে তোমাৰ সৈতে যোগাযোগ ৰাখি তোমাৰ মনক মই সুস্থ কৰি ৰাখিবলৈ চেষ্টা কৰি আহিছোঁ।"

"সঁচা কথা, হাচানক মই এদিন সৰ্বস্ব সঁপি দিয়াৰ সময়তো তোমাৰ উপস্থিতিয়ে মোৰ জীৱনত এক নিশ্চিত স্থান লৈ আছিল। মোৰ জীৱনত তোমাৰ উপস্থিতি সদায় অনুভৱ কৰি আহিছোঁ। মই জানো, হাচান মোৰ মনত চিৰদিন এক দূৰৰ স্মৃতি হৈ থাকিব, তথাপি মই মোৰ বিয়াৰ সিদ্ধান্ত ল'ব খুজিছোঁ, আৰু সেই বিয়া তোমাৰ লগতহে হ'ব লাগিব। তুমি কাইলৈ গুৱাহাটীলৈ যাবা নহয়? মা-দেউতাক কৈ আহিবা—মোৰ বিয়া পাতক তোমাৰ লগত...। Yes, তোমাৰ লগত প্ৰজ্ঞান।"

মালিনী প্ৰজ্ঞানৰ বুকুৰ মাজত সম্পূৰ্ণকৈ সোমাই পৰিল। প্ৰজ্ঞানে কাষৰ টেবুলত থকা মমডাল ফু মাৰি নুমাই দিলে। দুয়ো এক অটল অন্ধকাৰত ডুবি গ'ল। সেই অটল অন্ধকাৰৰ বুকুত দুটা শৰীৰ, দুটি হৃদয়, দুটি আত্মা পৰস্পৰৰ নিবিড়তম আবেদনত যেন জ্বলি উঠিল একুৰা জুই হৈ, দাবাগ্নি হৈ। দাবাগ্নিৰ মাজৰ পৰা ওলাই আহিল এক নতুন আৰু দুয়ো একাত্ম ৰূপত; এক নতুন পৰিচয়ত।

পিছদিনা আগবেলাতে আইমা আৰু মহীকাই আহি পালেহি। প্ৰজ্ঞানে দুপৰীয়াৰ ভাত খাই উঠাৰ পিছত সংকল্পৰ সদস্যসকলৰ সৈতে কিছু সময় দীঘলীয়া আলোচনা কৰিবলীয়া হ'ল। অতি পিছপৰা ঠাইবোৰত, সমবায় পদ্ধতিত স্বাস্থ্য, শিক্ষা আৰু কৃষিকৰ্মত সমাজৰ মানুহখিনিক ব্যাপকভাৱে আৰু দায়বদ্ধভাৱে জড়িত কৰাৰ আৰু কিছুমান নতুন আঁচনিৰ আলোচনা হ'ল। প্ৰজ্ঞানক C.I.A. আৰু RAWৰ এজেন্ট বুলি অভিহিত কৰাৰ প্ৰেক্ষিতত সংকল্পই নতুন কৰ্মকৌশল উদ্ভাৱনা কৰিবলগা হৈছে। সকলোবোৰ কথাৰ আলোচনাৰ অন্তত প্ৰজ্ঞান গুৱাহাটীলৈ যাবলৈ প্ৰস্তুত হওঁতে প্ৰায় চাৰি বাজিবৰে হ'ল। পাঁচ ঘণ্টাৰ বাট, ন-দহ বাজিবগৈ।

প্ৰজ্ঞানৰ কোঠাত চুটকেচত কাপোৰ ভৰাই থকাৰ সময়ত, কিবা ইস্ত্ৰি কৰি দিয়া, কাপোৰ জাপি দিয়া, পানীৰ বটল আনি দিয়া, আদি কামত সহায় কৰি দিয়াৰ মাজতে মালিনীয়ে এবাৰ ক'লে, "প্ৰজ্ঞান, তুমি ঘূৰি অহাৰ আগতে সুবিধা বুজি মা-দেউতা একেলগে থাকোঁতেই বিয়াৰ কথাটো উলিয়াবা।"

"ঘূৰি অহাৰ আগতে মানে, মই আজিয়েই ভাতৰ টেবুলতে কথাটো উলিয়াম।"

মালিনীয়ে হিচাপ কৰি চালে, চাৰি বাজি যাওঁতেই প্ৰজ্ঞান ৰাওনা হৈছে। গতিকে ন-দহ বজাৰ ভিতৰত মালিনীহঁতৰ গুৱাহাটীৰ ঘৰ পাবগৈ লাগে। প্ৰজ্ঞানে গৈ পায়ে টেলিফোন কৰাৰ কথা। কিন্তু দহ বজাৰ ওচৰ চাপিল, টেলিফোনটো অহা নাই। দহ বাজি পাৰ হৈ যোৱাত মালিনীয়ে দেউতাকৰ মোবাইলত চেষ্টা কৰিলে। প্ৰজ্ঞান পোৱাগৈ নাই। চিন্তা হ'ল। গাড়ী বেয়া হোৱাৰো কথা নুঠে। নতুন গাড়ী, মাত্ৰ পাঁচ মাহৰ আগতে কিনা হৈছে।

মালিনীয়ে পোন্ধৰ মিনিট, বিশ মিনিটৰ মূৰে মূৰে টেলিফোন কৰিবলৈ ধৰিলে, নাই প্ৰজ্ঞান পোৱাগৈ নাই।

আইমা আৰু মালিনী উদ্বিগ্ন হৈ পৰিল। দুয়ো ড্ৰয়িংৰুমতে বহি বহি চিন্তা কৰিবলৈ ধৰিলে। প্ৰজ্ঞানৰ ইমান দেৰি কিয় হৈছে। ৰাতি বাৰ বজাত বন্দবস্ত হ'ল মালিনীৰ মাক-দেউতাক শুবলৈ যাব, প্ৰজ্ঞান আহি পালেই টেলিফোনযোগে জনাব। মালিনীয়ে টেলিফোন কৰি থাকিব নালাগে। মালিনীয়ে নিশা বাৰ বজাত এজন বিশেষ ব্যক্তিলৈ টেলিফোন কৰিলে ঃ পুলিচৰ চোৰাংচোৱা বিভাগৰ (IB) ডেপুটি ডাইৰেক্টৰ ৰঞ্জিৎ সিন্‌হালৈ।

অৱশেষত গোটেই নিশা উজাগৰে উৎকণ্ঠা আৰু অপাৰ উদ্বিগ্নতাৰে পাৰ হোৱাৰ পিচত পিছদিনা পুৱা ন- বজাত ৰঞ্জিত সিন্‌হাৰ পৰা বাৰ্তা এটা আহিল ঃ দেহাপুখুৰীৰ পৰা গুৱাহাটীলৈ যোৱাৰ প্ৰায় আদবাটতে এঠাইত জনশূন্য ঠাইত হাইবেৰ পৰা এটা ঠেক বাটেদি গৈ ব্ৰহ্মপুত্ৰৰ পাৰত প্ৰজ্ঞানৰ টাটা চাফাৰী গাড়ীখন পৰিত্যক্ত অৱস্থাত পোৱা গৈছে। তাৰে পৰা সূত্ৰ ধৰি আৰক্ষীৰ ব্যাপক অনুসন্ধান চলিছে, আশা কৰা হৈছে সোনকালেই প্ৰজ্ঞানৰ সন্ধান পোৱা যাব। "Don't get upset Malini, we will definitely find him out" সবল কণ্ঠে আশ্বাস দিলে ৰঞ্জিত সিন্‌হাই।

আবেলি তিনি বজাত হঠাৎ স্থানীয় থানাৰ অ'চি শ্ৰী হাজৰিকা আহি প্ৰজ্ঞানৰ ঘৰত উপস্থিত হ'লহি। আই বি অফিচাৰ ৰঞ্জিত সিন্‌হাৰ নিৰ্দেশনাক্ৰমে শ্ৰীহাজৰিকা আহিছে, মালিনী আৰু প্ৰজ্ঞানৰ মাকক নিজ মুখে এক বাৰ্তা দিবলৈ। মালিনী আৰু আইমা ভগ্নাপ্ৰায় অৱস্থাৰে আহাৰ পানী সকলো এৰি উদগ্ৰীৱ হৈ আছে প্ৰজ্ঞানৰ কি হ'ল, বাৰ্তাটো এনে ধৰণৰ ঃ সেইদিনা পুৱা আঠমান বজাত সিহালী আৰক্ষী থানালৈ বাইশ-তেইশ বছৰীয়া এজন ল'ৰা আহিল। তেওঁৰ এখন হাত বেণ্ডেজ কৰা আছে। বেণ্ডেজৰ ওপৰেদি তেজ বিৰিঙি আছে। ল'ৰাজনৰ নাম জীৱন। জীৱনৰ মুখত থানাৰ অ'চিয়ে শুনা বৰ্ণনাটো হ'ল ঃ আগদিনা সন্ধ্যা ছয়মান বজাত দুজন বন্দুকধাৰী ডেকা মানুহে জীৱনক আৰু পিতায়েকক বন্দুক দেখুৱাই ৰূপহী ঘাটলৈ ৰাতি

আনিলে। সিহঁত নাৱৰীয়া। সিহঁতৰ এখন নাও আছে। বন্দুকধাৰী ডেকা দুজনে ক'লে, সিহঁতৰ নাওখনেৰে মানুহ পাৰ কৰি সিপাৰলৈ নিব লাগিব। ঘাটতে বৈ থাকিব লাগে। অলপ পিছতে মানুহ আহিব। জীৱন আৰু পিতাকে বুজিলে কাৰ কবজাত সিহঁত পৰিছে। সিহঁত মৌনভাৱে ব'ঠা দুপাট লৈ বন্দুকধাৰীৰ আগে আগে গৈ থাকিল। তেতিয়া আন্ধাৰ নামিছে। অলপ পিছতে-জীৱনে দেখিলে গৰু গাড়ীয়ে খেৰ, ইকৰা আৰু নল উটি অহা কাঠ নিবলৈ অহা ঠেক বাটটোৰে এখন নতুন মটৰ গাড়ী আহি নদীৰ পাৰত বৈছেহি। টৰ্চ মাৰি নাৱৰ বন্দুকধাৰী দুটালৈ চাই মটৰ গাড়ীৰ পৰা কেইজনমান মানুহ নামি আহিল। মানুহকেইজন নাৱৰ ওচৰ পাওঁতে কাণিমুনি পোহৰতে জীৱনে দেখা পালে সিহঁতে কঁকালত ৰছী বান্ধি ধৰি অনা এজন মানুহ। মুখখনো কাপোৰেৰে বান্ধি থোৱা আছে। মানুহজনক নাৱৰ মাজতে তলত বহিবলৈ দিলে। সিহঁতৰ চাৰিওজনৰ দুজন পিছত আৰু দুজন আগত থিয় হৈ নাৱৰ মাজত থকা চেপেটা কাঠত বহি ল'লে। মানুহজনৰ কঁকালৰ ৰছীডাল নাৱৰ গুৰি পিনে থকা কাঠ এছটাত কেবাপাকো ঘূৰাই টানকৈ গাঁঠি মাৰি দিলে। জীৱনেনে গুৰি ধৰিলে। পিতায়েকে আগৰ বঠাপাট ল'লে।

"নাও এবা যি পিনে বুজাই দিছোঁ সেইপিনে গৈ থাকিবি।" কোনোবা এটাই ক'লে।

মাতবোল নাই। চাবে চাবে পানীত বঠাৰ শব্দ আৰু বঠাপাট বান্ধ থোৱা গাঁঠিটোত ঘঁহনি খাই হোৱা কেৰেক কেৰেক শব্দ। তাৰ বাহিৰে কোনো সাৰসুৰ নাই। চাৰিওপিনে ঘোপ মৰা অন্ধকাৰ। তৰাবোৰ ভালকৈ দেখা নাযায়। আকাশ ক'লা ডাৱৰে ছাটি ধৰিছে।

কিছু সময় পিছত হঠাৎ মানুহজনৰ সমুখত বহা এটা ডেকা উঠি আহিল, আৰু মানুহজনৰ গালত এটা প্ৰচণ্ড ঘোচা মাৰি ক'লে, "CIA দেখুৱাইছ, RAWৰ পৰা আহিছ নহয়?"

আন এটা ডেকাই মানুহজনৰ মুখৰ আৰু হাতৰ বান্ধ দুটা খুলি দিলে আৰু ক'লে, "দুটা চৰ্তত তোক আমি হত্যা নকৰোঁ। তই অহা এসপ্তাহত আমাক এক কোটি টকা দিব লাগিব, আৰু তাৰ এসপ্তাহৰ পিছত অসম এৰি গুচি যাব লাগিব।"

মানুহজনৰ মুখৰ বান্ধ খুলি দিয়াৰ কাৰণে তেওঁ কথা ক'ব পৰা হ'ল। তেওঁ উত্তৰ দিলে, "তহঁতৰ এটা চৰ্তও মই মানি নলওঁ। এটা টকাও মোৰ পৰা নাপাবি আৰু মই কোনো দিনেই মোৰ জন্মস্থান এৰি নাযাওঁ, নাযাওঁ।" মানুহজনে চিঞৰি উঠিল।

"কি ক'লি, নাযাবি?"

এটা ডেকাই মানুহজনৰ গালত আকৌ প্ৰচণ্ড জোৰে এটা চৰ মাৰিলে। তেনেতে মানুহজনেও লগে লগে ওভতাই ডেকাজনক কাৰাটে কৌশলেৰে ভৰিখনেৰে এটা গোৰ শোধালে। নাৱতে বন্দুকধাৰী ডেকাজন বাগৰি পৰিল। তেনেতে পিছপিনে থকা বন্দুকধাৰী আন এটা ডেকাই নাৱৰ গুৰিত বহি থকা জীৱনৰ হাতৰ পৰা বঠাপাট থাপ মাৰি আনি মানুহজনৰ মূৰত কোবটো মাৰিব খোজোতেই জীৱনে নাওখন কৌশলেৰে দুইপিনে তেৰা-বেঁকা কৰি দিলে।

ডেকাজনে ভাৰসাম্য হেৰুৱাই বঠাপাট পেলাই বহি পৰিল। নাওখন ডুবিব ধৰাৰ নিচিনা হোৱাত বাকীকেইজন ডেকাও বহি পৰিল। মাত্ৰ ককালত ৰছী বান্ধি থোৱা অৱস্থাত মানুহজন থিয় হৈ ৰ'ল। ঠিক সেই সময়তে আন্ধাৰত কোনেও নেদেখাকৈ জীৱনে গেঞ্জীৰ তলৰ খোচনিৰ পৰা নেলীয়া কটাৰীখন উলিয়াই একে ৰেপতে নাৱৰ গুৰিৰ বঠাৰ খুঁটিটোত বান্ধি থোৱা মোটা ৰছীডাল আন্ধাৰত কোনেও ক'ব নোৱাৰাকৈ কাটি পেলালে, যিডাল ৰছীৰ আনটো মূৰ মানুহজনৰ কঁকালত মেৰাই থোৱা আছে। জীৱনে লগে লগে আৰু এটা কাম কৰিলে। তাৰ বঠাপাট একাষত পৰি থকাৰ পৰা বুটলি আনিবলৈ যোৱাৰ ছলেৰে পিছত বহি থকা ডেকা দুটাৰ কাষেৰে পাৰ হৈ গৈ নাৱৰ মাজতে থিয় হৈ থকা মানুহজনক ভীষণ জোৰেৰে পানীৰ পিনে গঁতা মাৰি দিলে। মানুহজন জপংকৈ পানীত পৰি গ'ল। তেওঁ লগে লগেই গম পালে তেওঁৰ ককালৰ সিটো মূৰ খোল খাই গৈছে। মানুহজনে লগে লগে সাঁতুৰিবলৈ ধৰিলে। লগে লগে জীৱনেও পনীত জাঁপ মাৰি দি পানীৰ তললৈ ডুবি দিলে আৰু তীব্ৰগতিত পানীৰ তলে তলে ডুব সাঁতোৰ দিবলৈ ধৰিলে।

বন্দুকধাৰী চাৰিওটা জাঁপ মাৰি উঠিল। টৰ্চ জ্বলাই পানীলৈ চালে। দেখিলে অলপ দূৰত ৰচীডালৰ মূৰটো দেখা গৈছে। লগে লগে সিহঁতে ধাৰাসাৰ বন্দুকৰ গুলী এৰিবলৈ ধৰিলে। টৰ্চৰ পোহৰত দেখা গ'ল, নদীৰ পানীবোৰ ৰঙা হৈ উঠিছে। সিহঁতে নাৱৰ পৰা সমুখৰ পানীলৈ যেনি তেনি গুলীবৰ্ষণ কৰিলে। জীৱন ডুব-সাঁতোৰ দি পানীৰ তলে তলে তীব্ৰ গতিৰে ভটিয়াই গৈ গুলীৰ পৰা কথমপি ৰক্ষা পৰিল যদিও এটা বাহুৰ হাড়ৰ কাষৰ মঙহেদি এটা গুলী পাৰ হৈ গৈছে। তেজ ওলাইছে। তাৰ কষ্ট হৈছে। তথাপি ডুব সাঁতোৰ দি দি কিছুদূৰ অতিক্ৰম কৰাৰ পিছত নিৰাপদ বুলি আন্দাজ কৰি পানীৰ পৰা মূৰ উলিয়াই সি ইফালে সিফালে চালে: মানুহজন যাচিলনে। আন্ধাৰত একো মণিব নোৱাৰিলে। দূৰত নদীৰ মাজত সোঁতত মাজে মাজে টৰ্চৰ পোহৰ পৰা দেখা

গ'ল। মানুহজনক বন্দুকধাৰী ডেকাকেইটাই কিবা প্ৰকাৰে মৰিলেইহেঁতেন। জীৱনে তেওঁক প্ৰাণে বচাবলৈ এটা চেষ্টা দিছিল। পানীলৈ গঁতা মাৰি দি সাঁতুৰি পলাবলৈ সুযোগ এটা দিছিল। কিন্তু লগে লগে বিৰুদ্ধে গুলী বৰষিবলৈ ধৰিলে। মানুহজন হয়তো নাবাচিল। সিহে ভাগ্যৰ ফেৰত গুলী খাইও যমৰাকে পাৰি আছিল।

জীৱনে চিলনী সাঁতোৰ দি পানীত ওপণ্ডি ওপণ্ডি নদীৰ পাৰৰ পিনে গতি ল'লে।

জীৱন নদীৰ পাৰত উঠি বালিতে দীঘল দি পৰি গ'ল। অত্যন্ত ভাগৰ লাগিছে তাৰ। হাতখনৰ পৰা সৰসৰকৈ তেজ ওলাই আছে। ভীষণ বিষ আৰম্ভ হৈছে। সি ককালৰ গামোচাখন খুলি তাৰে হাতখনৰ আঘাত পোৱা ঠাইখিনি কোনো ৰকমে এহাতেৰেই জোৰে বান্ধি দিলে। তথাপি তেজ বিৰিঙি ওলাই থাকিল। গাৰ সমস্ত কাপোৰ তিতি জুৰুলা হৈ আছে। এটা সময়ত পুৱাৰ ফেঁহুজালিৰ পোহৰত সি বালিৰ পৰা উঠিল। কিছুদূৰ গৈ এসময়ত নদীৰ গড়াৰে ওপৰলৈ উঠি ওচৰৰ গাঁৱৰ পিনে যোৱা এটা বাট দেখিলে সি। সেইপিনে গৈ কেইঘৰমানৰ পিছতে এঘৰৰ চোতালত এখন অট'ৰিক্সা দেখিলে। সি ঘৰখনলৈ সোমাই গ'ল। তেতিয়াও কোনো শুই উঠা নাছিল। জীৱনে গৃহস্থক জগাবলৈ সমুখৰ দুৱাৰত টোকৰ মাৰিলে, মুখেৰে কেইবাৰমান মাতিলে, "কোন আছে, উঠকচোন।" ডেকা ল'ৰা এজন ওলাই আহিল। জীৱনে থুলমূলকৈ আগদিনা সন্ধ্যাৰ পৰা নিশালৈকে কৰ্ম-কাহিনীখিনি গৃহস্থ ডেকাজনক ক'লে। তেৱেঁই অট'ৰিক্সাৰ চালক। তেওঁ জীৱনক তিতা কাপোৰযোৰ সলাবলৈ এযোৰ ধুতী-চাৰ্ট আনি দিলে। চাহ-জলপান খাবলৈ দিলে। তাৰ পিছত জীৱনক অট'খনত তুলি তাৰ পৰা ছয় কিলোমিটাৰমান দূৰত থকা নিহালী থানলৈ বাওনা হ'ল। যাওঁতে বাটত ফাৰ্মাচী এখনত জীৱনৰ হাতৰ আহত অংশটোত ঔষধ দিয়ালে আৰু বেন্দেজ কৰাই দিলে। অট'চালকজনে একো ভাড়া-চাড়া নোলোৱাকৈ জীৱনক নিহালী আৰক্ষী থানাৰ পদূলিত নমাই থৈ আহিল। তেওঁ থানাৰ ভিতৰলৈ সোমাব নুখুজিলে। অনৰ্থক আকৌ সাক্ষীসাবীৰ কথা উঠিব পাৰে। সেইবাবেহে সোমাব নুখুজি থানাৰ পদূলিত জীৱনক নমাই দি অট'চালকজন গুচি আহিল। জীৱনে থানালৈ সোমাই অ'চি পৰাকীকো আগনিশাৰ গোটেই কাহিনী আৰু কেনেকৈ আহি সেইখিনি পালেহি বিৱৰি ক'লে।

নিহালী থানাৰ পৰা দেহাপুখুৰী থানালৈ WT কৰি বাৰ্তা পঠোৱা হ'ল প্ৰজ্ঞানৰ ঘৰত গোটেই খবৰখিনি দিবলৈ। সেয়েহে অ'চি হাজৰিকা আহি আইমা

আৰু মালিনীৰ আগত কথাখিনি ক'লেহি। দুটা কথাৰ পৰা পুলিচ নিশ্চিত হৈছিল যে আগনিশাৰ অপহৃত মানুহজন প্ৰজ্ঞান সোণোৱালেই আছিল। প্ৰথম, ব্ৰহ্মপুত্ৰৰ পাৰত প্ৰজ্ঞানৰ গাড়ীখন গৰাকীবিহীন হৈ পৰি আছিল, দ্বিতীয় উগ্ৰপন্থীয়ে বান্ধি নিয়া মানুহজনক CIA আৰু RAWৰ এজেণ্ট বুলি অভিযুক্ত কৰিছিল। অলপ পিছতে বঞ্জিত সিন্হাইও টেলিফোনত প্ৰজ্ঞানৰ মৃত্যুৰ বাৰ্তা নিশ্চিত কৰিছিল।

আইমাই বুকু চেপি চেপি, মাজে মাজে হুকহুকাই কান্দিলে। মহীকায়ে হাউ হাউকৈ কান্দিলে। মালিনী এটা শিলৰ মূৰ্তিৰ দৰে বহি ৰ'ল। মাত-বোল নাই, কোনো ভাবাবেগ নাই— নিশ্চল, নিস্তব্ধ। তেওঁৰ মনত মাত্ৰ বাৰে বাৰে এনিশাৰ স্মৃতিয়ে জুমুৰি দি থাকিল ঃ দুদিন আগৰ সেই ধুমুহাৰ নিশাটোৰ স্মৃতি। বাৰে বাৰে তেওঁৰ মনলৈ আহিল ৰাতিটোৰ পিছদিনা গুৱাহাটীলৈ যাবৰ পৰত মালিনীয়ে কোৱা কথাষাৰ— 'মা-দেউতাক ক'বা, মোৰ এতিয়া বিয়া হোৱাত আপত্তি নাই। তোমাৰ সৈতেই মোৰ বিয়াখন হওক।" মালিনীয়ে কল্পনা কৰিলে প্ৰজ্ঞানৰ গুলীবিদ্ধ, ৰক্তাক্ত মৃতদেহটো নদীয়েদি কিদৰে উটি গৈ আছিল। কেনেকৈ নদীৰ পানীবোৰ ৰঙা হৈ পৰিছিল।

অসম চৰকাৰৰ আৰক্ষী বিভাগ আৰু কেন্দ্ৰীয় সৈন্য বিভাগৰ যুঁটীয়া প্ৰচেষ্টাত ব্ৰহ্মপুত্ৰৰ বুকুত ব্যাপক ভাবে প্ৰজ্ঞানৰ মৃতদেহৰ সন্ধান কৰা হ'ল। প্ৰথম দুদিনত কোনো সন্ধান পোৱা নগ'ল। ইতিমধ্যে বাতৰি-কাকত, টিভি, সংবাদ মাধ্যমৰ সকলোবোৰতে সন্ত্ৰাসবাদীৰ দ্বাৰা প্ৰজ্ঞান সোণোৱালৰ অপহৰণ আৰু হত্যাৰ বাতৰি ডাঙৰ ডাঙৰ হৰফেৰে প্ৰকাশ পালে। আৰক্ষীৰ আগত জীৱনে দাঙি ধৰা প্ৰজ্ঞানৰ হত্যাকাণ্ডৰ বৰ্ণনা বিস্তৃতভাৱে কাগজে-পত্ৰই প্ৰকাশ পালে। উগ্ৰপন্থীসকলে অৱশ্যে সিহঁতে ধনদি কিনি থোৱা দুই-এক সংবাদসেৱীৰ জৰিয়তে প্ৰজ্ঞানৰ মৃত্যুৰ অন্য এক ভাষ্য প্ৰচাৰ কৰিলে। সিহঁতে জনালে, প্ৰজ্ঞান সোণোৱালক তেওঁৰ কিছুমান গোপন দেশদ্ৰোহী কাৰ্যৰ বিষয়ে ভালদৰে সোধ-পোছ কৰিবলৈ লৈ যোৱা হৈছিল। কিন্তু এটা পাহাৰীয়া বাটেদি খোজকাঢ়ি গৈ থাকোঁতে তেওঁ পলাবলৈ চেষ্টা কৰি হঠাৎ পাহাৰৰ পৰা বাগৰি তলৰ নদীত পৰিল আৰু তাতে তেওঁৰ মৃত্যু হয়। অৱশ্যে সন্ত্ৰাসী দলৰ এনে গছত গৰু উঠা কথা কোনেও বিশ্বাস নকৰিলে।

তৃতীয় দিনা পুৱা এঠাইত ব্ৰহ্মপুত্ৰৰ এটা ঘাটত এজন নাৱৰীয়াই চাপৰিৰ পৰা খেৰ আনিবলৈ ওলাই তেওঁৰ নাৱত উঠিল। নাওখনত ভৰি দি তেওঁ বঠাপাটেৰে নাৱৰ কাষৰ জাজবিবোৰ আঁতৰাবলৈ চেষ্টা কৰিলে। হঠাৎ বঠাপাটত এডাল পঘাজাতীয় বস্তু লাগিল। বস্তুডাল বঠাপাটেৰে দাঙিবলৈ চেষ্টা কৰিলে।

ৰচীডাল দীঘল। নাৱৰীয়াটোৱে ৰছীডাল হাতেৰে ধৰি গাৰফালে টানিবলৈ চেষ্টা কৰিলে। কিবা এটাত যেন ৰছীডাল সিমূৰে বান্ধি থোৱা আছে। তেওঁ ৰছীডাল টানি দিয়াৰ লগে লগে জাঁজৰিবোৰে ঢাকি ৰখাৰ পৰা হঠাৎ ওলাই আহিল এটা মৰাশ। পঘাডাল মানুহটোৰ কঁকালত মেৰাই বন্ধা আছে।

"আই ঐ বালক, কাৰ মৰাশ এইটো।" নাৱৰীয়াটোৱে চিঞৰ মাৰি উঠিল। সি অলপ সময় চিন্তা কৰিলে। তাৰপিছত ৰছীডালৰ মূৰটো তাৰ নাৱৰ গুৰিৰ খুঁটিটোত বান্ধি থৈ বেগাই গৈ ঘাটৰ অলপ দূৰতে থকা যতীন মাষ্টৰক খবৰটো দিলে। যতীন মাষ্টৰ গাঁওখনৰ এজন ডেকা শিক্ষক। ৰূপহীপুৰ হাইস্কুলত চাকৰি কৰে। যতীন মাষ্টৰে আগদিনা সন্ধিয়াই দূৰদৰ্শন আৰু ৰেডিঅ'ত প্ৰজ্ঞান সোণোৱালৰ হত্যাকাণ্ডৰ বাতৰি শুনিছিল। নাৱৰীয়াৰ কথা শুনিয়েই যতীন মাষ্টৰে স্কুটাৰখন উলিয়াই নাৱৰীয়াক পিছত তুলি ঘাট পালেগৈ। হয়, প্ৰজ্ঞান সোণোৱালৰ মৃতদেহ। যতীন মাষ্টৰে প্ৰজ্ঞানক তেওঁৰলোকৰ হাইস্কুলৰ সভা এখনলৈ মুখ্য অতিথি হৈ আহোঁতে লগ পাইছিল। বঠাপাটেৰে জাজৰিবোৰ ভালকৈ গুচাই চালে। শৰীৰটো বন্দুকৰ গুলীৰে ক্ষত-বিক্ষত। মুখাৱয়বৰ বিকৃত ৰূপ। যতীন মাষ্টৰৰ ঘৰত টেলিফোন আছে। তেওঁ বেগাই ঘৰলৈ গৈ ৰূপহীপুৰৰ আৰক্ষী থানালৈ খবৰটো দিলে।

ৰূপহীপুৰ থানাৰ পৰা প্ৰজ্ঞানৰ মৃতদেহ জিলা সদৰৰ চৰকাৰী হাস্পতালত পোষ্টমৰ্টেম আদি সম্পূৰ্ণ কৰি দেহাপুখুৰীৰ নিজ বাসস্থান পায়হিমানে আবেলি পাঁচ বাজিবৰ হ'ল। সংকল্পৰ কাৰ্যালয়ৰ সমুখত এখন শুভ্ৰ কাপোৰৰ শয্যাত মৃতদেহ ৰখা হ'ল। ফুল-ধূপ-ধূনা আদিৰ ব্যৱস্থা হ'ল। সংকল্পৰ সদস্যসকল মৰ্মাহত হৈ মৌনভাৱে থিয় হৈ আছে। মাজে মাজে ফেঁকুৰি ফেঁকুৰি কান্দিছে। বিশেষকৈ ছোৱালী সদস্যাকেগৰাকীয়ে অনবৰতে উচুপি আছে। অনুপমা আৰু মাধৱীয়ে বাৰাণ্ডাত চকী এখনত নিথৰ হৈ বহি থকা মালিনীৰ কোলাত মূৰ থৈ ফেঁকুৰি আছে। কাষতে এখন চকীত আইমা, নিৰ্বাক। চকু দুটাইদি অবিৰতভাৱে চকুলো বাগৰি আছে। খবৰ পায়েই গাঁৱৰ অজস্ৰ মানুহ ব্যগ্ৰ হৈ আহি উবুৰি খাই পৰিলহি। কোনোবাই উচুপিছে, কোনোবোই ডাঙৰকৈ হুকহুকাই কান্দিছে।

সংকল্পৰ সদস্যসকলে আইমা আৰু মালিনীৰ সৈতে আলোচনা কৰি পিছদিনা পুৱা দহ বজাত শৱযাত্ৰা আৰম্ভ কৰাৰ সিদ্ধান্ত ল'লে। সদস্যসকলে যিয়ে যেনেকৈ পাৰে তিনিটা মৌজাৰ ৰাইজক খবৰটো দিয়াৰ ঠিক কৰিলে।

নিশালৈ মৃতদেহ ড্ৰয়িংৰুমৰ মাজতে আনি ৰখা হ'ল। বাহিৰৰ মানুহ পাতলিল। কোঠাটোত আৰু বাহিৰৰ বাৰাণ্ডাত সংকল্পৰ চাৰি-পাঁচজন সদস্য

আৰু দেহাপুখুৰী উচ্চতৰ বিদ্যালয়ৰ দুজনমান ডেকা শিক্ষক। নিশা তেতিয়া একমান বাজিছে। এটা সময়ত কোঠাটোত মাত্র আইমা আৰু মালিনী। বাকীকেইজন ইফালে-সিফালে আছে। আইমা আৰু মালিনী দুয়ো শয্যাখনৰ দুপিনে দুটা মূঢ়াত প্ৰজ্ঞানৰ মৃতদেহৰ বুকুৰ কাষতে মূৰ পেলাই বহি আছে। আইমাৰ তন্দ্ৰা যোৱাৰ দৰে হৈছে। মালিনীয়ে মূৰটো দাঙি চাৰিওপিনে চালে। এক গভীৰ থমথম্ নীৰৱতা। তেওঁ প্ৰজ্ঞানৰ মুখখনলৈ একেথৰে কিছুসময় চাই থাকিল। কোঠাটোৰ চাৰিওপিনে চালে। একাষৰ প্ৰজ্ঞানৰ কোঠাটোলৈ চকু পৰিল। তেওঁ লাহেকৈ থিয় দিলে। প্ৰজ্ঞানৰ কোঠাটোৰ পিনে নিঃশব্দে লাহে লাহে আগুৱাই গ'ল। কোঠাটোত সোমাই কোঠাটোৰ চাৰিওপিনে চালে, বিছনাখনত সেই চুটকেচটো দেখা পালে। কোনোবাই গাড়ীখনৰ পৰা চুটকেছটো নমাই অনি বিচনাখনত থৈ দিছে। মনত পৰিল চুটকেচত কাপোৰ ভৰাই থাকোঁতে মালিনীয়ে তেওঁৰ বিয়াৰ কথা কৈছিল। প্ৰজ্ঞানে অতি উৎসাহেৰে কৈছিল, "আজি ৰাতি গৈ পায়েই তেওঁ কথাটো ক'ব।"

মানিলীয়ে লাহেকৈ বিচনাখনৰ গাৰুটোত মুখখন গুজি দিলে। প্ৰজ্ঞানৰ চুলিৰ গোন্ধ তেওঁৰ নাকত লাগিল। আকৌ দুদিন আগৰ নিশাটোৰ কথাবোৰ, ঘটনাবোৰ মনত পৰিল মালিনীৰ। হঠাৎ মালিনীয়ে কান্দিবলৈ ধৰিলে, উচুপি, ফেঁকুৰি, হুকহুকাই, হাউ হাউকৈ চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে। অলপ পিছতে আইমা খপ্‌জপকৈ সোমাই আহিল। অন্য দুই-এজন লোকো আহি দুৱাৰৰ কাষত ৰ'লহি। আইমাই মালিনীক সাবটি ধৰিলে। বহুত সময় ধৰি আইমাৰ বুকুত সোমাই মালিনীয়ে চিঞৰি চিঞৰি হাউ হাউকৈ কান্দিবলৈ ধৰিলে। সেই কান্দোনত নিশাৰ অন্ধকাৰৰ আকাশখন যেন চিৰাচিৰ হ'ল।

সেই নিশাই তিনিখন মটৰ বাইকত ছজন উগ্ৰপন্থীয়ে নাইবা উগ্ৰপন্থীৰ কোনোবাই মুখত ক'লা কাপোৰ বান্ধি আৰু হাতত ৰিভলভাৰ লৈ দেহাপুখুৰী অঞ্চলটোৰ মানুহৰ ঘৰে ঘৰে গৈ হুমিয়াই আহিল যাতে পিছদিনা প্ৰজ্ঞানৰ শৱযাত্ৰাত যোগ দিবলৈ নাযায়, গ'লে পৰিণতি ভয়াবহ হ'ব।

কিন্তু পুৱা দহ বজাৰ বহু আগৰে পৰাই দেহাপুখুৰীৰ তিনি মৌজাৰ ইমূৰৰ পৰা সিমূৰলৈ মানুহৰ লানি লাগিল। আনকি বহুতো জীয়াৰী-বোৱাৰী-তিৰোতা মানুহো ভাৰাক্ৰান্ত মন লৈ প্ৰজ্ঞানৰ শৱ-যাত্ৰাত যোগ দিবলৈ আহিল। এইবাৰ কোনেও সন্ত্ৰাসবাদীৰ ভাবুকিলৈ ভ্ৰূক্ষেপ নকৰিলে। কিছুদিন আগতে সংকল্পৰ আহ্বানত উনুষ্ঠিত এখন সভালৈ উগ্ৰপন্থীৰ ভাবুকিত এজনো লোক অহা নাছিল। সন্ত্ৰাসীয়ে হত্যা কৰা গণেশ তেৰাৰীৰ শৱদেহ শ্মশানলৈ নিবলৈ

সিহঁতৰ ভাবুকিৰ বাবে গাঁৱৰ এজনো লোক ওলাই অহা নাছিল। কিন্তু এইবাৰ ৰাইজে কোনো গুৰুত্ব নিদিলে। ভ্ৰূক্ষেপেই নকৰিলে, উগ্ৰপন্থীৰ প্ৰাণহত্যাৰ ভাবুকিত।

আঠ বজাতেই ঘৰৰ সমুখত শেষ সন্মান জনাবলৈ অহা মানুহৰ সমাগম দেখি সংকল্পৰ সদস্যসকলে ঠিক কৰিলে মৃতদেহ দেহাপুখুৰী উচ্চতৰ বিদ্যালয়ৰ সমুখলৈ লৈ যোৱা যাওক। সেইখন বিদ্যালয় প্ৰজ্ঞানৰ ককাক প্ৰসন্ন সোণোৱালে প্ৰতিষ্ঠা কৰিছিল। সমাজসেৱাৰ আদৰ্শৰ বাৰ্তা বহন কৰি আহিছে বিদ্যালয়খনে। এই বিদ্যালয়ৰে ছাত্ৰ আছিল প্ৰজ্ঞান, সমাজসেৱাৰ, জনসেৱাৰ আদৰ্শ যাৰ জীৱনৰ একমাত্ৰ লক্ষ্য, জনগণৰ উত্তৰণৰ কাৰণে যি দিলে নিজ প্ৰাণ।

বিভিন্ন ঠাইৰ পৰা মানুহক বাটতে খবৰ দিয়া হ'ল সকলো যেন দেহাপুখুৰী বিদ্যালয় প্ৰাঙ্গণত সমাবেত হয়। শবযাত্ৰা তাৰ পৰা আৰম্ভ হ'ব আৰু শেষকৃত সমাপণ হ'ব দেহানৈৰ পাৰত।

প্ৰায় এঘাৰ বজাত প্ৰজ্ঞানৰ অন্তিম যাত্ৰা আৰম্ভ হ'ল দেহাপুখুৰী উচ্চতৰ মাধ্যমিক বিদ্যালয় প্ৰাঙ্গণৰ পৰা। কেবা হাজাৰো মানুহৰ অতি শৃঙ্খলাবদ্ধ মৌন যাত্ৰা। স্কুলীয়া ল'ৰা-ছোৱালীৰ পৰা জীয়াৰী-বোৱাৰী, বয়স্কসকল, জ্যেষ্ঠ নাগৰিকসকল, গণ্য-মান্য ব্যক্তিসকল। সেই গোটেই অঞ্চল বোধকৰোঁ কোনো এজনো ডেকা ল'ৰা ঘৰত থকা নাই। মৃতদেহ আগত লৈ শাৰী শাৰীকৈ মানুহৰে শবযাত্ৰা আগবাঢ়ি আহিছে। সকলো মৌন, শোকগ্ৰস্ত, মৰ্মাহত। ল'ৰা-ছোৱালী আৰু অন্যান্য শোকযাত্ৰীৰ হাতত কিছুমান প্লেকাৰ্ড, য'ত শান্তি আৰু প্ৰীতিৰ আহ্বান, হিংসাৰ পৰিহাৰৰ আহ্বান, গণহত্যাৰ অৱসানৰ আহ্বান আদি শ্ল'গান লিখা আছে। অগণন মানুহেৰে শবযাত্ৰা আহি প্ৰজ্ঞানৰ ঘৰৰ সমুখত ৰ'লহি। তাৰ পৰাই তিনি-চাৰি কিলোমিটাৰ দূৰেদি বৈ যোৱা দেহানৈৰ পাৰলৈ গাঁৱৰ মাজে মাজে বাটটো। প্ৰজ্ঞানহঁতৰ ঘৰৰ পদূলিতে মৃতদেহ কন্তেক ৰখোৱা হ'ল। সেই ঘৰৰ চৌহদতে থকা সংকল্পৰ কাৰ্যালয়ৰ পৰা মানিলীহঁতৰ সৈতে সদস্যসকলে শেষ সন্মান যাচিলে এডাল প্ৰকাণ্ড ফুলৰ মালাৰে। সেই সময়তে খুপি খুপি পদূলিলৈ আগবাঢ়ি আহিল আইমা, হাতত এডাল দীঘল বকুলৰ মালা। আইমাই মালাডাল প্ৰজ্ঞানৰ মূৰৰ কাষেৰে পিন্ধাই দিলে আৰু কপালত লাহেকৈ চুমা দিলে। কেঁকুৰি উঠিল কাষৰ ল'ৰা-ছোৱালী, জীয়াৰী-বোৱাৰী আৰু বহুতো মানুহ। কিছুমানে কান্দিলে সশব্দে, হুক হুক কৰি। আইমাৰ পিঠিত হাত থৈ থিয় হ'লহি মালিনী। আইমাৰ কান্ধত মূৰটো থৈ মালিনীয়েও উচুপি উঠিল। আইমা কিন্তু নীৰৱ, নিশ্চল, নিৰাবেগ হৈ থিয় দি ৰ'ল। একেথৰে চাই

থাকিল শবযাত্ৰা আগবাঢ়ি যোৱালৈ। শাৰী শাৰীকৈ মানুহবোৰ মৌন হৈ, কিছুমানে হাতত প্লেকাৰ্ড লৈ পাৰ হৈ গ'ল। হাজাৰ হাজাৰ মৌনযাত্ৰীৰ সমুখৰ শাৰীত সংকল্পৰ সদস্যসকলে কান্ধত তুলি কঢ়িয়াই লৈ গৈ আছে প্ৰজ্ঞানৰ মৃতদেহ। মালিনীয়ে তেতিয়াও আইমাৰ কান্ধত হাত এখন থৈ পিছতে থিয় দি আছে। শেষ মানুহকেইজন পাৰ হৈ যোৱাৰ পিছত আইমায়ে লক্ষ্য কৰিলে তেওঁলোকৰ পদূলিত মৃতদেহ ৰ'বৰ সময়ত কোনোবাই এখন প্লেকাৰ্ড লোহাৰ গেটখনৰ কাষত এৰি থৈ গ'ল। আইমাই প্লেকাৰ্ডখন তুলি পঢ়ি চালে। লিখা আছে ঃ

"তোমালোকে আমাৰ সন্তানইঁতক
কিয় হত্যা কৰিছা? কিয়?
কোন তোমালোক?"

"মাতৃসকল"

আইমাই সেইখন দুহাতেৰে ধৰি দুবাহুৰ ওপৰলৈ তুলি লৈ ক'লে, "মালিনী, ব'লা আমিও যাওঁ।"

আইমাই প্লেকাৰ্ডখন তুলি ধৰি আগলৈ খোজ ল'লে। থৰক্ বৰক খোজ। শবযাত্ৰা ইতিমধ্যে কিছুদূৰ আগুৱাই গৈছে।

মালিনীয়ে আইমাৰ পিঠিয়েদি বাহুৰে সাবটি ধৰি আইমাৰ পিছে পিছে খোজ দিলে। মালিনীৰ দুচকুৰেদি সৰ্‌সৰকৈ লোটক বাগৰি আছে।

অলপ পিচতে পিছফালৰ পৰা এজন ডেকা ল'ৰা দৌৰি আহি মাত দিলে, "মালিনী"।

মালিনীয়ে ঘূৰি চাই দেখে, দ্বীপেন। গড়কাপ্তানী বিভাগৰ সহকাৰী অভিযন্তা।

"তুমিও আহিছা?" মালিনীয়ে সুধিলে।

"আহিছোঁ, মানে মালিনী, একেবাৰে আহিছোঁ।" দ্বীপেনে যেন ফূৰ্তিৰ কথা এটাহে ক'লে।

"মানে?" মালিনীয়ে সুধিলে।

"মানে চাকৰি ৰিজাইন দি আহিছোঁ। মই সংকল্পৰ সভ্য হ'ম।

দুদিন পিছৰ কথা। দুপৰীয়া দুই বাজিছে। আইমাৰ ঘৰৰ সমুখত, বাবাগুৰ কাষত, পদূলিৰ গেটৰ পিনে মূৰকৈ এখন প্ৰকাণ্ড ক'লা ৰঙৰ টয়োটা গাড়ী ৰৈ আছে। কাষত ড্ৰাইভাৰ সাজু হৈ আছে। ঘৰৰ ভিতৰৰ পৰা এজন এজনকৈ বাবাগুলৈ ওলাই আহিল, সাংসদ ৰমেন্দ্ৰ নাৰায়ণ দুৱৰা, স্ত্ৰী মন্দিৰা, মালিনীৰ

ককায়েক-বৌৱেক আৰু শেষত আইমা। সকলো ওলাই আহি বাবাগুৱাত থিয় দিলেহি। আইমাই আহি থাকোঁতেই কৈ কৈ আহে, "তোমালোক দিনটিয়াকৈ হ'লেও আহিলা, বৰ ভাল পালোঁ। প্ৰজ্ঞানৰ দেউতাক তোমাৰ অতি আপোন বন্ধু আছিল। সিও অকালতে সংসাৰ এৰিলে। পুতেকৰো এয়া হ'ল।" আইমাৰ মাতটো থোকাথুকি হ'ল। তেনেতে মালিনী ওলাই আহিল, আইমাৰ কান্ধত হাতখন থ'লেহি। মালিনীৰ দেউতাকহঁত গাড়ীৰ পিনে আগুৱাই যাব খোজোঁতেই আইমাই আকৌ মাত দিলে। "তোমালোক পাৰিলে আদ্য-শ্ৰাদ্ধৰ দিনা আহিবা। মই তেনে শ্ৰাদ্ধ নাপাতো। মাত্ৰ সেইদিনা দুপৰীয়া বিভিন্ন ধৰ্মৰ গ্ৰন্থ পাঠ কৰাম। বাপুৱেও কৈছিল, মোৰ শ্ৰাদ্ধৰ বোলে সি সেইদৰেহে পাতিব। আনে পতাৰ দৰে নাপাতে। এতিয়া মইহে সি ভবাৰ দৰে তাৰ শ্ৰাদ্ধ পাতিম। মই আৰু এটা কাম কৰিম। ধৰ্মীয় গ্ৰন্থ পাঠৰ পিছতে সেই সময়ত গোটখোৱা ৰাইজক মই সংকল্প ল'বলৈ ক'ম, দেহানৈৰ মথাউৰি অহা বাৰিষাৰ আগতে ৰাইজেই সাজি উলিয়াব লাগিব। মই জানো, ৰাইজ এইবাৰ আহিব। সিদিনা শ্মশান যাত্ৰাত কিদৰে হাজাৰ হাজাৰ মানুহ সিহঁতৰ ভীতি প্ৰদৰ্শনলৈ কেৰেপ নকৰি যোগ দিলেহি, মানুহবোৰৰ আৰু উগ্ৰপন্থীলৈ ভয়ভীত নোহোৱা হৈছে, প্ৰজ্ঞান মৰি মানুহৰ মনত বন্দুকলৈ ভয় নোহোৱা কৰি থৈ গ'ল। মানুহক সাহস দি গ'ল।

দুৱৰাহঁত এজন এজনকৈ তলমূৰকৈ গাড়ীত উঠিবলৈ গ'ল। মন্দিৰাই আইমাক সেৱা এটি কৰি ক'লে, "আইমা, আহিলোঁ, মানী থাকিবি।" মন্দিৰাই জীয়েক মালিনীলৈ এক কৰুণ দৃষ্টিৰে চালে। আইমাই সেই সময়তে ক'লে, "মন্দিৰা, মালিনীয়ে তোমালোকৰ লগত এতিয়া নাযাওঁ বুলি ক'লে। আৰু অলপ দিন মোৰ লগত থাকিব খুজিছে। থাকক দিয়া, তাইৰ একো কষ্ট নহয়। তাইৰ বিয়া-বাৰুৰ ব্যৱস্থা হ'লে মই লগে লগে পঠাই দিম তাইক। বাপু নাই। তাই থাকিলে মোৰ মনটো ভালে থাকিব।"

সকলোৱে আইমা আৰু মালিনীক মাত লগাই গাড়ীত উঠিল।

# উপক্ৰমণিকা

দুমাহৰ পিছত। নিশা ন বাজিছে। মালিনী আৰু আইমা সদায় চাৰে আঠমান বজাত নিশাৰ আহাৰ খাই ভালেমান সময় ড্ৰয়িংৰুমত বহি দুয়ো কথা পাতে। বেছি কথা মালিনীয়ে কয় ঃ তেওঁৰ দিনটোৰ সংকল্পৰ কাৰ্যসূচীৰ নতুন নতুন বিষয়, পৰিকল্পনা, নতুন নতুন সমস্যা আৰু সমাধান, দিনটোত ক'লৈ ক'লৈ গ'ল, কাক কাক লগ পালে, সংকল্পৰ প্ৰতি গাঁৱৰ সাধাৰণ মানুহৰ কিমান আস্থা-- প্ৰতিদিনৰ এইবোৰৰ বিশদ দিনপঞ্জী মালিনীয়ে আইমাক কৈ শুনায়। মালিনী সংকল্পৰ কামত পুৱাৰ পৰা সন্ধ্যালৈকে উন্মাদ-প্ৰায় হৈ কাম কৰে। মাত্ৰ সংকল্প সংকল্প সংকল্প, অন্য কোনো বিষয়েই চিন্তা কৰিবলৈ তেওঁৰ আহৰি নাই। ঘৰৰ পৰা মালিনীক প্ৰায়েই মাকে মাতি আছে। এবাৰ গাড়ীও পঠালে নিবলৈ। কিন্তু তেওঁ সদায় প্ৰত্যাখ্যান কৰি আহিছে। এনেদৰে অহৰহ কামৰ ব্যস্ততাৰ মাজেৰে মালিনীয়ে নিজকে আবদ্ধ ৰখাৰ মূলতে হৈছে আচলতে প্ৰজ্ঞানৰ অনুপস্থিতিক পাহৰি থকাৰ চেষ্টা। এক অটল শূন্যতাক কামৰ ব্যস্ততাৰে ঢাকি ৰখাৰ চেষ্টা।

আইমাই সদায় গোটেই পুৱাবেলাটো হাতত একোখন গ্ৰন্থ লৈ, গীতা-ভাগৱত, উপনিষদ, সংহিতা, কিবা দাৰ্শনিক, সমাজতাত্ত্বিক ইংৰাজী, বাংলা, অসমীয়া-- আগেয়ে পঢ়ি থোৱা গ্ৰন্থকে পুনৰ পঢ়িবলৈ লৈ গ্ৰন্থৰ পৃষ্ঠাবোৰৰ মাজত ডুব গৈ সময়খিনি কটাই দিয়ে। পিছবেলা তিনি বজাৰ পৰা পাঁচ বজালৈকে গাঁৱৰ আৰু আঁতৰৰো বয়সস্থ পুৰুষ-মহিলা ত্ৰিশ-চল্লিশগৰাকী মানুহ সদায় আইমাৰ ঘৰৰ বাহিৰৰ বহল বাৰাণ্ডা আৰু চোতালত আসন লৈ বহেহি। দেহাপুখুৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ সংস্কৃত পণ্ডিত ৰমাকান্ত শাস্ত্ৰীয়ে নাইবা কেতিয়াবা আইমাই নিজেও, গীতা-ভাগৱতৰ পাঠ আৰু ভাষ্য উপস্থিত শ্ৰোতাসকলক শুনায়। এইদৰেই, আইমাৰ প্ৰতিদিনৰ সময়খিনি ব্যস্ততাৰে অতিবাহিত হয়।

এইদৰেই প্ৰজ্ঞানৰ মৃত্যুৰ মৰ্ম-বেদনাক, প্ৰজ্ঞানৰ অস্তিত্বৰ অসহনীয় শূন্যতাক এক বাস্তৱ সত্যৰ ৰূপত, যুক্তিগ্ৰাহ্যভাৱে স্বীকাৰ কৰি ল'বলৈ মালিনী আৰু আইমাই নিজ নিজ উপায় উদ্ভাৱন কৰি ল'লে। আইমাই মালিনীৰ আগত প্ৰজ্ঞানৰ বিষয়ে কোনো প্ৰসংগ নোতোলে, মালিনীয়েও প্ৰজ্ঞান যে এদিন এইখন

ঘৰতে এই পৰিয়ালতে এক বিশাল ব্যক্তি হৈ, larger than life হৈ জীয়াই আছিল— সেই প্ৰসংগ আইমাৰ আগত নোতোলে। দুয়ো, এতিয়াও সদায় কান্দি থাকে, কিন্তু দুয়ো দুয়োৰে আঁৰত গোপনে গোপনে কান্দে। দুয়ো দুয়োকে কথা ক'বৰ সময়ত অতি স্বাভাৱিক আৰু সহজ হৈ পৰে, বিশেষকৈ মালিনী।

সেইদিনাও নিশা ভাত খাই উঠি দুয়ো হাতত এখন এখন কিতাপ লৈ আইমা আৰু মালিনী ডুয়িংৰুমত বহিল। আইমাই বহুদিনৰ আগতে পঢ়া Philosophy of Free Mosaic নামৰ গ্ৰন্থখন দ্বিতীয়বাৰ পঢ়িবলৈ লৈছে। মালিনীয়ে বহুদিনৰ মূৰত মনটো অলপ পাতল কৰিবলৈ এখন উপন্যাস পঢ়িবলৈ লৈছে। শেষ পৃষ্ঠা পাইছেহি। বসঘন হৈ উঠিছে : মিত্ৰা ফুকনৰ সদ্য প্ৰকাশিত The Collector's Wife. উপন্যাসখনত থকা এটা ঘটনা মালিনীৰ জীৱনৰ সৈতে মিলি গৈছে। একে এটা সমস্যাৰ সন্মুখীন হৈছে। মালিনীয়ে হঠাৎ কিতাপখন জপাই থৈ আইমা বহি থকা চোফাখনত আইমাৰ কাষতে বহি ল'লে। আইমায়ো হাতৰ কিতাপখন জপাই মালিনীলৈ চাই ক'লে, "কি হ'ল, মোৰ কাষ পালাহি যে মালিনী?"

"এটা কথা আইমা।" মালিনীয়ে তলমূৰকৈ ক'লে।

"কোৱা মালিনী, কি কথা।" মালিনীক কিছু দ্বিধাগ্ৰস্ত যেন লাগিল আইমাৰ।"

"কোৱা মালিনী।" আইমাই মাতটোৰে মালিনীক সহজ হোৱাৰ ইংগিত দিলে।

"আইমা, আপুনি মাইতক কৈছিল, প্ৰজ্ঞান নাই। মালিনী থাকক অলপ দিন, আপোনাৰ লগ হ'ব।" মালিনীয়ে কথাকেইটা কৈ হঠাৎ আইমাৰ শীৰ্ণ হাত এখন নিজৰ দুই হাতৰ মাজত লৈ হাতখন পিহি পিহি ক'লে, "কিন্তু আইমা, প্ৰজ্ঞান হয়তো বৈ গ'ল, এতিয়াও যোৱা নাই।" মালিনীয়ে আইমাৰ চকুৰ পিনে চালে, অৰ্থব্যঞ্জক কিবা এটা অস্ফুট ভাষাৰে।

"কি কৈছা, মই ঠিক বুজা নাই।" আইমাৰ কণ্ঠত উৎকণ্ঠা। তেৰো মালিনীৰ চকুলৈ চালে।

"হয় আইমা, আপুনি মোৰ কথাটো শুনিলে মোক কাইলৈকে ইয়াৰ পৰা গুচি যাবলৈ ক'ব। সেয়া হ'লেও মই কিন্তু গুচি যাব নোৱাৰিম।"

"কথাটো স্পষ্ট কৰি কোৱা মালিনী।"

"স্পষ্ট কৰিয়েই কওঁ : প্ৰজ্ঞানৰ ঘটনাটোৰ আগনিশা, আপুনি নাৰায়ণ পূজাৰ কাৰণে পেহীহঁতৰ তালৈ যোৱাৰ দিনা নিশা, ভীষণ ধুমুহা চেৰেকনিত

ভয় খাই মই প্ৰজ্ঞানৰ কোঠালৈ গুচি আহিছিলোঁ। আপুনি জানেই ধুমুহা ঢেৰেকনিৰ সময়ত মই ভয়ত আপোনাৰ ওচৰলৈ কেনেকৈ গুচি আহোঁ। সেই নিশা মই প্ৰজ্ঞানৰ কোঠাত আছিলো।"

অলপ সময় মালিনী আৰু আইমা দুয়ো মৌন হৈ পৰিল। গভীৰ নীৰৱতাত অলপ সময় পাৰ হ'ল।

"আচলতে আইমা, মা-দেউতাই কিছুদিনৰ পৰা প্ৰজ্ঞানৰ সৈতে মোৰ বিয়াখন হোৱাটো বিচাৰিছিল। প্ৰজ্ঞানৰো আপত্তি নাছিল। মই মাত্ৰ হাচানৰ কথা ভাবি আকৌ এখন বিয়াৰ কথাটো সহজভাৱে মানি ল'ব পৰা নাছিলোঁ। কিন্তু মোৰ অৱচেতনত হয়তো মই প্ৰজ্ঞানক বিচাৰি আছিলোঁ। সেই কাৰণেই হয়তো প্ৰজ্ঞান আৰু মই নিশাটো একেলগে কটোৱাত মনৰ বাধা ভাঙি পৰিছিল।"

মালিনী দীঘলীয়া কথাখিনি কৈ হঠাৎ বৈ গ'ল। মলিনীয়ে আকৌ আইমাৰ হাতখন নিজৰ দুহাতৰ মাজত লৈ কিছু সঙ্কোচজনিতভাৱে বৈ বৈ ক'বলৈ ধৰিলে, "কিন্তু মই মনত ৰখা নাছিলোঁ, সেই নিশা মোৰ শৰীৰৰ সময়খিনি অসুবিধাৰ আছিল। .... যোৱা মাহতে মোৰ সন্দেহ হৈছিল। কিন্তু এইবাৰ প্ৰায় সন্দেহ দৃঢ় হোৱাত মই আজি সংকল্পৰ কামত টাউনলৈ যাওঁতে প্ৰজ্ঞানৰ বন্ধু ডাক্তৰ এজনৰ সহায়ত test এটা কৰিলোঁ । positive পালো।" মালিনী আকৌ বৈ গ'ল। মালিনীয়ে হঠাৎ আইমাৰ বুকুৰ কাষত মুৰটো পেলাই দি ক'লে, "আইমা, প্ৰজ্ঞান জীয়াই থাকিল। They, the militants could not kill him আইমা। প্ৰজ্ঞানে সংকল্পক মোৰ গৰ্ভত থৈ গ'ল।"

আইমাই মালিনীক বুকুৰ মাজত সাবটি ল'লে। তেওঁ কঁপা কঁপা মাতেৰে মাতিলে, "মালিনী।"